# লক্ষ্মীনাথ বেজবৰুৱা





অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

LAKSHMINATH BEZARUA : a collection of articles on Lakshminath Bezbarua in Assamese and published by Laxmi Nath Tamuly IAS, Secretary, Publication Board Assam, Guwahati 781 021, Assam, India.
Third edition December 2003 Price : Rs. 275.00

---



প্ৰকাশক
লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১ ০২১

প্ৰথম প্ৰকাশ অক্টোবৰ ১৯৬৮
দ্বিতীয় প্ৰকাশ নবেম্বৰ ১৯৮১
তৃতীয় প্ৰকাশ ডিছেম্বৰ ২০০৩

মূল্য ঃ ২৭৫.০০ টকা

মুদ্ৰক
ভবানী গ্ৰাফিকছ্
*ৰাজগড় ৰোড, গুৱাহাটী ৭৮১০০৭*

# সচিবৰ ভূমিকা

১৯৫৮ চনতে প্ৰতিষ্ঠাপিত অসমৰ জাতীয় অনুষ্ঠান অসম প্ৰকাশন পৰিষদে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিলৈ অনেক মূল্যবান অৱদান আগবঢ়াইছে। পৰিষদে আৰ্থিক লাভালাভলৈ আওকাণ কৰি আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ ৰচনাৰাজি একত্ৰে সঙ্কলন— যথা, গোহাঞিবৰুৱা ৰচনাৱলী, জ্যোতিপ্ৰসাদ ৰচনাৱলী, ফণী শৰ্মা ৰচনাৱলী, বাণীকান্ত ৰচনাৱলী, ভোলানাথ দাস ৰচনাৱালী আদিৰ উপৰিও সাহিত্যিক-ৰাজনীতিক গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদিসকলৰ সমগ্ৰ ৰচনা প্ৰকাশ কৰি অসমীয়া বুদ্ধিসত্তা আৰু বৌদ্ধিক জগতত এক আলোড়নৰ সৃষ্টি কৰিছে। ঠিক একেদৰে বিশ্ববিশ্ৰুত মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ, ৰাস্কিন, ৰাছেল, ৰবীন্দ্ৰনাথ আদিৰ লেখীয়া মনীষীসকলৰ চিন্তা-ভাবনা প্ৰকাশক গ্ৰন্থৰ প্ৰকাশৰ দ্বাৰা অসমীয়া পাঠকৰ মানসিক দিগন্ত বিস্তৃত-বিধৌত কৰাত সহায় কৰিছে। অসমৰ প্ৰাচীন বুৰঞ্জী অধ্যয়নৰ দিশতো অসম প্ৰকাশন পৰিষদ এক বলিষ্ঠ ভূমিকাত অৱতীৰ্ণ হৈছে। ড° মহেশ্বৰ নেওগৰ প্ৰাচ্য- শাসনাৱলী, ড° ডিম্বেশ্বৰ শৰ্মাৰ কামৰূপ-শাসনাৱলী, হিতেশ্বৰ বৰবৰুৱাৰ আহোমৰ দিন, গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী, পদ্মনাথ গোহাঞিবৰুৱাৰ অসমৰ বুৰঞ্জী বিষয়ক গ্ৰন্থ প্ৰকাশ কৰি পৰিষদে বুৰঞ্জী ৰচনাৰ ধাৰাবাহিকতা অটুট ৰাখিছে। এই দিশত এক বলিষ্ঠ সংযোজন হ'ল অসমৰ প্ৰথম আলোচনী অৰুনোদই, আসাম বন্ধু আৰু মৌৰ একত্ৰ সঙ্কলন।

বৈষ্ণৱ যুগৰ অৱদান বিষয়ক গ্ৰন্থ— সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল, সত্ৰ-সঙ্গীতৰ স্বৰৰেখা, কীৰ্তন-ঘোষা আৰু নাম-ঘোষা; প্ৰাচ্য-পাশ্চাত্যৰ ৰামায়ণ, মহাভাৰত, ইলিয়াদ, ওডিছী আৰু ইনীদৰ দৰে ধ্ৰুপদী মহাকাব্যৰ প্ৰকাশনক আমাৰ পাঠক সমাজে সাদৰেৰে আঁকোৱালি লৈছে।

ভাৰতীয় পৰম্পৰাৰ পঞ্চতন্ত্ৰ, হিতোপদেশ, কথা-সৰিৎ সাগৰ; বিশ্ব-সাহিত্যৰ অজান দেশত এলিচ আদি এক সংখ্যক প্ৰখ্যাত শিশু-গ্ৰন্থ আৰু জনপ্ৰিয় বিজ্ঞান বিষয়ক পুথিৰে অসম প্ৰকাশন পৰিষদে ভাষা-সাহিত্যৰ প্ৰচাৰ-প্ৰসাৰত সততে অৰিহণা যোগাই আহিছে।

কিন্তু অসম প্ৰকাশন পৰিষদৰ দৰে জাতীয় অনুষ্ঠান এটাৰ পৰা ইতিমধ্যে প্ৰকাশিত অনেক দুৰ্মূল্য আৰু দুষ্প্ৰাপ্য গ্ৰন্থ বছৰ বছৰ ধৰি প্ৰকাশ নোহোৱাকৈ থকাত গ্ৰন্থ-আগ্ৰহী সমাজ গ্ৰন্থ-অধ্যয়নৰ পৰা বিৰত থাকিব লগাত পৰিছে। সেয়েহে আমি এই ২০০৩ বৰ্ষতে প্ৰায় ছকুৰি গ্ৰন্থ পুনঃ মুদ্ৰণ কৰি পাঠকসমাজলৈ আগবঢ়ালো। আশা কৰিছো, পঢুৱৈ সমাজে প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ববৎ আগ্ৰহেৰে আদৰি ল'ব।

**গুৱাহাটী**
**ডিছেম্বৰ ২০০৩**

**লক্ষ্মীনাথ তামুলী** *আই এ এছ*
*সচিব*
*অসম প্ৰকাশন পৰিষদ*

## প্ৰথম সংস্কৰণৰ পাতনি

যোৱা বছৰৰ মে' মাহত বহা অসম প্ৰকাশন পৰিষদৰ বাৰ্ষিক অধিবেশনতে লক্ষ্মীনাথ বেজবৰুৱাৰ শতবাৰ্ষিকী জন্মোৎসৱ উপলক্ষে এখন স্মৃতি-গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা হয়। পৰিষদৰ বেজবৰুৱা গ্ৰন্থ-প্ৰকাশন সমিতিৰ সদস্যসকল হ'ল শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীপৰাগধৰ চলিহা, শ্ৰীৰায়হান শাহ, শ্ৰীনৱকান্ত বৰুৱা আৰু শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া।

অসমৰ কেইবাজনো বিশিষ্ট লেখকৰ প্ৰবন্ধ এই গ্ৰন্থত সন্নিবিষ্ট হৈ আছে। বেজবৰুৱাৰ প্ৰতি থকা শ্ৰদ্ধা, তেওঁৰ জীৱন-দৰ্শন আৰু সাহিত্যিক প্ৰতিভা এইবোৰ প্ৰবন্ধৰ যোগেদি প্ৰকাশ পাইছে। এই লেখকসকলৰ প্ৰতি আমাৰ হৃদয়ৰ গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

বেজবৰুৱাৰ দুগৰাকী কন্যা, শ্ৰীমতী অৰুণা মুখাৰ্জী আৰু শ্ৰীমতী ৰত্না বৰুৱাই নিজে ইয়াত একোটাকৈ প্ৰবন্ধ লেখাৰ উপৰিও আন সকলো ধৰণে আমালৈ সাহায্য আগ বঢ়াইছে। শ্ৰীমতী বৰুৱাই বেজবৰুৱা সম্পৰ্কীয় ছবিখিনি দি আমাক উপকৃত কৰিলে। এই দুয়ো গৰাকী বিশিষ্টা মহিলাৰ প্ৰতিও আমাৰ গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

ডক্টৰ মহেশ্বৰ নেওগ আৰু শ্ৰীভবেন বৰুৱাই এই গ্ৰন্থ-প্ৰকাশন কাৰ্যত আমাক যথেষ্টভাৱে সহায় কৰিছে। তেওঁলোকৰ কাষত আমি ঋণী হৈ থাকিলোঁ।

চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
এক অক্টোবৰ, ১৯৬৮

# দ্বিতীয় সংস্কৰণৰ পাতনি

লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকীৰ পিছতো চৈধ্য বছৰ অতিবাহিত হ'ল। তথাপিও অসমীয়াৰ জীৱনৰ ওপৰত তেওঁৰ প্ৰভাৱ সামান্যভাৱেও হ্ৰাস পোৱা নাই। তাৰ কাৰণ, সমগ্ৰ জীৱন অক্লান্ত কষ্ট স্বীকাৰ আৰু নীৰৱচ্ছিন্ন সাধনাৰে তেওঁ অসমীয়া সংস্কৃতিৰ ভিত্তিক পৰম শক্তিশালী ৰূপত গঢ় দি গৈছে। শঙ্কৰী বা অসমীয়া ধ্ৰুপদী সাহিত্যক আধুনিক জগতত মৃত্যুহীন ৰূপত পৰিচয় কৰা, গণ-জীৱনৰ সৈতে অসমীয়া ভাষা-সাহিত্যৰ ওতঃপ্ৰোত সম্পৰ্ক কৰা, প্ৰতিবেশী শক্তিশালী ভাষা-সাহিত্যৰ কৰ্কট-গ্ৰাসৰপৰা আমাৰ ভাষা-সাহিত্যক ৰক্ষা কৰা আৰু পশ্চিমীয়া ৰোমাণ্টিক সাহিত্যৰ লগত আমাৰ সাহিত্যৰ সম্পৰ্ক ৰক্ষা কৰা— এই চাৰিও ক্ষেত্ৰত আগবঢ়োৱা বেজবৰুৱাৰ মহান অবদানৰ বাবে তেওঁক চিৰ-দিন অসমীয়াই স্মৰণীয় আৰু বৰণীয় পুৰুষ হিচাপে পূজা কৰি থাকিব।

প্ৰথম সংস্কৰণৰ দৰেই, পুথিখনৰ এই দ্বিতীয় সংস্কৰণেও সকলোৰে সমাদৰ পাব বুলি আমাৰ একান্ত বিশ্বাস।

গুৱাহাটী<br>১ ডিচেম্বৰ, ১৯৮১

চন্দ্ৰপ্ৰসাদ শইকীয়া




# সূচী

## প্ৰথম খণ্ড

## দ্বিতীয় খণ্ড

# ভূমিকা

এশ বছৰৰ আগতে এক আলোক-সন্ধানী শিশুৰ জন্ম হৈছিল, সেই শিশু পিছৰ জীৱনত খ্যাতিমান হৈ অসমৰ জাতীয় নেতাৰ আসনত উপৱিষ্ট হ'ব পাৰিলে। তেওঁক—লক্ষ্মীনাথ বেজবৰুৱাক—লৈ আজি সমগ্ৰ অসমীয়া জাতিয়ে গৌৰৱ কৰে। তেওঁ এনে এজন ব্যক্তি যাৰ অভাৱত আধুনিক অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ইতিহাস অসম্পূৰ্ণ হৈ থাকিলহেঁতেন। তেওঁ কেৱল এজন উচ্চ পৰ্যায়ৰ সাহিত্যিক হোৱাহেঁতেন অসমীয়া জাতিয়ে তেওঁক জাতীয় নেতাৰ স্বৰ্ণখচিত আসনত ইমান শ্ৰদ্ধা আৰু আদৰেৰে নবহুৱালেহেঁতেন: সাহিত্যিক বেজবৰুৱাতকৈ ব্যক্তি হিচাপে বেজবৰুৱা মহত্তৰ, সেইকাৰণে তেওঁ আমাৰ জাতীয় নেতাৰ আসনত যোগ্যভাৱে প্ৰতিষ্ঠাপিত। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পঞ্চশততম জন্মোৎসৱ পালনৰ পিছত সেই একেই উদ্দীপনা আৰু আড়ম্বৰেৰে এইবাৰ অসমে বেজবৰুৱাৰ শতবাৰ্ষিকী জন্মোৎসৱ পালন কৰিবলৈ লৈছে। এই দৃষ্টিৰ পৰা শ্ৰীশঙ্কৰদেৱৰ পিছতে অসমৰ সংস্কৃতিত বেজবৰুৱাৰ স্থান বুলি ক'ব পাৰি। মধ্যযুগত ধ্বংসমুখী এখন সমাজক একত্ৰিত কৰি আৰু নৰকাসুৰৰ দিনৰে পৰা বিক্ষিপ্ত অসমীয়া সংস্কৃতিক একতা আৰু মহত্ত্ব দান কৰি শ্ৰীশঙ্কৰদেৱে এখন নতুন অসম গঢ়ি গৈছিল আৰু সেই একেই মহৎ উদ্দেশ্যেৰে লক্ষ্মীনাথ বেজবৰুৱাই অন্যৰ গ্ৰাসৰ পৰা অসমীয়া সংস্কৃতিক ৰক্ষা কৰি এখন আধুনিক অসমীয়া সমাজক গঢ়ি থৈ গৈছে। এটা জাতিৰ মানুহৰ হৃদয়ত ভাব-ভাষা-অনুভূতি-আদৰ্শেৰে মৃত্যুহীন ছাব বহুৱাই যাব নোৱাৰিলে কোনো ব্যক্তিৰে জন্ম শতবাৰ্ষিকী এনে জাতীয় উৎসৱৰ দৰে কোনো জাতিয়ে কেতিয়াও পালন নকৰে।

লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্যিক যোগ্যতা অনস্বীকাৰ্য, নিজৰ সৃষ্টিৰ দ্বাৰা তেওঁ অসমীয়া সাহিত্যত এক নতুন যুগৰ সূচনা কৰি গৈছে। কিন্তু সাহিত্যত এক নতুন যুগৰ সূচনা কৰা আৰু শ্ৰেষ্ঠ সাহিত্য সৃষ্টি কৰা একে কথা নহয়। বেজবৰুৱাই এনে এখন গ্ৰন্থ ৰচনা কৰি থোৱা নাই যাক

আমি সাহিত্যৰ প্ৰকৃত অৰ্থত (যি অৰ্থত আমি শ্বেক্স্‌পীয়ৰৰ কিং লিয়েৰ, টলষ্টয়ৰ ৱাৰ এণ্ড্‌ পিচ্‌, অথবা ডষ্টয়েফ্‌স্কিৰ ব্ৰাডাৰ্ছ কাৰামাজফক মহৎ সাহিত্য-সৃষ্টি হিচাপে গ্ৰহণ কৰোঁ) মহৎ সাহিত্য-সৃষ্টি বুলি ক'ব পাৰোঁ, বা যিখন গ্ৰন্থৰ দ্বাৰা তেওঁ সাহিত্যিক হিচাপে অমৰত্ব দাবী কৰিব পাৰে। আনকি তেওঁৰ ৰচনাসমূহৰ মাজতো এখন master-piece নাই, যি সাহিত্যিক বেজবৰুৱাৰ প্ৰকৃত প্ৰতিনিধিত্ব কৰিব পাৰে। আমাৰ এই জেনেৰেশ্যনত এনে এক সংখ্যক শিক্ষিত অসমীয়া আছে যাক বেজবৰুৱাৰ অননুকৰণীয় ৰচনা-শৈলীৰ বাহিৰে (তাকো গদ্যৰ ক্ষেত্ৰতহে) আন একোৱে অনুপ্ৰাণিত নকৰে। অন্য এক সংখ্যক শিক্ষিত লোকৰো বৰ্তমান আমাৰ মাজত অভাৱ নাই যিসকলে ভাবে—কেৱল ভবাই নহয় নিজৰ তেনে যুক্তি প্ৰতিপন্ন কৰিবলৈ যাব চেষ্টা ক্লান্তিহীন—যে বেজবৰুৱাক একেবাৰে অধ্যয়ন নকৰিলেও কাৰো একো মানসিক অথবা বৌদ্ধিক ক্ষতি নহয়। কিন্তু এই সকলোৱেই এটা কথা নতশিৰে স্বীকাৰ কৰে যে আধুনিক অসমীয়া ভাষা-সাহিত্যক তাৰ যোগ্য আসনত বহুৱাবৰ বাবে বেজবৰুৱাই কৰা অশেষ চেষ্টাৰ কাহিনী অসমৰ সাংস্কৃতিক ইতিহাসত স্বৰ্ণমণ্ডিত হৈ থাকিব।

বেজবৰুৱাৰ মৃত্যু হয় ত্ৰিশ বছৰৰ আগতে। এই সুদীৰ্ঘ কালছোৱাত তেওঁৰ বিষয়ে এখনো উপযুক্ত পুথি আমি হাতত তুলি ল'বলৈ নেপাওঁ; কোনো এজন ব্যক্তিক বেজবৰুৱা বিশেষজ্ঞ হিচাপে আমি নেপাওঁ; কোনো পণ্ডিতে আগুৱাই আহি বেজবৰুৱা সাহিত্যৰ প্ৰকৃত সমালোচনাৰ পথ আমাক দেখুৱাই নিদিলেহি। এজন সাহিত্যিকৰ জন্ম শতবাৰ্ষিকী পালন কালত তেওঁৰ নিজৰ আৰু তেওঁৰ সাহিত্য-সৃষ্টিৰ বিষয়ে যথেষ্ট-সংখ্যক গ্ৰন্থ প্ৰকাশ পোৱাটো উচিত নাছিলনে? সেইকাৰণে, প্ৰথমতে কোৱা হৈছে যে ব্যক্তি হিচাপে বেজবৰুৱা সাহিত্যিক বেজবৰুৱাতকৈ মহত্তৰ আৰু অসমে তেওঁৰ এই শতবাৰ্ষিকী জন্মোৎসৱ পালন কৰিছে তেওঁক যথাৰ্থতে এজন জাতীয় নেতা জ্ঞান কৰিহে।

স্মৰণযোগ্য যে লক্ষ্মীনাথ বেজবৰুৱাই ভাৰতৰ মুক্তি আন্দোলনত যোগ দিয়া নাছিল। তথাপিও আজি তেওঁৰ স্থান অসমৰ ৰাজনৈতিক নেতাসকলৰ যথেষ্ট উৰ্দ্ধত। তেওঁ গভীৰভাৱে উপলব্ধি কৰিছিল যে ৰাজনৈতিক পৰাধীনতাতকৈ সাংস্কৃতিক পৰাধীনতা অধিক ভয়াবহ; ৰাজনৈতিক পৰাধীনতাই মানুহৰ জন্মস্বত্ব বা অধিকাৰক খৰ্ব কৰে, কিন্তু সাংস্কৃতিক পৰাধীনতাই মানুহৰ আত্মাক নিৰ্মূল কৰে। শঙ্কৰ-মাধৱৰ অসমত বেজবৰুৱাই শৈশৱত স্কুলত অসমীয়া ভাষাত পাঠ পঢ়িবলৈ আৰু লিখিবলৈ পোৱা নাছিল; এজন

অসমীয়াৰ জীৱনত ইয়াতকৈ ডাঙৰ দুৰ্ভাগ্য আৰু কি হ'ব পাৰে? অসমীয়া সংস্কৃতিয়ে ইয়াতকৈ আৰু কি ডাঙৰ বিপদৰ সমুখীন হ'ব পাৰে? বেজবৰুৱাই সমগ্ৰ জীৱন ধৰি আধুনিক অসমৰ ভাষা-সাহিত্য-সংস্কৃতিক অন্যৰ ভয়ঙ্কৰ গ্ৰাসৰ পৰা মুক্ত কৰিবৰ বাবে ক্লান্তিহীন সংগ্ৰাম কৰি গ'ল আৰু সেই সংগ্ৰামত জয়ী হৈ অসমৰ ভাষা-সাহিত্য-সংস্কৃতিক নিজৰ যোগ্য আসনত বহুৱাই গ'ল। এই ক্লান্তিহীন, অক্ষয় সংগ্ৰামৰ কাহিনীয়েই বেজবৰুৱাৰ জীৱনৰ সৰ্বগ্ৰাহী কাহিনী আৰু তাৰ স্বাভাৱিক পৰিণতি স্বৰূপেই আমি তেওঁক লাভ কৰিছোঁ জাতীয় নেতা হিচাপে। অতি বিৰল যদিও, সাহিত্যৰ বুৰঞ্জীত এনে দুই-এজন লোকৰ আবিৰ্ভাৱ ঘটে যি হয় নিজৰ অধ্যাত্মিক আৰু বৌদ্ধিক মহত্ত্বৰ দ্বাৰা ঋষিৰ পৰ্যায়লৈ আৰোহণ কৰে, নহয় সাহিত্য-সৃষ্টিক দেশসেৱাৰ মহান ব্ৰত হিচাপে গ্ৰহণ কৰি জাতীয় নেতাৰ পৰ্যায়ত উপবিষ্ট হয়। আমাৰ বেজবৰুৱা এই দ্বিতীয় শ্ৰেণীৰ অন্তৰ্ভুক্ত।

লক্ষ্মীনাথ বেজবৰুৱাই এনে এক বিশেষ ৰচনাত হাত দিয়া নাছিল যাৰ লক্ষ্য (কেতিয়াবা সেই লক্ষ্য পৰোক্ষ আৰু সুদূৰ হ'লেও) অসমক ওপৰলৈ তোলা বা অসমৰ সৰ্বাঙ্গীন উন্নতি নহয়। অসমৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে অসমীয়া লোকক গভীৰ স্বদেশ-প্ৰেমেৰে উদ্বুদ্ধ কৰাই আছিল তেওঁৰ প্ৰায় সমস্ত ৰচনাৰাশিৰ উদ্দেশ্য। তাৰ বাবে তেওঁ সম্বল হিচাপে লৈছিল অসমৰ অতীত গৌৰৱক। তেওঁ দেখিছিল, অসমৰ বৰ্তমান যেতিয়া অন্ধকাৰাচ্ছন্ন আৰু ভৱিষ্যত অনিশ্চিত আৰু একেবাৰেই অন্ধকাৰময়, তেতিয়া সেই সুপ্ত, দুৰ্বল আৰু বিদেশী শাসনৰ দ্বাৰা শোষিত, বঞ্চিত জাতিটোক উদ্বুদ্ধ কৰিবৰ বাবে তেওঁৰ সমুখত এটা মাত্ৰ পন্থা আছিল আৰু সেইটো হৈছে অসমৰ বিশাল হীৰকমণ্ডিত অতীত গৌৰৱক পুনৰাবিষ্কাৰ কৰা আৰু কৰি তাৰ তড়িৎ শক্তিৰে অসমীয়া জাতিটোক গতিশীল কৰা। কোনো উন্নতিকামী জাতিয়ে নিজৰ কেৱল অতীতটোকে লৈ পৃথিৱীত নিজৰ যোগ্যস্থান অধিকাৰ কৰিব নোৱাৰে। বিশেষকৈ এজন সাহিত্যিকক অতীতে কেৱল সাহিত্য-সৃষ্টিৰ সম্বলহে যোগাব পাৰে। বেজবৰুৱাই সেই কথা উপলব্ধি নকৰাকৈ নাছিল, কিন্তু তেওঁৰ ব্যক্তিত্বই সাহিত্যিকৰ পৰ্যায়ৰ পৰা বহু উৰ্দ্ধলৈ ইতিমধ্যে আৰোহণ কৰিছে; তেওঁৰ লক্ষ্য কেৱল সাহিত্য সৃষ্টি নহয়, তেওঁৰ লক্ষ্য এটা জাতিক গঢ় দিয়া। ইংৰাজ ৰোমাণ্টিক কবিসকলৰ মৃত্যুহীন আদৰ্শ আৰু অনুপ্ৰেৰণাতে প্ৰায় সৃষ্টি হোৱা অসমৰ "জোনাকী" যুগৰ নেতা হৈও তেওঁ ইংৰাজ কবিৰ দৰে কেৱল অনুপ্ৰেৰণাৰ বাবেই অতীতৰ আশ্ৰয় নলৈ এখন ৰাজ্যক ওপৰলৈ তোলাৰ মহান দায়িত্বকৈ

অতীতৰ আশ্ৰয় ল'লে—কেৱল আশ্ৰয় লোৱাই নহয়, তাক নতুনকৈ আৱিষ্কাৰো কৰিলে। অতীতৰ আশ্ৰয় লোৱা ক্ষেত্ৰত এইখিনিতে অন্য ৰোমাণ্টিক কবিৰ লগত বেজবৰুৱাৰ বিশেষ পাৰ্থক্য। অন্য কবিয়ে যেতিয়া কবিতা-সৃষ্টিৰ সমল বা অনুপ্ৰেৰণা বিচাৰি অতীতৰ আশ্ৰয় লয়, তেতিয়া তেওঁ তাৰ আশ্ৰয় লয় জাতি এটাক বচাই ৰখাৰ মানসেৰে ঃ মনৰ চকুৰ আগত আছে কেৱল দুই-চাৰিটা চিত্ৰকল্পই নহয়, আছে সমগ্ৰ জাতিটোক ওপৰলৈ তোলাৰ এখন বিশাল ছবিও।

অসমৰ ইতিহাসত কেইটামান পৰম উদ্দীপনাময় আৰু ঐশ্বৰ্যমণ্ডিত ঘটনা আছে। তাৰ ভিতৰত শ্ৰেষ্ঠ হ'ল শঙ্কৰৰ বিশুদ্ধ ধৰম, লাচিতৰ বল আৰু সতী জয়মতীৰ দেশৰ বাবে আত্মত্যাগ। অসমৰ মানুহক জাতীয় প্ৰেমেৰে উন্মাদ কৰিবৰ বাবে এই তিনিটাতকৈ শ্ৰেষ্ঠতৰ কাহিনী নাই আৰু বেজবৰুৱাই তাকেই হৃদয়ৰ সকলো উদ্দীপনাৰে ৰূপায়ণ কৰিলে। অসমৰ অতীত সম্পদৰ ভিত্তিত ৰচনা কৰা তিনিখন নাটকৰ এখনৰ (চক্ৰধ্বজ সিংহৰ) পাতনিত সেই কথা তেওঁ লিপিবদ্ধও কৰি গৈছে। শঙ্কৰদেৱ-মাধৱদেৱক আধুনিক অসমত, অসমৰ জাতীয় জীৱনত সুপ্ৰতিষ্ঠ কৰিবৰ বাবে তেওঁ অসাধ্য সাধন কৰিলে। তেওঁ গভীৰভাৱে উপলব্ধি কৰিছিল, শঙ্কৰদেৱ-মাধৱদেৱৰ বৈষ্ণৱ সাহিত্যই হ'ল অসমৰ সংস্কৃতিৰ মূল ভিত্তি আৰু এই ভিত্তিক অধিক শক্তিশালী কৰিব নোৱাৰিলে অন্যৰ ভয়ঙ্কৰ সাংস্কৃতিক গ্ৰাসৰ পৰা এই দেশক কোনোপধ্যে উদ্ধাৰ কৰিব পৰা নেযাব। বেজবৰুৱায়ে আধুনিক অসমত সৰ্বপ্ৰথম বাৰৰ বাবে শঙ্কৰক নামঘৰৰ পৰা উলিয়াই আনি জাতীয় জীৱনৰ উচ্চ-বেদীত স্থাপন কৰিলে, স্কুল-কলেজৰ পাঠৰ অন্তৰ্ভুক্ত কৰিলে। মহাপ্ৰাণ ব্যক্তি বিনা অইনে এনে মহৎ কাৰ্য সমাধা কৰিব নোৱাৰে। এই এটা মহৎ কাৰ্যৰ বাবেই এক সুদীৰ্ঘ জীৱন-কালৰ প্ৰয়োজন। অসমীয়া সংস্কৃতিৰ অন্য এক শক্তিশালী ভিত্তি—কিন্তু বেজবৰুৱাৰ দিনত ন-শিক্ষিত সকলৰ দ্বাৰা নিন্দিত আৰু উপেক্ষিত বিহুগীত বনগীতকো তেওঁ অসমৰ জাতীয় জীৱন আৰু জাতীয় সাহিত্যত প্ৰতিষ্ঠা কৰি গৈছে। লোক-গীতক কবিতাত স্থান দিয়া ক্ষেত্ৰত চন্দ্ৰকুমাৰ আগৰৱালা বিনা সন্দেহে পথ-প্ৰদৰ্শক, বেজবৰুৱাই সেই প্ৰচেষ্টাক পূৰ্ণতা দান কৰিলে। আধুনিক অসমত শ্ৰীশঙ্কৰদেৱ আৰু তেওঁৰ দ্বাৰা প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম, দৰ্শন আৰু আদৰ্শৰ সৰ্বপ্ৰথম আৰু সৰ্বশ্ৰেষ্ঠ ব্যাখ্যাকাৰী হ'ল বেজবৰুৱা। তেওঁ সেই দৰ্শন বা আদৰ্শৰ সাধাৰণ অৰ্থত প্ৰদৰ্শক নহয়—তেওঁ তাৰ

পুনৰ প্ৰতিষ্ঠাপক। এই উদ্দেশ্যে তেওঁ লিখা ৰচনাৰাশি আৰু শঙ্কৰী ধৰ্ম আৰু আদৰ্শৰ মহিমা আৰু স্বকীয়তা ৰক্ষাৰ বাবে তেওঁ চলোৱা সুদীৰ্ঘ তৰ্ক-আলোচনা অসমীয়া সাহিত্যৰ বুৰঞ্জীৰে এক ভাণ্ডৰ সম্পদ হৈ থাকিব।

লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে এজন জাতীয় নেতাৰ ব্যক্তিত্ব গঠনত চাৰিটা বিশিষ্ট সাংস্কৃতিক প্ৰভাৱৰ অৱদান আমি লক্ষ্য কৰিব পাৰোঁ। তাৰে প্ৰথমটো হ'ল শঙ্কৰী বা ধ্ৰুপদী সাহিত্যৰ গভীৰ প্ৰভাৱ। তেওঁ এনে এটা পৰিয়ালত জন্মগ্ৰহণ কৰিছিল যাৰ প্ৰাণ আছিল বৈষ্ণৱ ধৰ্ম আৰু যাৰ মানসিক শক্তিৰ আধাৰ আছিল বৈষ্ণৱ ধৰ্ম-সাহিত্যৰ দাৰ্শনিক তৰ্ক আৰু আলোচনা। শৈশৱতে বেজবৰুৱাৰ ওপৰত পৰা বৈষ্ণৱ দৰ্শন আৰু আদৰ্শৰ প্ৰভাৱ তেওঁৰ জীৱনৰ এটি চিৰস্মৰণীয় অধ্যায় আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বাবে এই অধ্যায়ৰ গুৰুত্ব অমূল্য, কাৰণ শৈশৱতে এনে ধ্ৰুপদী প্ৰভাৱত তেওঁৰ মানসিক আৰু আবেগিক ভিত্তি শক্তিশালীভাৱে গঢ়ি নুঠাহেঁতেন, এই ক্ষেত্ৰত ক'বলৈ লোৱা তৃতীয় আৰু চতুৰ্থ প্ৰভাৱে তেওঁৰ হৃদয় আৰু মনক অসমৰ জাতীয় জীৱনৰ কেন্দ্ৰৰ পৰা আঁতৰাই নিয়াৰ আশঙ্কা আছিল বেছি। এক শ্ৰেণীৰ চিন্তাশীল লেখকৰ জীৱনত সৰ্বপ্ৰথম প্ৰচণ্ড আৰু গভীৰ প্ৰভাৱটোৱেই শেষ প্ৰভাৱ হিচাপে পৰিগণিত হয় আৰু বেজবৰুৱাৰ জীৱনত এই প্ৰথম প্ৰভাৱ ইমান গভীৰ যে শেষত তেওঁেই হ'ব লগা হ'ল শঙ্কৰী দৰ্শন-আদৰ্শৰ বিখ্যাত ব্যাখ্যাকাৰী। এই প্ৰভাৱে তেওঁৰ ভাব-চিন্তা-চৰিত্ৰক তেতিয়াই শক্তিশালীভাৱে গঢ় দিছিল আৰু পিতাক মহৰ্ষি দেবেন্দ্ৰনাথৰ অনুপ্ৰেৰণাত বাল্যকালতে পোৱা বেদ-উপনিষদৰ জ্ঞানে চিৰদিন ৰবীন্দ্ৰনাথক প্ৰভাৱান্বিত কৰাৰ দৰে সেই শঙ্কৰী চিন্তায়ো লক্ষ্মীনাথক চিৰদিন প্ৰভাৱান্বিত কৰিলে। সেইকাৰণে বিখ্যাত ব্যক্তিসকলৰ জীৱনৰ সৰ্বপ্ৰথম প্ৰভাৱটোৰ কথা বিবেচনা নকৰিলে তেওঁৰ জীৱনৰ মূল্যায়ন অসম্পূৰ্ণ হৈ থাকে। 'জীৱন সোঁৱৰণ'ৰ প্ৰথম ভাগত বেজবৰুৱাই কেনেকৈ শঙ্কৰী প্ৰভাৱৰ দ্বাৰা তেওঁ বিশেষভাৱে আলোড়িত হৈছিল তাৰ কথা মনোৰমভাৱে লিপিবদ্ধ কৰিছে। দিনটোৰ তিনি বেলা তেওঁ নাম-কীৰ্তনত নিজক পাহৰাই ৰাখিছিল, এনে এটা দিন অতিবাহিত নহৈছিল যেতিয়া পণ্ডিতসকলে কৰা বৈষ্ণৱ দৰ্শন-সাহিত্যৰ আলোচনা তেওঁ অভিভূতভাৱে নুশুনাকৈ আছিল। 'জীৱন-সোঁৱৰণ'ত তেওঁ লিখিছে ঃ

"ইয়াৰ পিছত গোঁসাইঘৰতে বহি পুৰাৰ প্ৰসঙ্গৰ গীত-ভটিমা গাই, তাল লৈ প্ৰসঙ্গ আৰম্ভ কৰোঁ। কুলুপীয়া আৰু ধৰি গোৱা, ঘোষা গোৱা শেষ হ'লে এজনে কীৰ্তন পুথি মেলি বহি কীৰ্তন দিয়ে। শ্ৰীনাথ ককাইদেৱে তাল লৈ নাম লগোৱা হ'লে, কীৰ্তন-ঘোষা দিবলৈ মই বহোঁ আৰু মই নাম লগোৱা হ'লে তেওঁ কীৰ্তন দিবলৈ বহে। একো একোদিনা আন আন ককাইদেও-সকলেও এই বাব লয়। দুটা কীৰ্তন-ঘোষাৰ অন্তত প্ৰসঙ্গৰ সামৰণি মৰা হয়। প্ৰসঙ্গৰ শেষত কীৰ্তন-ঘোষা দিওঁতাজনে বংশাৱলী পুথিৰ পৰা সুৰ ধৰি পাঠ পঢ়ে, আৰু অলপ পঢ়ি ওৰ পেলাই দুইজনা মহাপুৰুষৰ বা বদুলা আতাৰ চৰিত্ৰৰপৰা এটা ঘটনা বা কথা সংক্ষেপকৈ কয়, ইয়াকে চৰিত তোলা বোলে। ইয়াৰ পিছত প্ৰসঙ্গ সাৰশেষ কৰি থাপনাৰ ফালে সেৱা কৰা হয়, আৰু আশীৰ্বাদ দিব জনা এজনে আশীৰ্বাদৰ দীঘল 'গৎ' মাতি আশীৰ্বাদ দিয়ে।- - - পূজা-সেৱা, নাম-প্ৰসঙ্গ আৰু আশীৰ্বাদ দিয়াৰ অন্তত উঠি কাঁহ, ঘণ্টা, শঙ্খ আৰু ডবা থাকিলে ডবা বজোৱা হয়। —সন্ধ্যা লাগি অহাৰ সময়ত পুৰাণ বা ভাগৱত পাঠ বন্ধ হয় আৰু আমি ভৰি-হাত ধুই লৰি গৈ গোঁসাইঘৰত বন্তি লগাই, শঙ্খ, ঘণ্টা, ডবা, কাঁহ বজাবলৈ ধৰোঁ আৰু পিতৃদেৱতায়ো সেই কাৰ্যত যোগ দিয়ে। শঙ্খ-ঘণ্টা বজোৱাৰ অন্তত, মুখে-মুখে, স্তোত্ৰ পাঠ কৰি, সকলোৱে আঠুকাঢ়ি থাপনাৰ ফালে সেৱা কৰোঁহঁক। —গুণমালা-ভটিমা গাবলৈ বহোঁ। গুণমালা-ভটিমা গোৱাৰ পিছত আমি ল'ৰাবোৰে ল'ৰা-নাম গাবলৈ বহোঁ।—ৰাতি দহমান বজাত আমি গা ধুবলৈ যাবলৈ ৰান্ধনি-ঘৰৰ পৰা খবৰ আহে। জাৰেই হওক বা জহেই হওক, পানী তপতেই হওক বা চেঁচাই হওক, হৰ-হৰ কৰে গাত ঢালি দিওঁ আৰু সেহাই-ফোঁপাই গা মচি, ধুতি-চুৰিয়া পিন্ধি, গোঁসাঁইঘৰ সোমাই, তাল লৈ ৰাতিৰ প্ৰসঙ্গ আৰম্ভ কৰি দিওঁ। ৰাতিৰ প্ৰসঙ্গত নাম লোৱা ভকতৰ লেখ সৰহ হয়। পুৰাৰ দৰেই, দেউতাই বা আন এজনে কীৰ্তন-ঘোষা মেলি কীৰ্তন দিয়ে আৰু অন্তত পাঠ পঢ়ি আৰু চৰিত্ৰ তুলি প্ৰসঙ্গ শেষ কৰে। ভাত খাই উঠি আমি আকৌ ঘৰে-সকলে মিলি গোঁসাইঘৰৰ বৰঘৰৰ টুপত শেহ নাম গাবলৈ বহোঁ। সেই নাম সমাপণ কৰোঁতে ৰাতি এঘাৰ-বাৰ বাজে।—আচৰিত মানিবলগীয়া কথা যে নাম-প্ৰসঙ্গ, পূজা-সেৱাৰ এনে ধুমেও আমাক নাতিছিল। ইয়াৰ উপৰিও আমি ল'ৰাবোৰে আমাৰ পুখুৰীপাৰতে ফুলনিবাৰীৰ মাজত সৰু ( toy ) গোঁসাইঘৰ এটা সাজি লৈছিলোঁহঁক আৰু তাতো ডাঙৰ গোঁসাইৰ সমানে সমানে জোৰ মাৰি নাম-প্ৰসঙ্গ, পূজা-সেৱা চলাইছিলোঁহঁক। দেওবাৰে বা আন কোনদিনা কোনো পৰ্বোপলক্ষত স্কুল বন্ধ হ'লে, মই সময় পালেই অসমীয়া পুথি নকল কৰিছিলোঁ। ভাঠ ভুলাপাত কাটি পুথিৰ পাত কৰি তাক হাইতালেৰে বোলাই লৈ কুণ্ড দি সমানকৈ শাৰী কাটিবলৈ বাঁহৰ চলি

এচটা কাটি কুট দি শাৰী লৈ আৰু গৰুৰ মুত, শিলিখা আৰু লোহাবাৰ ছাইৰে মহী প্ৰস্তুত কৰি লৈ মই পুথি লেখিছিলোঁ। শ্ৰীশঙ্কৰ-বিৰচিত একাদশ স্কন্ধ আৰু দ্বাদশ স্কন্ধ ভাগৱত পুথি দুখন মই সম্পূৰ্ণকৈ লেখি পুথি থ'বলৈ নিজ হাতে কাঠৰ পেৰা দুটা কৰি তাত পুথি দুখন থৈছিলোঁ।"

এই সুদীৰ্ঘ উদ্ধৃতিৰ যোগেদি শৈশৱত বেজবৰুৱাৰ ওপৰত পৰা প্ৰচণ্ড শঙ্কৰী-প্ৰভাৱ প্ৰমাণ কৰা হৈছে। কলিকতালৈ যোৱাৰ প্ৰায় পিছৰপৰাই তেওঁৰ ব্যক্তিগত জীৱনত আৰু পৰিয়ালত ইংৰাজী আৰু বঙালী আদব-কায়দাৰ সৰ্বগ্ৰাসী প্ৰভাৱ, কিন্তু শৈশৱৰ সেই ধ্ৰুপদী-স্পৰ্শ তেওঁৰ জীৱনত মৃত্যুহীন হৈ থাকিল।

অসমৰ গণজীৱনৰ লগত শৈশৱতে ঘটা নিবিড় সম্পৰ্ক হ'ল লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনত পৰিলক্ষিত দ্বিতীয় মহান প্ৰভাৱ আৰু কলিকতালৈ যোৱাৰ আগতেই ওপৰত উল্লিখিত প্ৰথম ধ্ৰুপদী-প্ৰভাৱ আৰু এই দ্বিতীয় গণজীৱনৰ প্ৰভাৱে তেওঁৰ মানসিক আৰু আবেগিক চৰিত্ৰ শক্তিশালীভাৱে গঢ় দিছিল। হাকিম দেউতাকৰ লগত তেওঁ অসমৰ এখন ঠাইৰপৰা আন এখন ঠাইলৈ যাব লগা হৈছিল আৰু তেতিয়াৰ দিনত সমগ্ৰ অসমখনেই আছিল এখন ডাঙৰ গাঁৱৰ দৰে (নগৰ যদি আছিল সেইখন হ'ল কলিকতা)। এইদৰে অসমৰ গণজীৱনৰ লগত তেওঁৰ সম্পৰ্ক গভীৰ হৈছিল। এইটো স্মৰণীয় যে কলিকতালৈ যোৱাৰ পিছৰেপৰা তেওঁৰ অসমৰ গণজীৱনৰ লগত সম্পৰ্ক শিথিল হৈ আহিছিল আৰু কাঠৰ কাৰবাৰত ডাঙৰদৰে ধৰাৰ পিছত তেওঁ অসমৰ গাঁৱলৈ অহাই নাছিল বুলি ক'ব পাৰি। কিন্তু সৰু কালতে দেখা সেই মনোৰম গাঁৱৰ দৃশ্য আৰু লগ পোৱা সেই গাঁৱলীয়া মুনিহ-তিৰোতায়ে তেওঁৰ ৰচনাৰাশিত ভাবে-ভাষাই আবেগে মূৰ্তিমান হৈ উঠিছিল। এই ক্ষেত্ৰতো জীৱনৰ first impression ধৰা দিলে last impression হিচাপে। বিশাল ব্ৰহ্মপুত্ৰ নদী (যাৰ বুকুতে এদিন তেওঁৰ জন্ম হৈছিল), সেই নদীৰ দুপাৰৰ মন-প্ৰাণ হৰা প্ৰাকৃতিক সৌন্দৰ্য, তাৰ বিশাল পাৰত বাস কৰা সৰল সহজ গাঁৱলীয়া লোকৰ জীৱন-নিৰ্বাহৰ সংগ্ৰাম, নামঘৰে নাৰঘৰে নাম-কীৰ্তন প্ৰসঙ্গ, মুনিহ-তিৰোতাৰ মুখত বিহুনাম, আইনাম, বিয়ানামৰ ধ্বনি, গাঁৱৰ তিৰোতাৰ অসীম কষ্টস্বীকাৰ, ইংৰাজী শিক্ষা পোৱা দুই-চাৰিজন গাঁৱলীয়া ডেকাৰ অস্বাভাৱিক চাল-চলন, এই সকলোবোৰে তেওঁৰ লৰালি মন অভিভূত কৰিছিল আৰু অজস্ৰ ৰচনাৰ যোগেদি সেইবোৰক তেওঁ পিছত ৰূপ দিবলৈ সক্ষম হৈছিল।

বেজবৰুৱাৰ ওপৰত পৰা তৃতীয় আৰু প্ৰকৃতপক্ষে অপৰিহাৰ্য প্ৰভাৱ হ'ল বঙলা ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰভাৱ আৰু এই কথা আজি অস্বীকাৰ কৰি কাৰো একো লাভ নহ'ব যে কলেজীয়া শিক্ষা লভিবলৈ তেওঁ এদিন কলিকতালৈ নোযোৱাহেঁতেন সেই লক্ষ্মীনাথক আজি আমি চিৰ-আদৰৰ এই লক্ষ্মীনাথ হিচাপে কেতিয়াও নেপালোঁহেঁতেন। তেতিয়াৰ অতি প্ৰভাৱশালী বঙলা সংস্কৃতিৰ সংস্পৰ্শই হঠাতে তেওঁক নিজৰ অসমীয়া সংস্কৃতি সম্পৰ্কে সজাগ কৰি দিলে আৰু তুলনা কৰি তেওঁ অসমীয়া ভাষা-সাহিত্যৰ দৰিদ্ৰ ৰূপটো প্ৰকটভাৱে মনৰ চকুৰে দেখিবলৈ পালে। সত্য, শৈশৱৰে পৰা অসমৰ ভাষা-সাহিত্যক উন্নত কৰাৰ এটা অস্পষ্ট ধাৰণা তেওঁৰ মনত আছিল, কিন্তু কলিকতালৈ গৈ এক প্ৰচণ্ড সংস্কৃতিৰ মধ্যস্থানত থিয় দি তেওঁৰ সেই অস্পষ্ট ধাৰণা স্পষ্ট হ'ল; নিজৰ মাতৃভূমিৰ হকে একো কৰিব নোৱাৰাৰ গ্লানিয়ে তেওঁৰ বিবেকক দংশন কৰিলে। তেওঁ যেন নিজকে নতুনকৈ আৱিষ্কাৰ কৰিলে আৰু নিজকে আৱিষ্কাৰ কৰিবলৈ লৈ তেওঁ দৃঢ়বদ্ধ হ'ল অসমক নতুনকৈ আৱিষ্কাৰ কৰাৰ বাবে। তেওঁৰ এই নতুন আৱিষ্কাৰ যাত্ৰাত যোগ দিলে মহাপ্ৰাণ পুৰুষ চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীয়ে আৰু তাৰ পৰিণামত জন্ম হ'ল "অসমীয়া ভাষা উন্নতি সাধিনী সভা" আৰু "আন্ধাৰৰ বিপক্ষে যুঁজিবলৈ" অস্ত্ৰ হিচাপে লোৱা "জোনাকী"। কুৰি বছৰৰ ডেওনা পাৰ হোৱা-নোহোৱা এই যুৱক কেইজনৰ অসমপ্ৰীতিৰ কাহিনী অসমীয়া সাহিত্য-সংস্কৃতিৰ ইতিহাসত অক্ষয় হৈ থাকিব। ঠাকুৰ পৰিয়াল আছিল সেইকালৰ বঙলা সংস্কৃতিৰ প্ৰকৃত প্ৰতিনিধি আৰু বেজবৰুৱাই সেই বিখ্যাত পৰিয়ালৰ সংস্পৰ্শলৈ আহি নিজৰ শিল্পীমনক অধিক শক্তিশালী কৰি ল'লে। ঠাকুৰ পৰিয়ালৰ সংস্পৰ্শলৈ আহিও সেই প্ৰভাৱে তেওঁক গ্ৰাস কৰিব নোৱাৰিলে। ওপৰত উল্লিখিত প্ৰথম দুটা প্ৰচণ্ড প্ৰভাৱ আৰু তাৰ ভিত্তিত গঢ়ি উঠা তেওঁৰ অদমনীয় ব্যক্তিত্বৰ বাবে।

ইংৰাজী ৰোমাণ্টিক কবিতাৰ আবেদন হ'ল বেজবৰুৱাৰ ওপৰত পৰা চতুৰ্থ ডাঙৰ প্ৰভাৱ আৰু আধুনিক অসমীয়া সাহিত্যৰ বিকাশৰ বাবে এই প্ৰভাৱ আছিল অপৰিহাৰ্য। সন্দেহ নাই, এই প্ৰভাৱ প্ৰত্যক্ষভাৱে ইংৰাজী ৰোমাণ্টিক কবিতাৰ পৰা তেওঁ পাইছিল; কিন্তু ইংৰাজী ৰোমাণ্টিক সাহিত্যৰ মৃত্যুহীন প্ৰভাৱত গঢ় লোৱা তেতিয়াৰ বঙলা সাহিত্য আৰু চিন্তাধাৰায়ো বেজবৰুৱাক কিছু পৰিমাণে প্ৰভাৱান্বিত নকৰাকৈ নাছিল। সেই প্ৰভাৱৰ কথা তেওঁ নিজেই স্বীকাৰ কৰি গৈছে। ইংৰাজী ৰোমাণ্টিক কবিতাৰ সৰল গ্ৰাম্যজীৱন

আৰু অতীত-প্ৰীতিয়ে বেজবৰুৱাক গভীৰভাৱে অসমৰ অতীত আৰু গ্ৰাম্য জীৱনৰ সৰলতাৰ প্ৰতি চিন্তিত কৰিলে আৰু ৱৰ্ডছ্‌ৱৰ্থৰ দৰে অনাড়ম্বৰ কথিত ভাষাত অসমীয়া কৱিতা লিখিবলৈ তেওঁ আশাতীতভাৱে অনুপ্ৰাণিত হ'ল। এই দৃষ্টিৰ পৰা প্ৰধানকৈ ইংৰাজী কৱিতা আৰু চিন্তাধাৰাই জন্ম দিয়া ভাৰতীয় নৱন্যাসৰ বেজবৰুৱা কেৱল ঐশ্বৰ্যশালী সৃষ্টিয়েই নহয়, তেওঁ তাৰ ধ্বজাবাহীও। ইংৰাজী কবিতাৰ পৰা তেওঁ কেৱল অনুপ্ৰেৰণাই লাভ কৰা নাছিল, নিজৰ ইচ্ছা অনুসৰি সেই কৱিতাৰ পৰা তেওঁ (তেনে, 'প্ৰিয়তমাৰ সৌন্দৰ্য', 'প্ৰিয়তমা' আদি কৱিতাত) অনুবাদো কৰিছে; অথচ সেই অনুবাদৰ কথা তেওঁ স্বীকাৰ কৰা নাই। নিজৰ কৱিতাৰ মাজত ইংৰাজী কৱিতাৰ উদ্ধৃতিৰে তেওঁ সৰল, অনাড়ম্বৰ, নিজস্ব পৰিবেশ সৃষ্টি কৰি ল'ব পাৰিছিল আৰু সেই কৱিতা হৈ পৰিছিল ভাবে-ভাষাই, আবেগে-চিন্তাই তেওঁৰ নিজৰ। অতীতৰ বৈচিত্ৰ্যময় ঘটনাৰাশি, প্ৰকৃতিৰ ৰহস্য আৰু গ্ৰাম্যজীৱনৰ সৰলতাৰ সমল লৈ বিশেষকৈ গঢ় লোৱা তেতিয়াৰ ইংৰাজী কৱিতাই অসমীয়া জীৱনৰ সেইবোৰ সমলৰ প্ৰতি বেজবৰুৱাক আকৃষ্ট কৰিলে আৰু নিজৰ কৱিতাৰ যোগেদি যেন সেইবোৰ নতুনকৈ আৱিষ্কাৰ কৰিবলৈ তেওঁ সমৰ্থ হ'ল।

লক্ষ্মীনাথ বেজবৰুৱাৰ ব্যক্তিত্ব, সাহিত্য আৰু সাহিত্য-দৰ্শন বিচাৰ কৰিবলৈ যাওঁতে তেওঁৰ ওপৰত প্ৰচণ্ডভাৱে পৰা ওপৰত উল্লিখিত চাৰিটি প্ৰভাৱৰ কথা প্ৰথমতে মনত ৰখাটো একান্ত প্ৰয়োজনীয়।

অসমীয়া ভাষাৰ শুচিতাৰ বাবে তেওঁৰ জীৱনজোৰা 'সংগ্ৰাম' অসমীয়া সাহিত্যৰ বুৰঞ্জীৰে এক স্মৰণীয় অধ্যায়। তেও তেওঁৰ মহান ব্যক্তিত্বৰে উপলব্ধি কৰিছিল, শুদ্ধ ভাষা নহ'লে শুদ্ধ চিন্তা আৰু উচ্চ সাহিত্য সৃষ্টি অসম্ভৱ। আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি মহাপ্ৰাণ সকলে সুদীৰ্ঘকালৰ "গ্ৰহণ"ৰ পিছত আধুনিক অসমীয়া ভাষা প্ৰতিষ্ঠা কৰিলে, কিন্তু তাক অধিক-আধুনিক, সবল আৰু নমনীয় (সংস্কৃতৰ স্পৰ্শ কমাই কথিত শব্দ ব্যৱহাৰ কৰিব পৰা) কৰাৰ গুৰু দায়িত্ব পৰিল বেজবৰুৱাৰ ওপৰত। কেৱল এই কাৰ্য সমাপন কৰাহেঁতেনো তেওঁ অসমীয়া সাহিত্যৰ বুৰঞ্জীত অমৰ হৈ ৰ'লহেঁতেন। প্ৰচণ্ড শক্তিসম্পন্ন ব্যক্তিত্বৰ অধিকাৰী নহ'লে কোনেও এনে ঐতিহাসিক কাৰ্যত হাত দিব নোৱাৰে। য'তেই তেওঁ অসমীয়া ভাষাৰ ভুল বা গ্লানি দেখিছে, ত'তেই তেওঁ নিৰ্মম হৈ উঠিছে; তেওঁৰ দ্বাৰা জৰ্জৰিত নোহোৱা সেই কালৰ কোনো এজন সাহিত্যিক থাকিলে তেওঁৰ পৰম ভাগ্য আছিল বুলি ক'ব লাগিব। অসমীয়া ভাষা-সাহিত্যৰ মঙ্গলৰ

বাবেই তেওঁ তেনেদৰে আমাৰ সাহিত্যৰ একনায়কত্বৰ আসনত বহাটো অতি প্ৰয়োজনীয় আছিল। বেজবৰুৱাই সেই দায়িত্ব গভীৰভাৱে পালন নকৰাহেঁতেন আজিৰ বাগত অসমীয়া ভাষাক আমি নেপালোঁহেঁতেন। অসমীয়া ভাষাৰ ক্ষেত্ৰত তেওঁ liberal নোহোৱাহেঁতেনো আনহাতেদি আমাৰ নিশ্চয় বিপদ হ'লহেঁতেন; এই ক্ষেত্ৰত তেওঁৰ নেতৃত্ব অতি গুৰুত্বপূৰ্ণ। এক শ্ৰেণীৰ সমালোচকে তেতিয়া লিখিছিল আৰু সভাই-সমিতিয়ে কৈছিল যে হেমচন্দ্ৰ বৰুৱাই দেখুৱাই যোৱা দৰে ভাষা বেজবৰুৱাই ব্যৱহাৰ কৰা নাই। তেতিয়া বেজবৰুৱাই "ভাষা বোঁৱতি সুঁতি" বুলি কেৱল হেমচন্দ্ৰৰ ভাষা বান্ধোনেৰে বান্ধ খাবলৈ অস্বীকাৰ কৰিলে। এনে দূৰদৰ্শিতা কেৱল সাহিত্য জগতৰ বৰণীয়-সকলৰ বাবেহে সম্ভৱ হ'ব পাৰে।

লক্ষীনাথ বেজবৰুৱাৰ সাহিত্যৰ এক বিপুলাংশ হাস্যৰসাত্মক। বাহ্যিক দৃষ্টিৰে চালে, তত্ত্বকথাৰ সৃষ্টিকাৰী বেজবৰুৱা আৰু এই হাস্যৰসাত্মক আৰু ব্যঙ্গ ৰচনাৰ সৃষ্টিকাৰী বেজবৰুৱা দুজন সম্পূৰ্ণ ভিন্ন ব্যক্তি যেন লাগিব। বাহ্যিক দৃষ্টিৰে চালে এজন বেজবৰুৱাৰ মাজতে কেবাজনো ব্যক্তিয়ে কাম কৰা যেন লাগিব। কিন্তু তেওঁৰ জীৱন-দৰ্শন উপলব্ধি কৰিব পাৰিলে বেজবৰুৱাৰ ব্যক্তিত্ব কেতিয়াও খণ্ডিত বুলি ক'ব নোৱাৰি। প্ৰকৃততে, গভীৰ চিন্তাশীল লিখকেহে সাৰ্থক হাস্যৰস আৰু শ্লেষৰ সৃষ্টি কৰিব পাৰে; তেওঁলোকৰ উদ্দেশ্য হ'ল সেইবোৰৰ যোগেদি সমাজক শুদ্ধ কৰা আৰু এক শ্ৰেণীৰ লোকৰ ভুলবোৰ দেখুৱাই সুধৰাই তেওঁলোকক সমাজৰ সৰ্বাঙ্গীন হিতৰ বাবে নিয়োগ কৰা। বেজবৰুৱাৰ তত্ত্বকথা বাশিৰ উদ্দেশ্য হ'ল অসমীয়া সমাজৰ ঘাই ভিত্তি বৈষ্ণৱ সাহিত্য আৰু চিন্তাক পুনৰ আৱিষ্কাৰ কৰি সঙ্গতিবিহীন বৰ্তমানৰ অসমীয়া সমাজক উদ্বুদ্ধ কৰা আৰু হাস্যৰসাত্মক ৰচনাৰাশিৰ লক্ষ্য হ'ল ইংৰাজী শিক্ষা পাই বিদেশী আদব-কায়দা শিকি অসমীয়া জাতীয় জীৱনৰ পৰা আঁতৰি অহা এক শ্ৰেণীৰ লোকক বৃহত্তৰ কামৰ বাবে প্ৰস্তুত কৰা আৰু সমাজৰ অন্ধ-বিশ্বাসবোৰৰ নিৰ্মূল সাধন কৰি সমাজক শুদ্ধ কৰা। গতিকে দুয়োটা প্ৰচেষ্টাৰে লক্ষ্য প্ৰায় একেই; সাহিত্যৰ প্ৰকৃত ধৰ্ম ৰক্ষা কৰাত তেওঁৰ সাময়িক অক্ষমতাৰ বাবে সেই আঘাতপ্ৰাপ্ত 'চাহাব' হ'ব খোজা লোকসকলৰ প্ৰতি অৱশ্যে তেওঁৰ সহানুভূতি প্ৰদৰ্শন যথেষ্ট পৰিমাণৰ নহ'ব পাৰে। এই ক্ষেত্ৰত প্ৰকৃততে তেওঁ জানো হাঁহিছিল? এই হাঁহি আচলতে প্ৰকৃত হাঁহি নহয়, এই হাঁহি কান্দোন লুকুৱাবৰ বাবে মৰা হাঁহি। অসমীয়া জাতিটোক তেওঁ গভীৰভাৱে ভাল পাইছিল আৰু সেইকাৰণে হাকিম-পুত্ৰই

গাঁৱলীয়া পিতাকক অপমান কৰা বা ইংৰাজী শব্দ জনা জনে অশিক্ষিত পত্নীৰ লগত ইংৰাজী ভাষাৰে 'প্ৰেম কৰা' আদি বৈসাদৃশ্য বা বিসঙ্গতি তেওঁ কোনোপধ্যেই সহ্য কৰিব নোৱাৰিছিল আৰু তেনে লোকৰ বিৰুদ্ধে তেওঁৰ আঘাত হৈ পৰিছিল নিৰ্মম। বেজবৰুৱাক প্ৰকৃতভাৱে উপলব্ধি কৰিব নোৱাৰাৰ বাবে এক শ্ৰেণীৰ সমালোচকে মত প্ৰকাশ কৰে যে বেজবৰুৱাৰ 'বুৰ্জোৱা মনোবৃত্তি'য়ে গাঁৱৰ নতুন শিক্ষা পোৱা লোকসকলক সহ্য কৰিব নোৱাৰিছিল, তেওঁ অন্যৰ উচ্চ-শিক্ষা লাভক ঈৰ্ষাৰ দৃষ্টিৰে চাইছিল। সেইটো সত্য হোৱাহেঁতেন তেওঁ অজস্ৰ গৰীব গাঁৱলীয়া মুনিহ-তিৰোতাক নিজৰ ৰচনাত অমৰ কৰি নগ'লহেঁতেন। তেওঁ কেৱল ন-শিক্ষিতসকলকে আঘাত কৰা নাছিল, গাঁৱৰ অন্ধবিশ্বাসত বুৰি থকা অশিক্ষিত লোকৰ বৈষম্যকো সমানে আঘাত কৰিছিল। তেওঁ লিখিছিল, "কোনো লোকৰ গাত, কোনো সমাজৰ গাত বা কোনো জাতিৰ গাত যদি তুমি ঘা দেখিলা, তেন্তে তত্তালিকে নেমুটেঙাৰ ৰসত বিদ্ৰূপাত্মক বা ব্যঙ্গসূচক কৰিতা খৰাই তাত চটিয়াই দিব পাৰা। এই ঔষধ প্ৰয়োগ কৰা বাবে যদি ৰোগীয়ে ৰবকৈ চেঙালুটি পাৰে, তেনেহ'লে তেওঁৰ কাণৰ ওচৰত 'সহিলে সম্পদক পায়' আৰু 'ধৈৰ্য্যগুণ' এই কথা সোঁৱৰাই ঠাইতে তুমি আঁতৰ হবা। নহ'লে তেওঁক কান্ধক ল'ব লাগিব।" এয়া হ'লে তেওঁ ব্যঙ্গৰ মূল কথা। অৱশ্যে তেওঁৰ ব্যঙ্গ আছিল আঞ্চলিক আৰু গ্ৰাম্যজীৱনৰ পৰা নগৰীয়া জীৱনলৈ গতি কৰা যুগত ব্যৱহৃত। (তেনে সময়ছোৱাতে নতুন শিক্ষা পোৱা এক শ্ৰেণীৰ লোকক ব্যঙ্গৰে থকা-সৰকা কৰিবলৈ সহজ।) আজিৰ দিনত প্ৰত্যেক গাঁৱতেই যেতিয়া উচ্চ-শিক্ষিত ব্যক্তিৰ সংখ্যা ইমান বেছি, তেতিয়া তেনে হাস্য বা ব্যঙ্গৰ প্ৰয়োজন নেথাকে। গতিকে তেনে ব্যঙ্গৰ প্ৰয়োজন আমাৰ বাবে শিথিল হৈ অহাটো স্বাভাৱিক। কিন্তু সেই কালত তাৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰাৰ সাধ্য কাৰো নাই।

সাংবাদিক হিচাপেও অসমত বৰ্তমানলৈকে লক্ষ্মীনাথ বেজবৰুৱাৰ তুলনা নাই। সাংবাদিকতাকো তেওঁ নিয়োগ কৰিছিল স্বদেশৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে। পদ্মনাথ গোঁহাইবৰুৱাৰ দ্বাৰা সম্পাদিত "উষা" আলোচনীত বেজবৰুৱাই 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাৱৰ্তন' শিতানত "এংলো-ইণ্ডিয়ান" নামৰ এটা প্ৰবন্ধ লেখিছিল। এংলো-ইণ্ডিয়ান মানে তেওঁ ভাৰতক শাসন কৰা বৃটিছসকলকে প্ৰধানকৈ বুজাইছিল। প্ৰবন্ধটোৰ মূল কথাখিনি হ'ল ঃ এংলো-ইণ্ডিয়ান সকলে বান্দৰৰ দৰে জামু গছত উঠি জামু খাই থাকে আৰু তলৰ সকলে খুজিলে

তেওঁলোকে প্ৰায়ে নিদিয়ে, দিলেও ধেনা চাই এটা বা দুটা কেতিয়াবা দিলেও দিয়ে।—এই প্ৰবন্ধ পঢ়ি অসমৰ তেতিয়াৰ শাসকসকলে ভয়ঙ্কৰ খঙেৰে "উষা"ৰ প্ৰকাশ বন্ধ কৰি দিলে। কেইটামানৰ পিছত গোঁহাইবৰুৱাই সেই প্ৰবন্ধটোৰ বাবে দুখ প্ৰকাশ কৰিলে আৰু "উষা"ক পুনৰ প্ৰকাশ কৰিলে। "উষা" বন্ধ হৈ থকা কালতে বেজবৰুৱাই "বাঁহী" আলোচনী কলিকতাৰ পৰা ১৯০৯ চনত প্ৰকাশ কৰিলে। অন্যায় কৰা আৰু অন্যায় সহ্য কৰা—একে ধৰণৰে দোষ বুলি বেজবৰুৱাই জানিছিল আৰু প্ৰকৃত সাংবাদিকৰ এয়েই হ'ল ডাঙৰ গুণ। ইংৰাজ শাসকসকলক কঠোৰভাৱে সমালোচনা কৰি লৈয়ো তেওঁ তেতিয়াৰ দিনত ভয় নকৰিছিল আৰু তাৰ মূলতে আছিল তেওঁৰ গভীৰ স্বদেশপ্ৰীতি। "বাঁহী"ৰ যোগেদি তেওঁ সমাজৰ অন্যায়-বিসঙ্গতি-শোষণৰ বিৰুদ্ধে যুঁজিছিল, অসমৰ অতীত গৌৰৱক পুনৰাবিষ্কাৰ কৰি সুপ্ত অসমীয়া জাতিক উদ্বুদ্ধ কৰিছিল, ভাষাৰ শুচিতা ৰক্ষা কৰিছিল, নতুন লেখকসকলৰ ৰচনা প্ৰকাশ কৰি অসমীয়া সাহিত্য সকলো পৰ্যায়তে চহকী কৰিছিল আৰু অসমতে জন্ম লৈ অসমক পাহৰিবলৈ লোৱা এক শ্ৰেণীৰ ইংৰাজী-শিক্ষিত "চাহাব"ক নিৰ্মমভাৱে আঘাত কৰিছিল। "বাঁহী" প্ৰকৃততে এখন আলোচনী নাছিল, ই আছিল অসমৰ বিবেকস্বৰূপ। আধুনিক অসমৰ জাতীয়তাৰ স্বৰ্ণখচিত বেদীত "বাঁহী"ৰ প্ৰকৃত স্থান।

পথ-প্ৰদৰ্শক বিখ্যাত সাহিত্যিকৰ জীৱনৰ বন্ধন-ছিন্নতা এক ডাঙৰ অধ্যায়। বেজবৰুৱাই নিজৰ অসমীয়া সমাজ, পৰিয়াল আৰু সমাজৰ পুৰণি ৰীতি-নিয়মৰ বন্ধন ছিন্ন কৰি এক নতুন অসমীয়া সমাজৰ ভিত্তি স্থাপন কৰি গৈছে। তেওঁৰ মন বৰ বেছি ধৰণে স্বাধীন নোহোৱা হ'লেতেন এই মহৎ কৰ্ম সম্ভৱ নহ'লহেতেন।

জাতীয় নেতা হিচাপে লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান অসমত সুপ্ৰতিষ্ঠিত, অক্ষয়। কিন্তু সাহিত্যৰ বুৰঞ্জী অতি নিষ্ঠুৰ, ই কেৱল অতি যোগ্য সাহিত্যিককহে নিজৰ বুকুত আশ্ৰয় দিব। গতিকে বেজবৰুৱাৰ সাহিত্যৰ প্ৰকৃত মূল্যায়ন বৰ্তমান আৰম্ভ হ'ব আৰু তেওঁৰ সকলো ৰচনা বৰ্তমান প্ৰকাশ হোৱা বাবে সমালোচকসকল উপকৃত হ'ব। কিন্তু কেইজনমান যোগ্য লেখকে এই সময়ত বেজবৰুৱা-সাহিত্যৰ সমালোচনাৰ প্ৰকৃত ধাৰাটো নিৰ্ণয় কৰি দিলে বেজবৰুৱা আৰু অসমীয়া সাহিত্যৰ বাবেই এক ডাঙৰ অৰিহণা যোগোৱা হ'ব।

চন্দ্ৰপ্ৰসাদ শইকীয়া

# বেজবৰুৱাৰ জীৱন-আলেখ্য

## নৱকান্ত বৰুৱা

গাত ছাটি মাৰি লোৱা শেল দিয়া আলোৱান খনেৰে লক্ষ্মীনাথ বেজবৰুৱাৰ যিখন আৱক্ষ চিত্ৰ আজিকালি প্ৰচলিত, সেইখনৰ ভাব-ভঙ্গী সকলো এজন ভাৰতীয় সম্ভ্ৰান্ত লোকৰ। তেনে চিত্ৰ দেখা যায় দেশভক্ত চিত্তৰঞ্জনৰ, মতিলাল নেহৰুৰ, দ্বিজেন্দ্ৰলাল ৰায়ৰ—আৰু বহুতৰ। সেই একে ধৰণেৰে চাদৰ লোৱা সম্ভ্ৰান্ত পুৰুষ-মূৰ্তি মহেশ্বৰ নেওগদেৱৰ ভাস্কৰ্য্যতো আছে। ওখ কপাল, ধেনুভিৰীয়া চেলাউৰি, টানকৈ হেচা মাৰি ৰখা পূৰঠ কোৱাৰি, গম্ভীৰ দৃষ্টি আৰু ঈষৎ উন্নত গ্ৰীৱা-ভঙ্গীৰে লক্ষ্মীনাথৰ আৱক্ষ-মূৰ্তিয়ে পৰিচয় দিয়ে চাৰিত্ৰিক গাম্ভীৰ্য আৰু সম্ভ্ৰমবোধৰ। দেখিলেই হাঁহি উঠা 'ৰসিক' শ্ৰেণীৰ চেহেৰা লক্ষ্মীনাথৰ নহয়। জাতীয় সম্ভ্ৰম ৰক্ষাৰ যুদ্ধত ব্যঙ্গ হাঁহি তেওঁৰ অস্ত্ৰহে—তেওঁৰ আঙ্গিক চৰিত্ৰ নহয়।

আকৌ এই ছবিখনৰ বেশ-ভূষা হেনো বেজবৰুৱাৰ সাধাৰণ বেশ-ভূষা নাছিল। জোনাকী যুগৰ সেই প্ৰবসুৱা সাহিত্যিকসকলৰ প্ৰায় সকলোৰে৷েই সাজে-পোছাকে 'চাহাব' আছিল। এণ্ট্ৰেন্স পাছ কৰি প্ৰথম কলিকতালৈ পঢ়িবলৈ যাওঁতেই পদ্মনাথ গোহাঞিবৰুৱায়ো চুট পিন্ধিহে জাহাজত উঠিছিল। সেই যুগৰ কলিকতীয়া ছাত্ৰ এজনৰো চোলা-চুৰিয়া পিন্ধা ফটোগ্ৰাফ সততে চকুত নপৰে। বেজবৰুৱাৰ 'জীৱন-সোঁৱৰণ'ত তেওঁৰ নিজৰ চাহেবিয়ানাৰ যথেষ্ট বৰ্ণনা আছে। বেশ-ভূষা, আচাৰ-ব্যৱহাৰত তেওঁ বঙালী, আনকি ভাৰতীয় হোৱাতকৈ চাহাব হৈ থাকিবলৈহে হেনো বেছি ভাল পাইছিল। কিন্তু তেওঁৰ এতিয়া যি ছবিটো অসমীয়া মানুহে বেছিকৈ দেখিছে সেইটো কোনো ইংৰাজ-বেশী ভাৰতীয়ৰ নহয়; সম্পূৰ্ণৰূপে ভাৰতীয় এজন সম্ভ্ৰান্ত লোকৰ। তেনেদৰেই

সম্ভৱতঃ তেওঁৰ সাহিত্যত পশ্চিমৰ প্ৰভাৱ থাকিলেও সেই সাহিত্য-পাঠৰ ফল-শ্ৰুতি হিচাবে যিজন দ্ৰষ্টাৰ কথা মনলৈ আহে তেওঁ সম্পূৰ্ণৰূপে ভাৰতীয়হে। ভাৰতীয় জীৱনধাৰাৰ যিটো সুঁতি অসমত প্ৰচলিত আছিল, তেওঁ তাৰেই প্ৰকৃত প্ৰতিভূ।

বেজবৰুৱাৰ জন্মৰ সময়ত দেশত ইংৰাজ শাসনৰ ভৰপক। এই শাসনে দেশলৈ শান্তি আৰু শৃংখলা আনিলেও আমোলাতন্ত্ৰৰ এটা আনুষংগিক উপসৰ্গই অসমীয়া মানুহৰ মনত হতাশাৰ সৃষ্টি কৰিছিল। অনা-চৰকাৰী হিচাবে অসমীয়া সাহিত্য-সৃষ্টিৰ ধাৰা প্ৰৱৰ্তন হৈছিল ,যদিও অসমীয়া ভাষাই বিদ্যালয় আৰু আদালতত স্থান পোৱা নাছিল। ব্যৱহাৰিক প্ৰয়োজনীয়তাৰ অভাৱত অসমীয়া ভাষা-চৰ্চা দেশপ্ৰেমমূলক কাৰ্য হিচাবেহে স্বীকৃত হৈছিল। সেই কাৰণে 'অৰুণোদয়'ৰ আধা-ফুটা অসমীয়া ভাষাক কোনেও অনাদৰ কৰা নাছিল। নিধি লেৱি ফাৰোৱেলৰ ৰচনাত হিন্দুধৰ্মৰ যথেষ্ট নিন্দা থকা সত্ত্বেও অৰুণোদয়ৰ বিৰুদ্ধে কোনো ধৰ্মীয় আন্দোলন হোৱা নাছিল। সেইবাবে এতিয়ালৈকেও দেখা যায় যে, অসমীয়া মানুহৰ দেশপ্ৰেম ঘাইকৈ মাতৃ-ভাষা-প্ৰীতি সঞ্জাত। লক্ষ্মীনাথ বেজবৰুৱাও জাতীয় বীৰ হিচাবে সকলোৰে উদাত্ত কণ্ঠৰ স্বীকৃতি পোৱাৰ মূলতে অসমীয়া ভাষাটোৰ প্ৰতি থকা তেওঁৰ নিগূঢ় ভক্তি আৰু ভাল পোৱা।

লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম অসমৰ এটা সম্ভ্ৰান্ত পৰিয়ালত। তেওঁৰ পূৰ্ব-পুৰুষসকলে আহোম স্বৰ্গদেউসকলৰ কায়-মনৰ কুশল বিহিবলৈ থাপি ৰখা বিষয় লোৱা কৰিছিল। আনকি লক্ষ্মীনাথৰ পিতৃদেৱ দীননাথ বেজবৰুৱাও এজন ৰাজ-স্বীকৃত বৈদ্য আছিল। অসমৰ শেষ ৰজা পুৰন্দৰ সিংহই ৰাজসভাত ৰীতিমতে বৈদ্য-শাস্ত্ৰত পৰীক্ষা কৰাই ৰজাঘৰীয়া বেজৰ পদপ্ৰাৰ্থীসকলৰ ভিতৰত শ্ৰেষ্ঠ স্থান দি নিয়ম মতে কামাখ্যাৰ মন্দিৰত শপত খুৱাই বেজবৰুৱা পাতিছিল। ভাওৰীয়া দীননাথ বেজবৰুৱাই তেওঁৰ তেৰ জন ল'ৰাৰ প্ৰত্যেককে বৈদ্য-শাস্ত্ৰত কিছু শিক্ষা দিবলৈ যত্ন কৰিছিল। কিন্তু তেওঁৰ পুত্ৰ বিলাতফেৰত ডাক্তৰ হ'ল, কবিৰাজ এজনো নহ'ল। লক্ষ্মীনাথৰ ককায়েক ডাঃ গোলাপচন্দ্ৰ বেজবৰুৱা বিদেশত শিক্ষিত প্ৰথম অসমীয়া চিকিৎসক সকলৰ অন্যতম। দীননাথ বেজবৰুৱাই মনৰ ক্ষোভত কনিষ্ঠ পুত্ৰ লৰুণক ইংৰাজী শিক্ষা নিদি কবিৰাজী শিকাইছিল। কিন্তু দুখৰ বিষয় যে অকালতে মৃত্যুৰ মুখত পৰিবলগীয়া হোৱাত তেওঁ পিতৃৰ মনোবাঞ্ছা পূৰণ কৰিব নোৱাৰিলে।

ৰাজবৈদ্য হ'লেও আৰু নিজেই এটি ঔষধালয় পৰিচালনা কৰিলেও দীননাথ বেজবৰুৱাই কবিৰাজীক জীৱিকাৰ উপায় হিচাবে গ্ৰহণ কৰিবলগীয়া হোৱা

নাছিল। আন আন শিক্ষিত সম্ভ্ৰান্ত মানুহক দিয়া দি ইংৰাজ চৰকাৰে তেখেতক ওখ খাপৰ ৰাজকীয় বিষয় খাবলৈ দিছিল। অসমৰ বিভিন্ন ঠাইত ইংৰাজ চৰকাৰৰ মুন্সিফ হিচাবে কাম কৰি অৱসৰ লৈ শিৱসাগৰত থিতাপি লাগিছে তেখেতে বৈদ্য-শাস্ত্ৰৰ প্ৰতি মনোযোগ দিছিল। ডাঙৰীয়াৰ টোল বুলিলে যি ছবি মানুহৰ মনলৈ আহে, দীননাথ বেজবৰুৱাৰ পৰিয়ালত তাক সম্পূৰ্ণকৈ দেখা গৈছিল। দুগৰাকী পৰিবাৰ, তেৰটি ল'ৰা আৰু চাৰিজনী ছোৱালী আৰু বন্দী-বেটীৰে সৈতে এখন ভৰা ঘৰ; তাৰ উপৰি চিৰস্থায়ী কুটুম, আলহীৰে তেওঁৰ ঘৰ উদুলি-মুদুলি। কিন্তু সেইখন সংসাৰত বিষয়-চিন্তা নে ধৰ্ম-চৰ্চা, কোনটো প্ৰধান সেইটো ভাবি উলিওৱা টান। ডাঙৰীয়া নিজে নৈষ্ঠিক মানুহ, গোসাঁই ঘৰত দিনটোৰ তিনি প্ৰসঙ্গ কৰাৰপৰা শালগ্ৰাম পূজালৈকে সকলোখিনি তেওঁ নিজেই সামৰে। শ্ৰীনাথ আৰু লক্ষ্মীনাথ দুয়ো দেউতাকক সহায় কৰাৰ উপৰিও নিজে ভোৰতাল লৈ নাম-গুণ গায়। লক্ষ্মী-নাথৰ জীৱন-সোঁৱৰণত দিনটোত যিমানবাৰ গাধোৱাৰ কথা উল্লেখ আছে সি যি কোনো সত্ৰৰ ভকতীয়া দৈনন্দিন ক্ৰিয়া-পদ্ধতিৰ লগত তুলনীয়। তেনে এটা সত্ৰীয়া পৰিবেশে লক্ষ্মীনাথৰ জীৱনত অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি যি এটা গভীৰ উপলব্ধি আনি দিলে সেইটো তেওঁৰ বিদেশী শিক্ষা, প্ৰবসুৱা জীৱন-যাপন আৰু বিজতৰীয়া পোছাকে তল পেলাব নোৱাৰিছিল। পৈতৃক গোসাঁই ঘৰত ভাদ-মহীয়া চৰিত-তোলা প্ৰথা দেখিয়েই হয়তো শঙ্কৰদেৱ আৰু মাধৱদেৱৰ জীৱন-চৰিত প্ৰচাৰ কৰাৰ কথা লক্ষ্মীনাথৰ মনলৈ আহিছিল।

দীননাথ বেজবৰুৱাৰ ভৰা ঘৰ। তেখেতৰ তেৰজন ল'ৰাৰ ভিতৰত লক্ষ্মীনাথ পঞ্চম। লক্ষ্মীনাথৰ মাতৃ থানেশ্বৰী দেৱী দীননাথৰ দ্বিতীয়া পত্নী। লক্ষ্মীনাথৰ ডাঙৰ ককাইদেউ ব্ৰজনাথ, গোবিন্দচন্দ্ৰ আৰু গোলাপচন্দ্ৰ তেওঁতকৈ বহুত ডাঙৰ। তেওঁলোকে কলিকতাত পঢ়ি থাকোঁতে লক্ষ্মীনাথৰ বিদ্যাৰম্ভ হৈছিলহে মাথোন। বক্ষত ঘৰলৈ আহি পঢ়া-শুনাৰ কথা সোধাৰ কাৰণে এই ককাইদেউ কেইজনৰ শৈশৱ-স্মৃতি বেজবৰুৱাৰ বাবে বৰ আনন্দদায়ক নাছিল। আন কেইজন ককাই-ভাই হ'ল—গোপালচন্দ্ৰ, বিনন্দচন্দ্ৰ, জগন্নাথ, জয়কৃষ্ণ, শ্ৰীনাথ, লক্ষ্মীনাথ আৰু লক্ষ্মণ। লক্ষ্মীনাথৰ চাৰিগৰাকী বাই-ভনীক সকলো বিয়া দিয়া হৈছিল। পিছলৈ বেজবৰুৱা পৰিয়ালত বঙলুৱা ৰীতি-নীতি সোমোৱা বুলি তেওঁলোকৰ শহৰেকৰ ঘৰসমূহে অহা-যোৱা কৰাটো পছন্দ কৰা নাছিল। চতুৰ্থ গৰাকী বাল-বিধৱা; দেউতাক দীননাথ বেজবৰুৱাই পেঞ্চন পোৱাৰ কেইমাহমান পিছতেই তেওঁৰ মৃত্যু হয়। লক্ষ্মীনাথৰ জীৱনত ককাই-ভাইৰ প্ৰভাৱ বিস্তৰ, বাই-ভনীৰ প্ৰভাৱ কম।

লক্ষ্মীনাথ বেজবৰুৱাৰ জন্মৰ ঘটনাটোৱে সেই সময়ছোৱাৰো এটা চিনাকি দিয়ে। মুন্সিফ দেউতাকে নগাঁৱৰপৰা বৰপেটালৈকে বদলি হৈ যাওঁতে লক্ষ্মী-পূর্ণিমাৰ সন্ধ্যা লুইতৰ পাৰৰ আঁহতগুৰিৰ চাপৰিত নাৱৰ বুকুতে লক্ষ্মীনাথ 'নৌকাস্থ' হোৱাৰ কাহিনীৰপৰা সেই সময়ৰ যাতায়াতৰ ব্যৱস্থা কেনে আছিল তাক সহজে জানিব পাৰি। মটৰগাড়ী তেতিয়াও ওলোৱা নাই; ৰেলগাড়ীয়ে ভাৰতৰ কোনো কোনো অংশত দেখা দিলেও অসম চুকি পোৱাহি নাই। ব্ৰহ্মপুত্ৰৰ বুকুৰেদি ডাক-জাহাজৰ ব্যৱস্থা নাই। আনকি, সদাগৰী জাহাজো তাৰ কিছুদিন পিছতহে নিয়মীয়াকৈ চলিবলৈ আৰম্ভ কৰে। এতেকে স্থলপথৰ যান-বাহন হিচাবে ব্ৰহ্মপুত্ৰৰ বুকুৰেদি চলা নাৱেই আছিল একমাত্ৰ সম্বল।

বেজবৰুৱাই 'জীৱন-সোঁৱৰণ'ত লেখিছে, তেওঁৰ জন্ম তাৰিখ ১৮৬৮ চনৰ নবেম্বৰ মাহ। লক্ষ্মী-পূৰ্ণিমাৰ দিনা জন্ম হোৱা বাবে তেওঁৰ নাম লক্ষ্মীনাথ থোৱা হৈছিল বুলি বেজবৰুৱাই নিজেই উল্লেখ কৰি গৈছে। তেওঁৰ যে জন্ম-পত্ৰিকা নাছিল সেই বিষয়েও ধেমেলীয়া বিদ্ৰূপৰ সুৰত মন্তব্য কৰিছে। জন্ম-পত্ৰিকা হেৰালেও নিজৰ ৰাশিটো লক্ষ্মীনাথে নিশ্চয় পাহৰা নাছিল। ৰাশিমতে লক্ষ্মীনাথ আৰু লক্ষ্মী-পূজাত জন্ম হোৱা বাবে লক্ষ্মীনাথ—এনে কাক-তালীয় সংযোগ বৰ কৌতুকপূৰ্ণ।

লক্ষ্মীনাথে প্ৰথম মাটিত ভৰি দিয়ে বৰপেটাত আৰু তাতে তেওঁৰ শৈশৱৰ চাৰিটি বছৰ কটায়। শিশুকালতেই দেখা বৰপেটাৰ কীৰ্তন-ঘৰৰ বৰখুটাত লগোৱা সহস্ৰ বন্তি আৰু কীৰ্তন-ঘৰৰ কাঠীত বহি বুঢ়ী ভকতনীসকলৰ নামগোৱা দৃশ্যৰ প্ৰভাৱ তেওঁৰ ভৱিষ্যত জীৱনত দেখা যায় বুলি তেওঁ নিজেই ভাবিছিল। শৈশৱৰ সোঁৱৰণিৰপৰা ধৰ্মভাৱ কিমান জাগৰিত হৈছিল, কোৱা টান। কিন্তু বৰপেটাৰ বানপানীৰ বিচিত্ৰ অভিজ্ঞতাই অসমৰ এটা বিশিষ্ট ৰূপ তেওঁৰ চকুৰ আগত নিশ্চয় দাঙি ধৰিছিল। বৰপেটাৰ বেজবৰুৱা পৰিয়ালৰ তত্বাৱধানৰ দায়িত্ব লৈছিল তেওঁলোকৰে আত্মীয় ৰবিনাথ মজুমদাৰ বৰুৱাই। ৰবিনাথ বৰুৱা জাতে-পাতে অসমীয়া। তেওঁ আছিল ল'ৰাহঁতৰ সাধুৰ ধুনুপাক, পুৰণি গীত-মাতৰ ভঁৰাল আৰু ল'ৰা-ছোৱালীক শাসন কৰাত অলপ অপ্ৰয়োজনীয়ভাৱে তৎপৰ।

১৮৭৪ চনত দীননাথ বেজবৰুৱা তেজপুৰলৈ বদলি হয়। বৰপেটাৰপৰা তেজপুৰলৈ নাৱেৰে যোৱা অভিজ্ঞতাটো লক্ষ্মীনাথৰ কাৰণে সঁচাই মূল্যবান আছিল। নাওৰ বুকুৰপৰা হাতীমূৰা পৰ্বত, পোৱা পৰ্বত আৰু শিঙৰি পৰ্বতৰ

দৃশ্যৰ লগত লক্ষ্মীনাথৰ তেতিয়াই চিনাকি ঘনিষ্ঠ হৈছিল। তেজপুৰৰ পৰ্বতৰ ওখ-চাপৰ টিলাবোৰ আৰু বগা মোহনীয় বাৰীৰ বাট-পথবোৰ বিজৰ মাজত থকা বৰপেটাতকৈ বেলেগ। অসম দেশৰ ভৌগোলিক বিচিত্ৰতাৰ চিনাকি সম্ভৱতঃ লক্ষ্মীনাথে এনেকৈয়ে পায়। তেজপুৰৰ সোঁৱৰণি বেজবৰুৱাৰ বাবে অতি মধুৰ। তেওঁলোকৰ ঘৰৰ কাষৰ মুকলি ঠাই এডোখৰত সুন্দৰ সুগন্ধি ফুলেৰে ভৰি থকা চেপাই তিতাৰ সৰু সৰু গছবোৰৰ কথা তেওঁ 'জীৱন-সোঁৱৰণ'ত লেখিছে। দেউতাকৰ সৈতে তেওঁ এবাৰ নিকামুল সত্ৰলৈ গৈছিল। তেজপুৰৰ ওচৰৰ কুমাৰসকল আহি তেওঁলোক উমলিবলৈ জুনুকা আৰু ভুৰুকা দিছিল। তেজপুৰতেই লক্ষ্মীনাথৰ ভায়েক লক্ষণৰ জন্ম হয়। লক্ষণৰ জন্মৰ দিনচেৰেকৰ পিছতেই তেওঁলোকৰ ঘৰতে আহিনী বান্দীযো এটি ল'ৰা জন্ম হয়। আহিনীৰ ল'ৰাৰ নাম ৰখা হয় টৌৰাম। দীননাথ বেজবৰুৱাই পুতেকলৈ বিলাতী পেৰেম্বুলেতৰ আনি দিয়াৰ লগতে টৌৰামৰ কাৰণেও কাঠৰ ঘিলা দিয়া কাঠৰ বাকচৰ গাড়ী এখন সজাই দিছিল।

ৰবিনাথ ককাৰ প্ৰভাৱ লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনত অসীম আৰু এই প্ৰভাৱ প্ৰকৃততে তেজপুৰত থকা কালৰপৰাহে আৰম্ভ হৈছিল। টকলা মাজ মূৰটোত একোচা দীঘল টিকনিৰে দুকুৰি বছৰীয়া এই ডেকা ককাজনৰ গীত-মাত আৰু সাধুকথাৰ মৰ্ম এতিয়াহে লক্ষ্মীনাথে বুজি পোৱা হৈছিল। ৰবিনাথ ককা ল'ৰাহঁতৰ ধেমালিৰ লগৰীয়া, কাৰ্যৰ অভিভাৱক, সাধুকথাৰ কুকি আৰু মহাভাৰত, ৰামায়ণ আৰু পুৰাণৰ গল্পৰ টোপোলা। ৰবিনাথে ৰবৰুঢ়া, মাজুবুঢ়া, সৰুবুঢ়া আদি ভূতৰ সাধু কৈ ল'ৰাহঁতক ভয় খুৱায়। শেষলৈ গৈ ভয় খুউৱাৰ মাত্ৰা ইমানে চৰিল যে, ল'ৰাহতে আৰু তেওঁৰ ভূতলৈ ভয় নকৰা হ'ল।

অন্যান্য বিষয়ত দীননাথ বেজবৰুৱাই ল'ৰা-ছোৱালীকেইটিৰ ওপৰত অভিভাৱকত্ব এৰি দিলেও, তেওঁ দুটা বিষয়ত সততে নজৰ ৰাখিছিল। এটা হ'ল নিয়মানুৱৰ্তিতা আৰু আনটো হ'ল প্ৰাত্যহিত ধৰ্মকাৰ্য। ব্ৰহ্মমুহূৰ্ততে দেউতাকে ল'ৰা-ছোৱালীহঁতক বিচনাৰপৰা তুলি দিয়ে, যিটো ৰবিনাথৰ পক্ষে সম্ভৱ নাছিল, কিয়নো তেওঁ আছিল টোপনি-গধুৰ। বেজবৰুৱা পৰিয়াল ভাত খাবলৈ বহা সময়খিনি এখন সভাৰ লগতে তুলনা কৰিব পাৰি। সেই সময়খিনিৰ ভিতৰতে অন্যান্য কাজ-কামত ব্যস্ত হৈ থকা দেউতাকে ল'ৰা-ছোৱালীহঁতৰ খা-খবৰ লয়। ৰবিনাথ ককায়ো তেওঁৰ তত্ত্বাৱধানত থকা ল'ৰা-ছোৱালীকেইটিৰ ৰিপোৰ্ট এই ছেগতে পেছ কৰে। এইদৰে জাকৰুৱা সংসাৰত লক্ষ্মীনাথৰ মনটো ব্যক্তি-কেন্দ্ৰিক হ'বলৈ কেতিয়াও সুচল নাপালে বুলিয়েই মনে ধৰে। তেওঁৰ জীৱন,

সাহিত্য, সকলোতে তেওঁ এজন এক্সট্ৰোভাৰ্ট হিচাপে দেখা পোৱাৰ কাৰণ তেওঁৰ এই পাৰিবাৰিক জীৱনতে লক্ষ্য কৰিব পাৰি।

১৮৭৪ চনত লক্ষ্মীনাথ দেউতাকৰ লগত লক্ষ্মীমপুৰলৈ যায়। আকৌ মাতৃভূমীৰ কাষেদি কৰা নৌকাযাত্ৰাৰ বিচিত্ৰ অভিজ্ঞতা। লক্ষ্মীমপুৰত গৈ তেওঁলোকে এঘৰত কেইদিনমান আলহী থাকি তাৰ পিছত নিজাকৈ ঘৰবাৰী সজাই বসতি আৰম্ভ কৰিলে। এইখিনি সময়ত ছয়-সাত বছৰীয়া লক্ষ্মীনাথ ইফালে সিফালে টোপলি মেলি ফুৰে। অলপ দূৰতে সিদ্ধেশ্বৰ সোণাৰিৰ ঘৰ। সোণাৰিয়ে গড়শালত সোণৰ গহনা সাজি থাকে আৰু ওচৰতে বৈ ৰ লাগি চাই থাকে লক্ষ্মীনাথে। অলংকাৰৰ গঢ় দেখি বালক লক্ষ্মীনাথৰ মনত সিদ্ধেশ্বৰৰ প্ৰতি এনে ভাব হৈছিল যে সোণাৰিয়ে ছাগে তেওঁৰ জীয়েক জয়াকো গড়শালত সাজি উলিয়াইছে। জয়া নামৰ এই ছোৱালীটিৰ স্মৃতিৰ চাপ বেজবৰুৱাৰ গল্পত এঠাইত পৰিছে।

আৰু আছিল দুৰ্গেশ্বৰ শৰ্মা খনিকৰ। প্ৰতিমাৰ ভুমুধি সজাৰপৰা ৰহণ লগোৱালৈকে প্ৰতিমা-নিৰ্মাণৰ বিভিন্ন স্তৰত লক্ষ্মীনাথইতে খনিকৰক সহায় কৰি দিছিল। এনেদৰে খনিকৰক ইখন সিখন কৰি সহায় কৰি দিওঁতে লক্ষ্মীনাথে তন্ময় হৈ খনিকৰৰ কাম চাইছিল। মাটিৰ কাম শেষ কৰি খনিকৰে যেতিয়া হাতত তুলিকা লৈ হেঙুল-হাইতালেৰে প্ৰতিমাত ৰং সানি থাকে তেতিয়া লক্ষ্মীনাথে খনিকৰক সোধে, "এই ধুনীয়া ৰংবোৰ ক'ৰপৰা আনিছা ?" সন্ধিয়াৰ হেঙুলীয়া আকাশৰ ফালে আঙুলিয়াই খনিকৰে কয়, "সৌ তাৰপৰা।" লক্ষ্মীনাথ মুগ্ধ হয়। দুৰ্গেশ্বৰে লক্ষ্মীনাথক এটা সুতুলি সাজি দিছিল। সুতুলিৰ সুৰে লক্ষ্মীনাথক আনন্দ দিলেও, ৰবিনাথ ককাৰ কাণত ই যেন বিষহে বৰষিছিল। ৰবিনাথে বাৰে বাৰে সুতুলি ভাঙি পেলায় আৰু লক্ষ্মীনাথেও নিজেই সুতুলি সাজি বজাই বজাই তেওঁক আমনি কৰে। পিছত, দেউতাকক কৈ 'পিঠিৰ ছাল তোলাম' বুলি ভাবুকি দিয়াতহে লক্ষ্মীনাথে সুতুলি সজা বাদ দিলে। দেউতাকৰ ভয়ত লক্ষ্মীনাথে তেনেবোৰ কামৰপৰা বিৰত হোৱা দেখুৱালেও, চল পালেই কিন্তু ছবি আঁকা আৰু মূৰ্তি-সজা কামৰ তলে তলে চৰ্চা কৰিবলৈ নেৰিছিল আৰু পিছত তেওঁ এই বিদ্যাত ব্যুৎপত্তিও লাভ কৰিছিল। ইয়াৰে উদাহৰণ স্বৰূপে আঙুলিয়াব পাৰি যে এসময়ত শিৱসাগৰত তেওঁ বাসৰ পুতলা সাজিছিল আৰু গোসাঁই ঘৰৰ বেৰ মাটিৰে লেপি তাত হেঙুল-হাইতালেৰে এক প্ৰকাৰৰ ফ্ৰেস্ক' ( fresco ) সাজিছিল। আনকি ডাঙৰ বয়সত সম্বলপুৰত এবাৰ 'বাল্মীকি-প্ৰতিভা' নাটৰ

অভিনয় কৰিবলগীয়া হোৱাত অভিনয়ৰ প্ৰয়োজনীয় কালী প্ৰতিমাখন বেজবৰুৱাই নিজে সাজি উলিয়াইছিল।

লক্ষীমপুৰতেই লক্ষ্মীনাথৰ বিদ্যাৰম্ভ হ'ল। ইয়াতো শিক্ষক ৰবিনাথ ককাই। ৰবিনাথ ককায়ে প্ৰথম ক-খ ফলাখন শিকোৱাৰ পিছত যিখন পুথি লক্ষ্মীনাথে পঢ়িব লগা হ'ল সেইখন অসমীয়া নাছিল। কাৰণ তেতিয়াৰ অসমৰ স্কুলবোৰ 'বঙলা স্কুল'হে আছিল। এই 'বঙলা স্কুল'ৰ নাম অসমৰ স্কুল সমূহৰ-পৰা বঙলা ভাষা উঠি যোৱাৰ পিছতো, অৰ্থাৎ সৌ ১৯৩০ চন মানলৈকে অসমীয়া পঢ়াশালিবোৰক 'বঙলা স্কুল' নামেৰেহে জনা গৈছিল। মোদনমোহন তৰ্কালংকাৰৰ 'শিশু-শিক্ষা' সেই সময়ৰ অসম আৰু বঙ্গদেশৰ সৰ্বাধিক প্ৰচলিত লৰা-পুথি। লক্ষ্মীনাথে পাঠ্য-পুথিত অসমীয়া পদ্য পঢ়িবলৈ পোৱা নাছিল, তেওঁ পাইছিল তৰ্কালংকাৰৰ শিশু-কবিতা ঃ

পাখীসব কৰে ৰব ৰাতি পুহাইল।
কাননে কুসুম কলি সকলি ফুটিল॥
ৰাখাল গৰুৰ পাল নিয়ে যায় মাথে।
শিশুসব দেয় মন নিজ নিজ পাঠে॥

ঘৰতেই লক্ষ্মীনাথে বঙালী কিতাপৰ যোগেদি বিদ্যা-শিক্ষা আৰম্ভ কৰিলে।

ইংৰাজৰ ৰাজ্যত ইংৰাজী শিকাটো অতি স্বাভাৱিক কথা যেন লাগিলেও ভাৰতৰ বহুত নৈষ্ঠিক হিন্দু আৰু মুছলমানে নিজৰ সতি-সন্ততিক বিদেশী শিক্ষা দিবলৈ বেছি মন কৰা নাছিল। ৰামমোহন ৰায় আৰু লৰ্ড মেক'লে—এওঁলোক দুজনে দুটা সম্পূৰ্ণ বিপৰীত কাৰণত ইংৰাজী শিক্ষাৰ পোষকতা কৰিছিল। মেক'লেই বিচাৰিছিল বৃটিছ-শাসন যন্ত্ৰৰ চকৰি ঘূৰাই ৰাখিবৰ বাবে কিছুমান ইংৰাজী জনা ভাৰতীয় কৰ্মচাৰী আৰু ৰামমোহন ৰায়ে বিচাৰিছিল ইংৰাজী শিক্ষাৰ জৰিয়তে পশ্চিমৰ জ্ঞান-ভাণ্ডাৰ মুকলি কৰিবলৈ। প্ৰথম ইংৰাজী শিকা লোকসকলে অত্যাধিক নিৰ্যাতনো সহ্য কৰিবলগীয়া হৈছিল। আলিগড় বিশ্ব-বিদ্যালয়ৰ প্ৰতিষ্ঠাতা ছাৰ ছয়েদ আহম্মদেও ইংৰাজী শিকাৰ বাবে যথেষ্ট লাঞ্ছনা ভোগ কৰিবলগীয়া হৈছিল। আমাৰ অসমতো পৰিয়ালৰ ভয়ত লুকাই-চুৰকৈহে ইংৰাজী শিকিবলগীয়া হৈছিল। নৈষ্ঠিক ব্ৰাহ্মণ দীননাথ কিন্তু এই বিষয়ত উদাৰ আছিল। ইংৰাজী শিক্ষাক তেওঁ যুগধৰ্ম হিচাবে গণ্য কৰিছিল আৰু সেইবাবে নিজেও ইংৰাজী শিকিছিল। লক্ষীমপুৰত ইংৰাজী স্কুল নথকাৰ কাৰণে তেখেতে নিজে এখন ইংৰাজী স্কুল স্থাপন কৰিছিল। উচ্চশিক্ষা দিবৰ কাৰণে এই সময়তে তেখেতে লক্ষ্মীনাথৰ ককায়েক গোবিন্দ আৰু গোপালক

কলিকতালৈ পঠিয়াইছিল। অৱশ্যে বঙাল দেশত বিদেশীৰ হাতে ভাত খাই জাত যায় বুলি ল'ৰাহতৰ লগত শশধৰ নামৰ ব্ৰাহ্মণৰ ল'ৰা এজনো পঠিয়াইছিল। এবছৰৰ পিছত যেতিয়া বেজবৰুৱা ভাতৃদ্বয়ে শশধৰক অনাৱশ্যক বুলি অসমলৈ ওভোতাই পঠাইছিল, দীননাথ বৰ মৰ্মাহত হৈছিল। তাতে যেতিয়া শুনিলে যে দুই পুতেকে তেওঁলোকৰ টিকনি কাটি পেলালে, তেতিয়া বেজবৰুৱা ডাঙৰীয়াই সঁচাকৈয়ে আন্তৰিক আঘাত পাইছিল।

লক্ষীমপুৰত দীননাথ বেজবৰুৱাৰ মূৰৰ ওপৰেদি এটা বৰ ডাঙৰ দুৰ্যোগ যায়। কিছুমান খল স্বভাৱৰ মানুহে ষড়যন্ত্ৰ কৰি তেখেতৰ বিৰুদ্ধে এটা মোকৰ্দমা তৰে। সেই বিচাৰৰ বাবে ডিব্ৰুগড়লৈ নাৱেৰে যাওঁতে ইফালে ডিব্ৰুগড়ৰ কাচাৰী ঘৰত কোনোবাই জুই দিয়ে। সেই কাৰ্য দীননাথ বেজবৰুৱাৰ প্ৰৰোচনাত হোৱা বুলি তেখেতক ডিব্ৰুগড়ত আটক কৰা হ'ল। মোকৰ্দমা বহুদিন চলিল। শেষত কলিকতাৰপৰা এজন বঙালী বেৰিষ্টাৰ আৰু এজন ইংৰাজ বেৰিষ্টাৰ আনাইহে দীননাথ বেজবৰুৱা সেই মোকৰ্দমাৰ কবলৰপৰা ৰক্ষা পৰে। ঘৰুৱা এই বিপৰ্যয় আৰু অৱশেষত বাহু-মুক্ত হোৱা ঘটনাই শিশু লক্ষ্মীনাথৰ মনত ন্যায়পৰায়ণতাৰ বীজ সুমুৱাই দিয়া নাছিল বুলি কোনে ক'ব পাৰে?

উত্তৰ লক্ষীমপুৰৰপৰা দীননাথ বেজবৰুৱা গুৱাহাটীলৈ বদলি হয় আৰু গুৱাহাটীতেই পোন প্ৰথমে লক্ষ্মীনাথে পড়াশালিত প্ৰবেশ কৰে। স্কুলীয়া জীৱনটো লক্ষ্মীনাথে সমুলি ভাল পোৱা নাছিল। এই ক্ষেত্ৰত তেওঁৰ অভিজ্ঞতা ৰবীন্দ্ৰনাথৰ অভিজ্ঞতাৰ দৰেই। বেজবৰুৱাৰ স্কুলীয়া জীৱনৰ অভিজ্ঞতাৰ কথা তেওঁৰ নিজা উক্তিৰে কৰলৈ হ'লে ঃ

> "স্কুলত সোমায়েই যেই দেখো, কৰধৃত-ঘণিত-শোভিত-বেত্ৰং মাষ্টৰ মহাপ্ৰভুসকলৰ বজ্ৰ-গম্ভীৰ নিনাদ ছাত্ৰসকলৰ সম্মিলিত-সংযত কণ্ঠ-নিসৃত মৃদু-মন্দ গুৰু-গুৰু ধ্বনিৰ কটাহ ভেদ কৰি স্কুল—ঘৰৰ মুধচ পাইছেগৈ, মোৰ ধাউতিও মূৰৰ মুধচত উঠিবলৈ লৰ ধৰে। মোৰ মূৰৰ ব্ৰহ্ম-ৰন্ধ্ৰৰ কাষতে ধাতুটিক এৰি থৈ মই স্কুলত বহি কিবা শিকা-বুজাৰতো কথাই নাই, ঘৰত অলপ অচৰপ যি পঢ়ি-শুনি শিকি-বজি আহোঁ, সিও পাহৰণিৰ পক্ষৱতীত সোমাই মায়া—মৃগ হৈ কৰবালৈ লৰি পলাই গুচি যায়। হায়! স্কুল মোৰ মনত ভয়ৰ ভৱন নহৈ যদি আনন্দভৱন হ'লহেঁতেন আৰু মোৰেই নিচিনা দুৰ্ভগীয়া 'স্কুলাতঙ্কৰোগগ্ৰস্ত' এপ-এটা ল'ৰাৰ-পক্ষেও যদি তেনেকুৱাই

হ'লহেঁতেন, তেন্তে আমাৰ দেশত কি সুস্থ-সবল দেহৰ আৰু মনৰ এচাম প্ৰজাৰ (generation) সৃষ্টি হ'লহেঁতেন। স্কুলত শিক্ষা দিবৰ কঠোৰ নিৰ্মম নিৰস এটা মাথোন ব্যৱস্থাৰ সলনি যদি তাৰ ওলোটা অৱস্থাৰ প্ৰচলিত হ'লহেঁতেন তেন্তে কেনে হাঁহিমুখীয়া কাৰ্যক্ৰম, আৰু নিজৰ সাধ্যৰ সীমাত প্ৰফুল্লিত প্ৰজা চামে চামে বাঢ়ি আমাৰ জন্মভূমিক উজ্জ্বল আৰু [illegible] বত কৰিলেহেঁতেন। দেৱী সৰস্বতীৰ বছৰেকীয়া পূজাৰ উৎসৱ ছা[illegible]ৰ পক্ষে যেনে আনন্দময় হয়——তেওঁৰ দৈনিক পূজাও যদি ছাত্ৰসকলৰ পক্ষে তেনে আনন্দময় হ'লহেঁতেন, তেন্তে তেওঁৰ অক্ষয় জ্ঞান-ভাণ্ডাৰৰ-পৰা জ্ঞান-বস্তুৰ সম্ভাৰ হৰিষ মনেৰে সংগ্ৰহ কৰি কত লোক ধনী আৰু সুখী হব পাৰিলেহেঁতেন।'[১]

সেই স্কুল চেৰাই কলেজ পাই বি.এ. পাচ কৰি আইনৰ পৰীক্ষা দিয়ালৈকে লক্ষ্মীনাথে নিজৰ ধৈৰ্য দেখুৱালে বুলিয়েই কব লাগিব; কাৰণ ৰবীন্দ্ৰনাথৰ দৰে তেওঁ 'স্কুল পালানো ছেলে' নহয়। গুৱাহাটীতে স্কুলীয়া-জীৱন আৰম্ভ কৰিলেও তেওঁৰ স্কুলীয়া-শিক্ষা শিৱসাগৰতহে সমাপ্ত হয়; কাৰণ দেউতাকে গুৱাহাটীতে চৰকাৰী চাকৰিৰপৰা অৱসৰ লৈ শিৱসাগৰলৈ গৈ পৈতৃক ভেটিতে জীৱনৰ বাকীছোৱা কাল কটাবলৈ লয়। স্কুলীয়া ছাত্ৰ হিচাপে লক্ষ্মীনাথ চোকা বুদ্ধিৰ ছাত্ৰ নাছিল বুলি কৈ তেওঁ নিজেই গৰ্ব কৰিছে। পঞ্চম বাৰৰ চেষ্টাতহে এণ্ট্ৰেঞ্চ পাচ কৰাৰ কথাটোও তেওঁ জীৱন সোঁৱৰণত লুকোৱা নাই। কিতাপৰ সৈতে তেওঁৰ মিত্ৰতা যিমানেই কম আছিল, সিমানেই বেছি সম্বন্ধ আছিল কিশোৰ-সুলভ খেল-ধেমালিৰ লগত। যিটো ল'ৰাই কিতাপৰ লগত খন্তেক পৰ বহি থাকিব নোৱাৰে, সেই ল'ৰাই কিন্তু বৰশী বোৱাত ঘণ্টাৰ পাছত ঘণ্টা পাৰ কৰি দিও আমনি বোধ নকৰে। সেই সময়ৰ অসমৰ নগৰবোৰ দৰাচলতে-গাঁৱৰ একোখন উন্নত সংস্কৰণহে আছিল। গতিকে লক্ষ্মীনাথে দল চেনাই মাছ মাৰে, তামোল গছত বগাই ফুৰে আৰু গথকৰা গছত গছ-দৈ খেলে। অসমৰ গ্ৰামণী-সংস্কৃতিত ডাঙৰীয়াৰ ল'ৰা আৰু খেতিয়কৰ ল'ৰাৰ একো পাৰ্থক্য নাথাকে।

অসমত বঙলা ভাষা প্ৰচলন হোৱা সম্পৰ্কে যিমানখিনি আলোচনা-বিলোচনা হৈছে, বঙালী সংস্কৃতিৰ অন্যান্য আহিলাবোৰৰ অসমত অনুপ্ৰবেশৰ বিষয়ে তেনে বিশেষ আলোচনা হোৱা নাই। বৰ্তমানৰ অঙ্কীয়া ভাওনাৰ প্ৰচলন একপ্ৰকাৰ পুনৰ জাগৰণহে। বঙালী যাত্ৰাগানৰ চলে অসমতো

১। "মোৰ জীৱন-সোঁৱৰণ", তৃতীয় অধ্যায়, ২২-২৩ পৃষ্ঠা।

এটা প্লাবনৰ সৃষ্টি কৰিছিল। আনকি অসমীয়া সত্ৰসমূহৰ গোসাঁই-মহন্ত-সকলেও গুৰুসকলৰ নাট-গীত-মাত পৰিহাৰ কৰি আধা কেচেলুৱা বঙালীৰ যাত্ৰা-গান ৰচনা কৰি তিথি-সংক্ৰান্তিয়ে অভিনয় কৰিছিল। বৰপেটাৰ তিথিৰাম বায়নে বঙলা যাত্ৰাগানৰ পালা লৈ উজনিত দিগ্বিজয় কৰি ফুৰিছিল। ৰংপুৰ নগৰৰ ল'ৰাৰ মুখে মুখে এই যাত্ৰা-গানবোৰৰ পালাৰ বচন আৰু গীত-মাত। ইফালে নামনিত হাজোৰ নৰ্তকীসকলে যি গীত-মাত গাই মাধৱৰ আৰতি কৰিছিল, তাতো চৈতন্যপন্থী বঙালী গীতৰ সুৰ।[২] সম্ভৱতঃ বঙালী গীত-মাতৰ আমদানি তাৰো আগৰেপৰা হৈছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱেও 'ছংকীৰ্তনীয়া' মতে গোৱা বঙালী গায়নৰ গীত-মাত শুনিছিল আৰু সেই মাত, সেই গীত শুনিবলৈ 'এখেৰো গায়ন' দিছিল। তাৰ উপৰি শিক্ষক আৰু কৰ্মচাৰী হিচাপে অহা বঙালী ভদ্ৰলোকসকলৰ অসমীয়াৰ ঐতিহ্যৰ প্ৰতি কোনো শ্ৰদ্ধা নাছিল। সেই কথাই অসমীয়া ভদ্ৰচামক সততে বিব্ৰত কৰিছিল। অসমীয়া ভাষা পুনৰ উদ্ধাৰৰ প্ৰচেষ্টাই সেইহেতু কিছুদূৰ বঙলা বিদ্বেষৰ ৰূপ ল'বলৈ বাধ্য হৈছিল। বেজবৰুৱাৰ জীৱন আৰু সাহিত্য আলোচনা কৰিলে যিখিনি বঙালী বিদ্বেষৰ ভাব পৰিলক্ষিত হয়, তাৰ আঁৰত তৰুণ বয়সৰ এইবোৰ অভিজ্ঞতাৰ চাপ থকা কথাটো সহজে অনুমান কৰিব পাৰি।

বেজবৰুৱাই তেওঁৰ কোনো এজন শিক্ষকৰ কথাকে শ্ৰদ্ধা বা প্ৰীতিৰে স্মৰণ কৰা নাই। কেৱল মাত্ৰ হেডমাষ্টৰ চন্দ্ৰমোহন গোস্বামী তাৰ ব্যতিক্ৰম। চন্দ্ৰমোহন গোস্বামী এজন অদ্ভুত চৰিত্ৰৰ লোক। তেওঁ বিদ্বান, প্ৰতিভাবান শিক্ষক। আন্তৰিকতা আৰু ছাত্ৰবৎসলতাৰ গুণত তেওঁ আছিল ছাত্ৰসকলৰ অত্যন্ত প্ৰিয়। আনহাতেদি আকৌ নিয়মানুৱৰ্তিতাৰ ক্ষেত্ৰত তেওঁ শিলৰ দৰে

---

২। জিকি মিকি কৰে ৰৰ দেখোতে শোভন,
সুললিত গান কৰে মোহে অতি মন;
সকলোকে জনাবলৈ কৰিলো যতন,
এই হেতু লিখো মই তাৰ এক গান।

গান

আমাৰ চকুৰেৰ মাঝে মাঝে কোথা দিয়া যাসেৰ
গৌৰাঙ্গ।
জসোদা মা বাধি ৰোজ গোপাল গৌৰা পংবেৰে
গৌৰাঙ্গ॥

"অৰুণোদয়" ঃ 'তীৰ্থ-যাত্ৰা', ছেপ্তেম্বৰ, ১৮৫২

দৃঢ়। ব্যক্তিগত জীৱনত গোস্বামীৰ দুটা বস্তুতেই ৰাপ আছিল—এটা অধ্যয়ন আৰু আনটো সুৰাপান। কিন্তু এই দুই বিপৰীত স্বভাৱে তেওঁক বৰ আকৰ্ষণীয় কৰিহে তুলিছিল। শিক্ষক হিচাপে তেওঁ এনেদৰে ছাত্ৰসকলৰ হৃদয় জয় কৰিব পাৰিছিল যে, তেওঁ যেতিয়া কহিমালৈ বদলি হয়, তেতিয়া তেখেতৰ ছাত্ৰ পদ্মনাথ বৰুৱা (সাহিত্যিক পদ্মনাথ গোহাঞি বৰুৱা) তেওঁৰ ওচৰতহে পঢ়িবৰ মনেৰে পদব্ৰজে কহিমা ওলাইছিলগৈ। চন্দ্ৰমোহন গোস্বামীৰ লগত বেজবৰুৱাৰ গোটেই জীৱন আন্তৰিক সম্বন্ধ আছিল। বেজবৰুৱাই বঙ্গদেশৰ ঠাকুৰ পৰিয়ালৰ লগত বৈবাহিক সম্বন্ধ পতাৰ পিছত এইজনা শিক্ষকৰ লগত হোৱা এটা সাক্ষাতত তেখেতে কোৱা কথা এষাৰ সুঁৱৰি বেজবৰুৱাই শিক্ষক জনৰ ওচৰত কৃতজ্ঞতা জনাই এঠাইত লেখিছে ঃ

"ঠাকুৰবাড়ীত তুমি বিয়া কৰাই ভাল কৰিছা। মই বৰ সন্তোষ পাইছো। তেওঁলোকৰ পৰিয়াল বঙ্গদেশত বৰ aristocratic (সম্ভ্ৰান্ত)। কিন্তু সেই বুলি তুমি তেওঁলোকৰ আগত অচুলমানো হীনতা অনুভৱ আৰু প্ৰকাশ নকৰিবা; কাৰণ এইটো মনত ৰাখিবা যে তেওঁলোকৰ দেশত তেওঁলোক বংশগৌৰৱত যেনেকৈ ডাঙৰ, তোমাৰ দেশতো তুমি তেনেকুৱা।"

১৮৮৬ চনত শিৱসাগৰৰ চৰকাৰী স্কুলৰপৰা লক্ষ্মীনাথে দ্বিতীয় বিভাগত এণ্ট্ৰেঞ্চ পাচ কৰে। সন্তানক উচ্চ-শিক্ষা দিয়াবৰ ধাউতি থকা সত্ত্বেও দীননাথ বেজবৰুৱাই লক্ষ্মীনাথক কলিকতাত পঢ়িবলৈ পঠাবৰ বাবে অলপ কেৰু-ঘেহু কৰিলে। কাৰণ তেওঁৰ মতে ডাঙৰ ল'ৰা দুজনক কলিকতাত পঢ়ুৱায়ে এক প্ৰকাৰ হেৰুৱালে। লক্ষ্মীনাথো যে একে পথৰ পথিক নহ'ব তাৰেই বা কি সজাত আছে? সেইবাবে তেওঁ লক্ষ্মীনাথক অসমতে ওকালতি পৰীক্ষা দি উকীল হ'বলৈ ক'লে। কিন্তু লক্ষ্মীনাথৰ ইচ্ছা তেনে নাছিল। উকীল হ'লেও বিশ্ব-বিদ্যালয়ৰ ডিগ্ৰী লোৱা উকীলহে তেওঁ হ'ব। সেয়ে দেউতাকৰ অনিচ্ছা সত্ত্বেও তেওঁ কলিকতালৈ যাবলৈহে মন মেলিলে। সেয়ে যেনিবা ককায়েক বিনন্দ আৰু গোবিন্দৰ সহায়ত তেওঁৰ কলিকতালৈ পঢ়িবলৈ যোৱাটো থিৰাং হ'ল। অগত্যা দেউতাকেও মত দিলে, কিন্তু জাত নেহেৰুৱাবৰ কাৰণে লগত দিলে এখন নোটবুক ভৰা উপদেশ। তদুপৰি লক্ষ্মীনাথক থাকিবলৈও দিহা কৰি দিলে হাজদাৰ উপাধিধাৰী এক ব্ৰাহ্মণ পৰিয়ালত।

কলিকতাত লক্ষ্মীনাথে পঢ়িছিল বিপণ কলেজত। কলিকতাৰপৰা মীৰ্জাপুৰলৈ সদায় ঘোঁৰাই টনা টাঙা গাড়ীৰে অহা-যোৱা কৰি কলেজ কৰোতে

তেওঁৰ স্বাস্থ্যৰ অৱনতি হবলৈ ধৰিলে। ইফালে তেওঁৰ খাৰখোৱা পেটত বঙালী মছলা দিয়া আঞ্জাও সহ্য হোৱা নাছিল। নাম লগোৱাত পলম হোৱা দেখি কলেজ অধ্যাপকৰ বক্তৃতাও ঠিক মতে হৃদয়ঙ্গম কৰিব নোৱাৰিছিল। সাতে-সোতৰই সেই বছৰ পঢ়া-শুনা এৰি ঘৰৰ-ল'ৰা ঘৰলৈ উভতি আহি 'তহলৰাম শৰ্মা' হৈ তিনিমাহ কটালে। পিছৰ বছৰ আকৌ কলিকতালৈ গৈ কলেজ ষ্ট্ৰীটৰ এটা ছাত্ৰাবাসত থাকি চিটি কলেজত পঢ়া-শুনা আৰম্ভ কৰিলে। ঘৰৰপৰা কোনো পা-পইচা ননাকৈ বৃত্তিৰ টকাৰে অধ্যয়ন চলাই লক্ষ্মীনাথে এফ. এ পাচ কৰিছিল।

কলিকতাৰ প্ৰবাসী জীৱনেই লক্ষ্মীনাথৰ মন সাহিত্য-চৰ্চালৈ চাল খুৱালে বুলি নিঃসন্দেহে ক'ব পাৰি। দেউতাকৰ ইচ্ছা অনুসৰি তেওঁ উকীল হব নুখুজিলে। শিক্ষা সাং কৰি তেওঁ কি হব সেই বিষয়ে নিজৰ কিবা সিদ্ধান্ত বা লক্ষ্য আছিল নে নাই তাক থিৰাংকৈ ক'ব নোৱাৰি। সাহিত্যিক যদি তেওঁ হব খুজিছিল, সম্ভৱতঃ মনে মনে তেওঁ বঙালী সাহিত্যিক হোৱাৰহে সপোন দেখিছিল। কলেজত পলগ্ৰেভৰ 'গোল্ডেন ট্ৰেজাৰি' পঢ়ি আৰু মাটিৰ টবত ফুলা গোলাপফুল চাই যি কাব্য-পৰীক্ষা পোনতে তেওঁ চলাইছিল তাৰ মাধ্যম আছিল বঙালীহে। দুখন বঙালী সাময়িক আলোচনীয়ে সেইবোৰ নছপাই কিজানি অসমীয়াৰ উপকাৰহে কৰিলে। দ্বিতীয় শ্ৰেণীৰ এজন বঙালী কবি হৈ অসমীয়াৰ এজন 'সাহিত্য-ৰথী' হোৱাটো সম্ভৱ নহ'লহেঁতেন যেন লাগে। কলিকতা-প্ৰবাসী অসমীয়া ছাত্ৰসকলৰ দেশপ্ৰেমেইহে সাহিত্য-চৰ্চাৰ প্ৰথম আৰু একমাত্ৰ প্ৰেৰণা আছিল। সেই সময়ত কলিকতাত পঢ়ি থকা এজন ছাত্ৰ নাই যি অসমীয়া ভাষাত দুই-এটি গল্প, প্ৰবন্ধ বা কবিতা নেলেখাকৈ আছিল। 'আসাম বন্ধু'ৰ সৰহ ভাগ লেখক এই প্ৰবসুৱা ছাত্ৰসকলেই। তেওঁলোকৰ সাপ্তাহিক চাহ-মেলখনেই কেনেকৈ 'অসমীয়া ভাষা উন্নতি সাধিনী' ৰূপ লৈ প্ৰবাসৰপৰা অসমীয়াৰ সাংস্কৃতিক জীৱন পৰিচালনা কৰিছিল, সেই কাহিনী সুবিদিত। বেজ আৰু মাজু—লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰ—এই যুগলমূৰ্তিৰ গঠনমূলক সাহিত্যিক অৰিহণাৰ কথা অসমীয়া সাহিত্যসেৱীসকলৰ মৰ্মে-মৰ্মে গঁথা আছে। ১৮৯০ খৃষ্টাব্দৰ মাৰ্চ মাহত চন্দ্ৰকুমাৰৰ সম্পাদনা আৰু মালিকানাত যেতিয়া 'জোনাকী' প্ৰকাশিত হয়, তেতিয়া তেওঁলোকে স্পষ্ট ভাষাৰে কৈছিলঃ "ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ। এই পৰাধীন দেশত প্ৰজানীতিহে ধৰিবলগীয়া। সাহিত্য, বিজ্ঞান, সমাজ, ইত্যাদি আমাৰ আলোচনাৰ বিষয়—এইবিলাক সাধ্য মতে বুজিবলৈ আৰু প্ৰকাশ কৰিবলৈ যত্ন কৰিম----আমি যুঁজিবলৈ ওলাইছোঁ

আজ্ঞাৰৰ বিপক্ষে। উদ্দেশ্য—দেশৰ উন্নতি 'জোনাক'। বঙ্গীয় প্ৰভিন্সিয়েল কনফাৰেন্সত ছাৰ আশুতোষ চৌধুৰীয়ে কোৱা '*a subject nation has no politics*' এই কথাষাৰে বেজবৰুৱাহঁতক প্ৰভাৱান্বিত কৰা যেন অনুমান হয়। সেইবাবে ভাষাৰ উন্নতিৰে দেশৰ উন্নতি কৰিব পাৰিব বুলি তেওঁলোকে দৃঢ়ভাৱে বিশ্বাস কৰিছিল। 'জোনাকী'ৰ প্ৰথম সংখ্যাৰপৰাই বেজবৰুৱাৰ 'লিতিকাই' নাটখন ধাৰাবাহিকভাৱে ওলাবলৈ ধৰে। 'ৰসৰাজ' আৰু 'সাহিত্য-ৰথী' বেজবৰুৱা আৰু কৃপাবৰ বৰুৱাৰ ৰচনাই যি এজন আত্ম-প্ৰত্যয়ী, কিঞ্চিৎ অহং ভাবযুক্ত ব্যক্তিত্বৰ চিনাকি দিয়ে তাৰ কোনো আভাস লিতিকাই ৰচনা কালত পোৱা নাযায়। লক্ষ্মীনাথ তেতিয়া লাজকুৰীয়া ডেকা। কলেজৰপৰা ফালৰি কাটি ইডেন গাৰ্ডেনত বহি মনে মনে কাঠ-পেঞ্চিলেৰে একোটা দৃশ্য লেখি আনি চন্দ্ৰকুমাৰক দিয়ে। 'জোনাকী'ৰ ছপাপাতৰ নিৰিকাৰ আখৰত সেইবোৰ দেখি মানুহে কি ভাৱে, সেই বিষয়েও লক্ষ্মীনাথৰ মনত যথেষ্ট শঙ্কা উপজিছিল। চন্দ্ৰকুমাৰৰ লগত বেজবৰুৱাৰ ঘনিষ্ঠতাৰ লগে লগে 'জোনাকী'ৰ লগতো তেওঁৰ সম্বন্ধ লাহে লাহে দৃঢ় হৈ গৈ থাকে। তৃতীয় বছৰত সেই কাৰণে বেজবৰুৱাই নিজে 'জোনাকী' সম্পাদনাৰ ভাৰ লয়। লক্ষ্মীনাথৰ 'পদুম-কুঁৱৰী' উপন্যাস তৃতীয় বছৰ জোনাকীতে প্ৰকাশ হয়। চতুৰ্থ বছৰতো লক্ষ্মীনাথেই 'জোনাকী'ৰ সম্পাদনাত থাকে। পঞ্চম আৰু ষষ্ঠ বছৰ প্ৰকাশ পায় ক্ৰমে সোণাৰাম চৌধুৰী আৰু মিনধৰ হাজৰিকাৰ সম্পাদনাত। তাৰ পিছত 'জোনাকী'ৰ প্ৰকাশ কলিকতাত বন্ধ হয় আৰু সত্যনাথ বৰাৰ সম্পাদনাত তিনি বছৰৰ কাৰণে গুৱাহাটীৰপৰা প্ৰকাশ হয়। এই গোটেই কালছোৱা লক্ষ্মীনাথে নানান সাহিত্যিক অৰিহণাৰে জোনাকীক পৰিগণ্ডিত কৰিছিল। কৃপাবৰৰ জন্ম তেতিয়াও হোৱা নাই। গুৱাহাটীৰপৰা ওলোৱা 'জোনাকী'ত লক্ষ্মীনাথৰ আজি, চেনিচম্পা, কেকো কৰা, জয়ন্তী, পুত্ৰবান পিতা আদি গল্পবোৰ ওলাইছিল।

১৮৯০ চনত কলিকতাৰ জেনেৰেল এচেম্‌ব্লি কলেজৰপৰা লক্ষ্মীনাথে বি. এ. পাচ কৰে। বি. এ. পাচ কৰাৰ পিছত তেওঁক অসম চৰকাৰে দুবাৰো একষ্ট্ৰা এসিষ্টেণ্ট কমিচনাৰৰ পদ যাচিছিল। কিন্তু এজন ওখ খাপৰ উকীল হোৱাৰ ইচ্ছাৰে তেওঁ সেই পদ গ্ৰহণ নকৰি আকৌ কলিকতালৈ উভতি গৈ ৰিপণ কলেজত আইন পঢ়িবলৈ আৰম্ভ কৰিলে। লগতে প্ৰেচিডেন্সি কলেজৰ এম. এ. শ্ৰেণীতো নাম লগাই ল'লে। আইনক জীৱিকা হিচাপে ল'বৰ কাৰণে তেওঁ এজন এংলো—ইণ্ডিয়ান উকীলৰ আৰ্টিকল ক্লাৰ্ক (article clerk) হিচাপে কলিকতা হাইকৰ্টলৈ ঘনাই অহা-যোৱা কৰিছিল।

কিন্তু আইনৰ লগত তেওঁৰ ৰাহি-যোৰা নাছিল। কলিকতা বিশ্ববিদ্যালয়ৰ ওপৰত মামলা—মোকৰ্দমা কৰিও তেওঁ আইনৰ শেষ পৰীক্ষাত উত্তীর্ণ হব নোৱাৰিলে। তেতিয়া এবাৰ তেওঁ বিলাতলৈ যাবলৈকো উঠি-পৰি লাগিল। কিন্তু তেওঁৰ ককায়েক ডাঃ গোবিন্দ বেজবৰুৱা বিলাতৰপৰা আহি আফ্রিকা-প্রবাসী হবলগীয়া হোৱাত লক্ষ্মীনাথে সেই ইচ্ছাত সকলো ফালৰপৰাই বাধা পাবলৈ ধৰিলে। সেই সময়তে গুৱাহাটীৰ বিশিষ্ট ব্যৱসায়ী প্রতিষ্ঠান 'বৰুৱা-ফুকন—ব্রাদাস'ৰ মেনেজাৰ ভোলানাথ বৰুৱাই গুৱাহাটীৰ ব্যৱসায় এৰি কলিকতাত ভাগ্য অন্বেষণ কৰেগৈ। লক্ষ্মীনাথ আৰু ভোলানাথ দুয়ো লগলাগি কলিকতাত কাঠৰ কাৰবাৰ আৰম্ভ কৰে। কলিকতাৰ ব্যৱসায়ী মহলে তেওঁলোক ভাই—ককাই বুলিয়ে জানিছিল আৰু সেই কাৰণে লক্ষ্মীনাথে বহুত ক্ষেত্রত নিজৰ নামৰপৰা 'বেজ' অংশটো বৰ্জন কৰি 'এল. এন. বি. বৰুৱা' বুলি নাম চহী কৰিছিল। চাকৰি আৰু ওকালতি দুয়োটাকে উপেক্ষা কৰি তেওঁ দুটা ব্যৱসায় আৰম্ভ কৰিলে; এটা হ'ল কাঠৰ আৰু আনটো কথাৰ। কাঠৰ ব্যৱসায়ে লক্ষ্মীনাথক অজস্র ধন--সম্পত্তিৰ অধিকাৰী কৰিছিল। তেওঁৰ ডায়েৰীত থকা হেজাৰ হেজাৰ টকাৰ হিচাপে বহুতো ব্যৱসায়ীৰ ঈর্ষা জগাব পাৰে। অৱশ্যে এই ধন—সম্পত্তি তেওঁৰ বেছি দিন নিটিকিল। স্পষ্টকৈ জনা নাযায় যদিও ভোলানাথ বৰুৱাৰ লগত তেওঁৰ ব্যৱসায়িক সম্বন্ধ বেছি দিন নিটিকিল। শেহত তেওঁ উৰিষ্যাৰ সম্বলপুৰত অনুল্টুপীয়াকৈ ব্যৱসায় চলাবলৈ আৰম্ভ কৰে। কিন্তু তেওঁৰ আনটো ব্যৱসায় কথাই তেওঁক আথিক সাহায্য দিছিল বুলি মনে নধৰে। বেজবৰুৱা আছিল 'জোনাকী', 'উষা' আদি কাগজৰ নিয়মীয়া লেখক আৰু 'বাঁহী'ৰ সম্পাদক। এইবোৰত তেওঁ কথাৰ বেহা কৰিছিল। কিন্তু এইবোৰৰপৰা যে নিজৰ আথিক ফালটো টনকিয়াল কৰাত কিবা সাহায্য পাইছিল তাক ক'ব নোৱাৰি। অৱশ্যে এইবোৰে তেওঁক দিলে এটা তাওৰ সম্পদ, যিটোক কালেও মচি নিব নোৱাৰে। কাঠে তেওঁক দিছিল সাময়িক ধন—সম্পত্তি আৰু কথাই দিলে চিৰকালৰ ঐশ্বৰ্য। লক্ষ্মীনাথক এজন কৃতকার্য বণিজ—কোঁৱৰ হিচাপে পোৱাতকৈ সাহিত্য-ৰথী হিচাপে পোৱাটো সঁচাকৈয়ে বেছি সৌভাগ্যৰ কথা।

বি. এ. পাচ কৰাৰ ঠিক পাছতেই ১৮৯১ চনত লক্ষ্মীনাথৰ বিয়া হয়। জোড়াসাঁকোৰ ঠাকুৰ পৰিয়ালৰ জীয়াৰী প্রজ্ঞাসুন্দৰীৰ লগত লক্ষ্মীনাথৰ বিয়া হোৱা ঘটনাই অসম দেশত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। প্রজ্ঞাসুন্দৰী মহৰ্ষি দেবেন্দ্রনাথ ঠাকুৰৰ তৃতীয় পুত্র হেমেন্দ্রনাথ ঠাকুৰৰ নুমলীয়া ছোৱালী,

ৰবীন্দ্ৰনাথৰ ভতিজা-জীয়েক। ঠাকুৰ পৰিয়ালত লক্ষ্মীনাথৰ সুন্দৰ চেহেৰা আৰু সপ্ৰতিভ ব্যৱহাৰৰ যথেষ্ট সুনাম আছিল যেন অনুমান হয়। 'ৰবিকাকা'ৰ লগত লক্ষ্মীনাথৰ যথেষ্টবাৰ সাক্ষাৎ হৈছিল। কৰ্কা—শহুৰ মহৰ্ষি দেবেন্দ্ৰনাথে তেওঁক আশীৰ্বাদ কৰি এটা সোণৰ কলম দি কৈছিল, 'তোমাৰ এই কলম থেকে সুনিপুণ লেখা বেৰুবে'। মহৰ্ষিৰ আশীৰ্বাদ সাৰ্থক হোৱা নাই জানো ?

লক্ষ্মীনাথৰ সহধৰ্মিণী প্ৰজ্ঞাসুন্দৰীৰ দুটা শিল্পত পাৰদৰ্শিতা আছিল। সেয়া হ'ল—চিত্ৰকলা আৰু ৰন্ধন—শিল্প। তেওঁ অতি সুন্দৰ তেল-ৰঙৰ ছবি আঁকিব জানিছিল। তেওঁ শহুৰেক দীননাথ বেজবৰুৱাৰ এখন ডাঙৰ প্ৰতিকৃতি আঁকি সেই ছবিখন আৰু বেনাৰসী পাটৰ চুৰিয়া এখনেৰে দুৰণিবটীয়াকৈ মান ধৰিছিল। শিৱসাগৰৰ বেজবৰুৱা পৰিয়ালৰ ঘৰত সেই প্ৰতিকৃতি ১৯৩১ চনলৈকে থকাৰ প্ৰমাণ পোৱা যায়। ৰন্ধা—বঢ়াৰ বিষয়ে লেখা প্ৰজ্ঞাসুন্দৰীৰ অসমীয়া কিতাপখনৰ কথা অসমীয়া পাঠকে জানে। তাৰ উপৰি 'আমিষ আৰু নিৰামিষ আহাৰ' নামেৰে তেওঁৰ এখন তিনি খণ্ডৰ বৃহৎ বঙালী কিতাপো আছে। প্ৰজ্ঞাসুন্দৰীৰ ৰন্ধন কলাৰ মহিমাই ভোলানাথ—লক্ষ্মীনাথৰ ব্যৱসায়ক যথেষ্ট সহায় কৰিছিল।

অসমীয়া ভাষাটো যে বঙালী সাহিত্যৰগৰা বেলেগ এই কথাটো লৈ বঙালী সাহিত্যৰ শিৰোমণি ঠাকুৰ পৰিয়ালত তেওঁলোকৰ অসমীয়া জোঁৱাই লক্ষ্মীনাথে যথেষ্ট তীব্ৰভাৱে প্ৰচাৰ কৰিছিল। ঠাকুৰ পৰিয়ালৰ ডেকাসকলে লক্ষ্মীনাথৰ গাত বঙালী বোল দিয়াবলৈ কৰা সকলো যত্ন হেনো ভ্ৰষ্ট হৈছিল। আনকি এবাৰ খিলঙত দদাশহুৰ ৰবীন্দ্ৰনাথে ভতিজা জোঁৱাইৰ আগত আক্ষেপ কৰি কৈছিল, "তোমৰাইতো আসামকে বাৰ কৰে নিয়ে বাংলা ভাষাৰ পৰিসৰ কমিয়ে দিলে। বই লিখে ছাপা কৰতে গ্ৰন্থকাৰদেৰ উৎসাহ থাকে কোথায় ?"

বঙালী পৰিয়ালত বিয়া কৰাই আৰু বঙালীৰ মাজত থাকিও আনকি ঘৰুৱা চিঠিপত্ৰ সৰহভাগ বঙালীত লেখিও বেজবৰুৱাই অসমীয়া ভাষাৰ কাৰণে জেহাদ চলাই যোৱাৰ কাৰণটো বুজিবলৈ টান নহয়। অসমীয়া ভাষা-সাহিত্যৰ স্বকীয় মৰ্যাদা প্ৰতিষ্ঠিত কৰিব নোৱাৰিলে অসমৰ সমগ্ৰ জাতিটোৱে যে ভ্ৰষ্ট হৈ যায়। দেউতাকৰ লগত ঘূৰি ল'ৰাকালতেই যি বিচিত্ৰ ছবি তেওঁ দেখিছিল, সেই ছবি ম্লান হৈ যোৱাটো অসম্ভৱ। তেওঁৰ সাহিত্য আৰু দেশপ্ৰেম নিৰ্বাসিতজনৰ দৰে নিবিড় আৰু আবেগপ্ৰৱণ। সেই আবেগৰ তাড়ণাতেই তেওঁ সামৰিক ভঙ্গীত নিজৰ অসমীয়াত্ব ঘোষণা কৰিছিল।

বিয়াৰ পিছত কিছুদিন লক্ষ্মীনাথ আৰু প্ৰভাসুন্দৰী চাকৈ-চকোৱাৰ দৰে আছিল। প্ৰভাসুন্দৰী আছিল পিতৃ—গৃহত আৰু লক্ষ্মীনাথ ভোলানাথৰ লগত বেলেগে ঘৰ লৈ আছিল। তাৰ কিছুদিনৰ পিছতহে গোপীকৃষ্ণ পাল লেনৰ এটা ঘৰ লৈ বেজবৰুৱা সপৰিয়ালে থাকিবলৈ লয়। ইতিমধ্যে ব্যৱসায়-বাণিজ্যৰ ভালেখিনি উন্নতি হোৱাৰ পিছত হাওৰাৰ ডবছন ৰোডত এটা ঘৰ কিনি বি. বৰুৱাৰ সৈতে বসবাস কৰি থাকে। হাওৰাৰ 'ৰোজমেৰি' লেন'ৰ ঘৰ তাৰো পাছত লোৱা। গোপীকৃষ্ণ পাল লেনৰ ঘৰত থাকোঁতেই বেজবৰুৱাৰ প্ৰথমা কন্যা সুৰভিৰ জন্ম হয়। সুৰভিৰ জন্মৰ এমাহ আগত ১৮৯৫ চনৰ ২৭ মেত কমলাবাৰী সত্ৰৰ গুৰুগৃহত লক্ষ্মীনাথৰ পিতৃদেৱ দীননাথৰ পুণ্যাত্মা বিদেহী হয়। মৃত্যুৰ এমাহমান আগতে বেজবৰুৱাই শেষবাৰৰ কাৰণে পিতৃদৰ্শন কৰি আহিছিলগৈ।

সুৰভিৰ জন্মই বেজবৰুৱা পৰিয়ালত আৰু ঠাকুৰ পৰিয়ালত যি আনন্দৰ সৃষ্টি কৰিছিল, সেই আনন্দ সৰহদিন নাথাকিল; মাত্ৰ পাঁচ বছৰ বয়সতে থুনুক-থানাক মাতেৰে ইংৰাজী কৱিতা আওৰোৱা সুৰভিৰ কণ্ঠ দিফথেৰিয়া ৰোগৰ বীজাণুৱে চিৰদিনৰ কাৰণে ৰুদ্ধ কৰি পেলালে। সুৰভিৰ মৃত্যুত বেজবৰুৱা ভালেমান দিনলৈকে অস্থিৰ হৈ পৰিছিল। ঠাকুৰ পৰিয়ালতো সুৰভিৰ মৃত্যুৱে যথেষ্ট উদ্বেগৰ সৃষ্টি কৰিছিল। বঙ্গদেশৰ সুলেখিকা ইন্দিৰা দেৱীচৌধুৰী আৰু সৰোজকুমাৰী দেৱীয়ে সুৰভিৰ স্মৰণত দুটি কৱিতা ৰচনা কৰিছিল। সুৰভিৰ মৃত্যুৰ ওঠৰ দিন আগতে (১৯০০ চনৰ ১৭ নবেম্বৰ) বেজবৰুৱাৰ দ্বিতীয় কন্যা অৰুণাৰ জন্ম হয়। সুৰভিৰ মৃত্যুয়ে দুয়োখন ঘৰতে যি বিষাদভৰা আন্ধাৰৰ কলা ছাঁ পেলাইছিল, অৰুণাৰ হাঁহিৰ জেউতিয়ে সেই ছাঁ বহুত পাতলাই পেলাইছিল।

এটা কথা মন কৰিবলগীয়া যে, কাঠৰ ব্যৱসায়ৰ ভৰপকৰ সময়ত লক্ষ্মীনাথৰ ডায়েৰী পঢ়িলে টকা—পইচাৰ হিচাপৰ মাজত মাত্ৰ এটা অসমীয়া আৰু এটা বঙালী প্ৰবন্ধ লেখাৰ কথা পোৱা যায়। ভোলানাথ বৰুৱাৰ ব্যৱসায়ৰপৰা ফাঁটি যোৱাৰ পিছতহে সম্ভৱতঃ বেজবৰুৱাৰ লেখনি নিৰবচ্ছিন্ন-ভাৱে চলে। কৃপাবৰ বৰুৱাৰ জন্মও এই ব্যৱসায়িক ব্যৰ্থতাৰ সময়তেই। 'উষা'ৰ কোলাতেই কৃপাবৰৰ জন্ম আৰু কৃপাবৰৰ চৰিত্ৰৰ কাৰণেই সম্ভৱতঃ বেজবৰুৱাৰ 'হাঁহিৰ অস্ত্ৰৰ যোদ্ধা' ৰূপটোৱে অসমত স্বীকৃতি পায়। কৃপাবৰক বাদ দি লক্ষ্মীনাথৰ আন সকলোবোৰ ৰচনা গোট খুৱালেও বেজবৰুৱা বুলিলে যিটো ৰূপ অসমীয়া মানুহৰ মনত ভাঁহি উঠে তাক কল্পনা কৰাই

টান। 'কাকতৰ টোপোলা' (১৯০৪), 'ওভতনি' (১৯০৯) আৰু পিছত গ্ৰন্থাকাৰে ওলোৱা 'ভাৱৰ বুৰবুৰণি' প্ৰবন্ধৰো মনৰ গূঢ়কাতৰ অনুভূতি। সেইবোৰৰ গুণতেই তেওঁৰ সমসাময়িক অসমীয়া পাঠকে বেজবৰুৱাক আদৰ্শ অসমীয়া মানুহ হিচাপে ধাৰণা কৰিছিল; যেন তেওঁৰ সন্মানৰ কাৰণেই আমি সকলো ক্ষেত্ৰতে অসমীয়া হৈ দেখুৱাব লাগে। ১৯০৯ চনত 'উষা'ৰ লগত আঁৰ লাগি উলিওৱা 'বাঁহী'ত কাঁহুদী আৰু খাৰলিৰ সোৱাদ আচল কাঁহুদী-খাৰলিতকৈও চাগে বেছি আছিল। তেওঁৰ কাঁহুদী—খাৰলিৰ প্ৰতি সন্মান দেখুৱাবলৈকে যোৰহাটৰ আদৰ্শ অসমীয়া খেতিয়ক 'কোৰ নাৰায়ণে' (ৰায়চাহাব নাৰায়ণ চন্দ্ৰ বৰুৱা) তেওঁলৈ কাঁহুদী আৰু খাৰলিৰ টোপোলা এটি ডাকত পঠিয়াইছিল আৰু সেই কাঁহুদী—খাৰলিখিনি পঠিয়াইছিল এটা টোকোৰা চৰাইৰ বাহৰ ভিতৰত ভৰাই——কাৰণ কৃপাবৰ যে অসমীয়া।

হাওৰাত বহুকাল কটোৱাৰ পাছত বেজবৰুৱা সম্বলপুৰলৈ উঠি যায়। সম্বলপুৰত বেজবৰুৱা পৰিয়ালৰ পৰিবেশ বৰ শান্ত আছিল। অৰুণা আৰু ৰত্না ছোৱালী দুটিৰে সৈতে তেওঁৰ পৰিয়াল অতি সুখৰ আছিল বুলি অনুমান হয়। সম্বলপুৰৰ উৰিয়া সমাজে তেওঁলোকক যথেষ্ট সন্মান আৰু আদৰ কৰিছিল। তেওঁ কিছুদিন সম্বলপুৰৰ নগৰ—পালিকাৰ সদস্যও আছিল। সম্বলপুৰৰ সাংস্কৃতিক জীৱনত বেজবৰুৱাৰ পৰিয়ালটোৱে যথেষ্ট সমাদৰ পাইছিল। তেওঁৰ পত্নী, কন্যা আৰু বন্ধু—বান্ধৱবোৰে তাত ৰবীন্দ্ৰনাথৰ 'বাল্মীকি—প্ৰতিভা' নাটৰ অভিনয় কৰিছিল। এতিয়াও সেই অঞ্চলৰ পুৰণি মানুহে বেজবৰুৱাৰ কথা সোঁৱৰে।

সম্বলপুৰৰপৰাই সাহিত্যৰথীয়ে অসম সাহিত্যৰ ৰথখন সুদূৰ-নিয়ন্ত্ৰণ কৰিছিল। 'বাঁহী' ওলাইছিল, কিন্তু তাৰ সুৰৰ আঙুলিবুলন আহিছিল উৎকল প্ৰদেশৰপৰা। 'বাঁহী'—'উষা'ৰ খণ্ডযুদ্ধখন আজি ইতিহাস হৈ ৰৈ গ'ল। তেওঁৰ যোগ্য প্ৰতিযোদ্ধা পদ্মনাথেও নিজৰ কোনো ৰচনাভঙ্গী বেজবৰুৱাই গ্ৰহণ কৰা বা স্বীকাৰ কৰা দেখিলে আনন্দ অনুভৱ কৰিছিল। এই দুই যোদ্ধাৰ যেতিয়া অসম সাহিত্য সভাৰ সপ্তম অধিবেশনত দেখা হয় তেতিয়া কুমাৰ ভাস্কৰ নাট্য-মন্দিৰত দুয়ো কৰমৰ্দন আৰু অভিবাদন কৰিছিল। 'বাঁহী'—'উষা'ৰ যুদ্ধখন লক্ষ্মীনাথ—পদ্মনাথৰ ব্যক্তিগত যুদ্ধ বুলি ভবা অনুচিত।

সম্বলপুৰতেই আশাভধীয়াকৈ বেজবৰুৱাই সাহিত্যচৰ্চাত লাগে। ১৯১১ চনত প্ৰকাশ হয় 'শঙ্কৰদেৱ', তাৰেই পৰিবৰ্ধিত সংস্কৰণ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' ৰচিত হয় ১৯১৪ চনত আৰু ধৰ্মীয় আলোচনা 'ভগৱৎ-কথা'

১৯১৫ চনত। ১৯১৫ চনটো সৃষ্টিৰ ফালৰপৰা বেজবৰুৱাৰ অতি সাৰ্থক বছৰ। সেই একে বছৰতেই তেওঁৰ তিনিখন বুৰঞ্জীমূলক নাট—'চক্ৰধ্বজ সিংহ', 'বেলিমাৰ' আৰু 'জয়মতী কুঁৱৰী'য়ে পোহৰ দেখে। যি সকল সাহিত্যিকে বেজবৰুৱাক কেৱলমাত্ৰ গঠনমূলক সাহিত্যিক বুলি ভাবে তেওঁলোকে 'জয়মতী' নাটকখনৰ গাঁথনি আৰু ডালিমীৰ দৰে অনুপম চৰিত্ৰৰ কথা সুঁৱৰি চোৱা উচিত ডালিমীৰ চৰিত্ৰ শ্ৰেষ্ঠ ৰচকৰ ৰচনাতহে সম্ভৱ। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে প্ৰথম অসমীয়া কথা-ছবিৰ কাৰণে 'জয়মতী'ক নিৰ্বাচন কৰোতে অকল অসমীয়াৰ বজাই ৰখা নাট হিচাপেই ইয়াক গণ্য কৰা নাছিল, এখন সাৰ্থক নাট হিচাপেহে ইয়াক বাচি লৈছিল।

অৱশ্যে অসমীয়া সাহিত্যৰ হকে কৰা তেওঁৰ গঠনমূলক কামখিনিও কোনোপধ্যেই নুই কৰিব নোৱাৰি। বিভিন্ন ঠাই আৰু লোকৰপৰা পুৰণি অসমীয়া সাধু সংগ্ৰহ কৰি সেইবোৰকে নিজৰ ভাষাৰে সজাই তেওঁ এজন লোক—কাহিনী সংগ্ৰাহক হিচাপে দেখা দিছিল। অসমীয়া ভাষাত শিশুৰ উপযোগীকৈ লেখা আৰু মনোমোহা আৰু ৰং-চঙীয়াকৈ ছপোৱা এখন কিতাপ 'জুনুকা' (১৯১০)। হাতীদঁতীয়া কাগজত সেউজীয়া চিয়াহীৰে ছপোৱা এই কিতাপখন অসমৰ কোনো যাদুঘৰত থকা হলে বৰ আনন্দৰ কথা হ'লহেঁতেন।

১৯১৬ চনত বেজবৰুৱা অসম ছাত্ৰ সন্মিলনৰ সভাপতি হয়। সেই সভাত দিয়া তেওঁৰ ভাষণ আজিও স্কুলীয়া ছাত্ৰৰ পাঠ্যৰূপে পৰিগণিত। ১৯২৪ চনত বেজবৰুৱা অসম সাহিত্য সভাৰ সপ্তম অধিৱেশনৰ সভাপতি হয়। তেওঁৰ আগমনে সেই সময়ৰ অসমীয়া সাহিত্যত হোৱা আঞ্চলিক বহুতো দলাদলিৰ অন্ত পেলাইছিল।

অসমীয়া সাহিত্যৰ এজন পুৰুধা হিচাপে তেওঁৰ আসন বহুকাল আগতেই সুনিৰ্দিষ্ট হৈ আছিল। তথাপি ১৯৩১ চনত অসম সাহিত্য সভাই শিৱসাগৰৰ অধিৱেশনত নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত তেওঁক আনুষ্ঠানিকভাৱে 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে। বেজবৰুৱাই নিজে হেনো এই উপাধি বিশেষ পচন্দ কৰা নাছিল। সম্ভৱতঃ বঙ্গ সাহিত্যৰ 'ৰসৰাজ' নাট্যকাৰ অমৃতলাল বসুৰ লগত তেওঁক তুলনা কৰাটো তেওঁ বাঞ্চা কৰা নাছিল। তেওঁৰ 'সাহিত্য-ৰথী' আখ্যা মানুহৰ মাজৰপৰা আপুনি গঢ়ি উঠা। এই উপাধি সৰ্বাধিকৈ পোন প্ৰথমে ব্যৱহাৰ কৰে সম্ভৱতঃ বন্থকান্ত বৰকাকতিয়ে।

বৈষ্ণৱ চিন্তাধাৰাৰ লগত লক্ষ্মীনাথৰ সম্বন্ধৰ চিনাকিৰ কথা অকল অসমৰ চাৰিসীমাতেই আবদ্ধ নাছিল। ১৯৩৩ চনত পাইকেঁাৱৰৰ আমন্ত্ৰণত বৰোদাত

বেজবৰুৱাই ভাৰতীয় বৈষ্ণৱধৰ্ম আৰু শ্ৰীকৃষ্ণৰ ৰাসলীলা সম্পৰ্কে এনানি তত্ত্বগধুৰ বক্তৃতা দিয়ে।

প্ৰবাসতেই অসমীয়া লোকৰ তাগিদাত বেজবৰুৱাই তেওঁৰ আত্ম-জীৱনী 'মোৰ জীৱন—সোঁৱৰণ' লেখিবলৈ আৰম্ভ কৰে। ১৯৩৬ চনলৈকে তেওঁ এই জীৱন-কাহিনী লেখি আছিল। এই কাহিনীত কৃপাবৰ আৰু লক্ষ্মীনাথ দুয়ো যেন এক হৈ গৈছিল। মাজে মাজে কৃপাবৰী চঙৰ ৰসাল আত্মন্তৰী মন্তব্য, মাজে মাজে অধ্যয়নশীল চিন্তানায়ক বেজবৰুৱাৰ গভীৰ জীৱন-দৰ্শনৰ ললিত ব্যাখ্যান, মাজে মাজে ব্যক্তিগত ঘটনাৰ বৰ্ণনা কাহিনীত কাহিনীকাৰ বেজবৰুৱাৰ অনুপম বাতাবৰণ সৃষ্টিৰে এই গ্ৰন্থ সমৃদ্ধ। কিন্তু ঊণবিংশ শতাব্দীতেই তেওঁ প্ৰকৃত জীৱন—কাহিনী শেষ কৰিছে। ১৯০১ ৰ পৰা ১৯০৩ লৈকে কেৱল মাত্ৰ ব্যৱসায়ৰ হিচাব আৰু ঘটনাৰ খৰামুৰা বৰ্ণনা। ১৯০৪ চনৰপৰা তেওঁৰ ডায়েৰীৰ পাত তেওঁ নিজেই dismal reading বুলি অভিহিত কৰিছে আৰু সেই কাৰণেই সম্ভৱতঃ সদায় হাঁহিৰ যোগান ধৰি থকা এই সম্ভ্ৰান্ত মানুহজনে কাকো তেওঁৰ ব্যক্তিগত শোকৰ অংশীদাৰ কৰিবলৈ ইচ্ছা নকৰিলে। ৰিননি সম্ভ্ৰান্তলোকৰ আত্ম—প্ৰকাশ হোৱাটো অস্বাভাৱিক। মৃত্যুৰ দিনলৈকে লক্ষ্মীনাথে এই সম্ভ্ৰমবোধ নেহেৰুৱালে।

১৯৩৮ চনৰ মাৰ্চ মাহৰ ২৬ তাৰিখে তেওঁৰ দ্বিতীয় কন্যা ৰত্না বৰুৱাৰ ডিব্ৰুগড়ৰ ঘৰত বেজবৰুৱাৰ মৃত্যু হয়। জন্ম তেওঁৰ লুইতৰ বুকুত, জীৱন কটালে তেওঁ ভাগিৰথী আৰু মহানদীৰ পাৰত, মৃত্যুৰ অলপ দিন আগতে মাত্ৰ তেওঁ তেওঁৰ ওপজা ঠাইলৈকে ঘূৰি আহিল। শেষবাৰলৈ অসমী আইৰ মুখনি চাই লুইতৰ পাৰতেই তেওঁ চিৰকাললৈ চকু মুদিলে।

# বেজবৰুৱাৰ সাহিত্য-দৰ্শন

## ডঃ দিলীপ বৰুৱা

সকলো লেখকেই যে নিজৰ সাহিত্যৰ সামূহিক আদৰ্শ বা লক্ষ্য অৰ্থাৎ সাহিত্য—দৰ্শনৰ সম্বন্ধে সজাগ হ'ব লাগে এনে নহয়। তথাপি খ্যাতনামা লেখক-সকলৰ গ্ৰন্থাৱলী বিশ্লেষণ কৰি চালে কম বেছি পৰিমাণে হলেও কিছুমান কেন্দ্ৰীয় চিন্তাধাৰাৰ আভাস পোৱা যায়। এই চিন্তাৱলী এহাতে যেনেকৈ লেখকৰ পৰিবেশ আৰু সমসাময়িক বুৰঞ্জীৰ বৰ্ণনা প্ৰবাহৰ দ্বাৰা প্ৰভাৱান্বিত হয়, তেনেকৈ লেখকৰ নিৰ্জন মনৰ ঘাত—প্ৰতিঘাত, অনুভূতি আৰু অভিজ্ঞতাৰ তাড়নাত মন্থিত হয়। গতিকে কোনো লেখকৰ সাহিত্য—দৰ্শনৰ আলোচনা কৰিলে তেওঁৰ যুগ আৰু ব্যক্তিত্ব দুয়ো স্তৰেই উদ্ঘাটন কৰিব লগা হয়।

বেজবৰুৱাই সাহিত্যচৰ্চা আৰম্ভ কৰে কলিকতীয়া পৰিবেশত। পাশ্চাত্য সাহিত্যসংস্কাৰৰ প্ৰভাৱ আৰু বঙালী সাহিত্যৰ আহি আছিল অনুপ্ৰেৰণা; উদ্দীপনা আহিছিল জন্মভূমি অসম মাতৃৰ সৰ্বতোপ্ৰকাৰে উন্নতি সধা হাবিয়াসৰ-পৰা। 'জোনাকী' (১৮৮৯) কাকতৰ প্ৰথম সংখ্যাত দিয়া ঘোষণামূলক প্ৰতিজ্ঞাই বেজবৰুৱাৰ যুগৰ সকলো সাহিত্যিকৰে প্ৰাণ স্পৰ্শ কৰিছিল:

> "নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি প্ৰয়োগ কৰিম------আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিৰুদ্ধে। উদ্দেশ্য দেশৰ উন্নতি——'জোনাক'।"

এই সংকল্প সাহিত্যচৰ্চাৰ মাজেদি কিমানদূৰ সাৰ্থক কৰিব পাৰি সেইটো বেজবৰুৱা—সাহিত্যৰ এটা প্ৰধান বিচাৰ্য। অৱশ্যে জাতীয় উন্নতিৰ বহুত বিভাগ আছে। ৰাজনীতি, সমাজনীতি, শিক্ষানীতি আদি বিভিন্ন কোণৰপৰা জাতীয় উন্নতিৰ নানান দিশ দেখা যায়। বেজবৰুৱাই সেই:বাৰৰ খেলিমেলিত সোমোৱা নাছিল। তেওঁৰ মূল লক্ষ্য আছিল কেনেকৈ অসমীয়া সমাজৰ আত্ম-বিস্মৃত, স্থবিৰ, এলাজুৱা, গ্ৰাম্য মনোজগতত আত্ম—প্ৰত্যয় জগাই তুলিব পাৰে আৰু জ্ঞান-বুদ্ধিৰ আলোকপাত কৰি সামাজিক জীৱনত প্ৰাণ সঞ্চাৰণ কৰিব পাৰে।

অসম এৰি বেজবৰুৱাই যিমানেই আঁতৰি গ'ল সিমানে অসমীয়া গাৱঁলীয়া জীৱনৰ স্বৰূপ বেছি স্পষ্টকৈ তেওঁৰ চকুত ভাঁহিবলৈ ধৰিলে। ল'ৰালি কালৰ স্মৃতিবোৰ সাধুকথাৰ দৰে গোটমাৰি এক বাহ্যিক ৰূপ লৈ থিয় দিলে। এই স্মৃতিবোৰৰ লগত তেওঁৰ অনেক দিনৰ উমসনা সম্পৰ্ক আছিল। সেইবোৰৰ প্ৰতি আগ্ৰহ, নিগ্ৰহ দুয়োটাই তেওঁৰ মনত থকাটো স্বাভাৱিক। গতিকে নগৰীয়া দৃষ্টি-ভঙ্গীৰে গাৱঁৰ জীৱন পৰিদৰ্শন কৰা আৰু গাৱঁলীয়া পৰিবেশত নগৰীয়া ধুন-ধাৰণাৰ বা আদব-কায়দাৰ আমদানি কৰি বৈষম্যৰ সৃষ্টি কৰা পদ্ধতি বেজবৰুৱাৰ অনেক চুটি গল্পৰ হাস্য-ৰসৰ প্ৰধান সমল। কৃপাবৰ বৰুৱাৰ ব্যঙ্গ চিত্ৰ অনেকবো এই দুইমুখী দৃষ্টি-ভঙ্গীয়েই প্ৰাণ স্বৰূপ।

বেজবৰুৱা-যুগৰ অসম আছিল এখন ডাঙৰ গাওঁ। জাতীয় মন, মধ্য-যুগীয়া সংস্কাৰ আৰু ভাৱানুভূতিৰে সেই অসম প্লাৱিত হৈ আছিল। চহৰ আছিল মাথোন কলিকতা; কিন্তু কলিকতা আছিল সুদূৰ। তথাপিতো মাহেক-পষেক ধৰি নৌকাযাত্ৰা কৰি যিসকল অসমীয়া ডেকা কলিকতালৈ গৈছিল তেওঁলোকৰ অন্তৰত সমাজ, ধৰ্ম, সাহিত্য আদিৰ সম্পৰ্কে নানান নতুন চিন্তাৰ ঢৌৰ খলকনি উঠিছিল। বেজবৰুৱাও সেইসকলৰ মাজৰে এজন। নতুন ভাব, নতুন আদৰ্শৰ জাতীয় খৰিদ্দাৰ হিচাপে তেওঁ কলিকতাত থিতাপি লাগি বহি গ'ল আৰু দেশৰ তাগিদাৰ উমান ল'বলৈ মন বিচৰণ কৰিলে অসমৰ গাৱেঁ-ভুঞে। বেজবৰুৱাই উপলব্ধি কৰিলে যে, জাতীয় সাহিত্যৰ ভেঁটি বান্ধিবলৈ হ'লে জাতিৰ নাড়ী-জ্ঞানৰ উম লব লাগিব। সেইবাবেই বোধহয় 'হেমলেট', 'মিড্-ছামাৰ নাইট্চ্ ড্ৰীম'[১] আদি নাটকৰ আহিত নাট লেখা অভিপ্ৰায় বিসৰ্জন দি তেওঁ 'লিতিকাই', 'পাচনি' আদি প্ৰহসন লেখিবলৈ হাতত ল'লে।

গ্ৰাম্য সমাজৰপৰা চহৰীয়া জীৱনলৈ ৰূপান্তৰৰ পথত মানুহৰ মূল্যবোধ আৰু নিজৰ আচাৰ-ব্যৱহাৰ সম্পৰ্কে সজাগতাৰ স্বাভাৱিকতে অনেক পৰিৱৰ্তন হয়। য়ুৰোপত পোন্ধৰশ-যোল্লশ শতিকাত যি নতুন মানৱতাবোধৰ দৃষ্টি-ভঙ্গী (humanism) গঢ়ি উঠিছিল তাৰ গুৰিতে এনে সামাজিক পৰিৱৰ্তনেই এটা প্ৰধান কাৰণ বুলি কোনো কোনো বুৰঞ্জীবিদে কয়ঃ

"Humanism was a movement of the human mind which began when following the rise of the towns, the urban intelligentia slowly turned away from the transcendental values imposed by religion

---

১। 'মোৰ জীৱন-সোঁৱৰণ' ঃ পৃষ্ঠা ৫১৩

to the more immediately perceptible values of nature and of man".[২]

নগৰবাসী শিক্ষিত লোকৰ জীৱন-দৰ্শন অদৃশ্যতকৈ দৃশ্যমান জগত আৰু ভগৱানতকৈ মানুহক কেন্দ্ৰ কৰি গঢ়ি উঠা স্বাভাৱিক; সেয়েই য়ুৰোপীয় মানৱতাবোধৰো ভেটি আছিল। অৱশ্যে ভাৰতবৰ্ষত এই য়ুৰোপীয় চিন্তাধাৰাৰ প্ৰভাৱ পূৰ্ণহতীয়াকৈ নপৰিল যিহেতু পৰাধীন দেশত শাসক শ্ৰেণীৰ সভ্যতাৰ প্ৰতি জাতীয় চেতনাৰ তাড়নাত এক বিৰোধ ভাৱ গঢ়ি উঠে; জাতীয় আত্ম-সন্মানৰ তাগিদাত পৰাধীন দেশত, বিশেষকৈ সামাজিক পৰ্যায়ত, পুৰণা ৰীতি-নীতি আৰু সংস্কাৰৰ পুনৰুত্থানৰ প্ৰতিহে মানুহৰ আগ্ৰহ বাঢ়ে। গতিকে বেজবৰুৱাৰ যুগত প্ৰগতিবাদী চিন্তাৰ গুৰিয়ালসকলে এই দুইমুখী দৃষ্টি-ভঙ্গীৰ লগত প্ৰতি মুহূৰ্ততেই মুখামুখি হ'ব লাগিছিল।

বেজবৰুৱাৰ সাহিত্যত মনুষ্যত্বৰ প্ৰতি সন্মান প্ৰদৰ্শন, সন্ন্যাসীয়া-ফকিৰীয়া ধৰ্মৰ প্ৰতি বিদ্বেষ আৰু "I can and I will"[৩] বাক্যৰ মানৱীয় অহঙ্কাৰ নতুন প্ৰগতিবাদী চিন্তাৰ পৰিচায়ক। কিন্তু ইয়াৰ লগতে উগ্ৰ চাহাবী হোৱাৰ ভয়ো বৰ্তমান—'মোৰ জীৱন—সোঁৱৰণ'ৰ কেইবা ঠাইতো বেজবৰুৱাই এনে চিন্তাৰ ইঙ্গিত দিছে। এই বিভক্ত চিন্তাধাৰাৰে প্ৰতিভূ স্বজন বেজবৰুৱাৰ কৃপাবৰ বৰুৱাৰ চৰিত্ৰ। কৃপাবৰৰ ছবিখন চালেই এই কথা সহজে উপলব্ধি হয়; টিকনিধাৰী কৃপাবৰৰ টিকনি—বিদ্বেষ, চাহাবী ধৰণৰ ধ্বজাধাৰী বৰুৱাৰ আন দেশীয় চাহাবৰ প্ৰতি তাচ্ছিল্য ভাৱ। গতিকে বৰবৰুৱাৰ বৰপেটৰ আঁৰ লৈ সমাজৰ ওপৰত সমালোচনাৰ গুলীবৰ্ষণ কৰাৰ উপৰিও বেজবৰুৱাই কৃপাবৰৰ মাধ্যমেৰে নিজৰ জীৱনৰ প্ৰতিও মাজে মাজে কটাক্ষ নিক্ষেপ কৰিছিল যেন অনুমান হয়। কৃপাবৰৰ ছবি চাই বেজবৰুৱাই নিজক হাঁহিবলৈ নিশিকাহেঁতেন, "উগ্ৰ চাহাবানি" আৰু জাতীয়তাবাদৰ সুস্থ সমন্বয় তেওঁৰ মনত গঢ়ি নুঠিলহেঁতেন। বেজবৰুৱাৰ জাতীয়তাবাদ সুস্থ বুলিব পাৰি গুণেই যে তেওঁৰ জাতীয়তাবোধ অহমিকা ভাৱৰ আওপকীয়া প্ৰকাশ নহয়, বা "বিদেশী মানুহে প্ৰতি ঘৃণাই দেশ গৌৰৱৰ প্ৰমাণ"[৪] এনে সূত্ৰও স্থাপিত নহয়। বেজবৰুৱাই এইটোও বুজিছিল যে; আমাৰ যি আছে তাক লৈ গৌৰৱ কৰি থাকিলে নিজক ফাঁকি দিব পাৰিলেও জগতক নোৱাৰে। গতিকে কেৱল

২। 'European Intellectual Tradition', J. Bronowsk, P. 86.

৩। 'বাঁহী' ; ৬ষ্ঠ বছৰ, ২য় সংখ্যা।

৪। 'কাকতৰ টোপোলা' ; 'অসমীয়া জাতি আৰু জাতি', পৃষ্ঠা ৫৪।

প্ৰস্নতত্ত্বৰ "ভাওৰি ঠোকেৰে" ভৱিষ্যতৰ আলহী সোধা অভিপ্ৰায়ক কৃপাবৰ বৰুৱাই ইতিকিং কৰি গৈছে।

'জোনাকী' যুগৰ আন আন চিন্তানায়কৰ দৰেই বেজবৰুৱাই ৰাজনৈতিক স্বাধীনতাৰ কথা ভবা নাছিল। তেওঁলোকে বুজিছিল নিজকে সকলো ফালে যোগ্য কৰি নোলোৱালৈকে স্বাধীনতাৰ চিন্তা কৰাটো অৰ্থহীন। উনৈশ শতিকাৰ ইংৰাজ অৰ্থনৈতিক চিন্তাৰ "survival of the fittest" বাণী সাৰোগত কৰি তেওঁলোকে অসমীয়া জাতিক সৰ্বতোপ্ৰকাৰে যোগ্য কৰি তোলাৰ আদৰ্শক প্ৰকৃত জাতীয় পথ বুলি সাহিত্যচৰ্চাত ব্ৰতী হৈছিল। স্বাধীনতা আন্দোলনৰ প্ৰথম ছোৱাত বেজবৰুৱাই এই আন্দোলনক নানান ভাৱে ইতিকিং কৰিছিল। 'বাঁহী'ত মাজে মাজে উৎকট বৃটিছ-সেৱী কবিতা প্ৰকাশ হৈছিল। তাৰে এটা বেজবৰুৱাই নিজেও লেখিছিল। বৃটিছ শাসনৰ মাজেদি অসমত যি নতুন সভ্যতা-সংস্কৃতি আৰু দৃষ্টি-ভঙ্গীৰ বেঙণি পৰিছিল তাক 'জোনাকী' যুগৰ লেখকসকলে অতি কৃতজ্ঞতাৰে গ্ৰহণ কৰিছিল। প্ৰগতিৰ প্ৰতিবন্ধক অন্ধ-সংস্কাৰৰ প্ৰতিনিধি স্বৰূপ "টিকনিৰূপী ৰাৱণ"ক ইংৰাজৰূপী ৰামে সংহাৰ কৰিব বুলি কৃপাবৰ বৰুৱাই আশ্বাস ৰাখিছিল। সেই বিশ্বাসৰপৰাই বেজবৰুৱাই লেখিছিল:

> "বৃটনীয়া ৰাজে দিছে মহাদান।
> লোৱা হাত পাতি অসম সন্তান॥"

('আহবান': 'বাঁহী'; ৮ম বছৰ, ৫ম সংখ্যা)

গতিকে আমি বেজবৰুৱাক জাতীয় আন্দোলনৰ নেতা বুলি কওঁতে ৰাজনৈতিক ভাৱাৰ্থ যাতে নকৰো সেইটো মনত ৰাখিব লাগে। বেজবৰুৱাই জাতীয় অভ্যুত্থানত কেনে বৰঙণি যোগাইছিল তাক সাহিত্যিক আৰু সামাজিক পৰ্যায়তহে বিচাৰ কৰিব পাৰি।

বেজবৰুৱাই সাহিত্য-জগতত প্ৰথম পদক্ষেপণ কৰে 'লিতিকাই' নামৰ ধেমেলীয়া নাটৰ জৰিয়তে। ই এটা পৰিচিত পুৰণা সাধুকথাৰ নাট্য—ৰূপ। নাট্যকাৰে মাথোন চৰিত্ৰৰ কথোপকথনবোৰহে লেখিবলগা হৈছিল। plot বা ঘটনা-পৰিক্ৰমা সাধুকথাৰপৰাই পূৰ্ণৰূপে লোৱা হৈছিল। নাট হিচাপে ইয়াৰ একমাত্ৰ আকৰ্ষণ গ্ৰাম্য জগতৰ প্ৰতিনিধি স্বৰূপ দেউৰাম বাপুৰ গৃহস্থালিৰ ওপৰত কৰা আলোকপাত। নাটখনৰ নীতি-কথা হ'ল—"বুধিৰীত মুৰুখ মানুহৰ কইলান নাই", "সাত বিহৰ শয়াকণী" হলেহে এই জগতত টিকি থাকিব পৰা যায়। লিতিকাইৰ সাত ভাইৰ ভিতৰত আধৰ . চিনা ভিতাইহে বাটি ব'ল। উচ্চ চিন্তাৰ পৰ্যায়ত "ন জানেন সদৃশং পৱিত্ৰমিহ বিদ্যতে" যেনে

গুৰুবাণী তেনেকৈ প্ৰহসনৰ মাজত লেটোৱা জগতত "মূৰুখ মানুহৰ কইলান নাই" একে গুৰুত্বপূৰ্ণ নীতি-শিক্ষা। ব্যক্তিগত মানসিক উদ্‌বৰ্তনত শীয়ান হ'বলৈ শিকাটো মূৰ্খতাৰ উৰ্ধত। ইংৰাজীত কোৱা হয়: "It is better to be a knave than a fool". এই একে ধৰণৰ নীতি-জ্ঞান 'পাচনি' আৰু 'চিকৰপতি নিকৰপতি'ৰ পৰাও পোৱা যায়। পাচনিয়নীৰ বুদ্ধি প্ৰশংসনীয়, যিহেতু তেওঁ ধৰ্মান্ধ পাচনিৰ অবিবেকী অত্যাচাৰৰপৰা নিজক মুক্ত কৰাৰ পথ বিচাৰি উলিয়াব পাৰিছিল। হাস্যাত্মক (comic) জগতত অনুভূতিতকৈ বুদ্ধিৰ প্ৰাধান্যহে বেছি। গতিকে 'লিতিকাই'ৰ নীতিজ্ঞানত কোনো নিন্দাত্মক (cynical) ব্যঞ্জনা নাই। ই বাস্তৱমুখী, জাগতিক শ্ৰীবৃদ্ধিৰ ভেঁটি। এনে চিন্তা হাস্যাত্মক জীৱন-দৃষ্টিৰ প্ৰাণস্বৰূপ।

আৰু এটা কথা মন কৰিবলগীয়া যে, 'পাচনি', 'লিতিকাই' আদিৰ চৰিত্ৰ সফল কৰিবলৈ গৈ বেজবৰুৱাই অসমৰ গ্ৰাম্য সমাজত তেতিয়াও সজীৱ হৈ থকা পুৰণি বৈষ্ণৱ সাহিত্যৰ লগত নিজৰ লেখনীৰ এক পোনপটীয়া সম্বন্ধ স্থাপন কৰিব পাৰিলে। দেউৰাম বাপু বা পাচনিৰ নিমিত্তে বৈষ্ণৱ সাহিত্যৰ ভাৱ-ভাষাই মাথোন একমাত্ৰ আত্ম-প্ৰকাশৰ বাহন। গতিকে নাটকীয় সঙ্গতিৰ (decorum) লগত কোনো সংঘাত নোহোৱাকৈ বৰঞ্চ চৰিত্ৰাঙ্কন আৰু পৰিবেশ সৃষ্টিৰ সহায়ক হিচাপে বেজবৰুৱাই মুকলিভাৱে বৈষ্ণৱ সাহিত্যৰ ভাষা পদাৱলী এই নাটকবোৰত ব্যৱহাৰ কৰিব পাৰিছিল। বেজবৰুৱাই এইটো ভালকৈ বুজিছিল যে, নাটকীয় পৰিস্থিতিৰ অবিহনে বৈষ্ণৱ যুগৰ ভাষা আকৌ কথিত বা লেখিত—ৰূপে ব্যৱহাৰ কৰা সম্ভৱ নহয়। আনহাতে শঙ্কৰ-মাধৱ আদি বৈষ্ণৱ কৱিসকলৰ সাহিত্যৰপৰা সমল নোলোৱাকৈ নতুন অসমীয়া সাহিত্য গঢ়ি তোলাও সম্ভৱ নহয়। 'অৰুণোদয়'ৰ (১৮৪৬) দিনৰপৰা অসমীয়া কথিত ভাষা সাহিত্যত প্ৰয়োগ কৰা বিধান চলি আহিছে। গতিকে ভৱিষ্যতৰ দিশ কথিত ভাষাৰ উন্নতিৰ ওপৰতহে নিৰ্ভৰ কৰিছিল। বেজবৰুৱাই এই সমস্যাৰ সমাধান কৰিলে গ্ৰাম্য জীৱনৰ বিষয়-বস্তু বাচি লৈ। তাৰ ফলতে লেখকৰ হাস্যৰস আৰু সাহিত্যিক অভিপ্ৰায়ৰ মধুৰ মিলন ঘটিল।

বৈষ্ণৱ সাহিত্যৰ পুনৰুদ্ধাৰত সহায় কৰাটো বেজবৰুৱাৰ যুগমীয়া কীৰ্তিৰ অন্যতম। এই বিষয়ে অনেক আলোচনা হৈছে, গতিকে তাৰ পুনৰাবৃত্তি কৰাৰ সকাম নাই। শঙ্কৰ-মাধৱৰ সাহিত্যৰ লগত নতুনকৈ পৰিচয় হোৱাৰ পিছত অসমীয়া সমাজত ধৰ্মমূলক যি পৰিৱৰ্তন হ'ল সি আমাৰ বিচাৰ্য নহয়, কিন্তু অসমীয়া জাতিক এক নতুন গৌৰৱৰ চেতনা দিয়াত বৈষ্ণৱ সাহিত্যৰ দান

অপৰিসীম। জাতীয় নেতা বা কোনো অপ্ৰমাদী জাতীয় সম্পদ নহলে জাতীয়তাবোধ গঢ়ি তোলা টান। গতিকে বেজবৰুৱাই শঙ্কৰদেৱ আৰু বৈষ্ণৱ সাহিত্যক এই থাপনাত প্ৰতিষ্ঠা কৰিলে ঃ

> "ভাৰতৰ সকলো সভ্যাভিমানী জাতিৰ ভিতৰত অসমীয়া জাতি-টোৱেই আটাইতকৈ পিছ পৰা। তাৰ কাৰণ—আত্ম-বিস্মৃতি।"

সেই গুণেই অসমীয়াৰ অতীত গৌৰৱৰ কথা সোঁৱৰাই দিবৰ বাবে বেজবৰুৱাই তেওঁৰ লেখনিৰ সকলো সামৰ্থ্য প্ৰয়োগ কৰিলে ঃ

> "পৃথিৱীৰ যতবোৰ সুন্দৰ ধৰ্ম্ম গ্ৰন্থ আছে আমাৰ শঙ্কৰদেৱ বিৰচিত কীৰ্ত্তন সেই সকলোৰে ভিতৰত শিৰৰ মুকুট। সেইবাবে আমি প্ৰত্যেক অসমীয়াই এই নগণ্য অকিঞ্চিৎকৰ জীৱন পৰ্য্যন্ত পাত কৰি আসামৰ অতীত গৌৰৱ কাহিনীৰ বিজয় স্তম্ভৰ ওপৰত থকা শঙ্কৰদেৱ—পতাকা ৰক্ষা কৰিম।"
>
> ('বাঁহী', ৬ষ্ঠ বছৰ, ১০ম সংখ্যা)

এই ভাষা ধৰ্ম-প্ৰচাৰকৰ ভাষা নহয়, ই জাতীয় নেতাৰ ভাষণ। সেই-গুণেই বৈষ্ণৱ-সাহিত্যৰ অভ্যুত্থান আৰু অসমীয়া জাতীয়তাবোধৰ আন্দোলন এক হৈ গঢ়ি উঠিছিল। বেজবৰুৱাই আন এঠাইত কৈছে ঃ

> "মুঠতে জাতীয়তা গঠন কৰিবৰ নিমিত্তে যি যি আৱশ্যক সকলোকে সেই মহাপুৰুষে দান কৰি গৈছে।"
>
> ('বাঁহী', ৬ষ্ঠ বছৰ, ২য় সংখ্যা)

অৱশ্যে বেজবৰুৱাই কেৱল জাতীয়তাৰ ধ্বজা উৰুৱায়ে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিব খোজা নাছিল। 'বাঁহী'ত সিঁচৰতি হৈ থকা 'তত্ত্বকথা'সমূহত তেখেতৰ ধৰ্মবিচাৰৰ গভীৰ স্তৰটো দেখা যায়। বেজবৰুৱাই শঙ্কৰদেৱৰ উদাৰ ধৰ্মভাৱ তেওঁৰ জাতীয়তাবোধৰ লগত একে ডোলেৰে বান্ধিবলৈ যত্ন কৰিছিল যদিও অনেক সময়ত ধৰ্মভাৱতকৈ জাতীয়ত্বৰ আহবানেহে পঢ়ুৱৈক বেছি গভীৰভাৱে স্পৰ্শ কৰিছিল।

আগতে কোৱা হৈছে যে বেজবৰুৱাৰ সাহিত্যত চিন্তা-বিভাজনৰ পৰিচয় পোৱা যায় আৰু এই দুইমুখী দৃষ্টি-ভঙ্গীৰপৰাই তেওঁৰ সাহিত্যৰ বিশিষ্ট ৰূপৰ সৃষ্টি হৈছে। ধৰ্মক্ষেত্ৰতো বেজবৰুৱা যি নানান আকৰ্ষণৰ সন্মুখীন হৈছিল সেইটো সহজেই অনুমান কৰিব পাৰি। বিশেষকৈ ব্ৰাহ্ম সমাজ, আৰ্য সমাজ আদি হিন্দুধৰ্মৰ reformist বা পৰিৱৰ্ত্তনমুখী চিন্তাৰ টোৱে

বেজবৰুৱাক বান্ধি কোবাইছিল। বেজবৰুৱাৰ জাগ্ৰত জাতীয়তাবোধে হেঁওাৰ নধৰাহেঁতেন তেওঁ হয়তো এনে কোনো সমাজত নিশ্চয় যোগদান কৰিলেহেঁতেন। গতিকে বেজবৰুৱাই 'বাঁহী'ত কৰা এই হিন্দুধৰ্মৰ নতুন ঠাল-ঠেঙুলিবোৰৰ আলোচনা আমাৰ প্ৰণিধানযোগ্য। ব্ৰাহ্ম সমাজৰ আলোচনা কৰি বেজবৰুৱাই কৈছে ঃ

> "ৰামমোহন ৰায়ৰ কালত পাশ্চাত্য শিক্ষা আৰু পাশ্চাত্য সভ্যতাৰ ভাৰতবৰ্ষত প্ৰথম প্ৰবেশ। সেই শিক্ষা আৰু সভ্যতাৰ জলমলনিয়ে শিক্ষিত ভাৰতবাসীক ৰৰকৈ উখল-মাখল লগাইছিল। বন পোহৰৰ জলকত একপ্ৰকাৰ কণা হোৱা ইংৰাজী-শিক্ষিত ভাৰতবাসীক ইংৰাজ শিক্ষকসকলে আৰু ইংৰাজ পাদুৰীসকলে যেনিয়ে মন যায় তেনিয়ে চলাই লৈ গৈছিল।------পাশ্চাত্য শিক্ষাত শিক্ষিতসকলৰ মনত দেশী ভাষা ঘৃণাৰ বস্তু হৈ পৰিছিল। ---ইংৰাজী, পাৰ্চী, সংস্কৃত তেওঁলোকে শ্ৰেয় বুলি গণ্য কৰিছিল।"
>
> ('বাঁহী'; ১০ম বছৰ, ৭ম সংখ্যা)

কিন্তু জাতীয় ভাষা আৰু স্বদেশানুৰাগ বেজবৰুৱাৰ জীৱন-দৰ্শনৰ ধৰণীস্বৰূপ; গতিকে তত্ত্বস্পৃহা আৰু সঙ্গকামনা থাকিলেও ব্ৰাহ্ম সমাজ আদিৰ-পৰা বেজবৰুৱা আঁতৰি থাকিল আৰু জাতীয়তাবোধৰ প্ৰাণস্বৰূপ শঙ্কৰী ধৰ্মত ব্ৰতী হ'ল। শঙ্কৰ-মাধৱে প্ৰচাৰ কৰা অসমৰ বৈষ্ণৱ ধৰ্মৰ তত্ত্ব আলোচনা আৰম্ভ কৰি ব্ৰাহ্ম সমাজৰ দৰে এই ধৰ্মক আধুনিক শিক্ষিত সমাজৰ গ্ৰহণযোগ্য কৰিবলৈ চেষ্টা কৰিলে। সেই আলোচনাৰপৰা তেওঁ নিজে আশ্বস্ত হ'লঃ "ব্ৰাহ্ম ধৰ্মত আমি মহাপুৰুষীয়া ধৰ্ম দেখোঁ, মহাপুৰুষীয়া ধৰ্মত ব্ৰাহ্ম ধৰ্ম দেখোঁ, প্ৰকৃত ডাঙৰ ধৰ্মৰ সাৰ ভাগত সকলোবে মিল।" এইটো উদাৰপন্থী theosophical societyৰ উদ্যোক্তাসকলৰো মত। অৱশ্যে বেজবৰুৱাই নবুজা নহয় যে, মহাপুৰুষীয়া ধৰ্ম সৰ্বতোভাৱে আচৰণ কৰা সকলৰ বহুতেই মাথোন হোল-গোজ ডকত। তেওঁলোকে একে আষাৰতে কৈ থয় ঃ "তোমাৰ বেদ—বেদান্তই কোৱা মুকুতি আমাক নেলাগে; আমি তাৰ ভু নাপাওঁ আৰু নলওঁ।" ('বাঁহী'; ৪ৰ্থ বছৰ, ২য় সংখ্যা)

গতিকে বেজবৰুৱাই যত্ন কৰিছিল যাতে অসমৰ বৈষ্ণৱ ধৰ্মক এই বিশ্লেষণ-বিমুখ পৰ্যায়ৰপৰা তুলি এক নতুন দাৰ্শনিক ভেটিত প্ৰতিষ্ঠা কৰিব পাৰি।

বেজবৰুৱাৰ ধৰ্মালোচনা ব্যাখ্যা কৰোঁতে আৰু এটা প্ৰশ্ন আমাৰ মনত

ৰখা উচিত : তেওঁৰ ব্যৱসায়ী জীৱনৰ লগত হোৱা সম্বন্ধই ধৰ্ম চিন্তাত কিমান প্ৰভাৱ পেলাইছিল। সাধাৰণ মানুহৰ জীৱনত ধৰ্মজগত আৰু কৰ্মজগত সাধাৰণতে খলপে খলপে থাকে; কিন্তু অনুভূতি-প্ৰৱণ, চিন্তাশীল বেজবৰুৱাৰ সেইটো জৰুল সম্ভৱ হোৱা নাছিল। অৱশ্যে হিন্দু-মনত আত্ম-প্ৰৱঞ্চনাৰ শক্তি অসীম। "প্ৰবাসে নিয়মের নাস্তি" বা আন কোনো "ক্লীং হ্ৰীং ফট্" মন্ত্ৰ কেইটামান উচ্চাৰণ কৰি সকলো সংস্কাৰ ভঙ্গ কৰিও ঘৰলৈ উভতি আহি আকৌ "ভোঃ ভোঃ ব্ৰাহ্মণ" হোৱা লোক আমাৰ দেশত ভৰি আছে। সেইবাবে হিন্দু সমাজত চিন্তামূলক বিপ্লৱে সহজে দেখা নিদিয়ে। বেজবৰুৱা এই বিষয়ে সজাগ আছিল আৰু ধৰ্মভাৱক ভণ্ডামিৰপৰা মুক্ত কৰাটো তেওঁৰ ব্যঙ্গ-ৰচনাৰ এটা প্ৰধান লক্ষ্য আছিল।

সুস্থ ব্যৱসায়ী বা ধনতান্ত্ৰিক জগত উদাৰ ধৰ্মনীতিৰ অবিহনে গঢ়ি উঠা সম্ভৱ নহয়। শঙ্কৰী ধৰ্মত বেজবৰুৱাই এনে উদাৰ নীতিৰ আভাস পাইছিল। বিশেষকৈ শঙ্কৰদেৱে যিহেতু সমাজ-বিমুখ সন্ন্যাসীয়া বা ফকিৰীয়া জীৱনৰ পৰিপোষণ কৰা নাছিল। বৰঞ্চ:

"গৃহতে থাকিয়া হৰিক স্মৰিয়া
মোক্ষ সোধা হৰি নামে।"

আদি বাণীৰ অনুৱৰ্তী হৈ সাধাৰণ ব্যৱসায়ী আৰু গৃহস্থী-জীৱন যাপন কৰিও এজনে ধৰ্মচৰ্চা কৰিব পাৰে। বেজবৰুৱাই শঙ্কৰদেৱৰ ধৰ্মৰ এনে উদাৰ অনুশাসনৰ মাজেদি জাতীয় উন্নতিৰ পথ দেখিছিল। কিন্তু এনে ধৰণৰ ধৰ্ম-চিন্তা আৰু সামাজিক পৰিৱৰ্তনৰ সম্বন্ধ বিশ্লেষণ কৰা বুদ্ধিমূলক আলোচনাই ভাৰতীয় সমাজত বেছি প্ৰতিপত্তি বিস্তাৰ কৰিব নোৱাৰে। ধৰ্ম আলোচনা হ'লেই তাক সাম্প্ৰদায়িকতাই আক্ৰান্ত কৰে। বেজবৰুৱাৰ ক্ষেত্ৰতো সেয়েই হৈছিল। তথাপি তেওঁ আশা কৰিছিল যে, "সাম্প্ৰদায়িকতাৰ বিভিন্নতাবোৰ কিছুদূৰ কিছুকাললৈ ৰাখি হ'লেও মহান উদাৰ ধৰ্ম ভাৱেৰে নিজৰ জীৱন পূৰ্ণ কৰিব পাৰিব আৰু তেনে নিৰ্চাৰে জাতীয়তাৰ ভেটি সুদৃঢ় কৰিব পাৰিব।" ('বাঁহী', ১১শ বছৰ, ১ম সংখ্যা)। এই উদাৰতাবোধৰ আদৰ্শ অসমীয়া তথা ভাৰতীয় সমাজত এতিয়াও সম্যকৰূপে উপলব্ধি হোৱা নাই। ধৰ্মনিৰপেক্ষ-ৰাষ্ট্ৰ হিচাপে ধৰ্মক ৰাজনৈতিক আলোচনাৰপৰা অমাৰ্জিত বুলি আঁতৰাই আমাৰ যুগত আমি উদাৰতাবোধৰ পৰিচয় দিয়া নাই। মাথোন প্ৰত্যেকেই নিজৰ মনৰ এচুকত এক আলাঙ্কুকলীয়া কোন এটা যুক্তি-বিচাৰৰ পোহৰৰপৰা চিৰদিন বঞ্চিত কৰি ৰখাৰ ব্যৱস্থাহে কৰিছোঁ। সেইগুণে সাম্প্ৰদায়িকতালৈ ভয় নকৰি

ধৰ্ম আলোচনাত প্ৰবৃত্ত হৈ বেজবৰুৱাই সংকীৰ্ণতাৰ[৫] শক্তি সজীৱ কৰা নাছিল, সময়ৰ সোঁতৰ লগত পৰিবৰ্তনৰ পথেৰে আগুৱাই যাবলৈ আমাক পথহে দেখুৱাইছিল। সেই পৰিবৰ্তনে মহাপুৰুষীয়া, দামোদৰীয়া সকলোকে সমানে স্পৰ্শ কৰিব লাগিব। অৱশ্যে বেজবৰুৱাই একেবাৰে ভেটি সলোৱা বৈপ্লৱিক পৰিবৰ্তন বিচৰা নাছিল। তেওঁৰ মতে ভাৰতীয় ধৰ্ম-সংস্কাৰকসকলৰ বৈশিষ্ট্য এইটোৱে যে, তেওঁলোকে পুৰণি ৰীতি-নীতিবোৰক যথাযোগ্য সম্মান দেখুৱাই নিজৰ গন্তব্য পথত চলিব পাৰে।[৬]

আমাৰ আলোচনাৰ বিষয়-বস্তু বেজবৰুৱাৰ সাহিত্য-দৰ্শন, সেই গুণেই বেজবৰুৱাৰ সাহিত্যৰ বেলেগ বেলেগ বিভাগত পৰিস্ফুট হোৱা দৃষ্টি-ভঙ্গীৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ যত্ন কৰা হৈছে। এটা কথা আমাৰ মনত স্পষ্টভাৱে প্ৰতিপন্ন হৈছে যে জাতীয়তাবোধ বা অসমীয়া জাতিৰ সৰ্বতোপ্ৰকাৰ উন্নতি অনাই বেজবৰুৱাৰ জীৱন আৰু সাহিত্যৰ মূল অনুপ্ৰেৰণা। সেইগুণেই বেজবৰুৱাৰ চিন্তা, অনুভূতি আৰু কল্পনা সদায় উন্মুক্তভাৱে নিজৰ আনন্দতে নিজে আপ্যায়িত হৈ বিচৰণ নকৰে আৰু তাৰ ফল স্বৰূপেই নিভাঁজ শিল্পী হিচাপে বেজবৰুৱাৰ স্থান বৰ ওপৰত নহয়। অনেক ক্ষেত্ৰত তেওঁ প্ৰকাশ্যভাৱেই শিল্পীৰ দায়িত্ব বিসৰ্জন দিছে। যেনে—'চক্ৰধ্বজ সিংহ'ৰ পাতনিত ঃ

> "এই কিতাপ ৰচনাৰ মোৰ ঘাই উদ্দেশ্য আসামৰ অতীত গৌৰৱ কাহিনী নাটৰ আকাৰেৰে আজি-কালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে। নাট লেখি যহ আৰ্জিবলৈ যোৱাটো নহয়।"

অথচ এই নাটকতে বেজবৰুৱাই সেক্‌চ্‌পীয়েৰৰ 'Henry IV' নাটকৰ ৰাজকুমাৰ হেল (Prince Hal) আৰু ফলষ্টাফৰ (Falstaff) চৰিত্ৰৰ অসমীয়া ৰূপান্তৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল। এই কাৰ্যত তেওঁৰ শিল্পীমনৰ প্ৰকাশৰ প্ৰচুৰ সম্ভাৱনা আছিল আৰু গজপুৰীয়া চৰিত্ৰত তেওঁৰ স্বভাৱজাত হাস্যৰসৰ প্ৰকাশ নোপোৱাও নহয়। কিন্তু নাটখনত অসম বুৰঞ্জীৰ "গৌৰৱ কাহিনী" প্ৰকাশ কৰা অংশত নাটকীয়তা গুণ সমূলঞ্চে নাই। চক্ৰধ্বজ সিংহ আৰু লাচিত বৰফুকনৰ চৰিত্ৰত কোনো নাটকীয় উত্তাপ নাই, কোনো গভীৰতা নাই কাৰণ নাটখনত লেখকৰ অভিপ্ৰায় আৰু অনুপ্ৰেৰণাৰ কোনো সমন্বয় নঘটিল।

কেৱল মাথোন কৃপাবৰ বৰুৱাৰ চৰিত্ৰতহে এই সমন্বয় ঘটিছিল। সেই

---

৫। এই সম্পৰ্কে বেজবৰুৱা-ৰজনীকান্ত বৰদলৈৰ বাদানুবাদ প্ৰণিধানযোগ্য। 'বাঁহী'; ১০ম বছৰ, ৭ম সংখ্যা।

৬। 'বাঁহী'; ১০ম বছৰ, ৪ৰ্থ সংখ্যা।

বাবেই এই চৰিত্ৰ-সৃষ্টিত বেজবৰুৱাই প্ৰাণ উজাৰি দিব পাৰিছিল। কিন্তু ব্যঙ্গাত্মক ৰচনাত অনুভূতি আৰু কল্পনাৰ পথ প্ৰকৃততে উন্মুক্ত নহয়। ই সাম্প্ৰতিক জগতৰ ঘটনা পৰিক্ৰমাৰে সীমাবদ্ধ। বেজবৰুৱাৰ ক্ষেত্ৰত এই কথা প্ৰযোজ্য, যিহেতু কৃপাবৰ বৰুৱাই যি সমাজ সমালোচনা কৰিছিল সেইখন সমাজ প্ৰকৃততে খিতাপি লগা নাছিল আৰু ব্যক্তি জীৱনত পৰিলক্ষিত দোষবোৰ সামাজিক বা ৰাজহুৱা হিচাপে বিস্তাৰ হোৱা নাছিল। গতিকে কৃপাবৰ বৰুৱাৰ হাস্যৰসৰ মূল উপাদান নিজেই। আগতে কৈ আহিছো যে, বেজবৰুৱাই নিজৰ জীৱনৰ প্ৰতিও জ্ঞাত বা অজ্ঞাতভাৱে মাজে মাজে কটাক্ষ নিক্ষেপ কৰিছিল। সেইটো অনুমান কৰিব পৰা যায় কৃপাবৰ বৰুৱাৰ নাম আলোচনা কৰা সময়ত ঃ

> "হওতে ধৰ্ম্মতঃ চাবলৈ গ'লে মোৰ বৰবৰুৱা হবৰ ষোল অনা হক আছে। 'বৰ' শব্দটো মোৰ নামৰ ভিতৰতে আছে, লোকত হাত পাতিব নলগাকৈয়েই! ঠাইতে লাহেকৈ কৃপা শব্দটোৰ গাৰপৰা তাক পানী অকণমান দি কোমলাই একৰাই 'বৰুৱা' শব্দটোৰ গাত লগাই দিলেই লেঠা ছিগিল। আজিকালি শই শই কত ন বৰুৱা ফুকন পাবতে গজি 'মোক চা' 'মোক চা' কৈ ভেম ধৰি ওলাইছে।"

নিজৰ নাম সলাই পোছাকী বা নগৰীয়া বা সম্ভ্ৰান্ত হোৱা অভিপ্ৰায় নেথাকিলেও বেজবৰুৱাই কিন্তু নিজৰ নামটোও পানীত কোমলাই বেলেগ কৰিছিল। 'জীৱন সোঁৱৰণ'ত তেওঁ নিজেই উল্লেখ কৰিছে ঃ

> "বি. বৰুৱাৰ অনুৰোধত মই মোৰ বেজবৰুৱা (Bezbaroa) উপাধিৰ বৰ্ণবিন্যাস সলাই এল. এন. বি. কৰিলোঁ" (পৃষ্ঠা ১৮২)

বি. বৰুৱাৰ সহোদৰ ভাই বুলি ব্যৱসায় জগতত পৰিচয় দিবৰ বাবে। এই খবৰ বেজবৰুৱাই অতি সহৃদয়ভাৱে আমাক দিছে। লেশমানো তাত আত্ম-সমালোচনাৰ ভাৱ নাই। অথচ এনে আত্ম-সমালোচনা কিছু আৰোপ নকৰিলে কৃপাবৰ বৰুৱাৰ অনেক উক্তি হাস্যাত্মকতাকৈও বিদ্বেষমূলক (malicious) যেনহে লাগিব। যি কি নহওক, কৃপাবৰৰ চৰিত্ৰৰ মাজেদি বেজবৰুৱাই অসমীয়া সাহিত্য আৰু সমাজলৈ এক নতুন উদ্দীপনাৰ ইঙ্গিত দি গ'ল, ইংৰাজীত ইয়াক zest বা verve বোলা হয়। গতিকে যদিও বিশ্ব-সাহিত্যৰ মানদণ্ডৰ চালে বেজবৰুৱাৰ লেখনিত কোনো অপৰূপ সম্পদৰ সন্ধান নেপাওঁ, তথাপি তেওঁৰ লেখনিয়ে বিকীৰণ কৰা এই উদ্দীপনা এতিয়াও অসমীয়া সাহিত্যৰ বিস্ময়।

বেজবৰুৱাৰ সময়ত অসমীয়া ভাষাৰ কি দুৰৱস্থা আছিল তাক সকলোৱে

জানে। বেজবৰুৱাই অসমীয়া ভাষাৰ স্বীকৃতিৰ বাবে কি কৰি গ'ল সিও সকলোৰে জনা আছে। বাহ্যিক ৰাজনৈতিক স্বীকৃতিতকৈ আমাৰ নিজৰ মনত বেজবৰুৱাই যি আত্ম-প্ৰত্যয় আনি গ'ল সিহে বেছি প্ৰশংসনীয়। অসমীয়া ভাষাৰ মাধ্যমেৰে যে আধুনিক জগতৰ ভাব-কথা, আৱেগ-অনুভূতি মনোৰঞ্জন কৰি প্ৰকাশ কৰিব পাৰি তাৰ উপলব্ধি প্ৰথম বেজবৰুৱা যুগতে হয়। 'অৰুণোদয়'ৰ (১৮৪৬) হেনা-হুচা অসমীয়া, 'আসাম বন্ধু'ৰ 'সত্ৰীয়া'[৭] গুৰু-গম্ভীৰ গদ্য-ৰীতি বেজবৰুৱাৰ হাততহে প্ৰথমে সহজসাধ্য হৈ প্ৰকাশিকা শক্তিৰ পূৰ্ণ সম্ভাৱনা প্ৰকট কৰে। গতিকে বেজবৰুৱাৰ উদ্দীপনাৰ ঘাই সোঁতা প্ৰকাশ পাইছিল ভাষাৰ এই পৰীক্ষা-মূলক প্ৰাচুৰ্য প্ৰকাশ কৰাত। 'লিতিকাই'ৰ দেউৰাম বাপুৰ কেচাই-খাইতী যেন পত্নীৰ উগ্ৰ বাক্‌পটুতাৰপৰা বহুভাষী কৃপাবৰৰ ভাষায়ো ৰৱ নোলোৱা ভাবৰ ভমকনি"ফ্লাইট ফ্লৌট ফ্লোইট ফ্লোৰেইট"লৈকে বেজবৰুৱাৰ ভাষা সংক্ৰান্তীয় উদ্দীপনাৰ পৰিচয় পাওঁ। কৃপাবৰৰ ভাষাক কোনো অভিধানে বা সামাজিক সম্ভ্ৰমে লাকাম লগাব নোৱাৰে। প্ৰকৃত শিল্পীৰ দৰে বৰবৰুৱাক শব্দৰ ঝঙ্কাৰে আৰু বাদ্যৰ ধ্বনিয়ে মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। সেই গুণেই কৃপাবৰৰ সৃষ্টিত বেজবৰুৱাৰ শিল্পী--মনৰ বিশিষ্ট ৰূপ প্ৰকাশ পাইছিল।

বেজবৰুৱাৰ সাহিত্য আছিল প্ৰসাৰমুখী (expansive); সাহিত্যৰ সকলো বিভাগতে তেওঁ মুকলি মনে বিচৰণ কৰিছিল। কিন্তু প্ৰসাৰমুখী মন আৰু সূক্ষ্ম শিল্পীসুলভ মনোনিবেশ সচৰাচৰ একেলগে যোৱা দেখা নেযায়। গতিকে কৃপাবৰৰ অবাধ উন্মুক্ত আকাশৰ তলত বেজবৰুৱাই যিমান আত্ম-প্ৰসাদ লভিছিল, আন কোনো ক্ষেত্ৰত তেনে তৃপ্তিৰ ইঙ্গিত নেপাওঁ। কৱিতা লেখিছিল "কৱিতা হয় যদি হওক, নহয় যদি নহওক" বুলি—সেইগুণেই বেছি ভাগ কৱিতা ভাষা আৰু ছন্দৰ আসোঁৱাহেৰে ভৰা। স্বৰ্গীয় ডিম্বেশ্বৰ নেওগে কোৱাৰ দৰে: "বীণ বৰাগীৰ নিচিনা ওখ খাপৰ কৱিতাতো বেজবৰুৱাৰ ছন্দই খোৰাইছিল" ('বুৰঞ্জী', পৃষ্ঠা ৩৩২)। কিন্তু "বেজবৰুৱা কৱিহে, শিল্পী নহয়" বুলি নেওগে যি আওপকীয়া প্ৰশংসা আগবঢ়াইছে সি বিফল। সু-কৱি আৰু শিল্পীৰ মাজত কোনো ব্যৱধান থকা উচিত নহয়। প্ৰকৃত কৱিয়ে দুই পৰ্যায়তে সমান উৎকৰ্ষ আহৰণ কৰিব লাগে। কাৰণ কৱিয়ে দুই ৰাজ্যত বিচৰণ কৰে। এখন নিজস্ব, নিৰ্জন আৰু আনখন ৰাজহুৱা আৰু বাহ্যিক। গতিকে নেওগৰ কৱি—শিল্পী বিভাজনৰ দৰে কৃপাবৰ বৰুৱাই কৰা "আপোন গুণে কৱি" আৰু "বিষয় গুণে

৭। এই বিশেষণটো শ্ৰীযুত বেণুধৰ শৰ্মাই 'দুখনি'ৰ এটা প্ৰবন্ধত ব্যৱহাৰ কৰিছে।
(পৃষ্ঠা – ৩)

কবি"ৰ বিভাজনো সমুচিত নহয়। অৱশ্যে বেজবৰুৱাৰ কাব্য-সম্পৰ্কীয় চিন্তাৰ পৰিচায়ক হিচাপে এই আলোচনা বিশ্লেষণ কৰি চোৱা আৱশ্যক।

উনৈশ শতিকাৰ নৱন্যাসী কবিসকলৰ লেখনিৰে পৰিপুষ্ট বেজবৰুৱাৰ চিন্তা—জগতত 'কবিতা' এক অপৰূপ স্বৰ্গীয় উপাদান ঃ

"ৰমণীৰ কমনীয় মাধুৰী মধুৰ
আধা-ফুটা আধা-মাত সৰগ শিশুৰ।"

কিন্তু বেজবৰুৱাৰ ব্যঙ্গাত্মক বাস্তৱমুখী কৃপাবৰী মনত কবিতা হোৱা উচিত সমাজৰ সকলো বিষয় সমানে ৰসাত্মকভাৱে প্ৰকাশ কৰিব পৰা মাধ্যম। সেইগুণেই তেওঁ বিষয়গুণী কবিসকলক উপলুঙা কৰিছে—যিসকলে "ফুল, ফুলনি, মলয়া, কপৌ, চন্দ্ৰ, পদুম, ভেট" প্ৰভৃতি তথাকথিত কাব্যিক সমল নহলে কবিতাক কবিতা নোবোলে। তাৰ পৰিবৰ্তে কৃপাবৰে (ওৰফে বেজবৰুৱাই) আহ্বান জনাইছে কাব্যৰ পৰিসৰ বিস্তৃত কৰিবলৈ ঃ

"তুমি যদি সঁচাসঁচিকৈই কবি তেন্তে বিলাতী কবি পোপৰ দৰে তিহ শহাপহুৰ বিষয়ে কবিতা লিখি ওপৰত কোৱা ওঠৰটা ৰসৰ নিচিনা ৰস বোওঁৱাচোন চাওঁ! সৰু কথাত ডাঙৰ ভাৱৰ পয়দা কৰিব যি সি হে কবি।" ('কবিতা'ঃ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপলা')

গতিকে বেজবৰুৱাই যাক আপোন গুণে কবি বুলিছে তেওঁ প্ৰকৃততে শিল্পী হব লাগিব—শিল্পী অৰ্থাৎ যি skilled বা যাৰ কাব্যিক প্ৰতিভাত পাৰ্গতালি আছে। গতিকে বেজবৰুৱাৰ মনত ওঠৰ শতিকাৰ ইংৰাজ কবি পোপৰ আহি আৰু উনৈশ শতিকাৰ নৱন্যাসী কবি গোষ্ঠীৰ আহিৰ দুইমুখী আকৰ্ষণে অলপ বেমেজালি সৃষ্টি কৰিছিল। ফলত বেজবৰুৱাই ৰোমাণ্টিক আৰু অনা-ৰোমাণ্টিক দুই শ্ৰেণীৰ কবিতাই লেখিছিল যদিও স্পষ্ট চিন্তা আৰু "সাধনাৰ অভাৱত"[৮] দুয়ো শ্ৰেণীৰ কবিতাই পুৰাকৈ ঠন ধৰি উঠিব নোৱাৰিলে। তথাপি কবিতা কি, কবিতা কেনে হোৱা উচিত, ইত্যাদি প্ৰশ্নৰ অৱতাৰণা কৰি বেজবৰুৱাই তেওঁৰ নিজৰ তথা যুগৰ সাহিত্যৰ প্ৰতি থকা সজাগ আত্ম-সমালোচনামূলক মনৰ পৰিচয় দিলে।

সৰ্বশেষত এটা প্ৰশ্নৰ আলোচনা কৰি এই প্ৰবন্ধৰ সামৰণি মাৰিম।

---

৮। 'বেজবৰুৱাৰ কবিতা' ঃ ডঃ মহেশ্বৰ নেওগ। 'বেজবৰুৱাৰ সাহিত্য প্ৰতিভা।' (পৃষ্ঠা—৪২) ঃ "কবিতা এটা আৰ্ট আৰু আন আৰ্টৰ দৰে কবিতাত সাধনা আৰু অনুশীলন লাগে। বিশেষ সাধনাৰ অভাৱতে বেজবৰুৱাৰ কবিতাত এটি নিৰন্ত দাৰ্শনিক

বৰ্ত্তমান অসমীয়া সাহিত্যৰ নানান্ বিশৃঙ্খল অৱস্থা দেখি অনেক সাহিত্যিকে বেজবৰুৱাৰ দৰে ব্যক্তিত্ব আৰু ব্যুৎপত্তি থকা লেখকক dictator বা সৰ্বাধিনায়ক হিচাপে পাবলৈ বিচাৰে। কিন্তু বেজবৰুৱাৰ সাহিত্য-আলোচনা কৰি আমাৰ এনে ভাব হয় যে, বেজবৰুৱাই নিজকে এনেকুৱা স্বেচ্ছাচাৰী অধিকৰ্তা হিচাপে কেতিয়াও কল্পনা কৰা নাছিল। তেওঁ মনে-প্ৰাণে উদাৰ নীতিবাদী আছিল। ভাষা সম্পৰ্কে তেওঁ এঠাইত স্পষ্টকৈ কৈছে:

"ভাষা জীয়া বস্তু, তাৰ বৃদ্ধি আছে, হেমকোষৰ লোৰ শিকলিয়ে সদায় তাক বান্ধি ৰাখিব নোৱাৰে আৰু ৰখাটো বিপদৰহে চিন, সম্পদৰ নহয়।" ('বাঁহী', ৬ষ্ঠ বছৰ, ৭ম সংখ্যা)

বেজবৰুৱাৰ সাহিত্যত যি উন্মুক্ত চিন্তা আৰু মনৰ পৰিচয় পোৱা যায়, তাৰ প্ৰতিফলন, তেওঁৰ শব্দচয়ন আৰু বাক্য-গাঁথনিত পুৰাকৈ পৰিছিল। ইয়াক 'আসাম বান্ধৱে' (৩য় বছৰ, ৪ৰ্থ সংখ্যা) "উদ্ধত" বুলি বৰ্ণাইছিল আৰু কৈছিল যে, বেজবৰুৱাৰ "বাক্য-পদ্ধতি প্ৰায়েই ইংৰাজী সাঁচত মৰা। সময়ত ইংৰাজীৰ-পৰা তেনেই অনুবাদ যেন লাগে।" কিন্তু প্ৰকৃততে এইটোৱেই বেজবৰুৱাৰ অসমীয়া গদ্য সাহিত্যলৈ প্ৰধান দান যে, তেওঁ অনমনীয় ( stiff ) সংস্কৃতীয়া আৰু ভকতীয়া শব্দ গাঁথনি পৰিত্যাগ কৰি শিক্ষিত অসমীয়াৰ উজু কথিত ভাষা ব্যৱহাৰৰ পথ মুকলি কৰি গ'ল। তেওঁৰ বাক্য গাঁথনিৰ পদ্ধতি পোনপটীয়া আৰু তাৰ গতি খৰস্ৰোতা। চিন্তাৰ ক্ষেত্ৰৰ দৰে ভাষাৰ ব্যৱহাৰতো বেজবৰুৱাই ভয়ক প্ৰশ্ৰয় নিদিছিল:

"ভয়েই মানুহৰ প্ৰধান শত্ৰু। যদি আধ্যাত্মিক, মানসিক আৰু শাৰীৰিক স্বাধীনতা লাভ কৰিব খুজিছা, তেন্তে এই শত্ৰুক জয় কৰা।" ('বাঁহী', ৬ষ্ঠ বছৰ, ১ম সংখ্যা)

গতিকে বেজবৰুৱাৰ ভাষা সম্পৰ্কে আসোঁৱাহ ধৰা সকলক তেওঁ উত্তৰ দিছিল 'প্ৰবাসী'ৰপৰা সংগ্ৰহ কৰা এটা উদ্ধৃতিৰে:

"সাহিত্যৰ বাট পগোশালিৰ পণ্ডোৱা ব্যাকৰণ লিখকসকলৰ দ্বাৰাই মুকলি নহয়। মুকলি হব শ্ৰেষ্ঠ লিখকৰ লিখাৰ পৰাহে।"

এই শ্ৰেণী লিখকৰ বিকাশৰ বাবে লাগে স্বাধীনতা আৰু উচ্চ আদৰ্শ আৰু নিজৰ সকলো শক্তি নিপাত কৰি হলেও কলা-মন্দিৰত সেৱা কৰিব পৰা মনৰ দৃঢ়তা। সেয়েই আছিল বেজবৰুৱাৰ সাহিত্য-দৰ্শনৰ ভেঁটি।

# সাহিত্যৰথী বেজবৰুৱা

## তীৰ্থনাথ শৰ্মা

লোকপ্ৰদত্ত এটা উপাধি সভা-সমিতিত প্ৰস্তাৱ লৈ আনুষ্ঠানিক-ভাৱে দিয়া হয়। কোনোটো উপাধি, একোজনৰ গাত লিপিট্ খাই ধৰে আপোনা-আপুনি——কোনো ৰজাৰ আজ্ঞা, বিদ্বৎপৰিষদৰ সন্মতি অথবা সভা-সমিতিৰ ঘোষণা-পত্ৰৰ অৱলম্বন নোহোৱাকৈয়ে। বেজবৰুৱাৰ সাহিত্যৰথী উপাধিটো পিছৰ বিধৰ। এই উপাধি চৰকাৰে দিয়া নাছিল, সাহিত্য সভাৰ দৰে বিদ্বৎগোষ্ঠীৰ সন্মান—পত্ৰৰ স্বীকৃতিও ইয়াত নাই। এই উপাধিৰ দেখাত কোনো কতপা নাই—ইয়াৰ নেদেখা কতপা হৈছে সমজ্যাৰ জনে মনে মনে দিয়া ৰায়। এনে উপাধি প্ৰদানত ভুল বাচনি হব নোৱাৰে, পক্ষপাতিত্বৰ দোষেও ইয়াক নপৰশে। পৰ্বতৰ গৰ্ভত জলৰাশি ব্যাপকভাৱে সঞ্চিত হ'লেও এটি নিজৰা বা এখন নদীৰ স্ৰোতধাৰাইদিহে সি প্ৰকট হয়। সেইদৰে জনগণৰ মন-সাগৰত সঞ্চিত অনুভৱ একোজন মৰ্মজ্ঞ ব্যক্তিৰ উক্তিয়েদি উজাৰ খাই ওলায়। এনে উক্তিত ভেজনি নাথাকে, ভুল বাচনি বা পক্ষপাতিতাৰ দোষেও তাক চুব নোৱাৰে।

আমি শুনাত বেজবৰুৱাৰ নামৰ আগত 'সাহিত্যৰথী' উপাধি পোনতে জুৰি দিছিল স্বৰ্গীয় বহ্নকান্ত বৰকাকতিয়ে। বৰকাকতি এজন মৰ্মজ্ঞ কবি আৰু সমালোচক আছিল। তেখেতে বেজবৰুৱাক বোলা প্ৰশংসা বাক্যাষাৰ অসমৰ ৰসিক জনগণৰ পুঞ্জিত মৌন-স্তুতিৰ বাঙ্‌ময় বিগ্ৰহ মাথোন। সেই কাৰণে আনুষ্ঠানিক আড়ম্বৰৰ কতপা নাথাকিলেও গোটেই সমাজে বিনা আসোঁৱাহে, নোপোৱাই পোৱাদি, যথাৰ্থ বিচাৰ বুলি গ্ৰহণ কৰিলে। সাহিত্যৰথী উপনামেৰে লক্ষ্মীনাথ বেজবৰুৱা এজন যথাৰ্থনামা পুৰুষ।

অৰ্জুনে হেনো এপাত কাঁৰ হাতত লৈছিল, সিয়ে ধনুত জোৰোতে দহপাত হৈছিল, জোৰৰপৰা উৰুৰি যাওঁতে সেই দহপাতেই এশপাত হৈছিল আৰু শেহাতত হেজাৰপাত হৈ শত্ৰুৰ গাত পৰিছিলগৈ। সেইকাৰণে অৰ্জুন

কুৰুক্ষেত্ৰ ৰণৰ মহাৰথী। একক হেজাৰ কবিৰপৰা জনেই মহাৰথী। লক্ষ্মীনাথ বেজবৰুৱা এজন হৈয়ো হেজাৰজনত প্ৰবেশ কৰিছিল কেনেকৈ তাকে গমি চাওঁ :

(১) লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়াৰ মনৰ 'মই সৰু' ভাবৰ কণ-কঠীয়া মাৰি 'মই কি' স্বৰূপৰ উপলব্ধিৰে বালাধান কৰি চামনিপৰা জাতীয় চেতনাক পুনৰুজ্জ্বল কৰি প্ৰতিষ্ঠিত কৰিলে;

(২) চেমনীয়া আৰু ডেকা অসমীয়াৰ মনত সাহিত্য-কৰ্মৰ প্ৰতি প্ৰেৰণা যোগাইছিল বেজবৰুৱাই; লগে লগে ভাষা-সাহিত্যৰ উজ্জ্বল গতি দেখিলে অবাটে যাবলৈ নিদি কোঢ়ামুঠীয়া বাঘ-জৰীয়ো ধৰিছিল;

(৩) সবাতকৈ অসমীয়া সাহিত্যৰ মানস-সৰোবৰ সদৃশ অসমৰ সমাজ-সংস্কৃতিৰ সঞ্চিত গুপ্তৰসক ব্ৰহ্মাণ্ড ভেদি ব'বলৈ পাৰ ভাঙি দিলে বেজবৰুৱাই। এনেহেন সহস্ৰশীৰ্ষ সাহিত্যিক-মুখ্যক ৰথী নুবুলি বুলিম কাক ?

এই কেইটা বিষয়ক প্ৰতি প্ৰতিকৈ গমি পিটিকি আলচ কৰিলেহে আমি ক'ব খোজা কথাখিনি ভালকৈ কোৱা হ'ব।

উনবিংশ শতিকাৰ পিছৰ ছোৱা কাল দেশত শান্তিয়ে লাগ দিছিল, এই কথা পাকে প্ৰকাৰে সঁচা। পিছে এই শান্তিৰো ৰকম এক। দীৰ্ঘকাল জোৰা অশান্তিৰ পৰিসমাপ্তিকো শান্তি যেন লাগিব পাৰে। অৰ্দ্ধ শতাব্দী জোৰা যুদ্ধ-বিগ্ৰহ, উপদ্ৰৱ-অত্যাচাৰৰ যেনিবা অন্ত পৰিল। মাকে পুতেকক থিতাতে হেৰুৱাব লগা হোৱা, পুতেকে আই-বোপাইক এৰি দিক্‌চৌ পাই উভতি নহাৰ আশঙ্কা, ভঁৰালত ভৰোৱা লখিমীক ভঁৰালতে পেলাই পিঠাগুৰিৰ টোপোলাকে সমল কৰি হাবিত সোমোৱাৰ যুগ এটাৰ যেনিবা অন্ত পৰিল। তাতোকৈ কিজানি সামন্ত নীতিৰ কামিহাড় ভগা শাসনৰ পদে পদে থকা ভয়, সংশয়, দেহাই নটনা—নিকিনা পৰিশ্ৰম, উদ্যত ৰাজৰোষ আদিৰপৰা মুক্ত হৈ পোন হৈ উশাহ লবপৰা দিনকেইটা পাই একশ্ৰেণীৰ লোকে স্বস্তি অনুভৱ কৰাটো স্বাভাৱিক। এই শ্ৰেণীৰ লোকে পুত্ৰ—পৰিবাৰ সহ খাই লৈ নিশঙ্কচিত্তে জীয়াই থকাটোকে দেৱতাৰ বৰ যেন ভাবি নিজকে হোজা অসমীয়া ৰূপে চিনাকি দি সুখ পোৱা হ'ল আৰু মহাৰাণীৰ দোহাই দি শপত খাবলৈকো অভ্যাস কৰিলে। কিন্তু এটা শ্ৰেণীৰ লোকৰ অস্বস্তিৰ কাৰণ—ৰোবেও মূৰ দাঙি উঠিল। ৰজাই দিয়া বিষয়ৰূপে খাবলৈ পোৱা শ শ পুৰা মাটিৰ খাজনা দি ধন ভৰিব লগা হ'ল। আপোন গোট হৈ থিতাপি লোৱাৰ সুযোগ পোৱাত বন্দী-বেটীবো লাহে লাহে পৰালি পৰিল। ৰজাদিনীয়া খিতাপ, মান-সন্মান আৰু প্ৰতাপ—পয়োভৰ আদি বুঢ়ী আয়ে কোৱা জুহাল-

গুৰিৰ পুৰাণত ভেজা দি ৰ'লগৈ। কৌটিকলীয়া শ্ৰেণী-বৈশিষ্ট্যৰ ৰীতি-নীতিবোৰ ধীৰে ধীৰে চকুৰ আগতে উৰুলি যাবলৈ ধৰিলে। এইশ্ৰেণী লোকৰ জীৱন—ধাৰাত তোলপাৰ লাগি মনোৰাজ্যত অশান্তিৰ উদ্ভৱ হোৱাটোত আচৰিত হ'বলগীয়া একো নাই। তাতে আকৌ ভূতৰ ওপৰত দানহ পৰিল। অসমীয়াই এনেয়ে বঙালক 'বৰদাস্ত' নকৰিছিল। বঙাল মাৰিবলৈ যোৱা প্ৰিয়জনৰ কথা কৈ বিধুৰা প্ৰেয়সীও প্ৰবোধ মানিছিল। এনেস্থলত পঢ়াশালিত আদৰ্শ বঙ্গ-বিদ্যালয়ৰূপে অসম-ভাৰতত অৱতাৰ হ'ল এক ধৰণৰ বিদ্যালয়ৰ। তাত "পক্ষীসব কৰে ৰব ৰাত্ৰি পোহাইল" ধ্বনিৰ গুঞ্জন উঠিল। সাধাৰণ কথা-বতৰাত ঘৰুৱা নাম হ'ল ,বঙলা স্কুল'। আনকি সৌ সিদিনালৈকে, অৰ্থাৎ আমি পঢ়া দিনলৈকে স্বৰে এৰাৰ পিছতো পৰকিতি ৰূপ 'বঙলা স্কুল' নামটোৱে লগ নেৰিছিল। বেজবৰুৱাই তেখেতৰ 'জীৱন সোঁৱৰণ'ত এই তিতা-কেঁহাক এনেকৈ সুঁৱৰিছে :

> "প্ৰথমত মোক বঙলা স্কুলত নাম লগাই দিয়া হ'ল; একেবাৰে তৃতীয় শ্ৰেণীত। সেই কালত অসমীয়াৰ মাতৃভাষা বঙলা; অসমীয়া ভাষাটো এটা স্বতন্ত্ৰীয়া ভাষা নহয়, মাথোন বঙলা ভাষাৰহে এটা হেনা-হঁচা মাত, এই ভ্ৰমৰ বশৱৰ্ত্তী হৈ গৱৰ্ণমেণ্টে আসামত অসমীয়া ল'ৰাৰ নিমিত্তে 'আদৰ্শ বঙ্গ-বিদ্যালয়' নাম দি ছাত্ৰবৃত্তি 'পাছ' কৰিবলৈ বঙলা স্কুলবোৰ পাতি দিছিল। আমাৰ শিৱসাগৰতো ইংৰাজী স্কুলৰ ওচৰতে এনেকুৱা মিছা দাবীৰ তোকাৰে থিয় হোৱা 'আদৰ্শ বঙ্গ-বিদ্যালয়' এটাই বৰ ঘৰ, বৰ মেজ, বৰ চকী-বেঞ্চ লৈ, অসমীয়া কুমলীয়া ল'ৰাৰ কুমলীয়া মনৰ ওপৰত ঘেঁহ পিহা জাঁতৰ নিচিনা বঙ্গলা ভাষাৰ জাঁত এখন ঘৰ্ঘৰ কৰে ঘূৰাই দিছিল।"

আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদিয়ে অসমীয়া ভাষা প্ৰতিষ্ঠাৰ ফেহজালি দিলে। কিন্তু তাত বিলুপ্তপ্ৰায় চেতনাক জগাই দিব পৰাকৈ ভেৰা-শঙ্খৰ তুমুল শব্দ নাছিল। তদুপৰি হেমচন্দ্ৰ আৰু গুণাভিৰামে পাকে-প্ৰকাৰে অসমীয়া সমাজৰ দোষ যিমান গালে, গুণৰ কথালৈ সিমান মন নিদিলে। পুৰণিৰ কথা শুনালে, কিন্তু অসমীয়াক স্বৰূপ সোঁৱৰাই জগাই দিয়াৰ প্ৰয়োজন অনুভৱ নকৰিলে। নতুনৰ জাননী দিলে, কিন্তু ন-কৈ চাবলৈ শিকাবলৈ সময় নাপালে। এই কাম 'জোনাকী'ৰ যুগলৈ এৰি থৈ গ'ল। লক্ষ্মীনাথ বেজবৰুৱাই যেন প্ৰথম এই স্বৰূপ আৱৰি থকা অসমীয়াক 'তত্ত্বমসি' বুলি মহাবাক্য শুনালে :

"আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম,
সকলো আছিল, সকলো আছে, নুগুণো নলওঁ গম,
শঙ্কৰে দিলে বিশুদ্ধ ধৰম, লাচিতে হাতত বল,
সতী জয়মতীৰ সতীত্ব তেজেৰে অসমী সতী প্ৰবল।
বাজক ডবা বাজক শঙ্খ বাজক মৃদং খোল
অসম আকৌ উন্নতি পথত 'জয় আই অসম' বোল।"

ৰসৰাজৰাপে ধেমালিৰ ছলতো আঙুলিৰ মূৰেৰে যেন হেঁচুকি দিলে—"উঠ অসমীয়া, সোৰোপা কানীয়া অসমীয়া——হোঃ কুঁহিয়াৰ এচকলকে খা।"

সকলো আছিল আৰু সকলো আছে, কেৱল 'জয়' বুলি উন্নতি পথত আগবাঢ়িব লাগে। উন্নতি পথত আগবঢ়াৰ তিনিটা আপুৰুগীয়া অথচ অপৰিহাৰ্য গুণৰ প্ৰতি দৃষ্টি আগ্ৰহি আনি সিয়ো অসমীয়াৰ মনৰ বৰ চাঙত কেনেকৈ এক্কাৰতে জিল্লিকি আছে তাক দেখুৱালে আৰু চমজাই দিলে। সেইকেইটা হ'ল: শঙ্কৰৰ বিশুদ্ধ ধৰম, লাচিতৰ বল আৰু সতী জয়মতীৰ সতীত্ব। এটা জাতিক উন্নতি পথত আগুৱাবলৈ যিকিটা বস্তু লাগে সেই আটাইকেউটা——ধৰ্মবল, ক্ষাত্ৰবল আৰু ত্যাগবল। জাবৰিবৰ্জিত এটা বিশুদ্ধ ধৰ্ম মহাপুৰুষ শঙ্কৰদেৱৰ যহত আমাৰ আছে। লাচিতৰ দৰে শৰাইঘটীয়া বীৰত্বৰ বলদায়ক ঐতিহ্য অসমীয়াৰ ধমনীত সঞ্চাৰিত হৈ আছে। সবাতোকৈ জয়মতীৰ আত্মবলিদানে জাতীয় জীৱনৰ চৰম বস্তু ত্যাগৰ মহিমা চিনাই থৈ গৈছে। এনে অৱস্থাতো আমি দুখীয়া নে? কিহৰ দুখীয়া হ'ম—এই ভাৱৰ সঞ্জীৱনী চিকিৎসা সেই যুগৰ ৰোগৰ নিদান বুজিয়ে বেজবৰুৱা-বংশতিলক লক্ষ্মীনাথে কৰিব লগা হৈছিল।

এই 'মোৰ আছে' তওঁটি আঙুলিয়াই দিয়েই ক্ষান্ত নাথাকি সেই প্ৰত্যেকটোকে তন্ন তন্নকৈ ফহিয়াই অসমীয়া পাঠক সমাজৰ আগত পোহাৰ মেলিলে। শঙ্কৰৰ বিশুদ্ধ ধৰমৰ তাৎপৰ্য ব্যাখ্যা কৰিলে ধাৰাবাহিক প্ৰবন্ধ 'শ্ৰীকৃষ্ণ-কথা'ত, বৰোদাৰ বক্তৃতা-ৰাজিত, 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' আদি গ্ৰন্থত। অসমত মহাপুৰুষীয়া ধৰ্ম তেতিয়া প্ৰায় চাৰিশ বছৰীয়া পুৰণি। ঘৰে ঘৰে থাপনা, গাঁৱে গাঁৱে নামঘৰ আৰু ঠায়ে ঠায়ে সত্ৰ আৰু গুৰুসকল আছিল। তথাপিও যেন সেই ধৰ্মৰ এটা সুকীয়া সৌঠৱ আৰু বৈশিষ্ট্য আছে——জাতিৰ জীৱন আৰু চৰিত্ৰত তাৰ কালিকাই বোল দিছে আৰু সেই সম্বন্ধে জানিবলগীয়া কথাবো সতকাই ওৰ নপৰে—এনে মহিমা অসমীয়া মানুহে ভালকৈ বুজা নাছিল। ব্যক্তিগতভাবে পালনীয় আৰু ভজনীয় ভক্তি ধৰ্মৰূপেই

মাধোন ই অসমীয়াৰ পূৰ্ব-পুৰুষসকলৰ হৃদয়ত স্থান পাইছিল। লক্ষ্মীনাথ বেজবৰুৱাই তেখেতৰ বিভিন্ন গ্ৰন্থ আৰু প্ৰবন্ধৰ যোগেদি শংকৰৰ ধৰ্মক অসমীয়াত্ব বা অসমীয়া জাতীয়তাবোধৰ আধাৰ শিলাৰূপে চিনাই দিলে। মহাপুৰুষকো অসমীয়াৰ জাতীয় পিতৃপুৰুষৰূপে প্ৰতিষ্ঠা কৰিলে। ইয়াৰ ফলতে পূবে সত্ৰ আৰু নামঘৰতে আবদ্ধ থকা তিথি-মহোৎসৱবোৰ স্কুল-কলেজ, ৰাজহুৱা সভা-সমিতি, গাওঁ-নগৰ সকলোতে বিয়পি পৰিল। সকলো সম্প্ৰদায়ৰ মানুহেই এইবিলাকত যোগ দি ইয়াক ধৰ্মতিথিতকৈয়ো জাতীয় মহোৎসৱৰ গঢ়লৈ ৰূপান্তৰিত কৰিলে। গুৰুজনা বুলি জানিলেও সাহিত্য-গুৰু আৰু ৰাষ্ট্ৰ-গুৰুৰূপেহে সমাজত যেন আজি মহাপুৰুষৰ ব্যক্তিছবি বিকীৰ্ণ হৈছে। এই ব্যক্তি-প্ৰসাৰৰ নিমিত্তে কোন তাৰ পম খেদিলে আমি লক্ষ্মীনাথ বেজবৰুৱাৰ কাষ পামগৈ। এইদৰে বৈষ্ণৱ সাহিত্যৰ বাদুলি-সঁচাৰ মুকলি কৰি দি অসমীয়া সাহিত্যক সগৌৰৱে থিয় দিবলৈ চাক খাই থকা এখন সুদৃঢ় পীঠৰ আৱৰণ উন্মোচন কৰি দিলে। বেজবৰুৱাৰ নেতৃত্বত জোনাকী যুগৰ সাহিত্য-পুৰুষসকলে অসমীয়া সাহিত্যৰ গৌৰৱময় ঐতিহ্য এটাৰ প্ৰতি আস্থাবান কৰি নোতোলাহেঁতেন, উদ্দীপনা আৰু আত্মবলৰ অভাৱত অসমীয়াৰ সৃষ্টিক্ষমতা মুজুৰা পৰি থাকিলেহেঁতেন।

'উষা' কাকতত শৰাইঘাট যুদ্ধৰ কথা হেমচন্দ্ৰ গোস্বামীয়ে লেখিলে মানুহে পঢ়ি জানিলে, সন্তোষ পালে আৰু গৌৰৱ কৰিলে, কিন্তু যেন মৰ্মত আঘাত নকৰিলে। তাৰ কাৰণে এজন বেজবৰুৱাৰ আৱশ্যক হ'ল। তাৰপৰাই ঘাই সঁজুলি লৈ 'চক্ৰধ্বজ সিংহ' নাটকত অসমীয়া বীৰত্বই ৰূপ পৰিগ্ৰহ কৰিলে। ৰাতিৰ ভিতৰতে সুদৃঢ় গড় নিৰ্মাণ কৰাৰ অযুত হস্তীৰ বল, মোমাইক কাটিব লাগিলেও কাটি শত্ৰুৰ বুদ্ধিত জুই দিয়াৰ ক্ষিপ্ৰকাৰিতা, সেই কালৰ পঞ্চাচ হেজাৰ টকাকো নেওচি নিজ দেশৰ ভিতৰ-বিশ্বাসী গুপুতৰ ভেদ ভাঙিবলৈ জিভা দোৰোল নোখোৱা মনোবল, ৰণত বঙালক কচুকটা দিব পৰা বাহুবল, যুঁজ সাং কৰি ঘৰলৈ ওভোতা আৰু হাল মেলি দি ঘৰমুৱা হোৱাক এক কথা বুলি ভবা, হয় তৰোৱাল নহয় নাঙল ঘপহ কৰে তুলি লোৱাৰ নিৰ্ভীকতা আৰু স্বকাৰ্যৰতি থকা, নৰিয়া পাচিৰপৰাও উদগাৰপৰা, আন কোনো ঠাই নেদেখা, নোহোৱা নোপজা অসমীয়া সেনাৰ অধ্যক্ষতা কৰিছিল লাচিতে। লাচিত যেনিবা অসমীয়া বীৰত্বৰ প্ৰতীকহে। পূৰ্বজসকলৰ সেই তেজৰ কণিকা অসমীয়াৰ গাৰপৰা ক'লৈ যাব তাকে সোঁৱৰাবলৈ যেন 'চক্ৰধ্বজ সিংহ' নাটক লেখিলে। 'চক্ৰধ্বজ সিংহ' নাটকৰ পাতনিত তাৰে উনুক দি বেজবৰুৱাই লেখিছে ঃ

"এই কিতাপ ৰচনা কৰাৰ মোৰ যাই উদ্দেশ্য—অসমৰ অতীত গৌৰৱ কাহিনী নাটৰ আকাৰেৰে আজি কালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে, নাট লেখি যহ আজিবলৈ যোৱাটো নহয়। কিন্তু লগতে যদি যহ উপাৰ্জন হয়, হওক, নহয় নাই।"

'বেলিমাৰ' নাটক 'চক্ৰধ্বজ সিংহ' নাটকৰ গৌৰৱৰ গানৰ পিছৰ যেন এটা সাৱধান বাণী। কি আছিল, কি হ'ল, কেনেই হ'ল—অসমীয়া সাৱধান হ'বা, তোমাৰ ভিতৰতে এই 'বেলিমাৰ'ৰ বিহগুটিৰ বীজো লুকাই আছে, কণ ফুটিবলৈ নিদিয়াকৈ ৰাখিব যদি পাৰা তৰিলা, নোৱাৰা যদি মৰিলা—এয়েই 'বেলিমাৰ'ৰ সঙ্কেত বাণী।

'জয়মতী'ৰ কাহিনী ৰত্নেশ্বৰ মহন্তই মনোগ্ৰাহীকৈ প্ৰচাৰ কৰিলে। বহুতে পঢ়িলে পঢ়ি ভাল পালে, জয়মতীক সতী সাবিত্ৰীৰ লগত স্থান দিলে, কিন্তু তেজোময় সত্তাৰ ফিৰিঙতি একোটা যে অসমীয়াৰ ঘৰে ঘৰে উমাজলে জ্বলি আছে, সেই কথা গাজত লগাকৈ সকিয়াই দিবলৈ 'জয়মতী' নাটকৰ সৃষ্টি হ'ল। 'জয়মতী' নাটক গোহাঞি বৰুৱায়ো লেখিলে। অসমীয়াই বেছিকৈ আদৰ কৰিলে 'ডালিমী' থকা 'জয়মতী'ক। অসমীয়া প্ৰথম বোলছবিখনৰো আধাৰ হ'ল বেজবৰুৱাৰ 'জয়মতী'হে। এই সমাদৰ গুৰিত অকল নাট্যপ্ৰতিভাই নহয়, জাতীয় আকাংখা আৰু আদৰ্শক আৱিষ্কাৰ কৰা আৰু ৰূপ দিবপৰাৰ সাফল্য।

বেজবৰুৱাৰ সাহিত্যত শঙ্কৰৰ ধৰ্ম, লাচিতৰ বল আৰু জয়মতীৰ তেজ বা ত্যাগ—এই তিনিটা জাতীয় চেতনাৰ বোধন শঙ্খৰ ত্ৰিবাবৃত্ত ধ্বনি আৰু বেলিমাৰ বিঘিনি—বিনাশন—দুৰ্বাঙ্কত। নহলেনো একে লানিকৈ যথাক্ৰমত ১৯১৪-১৫ চনৰ ভিতৰতে 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' (১৯১৪), 'চক্ৰধ্বজ সিংহ', 'বেলিমাৰ' আৰু 'জয়মতী' (১৯১৫) লেখিবলৈ কাপ-কাঠী ধৰাৰ অৰ্থ কি? ই এটা দৈৱ-সংযোগ নহয়, এই কেইখন গ্ৰন্থ ৰচনাৰ মূলতে নিশ্চয় উদ্দেশ্যপ্ৰণোদিত সুকল্পিত এখন আঁচনি আছিল। সাহিত্য সৃষ্টিৰ কবিযশঃ-প্ৰাৰ্থীত্বতকৈয়ো ঠেৰেঙা লগা চেতনাক স্বোপলব্ধিৰ উত্তাপেৰে জীপ দিয়াই আছিল সেই উদ্দেশ্য—"লগতে যহ উপাৰ্জন হয় হওক, নহয় নাই।"

বেজবৰুৱাই প্ৰায় অৰ্দ্ধশতাব্দী কাল অসমীয়া সাহিত্যৰ গুৰি ধৰিলে। ১৮৮৯ চনৰ 'জোনাকী'ৰ জন্মকালৰপৰা ১৯৩৮ চনলৈকে এই কালখণ্ডত অসমীয়া সাহিত্যৰ গা-গাৰি বহুতখিনি টনকিয়াল হ'ল। বহুত কৱি, নাট্যকাৰ, ঔপন্যাসিক, প্ৰবন্ধ-লেখকৰ উদয় হ'ল—দুই চাৰিজন অস্তও গ'ল। কিন্তু এই

সকলোৰে মাজত লক্ষ্মীনাথ মধ্যমণিৰূপে বিৰাজ কৰিছিল। কালিদাসে কোৱাৰ দৰে—"নক্ষত্র-তাৰা-গ্রহসঙ্কুলাপি জ্যোতিষ্মতী চন্দ্রমসৈব ৰাত্রিঃ", সমুজ্জ্বল গ্রহ-নক্ষত্র আৰু তাৰকাৰে আকাশ ভৰি থাকিলেও চন্দ্রমাৰ কাৰণেহে ৰাতিক জোনাক বোলোঁ।' সেই একে সুৰতে ক'ব পাৰি—কবি, ঔপন্যাসিক, নাট্যকাৰ, সাংবাদিক বুৰিয়ে বুৰিয়ে ওলালেও লক্ষ্মীনাথ থকা বাবেহে যেন অসমীয়া সাহিত্য লক্ষ্মীৱতী আছিল। অকল সিমানেই নহয়, এই প্রকাশৰে অকণি পোহৰলৈ সেই যুগৰ যুৱক আনকি কিশোৰ লেখকেও সাহিত্যপথত আগবাঢ়িছিল। ১৯১৪ চনত বহা প্রথম 'অসম ছাত্র সম্মিলনী'ৰ সভাপতি আছিল বেজবৰুৱা, কিন্তু প্রকৃত পক্ষত অসমীয়া সাহিত্যিক ডেকাৰ মন-সভাৰ তেওঁ স্থায়ী সভাপতি আছিল। যতীন দুৱৰাক সোধা—তেওঁৰ সাহিত্য প্রেৰণাৰ উৎস ক'ত। ঘপৰাই ক'ব 'বেজবৰুৱা', ৰত্নকান্ত বৰকাকতিক সোধা—সাহিত্য-ক্ষেত্রত উদগণিৰ কাৰণে কাৰ পিনে বেছিকৈ চাইছিল, তেওঁ ক'ব 'বেজবৰুৱাৰ পিনে', দৈৱ তালুকদাৰেও আক্ষেপ কৰিছিল, "আজি বেজবৰুৱা নাই, কোনে বাট দেখুৱাব", ডিম্বেশ্বৰ নেওগৰ নিচিনা কবি-সমালোচককো 'বাঁহী' আৰু তাৰ সম্পাদকৰ সুদূৰ কলিকতীয়া প্রেৰণাই পৰশ নকৰাকৈ থকা নাছিল। মহেশ্বৰ নেওগৰ ভাষাত ডিম্বেশ্বৰ নেওগে বেজবৰুৱাক 'দেৱতা জ্ঞান' কৰিছিল আৰু তেওঁলোকে দিয়া আপোন ভাৱ সুঁৱৰি উল্লাসিত হৈছিল। সবলমতি বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে কাৰো প্রভাৱ স্বীকাৰ নকৰিছিল; কিন্তু বেজবৰুৱাৰপৰা পোৱা অনুপ্রেৰণাৰ কথা মাজে মাজে কৈ পেলাইছিল। পাণ্ডিত্যৰ আৰু গৱেষকৰ গৌৰৱ-মুকুট পিন্ধা সূৰ্যকুমাৰ আৰু বাণীকান্তক ছাত্র অৱস্থাত আৰু পিছতো কাৰ মৰমৰ হাত-ফুৰণিয়ে অসমীয়া সাহিত্যৰ বিভিন্ন দিশলৈ আগুৱাই দিলে এই কথাৰ ওৰ বিচাৰিলে লক্ষ্মীনাথ বেজবৰুৱাৰ কথাই আগতে ওলাব। এইদৰে এইজন মানুহে নিজৰ বহুজনৰ মাজত কেনেকৈ বিয়পাই দিব পাৰিছিল তাৰ লেখ ল'বলৈ গ'লে এখন মহাভাৰত হ'ব। পূৰণি বৈষ্ণৱ যুগৰ সকলো সাহিত্য-কৰ্মতে এইজন মহাপুৰুষ দেখা নেদেখাকৈ সহস্রবাহুৰূপে বিৰাজ কৰিছে। আধুনিক যুগৰ প্রথমাৰ্দ্ধৰ সকলো সাহিত্য-কৰ্মৰ গুৰিতে লক্ষ্মীনাথ বেজবৰুৱাৰ নামে অনুৰূপ কাম কৰিব পাৰিছিল। ১৯৩০-৩১ চনত এবাৰ সাহিত্য সভাৰ অধিৱেশন উপলক্ষে বেজবৰুৱা শিৱসাগৰলৈ গৈছিল। ঘূৰি যাওঁতে কটন কলেজৰ এ. এছ. এল. ক্লাবে ছুড্ মাৰ্চন হলত এখন অভিনন্দন সভা পাতি বেজবৰুৱাক মানপত্র দিছিল। সেইদিনাৰ সভাত লেখিত ভাৱেই নে বক্তৃতাতে কোনোবাই তেখেতক ঘূৰি আহি অসমত নিগাজিকৈ থকাৰ অনুৰোধ কৰিছিল। তাৰ উত্তৰত তেখেতে

কৈছিল, "সকলো ঈশ্বৰৰ ইচ্ছা। যদি অসমতে হাড় কিডাল পেলাব লগা আছে তেনেহলে সেইটো নিশ্চয় হ'ব। তথাপি মই অসমত নাই থকা বুলি আপোনালোকে অসন্তোষ নকৰিব। মোৰ অন্তৰাত্মা গোটেই অসমতে বিয়পি আছে।" সেই কথাষাৰকে ইংৰাজীত দোহাৰি কৈছিল : "I am all over Assam in spirit" তেখেতৰ প্ৰথম কথাটো আখৰে আখৰে ফলিয়ালে। লুইতৰ বালিত এদিন ভূমিষ্ঠ হৈছিল (তেখেতৰ ভাষাত 'নৌকাস্থ'), ডিব্ৰুগড়ৰ লুইতৰ বালিতে তেখেতৰ অস্থিশেষ নিমজ্জিত হ'ল। দ্বিতীয় কথাষাৰ তেতিয়াও সঁচা আৰু আজিও সঁচা হৈ আছে।

কেৱল প্ৰেৰণা বিকীৰণ কৰাতেই যে বেজবৰুৱাৰ বিৰাট ব্যক্তিত্ব উপশান্ত হৈছিল এনে নহয়; প্ৰেৰণাৰে আগুৱাই দি তাড়নাৰে অসমীয়া ভাষা আৰু সাহিত্যৰ গতি সুবাটেদি পৰিচালনা কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ অভাৱত ভাষাৰ বিশুদ্ধি সম্পৰ্কে শেষ বিধান দিবলগীয়া হৈছিল বেজবৰুৱাই। কোনো বিষয়ে শঙ্কা বা বিতণ্ডা হলে বেজবৰুৱাই কি লেখে বা কি বোলে তাৰ সাক্ষ্যই শেষ মীমাংসাৰ কাৰণে যথেষ্ট বুলি সকলোৱে মানি লৈছিল। বুবা নে ভুবা, কি বাজিল নে কেইটা বাজিল, এনে সৰু-সুৰা কথাতো যদি বেজবৰুৱাই কিবা ৰায় দিয়ে তেনেহলে চকুমুদি সেই ৰায় মতে লেখি যোৱা, ভয় নাই। সমালোচনাত বেজবৰুৱাই ডেকা-বুঢ়া কাৰো মুখলৈ নাচাইছিল। তেওঁ সেই কালৰ ডেকা সাহিত্যিকক তৰ্জনী-নিৰ্দেশ দিছিল, বয়োবৃদ্ধ শিক্ষা-প্ৰসাৰক উপেন্দ্ৰ বৰুৱাকো শুদাই নেৰিছিল। 'শাহু আই' নামৰ এখন সৰু নাট বহুত দিন আগতে নকুল চন্দ্ৰ ভূঞা ডাঙৰীয়াই ৰচনা কৰি প্ৰকাশ কৰিছিল। বেজবৰুৱাই 'বাঁহী'ত সেই নাটৰ সমালোচনা কৰি তাক পুৰি পেলোৱাৰ নিৰ্দেশ দিছিল। বেজবৰুৱাই লেখিছিল, "বহুত প্ৰকাৰ চিত্ৰ থাকে, কিন্তু আটাইবোৰ চ'ৰাঘৰৰ বেৰত আঁৰিব নোৱাৰি, সেইদৰে সমাজৰ ভাল বেয়া সকলো কথাই সাহিত্যত সমানে ঠাই পোৱা অযুগুত।" (হুবহু বাক্য কেইটা মনত নাই) যোৰহাটৰ স্বৰ্গীয় উপেন্দ্ৰ বৰুৱাই 'বাঁহী'ত কেইটামান বিষয়ে টোকা লেখিছিল। তাত নানান কথাৰ মাজত এই কথাও লেখিছিল যে, কীৰ্তন পুথিৰ অন্তৰ্গত ওৰেষা-বৰ্ণন শঙ্কৰদেৱৰ নহয়, প্ৰক্ষিপ্ত; সেই খণ্ড পিছত কোনোবাই কীৰ্তনৰ আনবোৰ খণ্ডৰ লগত সাঙুৰি দিলে। বিষয়টো অৱতাৰণা কৰোঁতে বৰুৱা ডাঙৰীয়াই "কীৰ্ত্তনখনৰ আদ্যোপান্ত এবাৰ পঢ়ি চালোঁ"—এনেকৈ আৰম্ভ কৰিছিল। ইয়াৰ প্ৰত্যুত্তৰ এটা সম্পাদকীয়ত বেজবৰুৱাই নিজেই লেখি ওৰেষা-বৰ্ণন সম্পৰ্কে ক'লে যে ওৰেষা-বৰ্ণন শঙ্কৰদেৱৰ ৰচনা আৰু কীৰ্তনৰ ভিতৰুৱা। "বৰুৱা ডাঙৰীয়াই বুঢ়া বয়সত কীৰ্ত্তন পুথিখন

এবাৰ যে পঢ়ি চালে, জানি সন্তোষ পালোঁ। আৰু কেইবাৰমান পঢ়িলে ওৰেষা-বৰ্ণন যে শঙ্কৰদেৱৰ ৰচনা বুজি পাব"।[১] এইদৰে 'বাঁহী'য়ে যেনেকৈ মিঠা সুৰেৰে মাত দিছিল তেনেকৈ লাগিলে কেতিয়াবা চোকা সুৰৰ মাতো উলিয়াইছিল। সাহিত্যৰথীয়ে মুঠিৰ বাঘ-জৰী কেতিয়াও ঢিলা পৰিবলৈ নিদিছিল। বৰ্ত্তমান যুগৰ সাৰথিবিহীন সাহিত্যৰ কথা কৈ সিদিনা স্বৰ্গীয় দৈৱচন্দ্ৰ তালুকদাৰে আক্ষেপ কৰিছিল: "বেজবৰুৱাৰ যুগত ভালকৈ লেকাম ধৰি আছিল, এতিয়া সেইটো নোহোৱা হ'ল। কিন্তু এতিয়াৰ সাহিত্য ৰামকৃষ্ণ-বাণী, লঠাই শালিধানৰ আগ তল গ'লে ওৰিয়ে নাপালে পানী।" (অসম সাহিত্য সভাই প্ৰকাশ কৰা ডিম্বেশ্বৰ নেওগ স্মৃতি-গ্ৰন্থ, পৃষ্ঠা ৪৯।) অকল বাট দেখুওৱাই ক্ষান্ত নাথাকি ফালৰি কাটিলে বাট পোনাই দিয়াতহে নেতৃত্বৰ সৌষ্ঠৱ।

মহাভাৰতত কোৱা লক্ষণ মতে মহাৰথীয়ে ৰথো চলায়, শত্ৰুকো নিপাত কৰে। অসমীয়া ভাষাই অসমত হাত আসন পুনৰাই লাভ কৰিলে যদিও শত্ৰুৰ জইন্ মৰা নাছিল। সুযোগ সুবিধা পালেই বতৰে আবতৰে অসমীয়া ভাষালৈ বা অসমীয়ালৈ লুকাই চুৰকৈ আৰু কেতিয়াবা দেখাদেখিকৈ দুই এপাত নিন্দা-উপলুঙাৰ শৰ মাৰিবলৈ এৰা নাছিল। অসমীয়া ভাষাক বঙলা ভাষাৰ উপভাষা ৰূপে প্ৰতিপন্ন কৰাৰ অপচেষ্টাও সমানে চলি আছিল। জোনাকীযুগ আৰু তাৰ কিছুকাল পিছলৈকো এনে আক্ৰমণ চুৰ্চুৰীয়াকৈ হলেও চলি আছিল। সেই সময়ৰ অসমীয়া সাহিত্যিকসকল এই ধৰণৰ আক্ৰমণ ওফৰাবৰ কাৰণে সৰ্বদাই বদ্ধপৰিকৰ হৈ থাকিব লগা হৈছিল। সেই বিৰূপ মন্তব্যবোৰৰ চুঙা চাই সোপা দিব পাৰিছিল লক্ষ্মীনাথ বেজবৰুৱাই, কেতিয়াবা 'বাঁহী'ৰ সম্পাদকৰূপে আৰু কেতিয়াবা কৃপাবৰৰ ভেশত। জোকৰ মুখত চূণ দিব পৰা বিদ্যাত বেজবৰুৱা সিদ্ধহস্ত আছিল, সেই দেখি পৰাখিনি পক্ষত জোকাই ল'বলৈ উলা-মূলা বিধৰ মানুহে সাহকে নকৰিছিল। অমূলক আৰু বিদ্বেষপ্ৰসূত কথাবোৰৰ উত্তৰবোৰ কৃপাবৰে কেনেকৈ গাজত লগাকৈ দিব পাৰিছিল তাৰ নমুনা এটা পোৱা যায় বৰবৰুৱাৰ 'গৱেষণা' নামৰ খুহতীয়া ঠাচত লেখা প্ৰবন্ধৰপৰা। (শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ সম্পাদনাত ওলোৱা 'বৰবৰুৱাৰ বুলনি' নামৰ গ্ৰন্থ, পৃষ্ঠা ৫৩)।

তাহানি 'Times of Assam' নামৰ ডিব্ৰুগড়ৰপৰা ওলোৱা বাতৰি কাকতত কোনোবা এজন ঘোষ উপাধিধাৰী পাবত গজা প্ৰত্নতাত্ত্বিকে তেওঁৰ পূৰণি তত্ত্বৰ উহ উলিয়াবলৈ কেইটামান প্ৰশ্ন কৰিছিল। তাৰে কেইটামান হ'ল,

১। সেই সংখ্যা বাঁহী হাতত নথকাত যথালেখিত উদ্ধৃতি দিব নোৱাৰিলোঁ। কিন্তু প্ৰায়খিনি ভালকৈ মনত থকাত হে লেখিলোঁ।

(১) খেৰসূতী শঙ্কৰদেৱৰ বুঢ়ীমাক আছিল। তেওঁ কোন জাতৰ (কাণ্ট্) ? আৰু কোন জাতিৰ (ট্ৰাইব্) মানুহ আছিল ?

(২) শব্দটো সজা নে, নাইবা পোনপটীয়া স্বভাৱৰ অনুকৰণ কৰি কৰা ?

(৩) শব্দটো এনেবোৰ জাতৰ চাব নে যিবোৰ নৈৰ বা মৰি নৈৰ বা সৰু সুঁতিৰ দাঁতিত বাস কৰে ?

এই প্ৰশ্ন কেইটা ইমান নিৰৰ্থক আৰু কুট যে ইয়াৰ উত্তৰ দিবলৈ যোৱাও বিৰম্বনা। কিন্তু নিদিলেও 'কোন মজা' বুলি শত্ৰুৰ হাঁহিবলৈ চল থাকি যায়। সেই দেখি কৃপাবৰ বৰবৰুৱাই হলক হুলোৱেই কাঢ়িলে এইদৰে—

"শ্ৰীচৈতন্যদেৱৰ মাকৰ নাম শচীদেৱী। শচীদেৱী নদীয়াৰ বঙালী মানুহ আছিল। কিন্তু চৈতন্যদেৱৰ বাপেক চিলটীয়া।---এতেকে বঙ্গ-মহিলাৰ গৰ্ভত চিলটীয়া বাপেকৰ যিজন পুতেক হৈছিল সেইজন কোন জাতৰ বা কাণ্ট্ আৰু কোন জাতিৰ বা ট্ৰাইবৰ তালিকাৰ অন্তৰ্গত ?

"'ঘোষ' শব্দটো সজা নে নাই পোনপটীয়ে স্বভাৱৰ অৰ্থাৎ নিজ ব্যৱসায়ৰ অনুকৰণ কৰাৰপৰা হোৱা ? ঘোষ মানে ঘোষণা কৰা, ডাক দি যোৱা অৰ্থাৎ গুৱালসকলে গাখীৰ বেচিবলৈ বাটে বাটে লৈ ফুৰোঁতে 'কোনে গাখীৰ লবি ?' বুলি ঘুষি অৰ্থাৎ মাতি বা ডাক দি বিভিয়াই যোৱা বুলি পণ্ডিতসকলে অনুমান কৰে।

"নদীয়াৰ চন্দ্ৰ চৈতন্যদেৱৰ নাম। নদীৰ বা নৈৰ কানত থকা বাবে তেওঁৰ তেনে নাম হৈছিল নে ? নদীয়াৰ মানুহৰ কি জাত ?"

ঘোষ মহাশয়ৰ খেৰসূতী নামটো লৈ অদ্ভুত গৱেষণা আৰু তাৰ নামত অসমীয়াৰ প্ৰতি কটাক্ষপাতৰ উত্তৰ পোনপটীয়াকৈ নিদি তেওঁৰ অনুমান-প্ৰমাণৰ ধৰণটোকে ওলোটাই তেওঁৰ গালৈ মাৰি পঠিয়াই বেজবৰুৱাই "যেন টাওনৰ" ব্যৱস্থা কৰিলে। ঘোষ ডাঙৰীয়া সেইদিনেই ফাট মাৰিলে।

স্কুলত পঢ়োঁতে এজন বঙালী শিক্ষকে কোৱা মনত আছে—"লক্ষ্মীনাথ বেজবৰুৱা এনে কি ডাঙৰ সাহিত্যিক মই বুজি নাপাওঁ হয়, তেওঁ এজন যোদ্ধা আছিল এই কথা সত্য।" সেইদিনাৰ বঙালীসকলে যোদ্ধা ৰূপেই বেজবৰুৱাক চিনিছিল আৰু সম্ভৱতঃ কৈছিল—"আজিও দুখাত্ত গাৱ, মহা পীড়া পাই।"

বেজবৰুৱাই এইদৰেই সুজান ৰথীৰ দৰে অসমীয়া ভাষাৰ চৌগড় অৰ্দ্ধ-শতাব্দী কাল সুৰক্ষা কৰি গ'ল।

বেজবৰুৱাৰ সৰ্বাতোকৰি শ্ৰেষ্ঠ নেতৃকাৰিতা হ'ল অসমীয়া সাহিত্যৰ

কাৰণে সমাজৰূপী মানস সৰোবৰখনক পাৰ ভাঙি শতধাৰে বোৱাই দিয়া। বেজবৰুৱাৰ পূৰ্বে অথবা অব্যৱহিত কালত সাময়িক অসমীয়া সমাজখন সাহিত্যৰ দাপোণত স্পষ্ট আৰু পূর্ণাৱয়ৱ ছবি প্ৰতিফলিত হোৱা নাছিল। গুণাভিৰামৰ 'ৰাম নৱমী'ত বিৰিঙি উঠা সমাজখনত কল্পনাৰ বিলাসী ৰং অলপ বেছিকৈ চৰোৱা হৈছে। ফলত তাত পোৱা অসমীয়া সমাজখন ঠায়ে ঠায়ে আচহুৱা যেন লগা হৈছে। হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া কীৰ্ত্তন' আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী'য়ে অতিৰঞ্জনাৰ বাহুল্যেৰে সমাজৰ প্ৰকৃতাৱস্থাৰ ওপৰত মুখা পিন্ধাই দিছে। দোষদৰ্শিতাৰ প্ৰবলতাই গ্ৰন্থকাৰক চিকিৎসাৰ্থে ৰোগীৰ পিঠিত সৌকা লগোৱা ভূত খেদা বেজৰ শাৰীলৈ নিয়া যেন হৈছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী'য় ৰত্নত্ৰয়ী আৰু পুৰণি সাহিত্যৰ চাং চলাথ কৰোঁতে বেছিকৈ সময় গ'ল, কাব্য-প্ৰতিমাৰ পূজাত লাগি থাকি থাকি "হাতত সিৰামুৰিয়ে ধৰা" বুলি চন্দ্ৰকুমাৰ আগৰৱালা সংবাদ-পত্ৰৰ মেলা-বজাৰত সোমাল। গোহাঞি বৰুৱাই লেখিলে ; কিন্তু বৰ্তমানতকৈও অতীতলৈহে বেছিকৈ চাত মেলিলে, 'ভানুমতী' আৰু 'লাহৰি'ত অতীতৰ লগত বৰ্তমানৰ সনা-পোতকা কৰিলে। 'গাওঁবুঢ়া', 'ভূত নে ভ্ৰম' আদি নাটকত হজুৱা সমাজৰ বুদ্ধিহীনতা, ভয়-কাতৰতা আদি দোষবোৰ আঙুলিওৱাৰ বাহিৰে কলাপুষ্ট বৰ্ণনৰ অভাৱ পৰিলক্ষিত হয়। 'টেটোন তামুলী' এটা অসম্ভাৱ্য ঘটনাৰ ধেমেলীয়া উপস্থাপন।

ৰজনীকান্ত বৰদলৈ ইতিহাসৰ ৰাজ্যত সোমাল। হেৰোৱা অতীত এটাক পুনৰুজ্জীৱিত কৰাত বৰদলৈৰ দান অতুলনীয়। 'মিৰি-জীয়ৰী'ত এখন সমাজ পাওঁ—বিৰাট অসমীয়া সমাজৰ এটা খণ্ডছবি। ভৱিষ্যত সম্ভৱনাৰে গভিত এই উপন্যাসৰ ধাৰাটো "এবাৰ ওলাই মাথো সুনেৰু শিখৰে ছাট কৰে পোহৰত কেনিবা লুকাল"। অসমীয়া সমাজ দোষে—গুণে যথাৰ্থৰূপে প্ৰকাশ পালে বেজবৰুৱাৰ গল্পসমূহত, খুহুতীয়া প্ৰবন্ধবাজিত। ইয়াত কল্পনাবিলাস নাই, অতিৰঞ্জনাৰ ডেই যোৱা ৰং নাই, খণ্ডতাৰ অসম্পূৰ্ণতাও নাই। দোষদৰ্শন আছে, কিন্তু সিয়ো সহানুভূতিৰ প্ৰলেপত "হেজাৰ হলেও দোষে-গুণে আমাৰেই" —এনে সমত্ব প্ৰদায়ক। অসমীয়া সমাজৰ ভাওৰীয়াৰপৰা হজুৱালৈকে গুৰু-গোসাঁইৰপৰা সেৱকলৈকে, ৰজা-প্ৰজা, নগৰীয়া-গাঁৱলীয়া, গিৰিহঁত-চাকৰ, ছাত্ৰ-শিক্ষক, স্বামী-স্ত্ৰী, আমোলা-মহৰী, সকলোৱেই স্ব স্ব মহিমা লৈ বেজবৰুৱাৰ গল্প-প্ৰবন্ধত আত্ম-প্ৰকাশ কৰিছে। যদি কিবা নাই তেনেহলে সেইখিনি অসমীয়া সমাজখনতে নাছিল বুলি ধৰিব লাগিব। সাহিত্যিকৰ সৰ্বতোবিসাৰিণী

দৃষ্টিৰে সমাজখনক সৰ্বপ্ৰথমে বেজবৰুৱায়ে অসমীয়া পাঠকৰ সমুখত দাঙি ধৰিলে। অসমীয়া সাহিত্যিকে স্ব-সমাজৰ দাপোণত নিজৰ প্ৰতিবিম্ব চাবলৈ শিকিলে, লগতে সেই সমাজখনক সাহিত্যৰ মূলাধাৰ শক্তিৰূপে বৰণ কৰিলে। পিছৰ কালৰ লেখকসকলে সেই আদৰ্শত বাট বুলিবলৈ বেজবৰুৱাৰ সাহিত্যৰ-পৰাই দিঙ্‌নিৰ্দেশ গ্ৰহণ কৰিলে। অসমীয়া সাহিত্যিকে বাট চিনি পালে। সমাজখনক নমাই আনি সাহিত্য-জগতত প্ৰতিষ্ঠা কৰাৰ এই ভগীৰথ কৰ্মই বিনা অনুষ্ঠানে অঘোষিতভাৱে লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্যৰথী নামৰ গৰাকী কৰিলে।

# বেজবৰুৱাৰ সাহিত্য-জগতত প্ৰাচ্য আৰু পাশ্চাত্য

## ভবেন বৰুৱা

আধুনিক ভাৰতীয় সাহিত্যসমূহৰ জন্ম আৰু বিকাশৰ ইতিহাস মূলতে প্ৰাচ্য আৰু পাশ্চাত্যৰ সংমিশ্ৰণৰ এক বিশেষ কৌতূহলোদ্দীপক ইতিহাস, আৰু এই ইতিহাসৰ সামগ্ৰিক ৰূপটো কেইবাটাও বিশিষ্ট ধাৰাত সুবিন্যস্ত। অতীতৰ কোনো কোনো সময়ত ভাৰতীয় মানসত পাশ্চাত্যৰ, আৰু পাশ্চাত্যৰ মানসত ভাৰতীয় প্ৰাচ্যৰ অভিঘাত অনুভূত হৈছিল ; আনকি পাশ্চাত্যৰ নিয়'প্লেট'নিজমত, প্ৰাচ্যৰ মহাবোধিসত্ত্বৰ করুণাসিক্ত মূৰ্তিত ইয়াৰ চিনৰেখা পণ্ডিতসকলে বিচাৰি পাইছে। কিন্তু এইবোৰ ক্ষেত্ৰত সাময়িক সংস্পৰ্শৰ বিচ্ছিন্ন বিন্দু কিছুমানহে আমি দেখিবলৈ পাওঁ ; সমন্বয়ৰ সুদীৰ্ঘ ধাৰাৰ পৰিচয় নাপাওঁ।

এনে সমন্বয়ৰ এক নীৰৱচ্ছিন্ন প্ৰৱাহৰ ইতিহাসেই হ'ল আধুনিক ভাৰতীয় সাহিত্যসমূহৰ ইতিহাস। গ্ৰীচীয়-ৰোমক-খৃষ্টীয় আধাৰত ক্ৰমবিকাশ লাভ কৰা পাশ্চাত্যৰ সভ্যতাক বিভিন্ন ৰূপত ভাৰতীয় মানসে কিভাবে অঙ্গীভূত কৰিছে বা কৰিবলৈ প্ৰচেষ্টা চলাই আহিছে, তাৰ এক অন্তৰঙ্গ পৰিচয় এই সাহিত্যসমূহত পোৱা যায়। আধুনিক ভাৰতীয় সাহিত্য নামেৰে সামগ্ৰিকভাৱে চিহ্নিত কৰিব পৰা এই সাহিত্যসমূহক এখন বিশেষ ধৰণৰ দাপোণ বুলিব পাৰি——প্ৰতিবিম্বিত জগতখনত চলি থকা প্ৰাচ্য আৰু পাশ্চাত্যৰ সংমিশ্ৰণৰ মূল প্ৰক্ৰিয়াটোৰ দ্বাৰাই যিখন দাপোণৰ প্ৰতিবিম্বন—প্ৰণালী নিয়ন্ত্ৰিত। মাইকেল মধুসূদন দত্তৰ কাব্যত প্ৰাচ্য ভাষা আৰু অমিত্ৰাক্ষৰ ছন্দৰ মিত্ৰান্বিত আধুনিক ভাৰতীয় সাহিত্যৰ এক তাৎপৰ্যপূৰ্ণ লক্ষণৰ পৰিচয় পোৱা যায়। পছিমীয়া সাহিত্যৰ চনেট, অমিত্ৰাক্ষৰ আদি বিভিন্ন ছন্দ-প্ৰকৰণ, উপন্যাস, চুটিগল্প আদি বিভিন্ন ৰূপৰ আধাৰতেই এই সাহিত্যই গঢ় ল'লে। কেৱল আধাৰেই নহয়, আধেয়বো পৰিবৰ্তন ঘটিল। পাশ্চাত্যৰ ৰেনেচাঁপ্ৰসূত সভ্যতাৰ মানৱমুখী এক দৰ্শনে ভাৰতীয় পাৰমাৰ্থিকতাৰ স্থান অধিকাৰ কৰি ল'লে। মানৱ-জগতৰ বাস্তৱতা, মানৱমনৰ দুখ-বেদনাৰ বাস্তৱতা সম্পৰ্কে তীব্ৰভাৱে সচেতন

এক মানসিকতাই ভাৰতীয় সাহিত্যত দেখা দিলে। ভাৰতীয় মানসত আগেয়ে আবিৰ্ভাৱ নোহোৱা শ্ৰেণীৰ এক নিবাকৰণহীন দুখৰ বোধো (ট্ৰেজিক চেঞ্চ) দেখা গ'ল ৰবীন্দ্ৰনাথৰ 'ঘৰে বাইৰে' আদি ৰচনাত। পাৰমাৰ্থিক গন্ধ নথকা, ব্যক্তিমুখী এক বিশুদ্ধ ৰোমাণ্টিক মানসিকতা—ধৰ্ম আৰু সমাজৰ প্ৰভাৱৰপৰা যি মুক্ত—মধ্যযুগৰ বৈষ্ণৱ পদাৱলীত দেখা দিয়া 'নৱমীয়া' প্ৰণয়-অনুৰাগৰ ঠাইত পৰিলক্ষিত হ'ল। আগতকৈ অধিক মানৱমুখী, অধিক ব্যক্তিমুখী, অধিক অন্তমুখী—মনৰ ভীষণ ৰহস্যময় অৱচেতনক অধিক স্বীকৃতি দিয়া এক মানসিকতা—অৰ্থাৎ বিশেষকৈ যোৱা পাঁচশ বছৰে পছিমীয়া সাহিত্যত নীৰবচ্ছিন্ন গতিত সক্ৰিয় হৈ থকা মানসিকতাৰ প্ৰভাৱকে ভাৰতীয় সাহিত্যত দেখা গ'ল।

ভাৰতীয় সাহিত্যসমূহে প্ৰাচ্য-পাশ্চাত্যৰ এই সংমিশ্ৰণৰ ফলত লাভ কৰা মূলধন অৱশ্যে কেৱল এই আঙ্গিকৰ প্ৰকৰণসমূহ আৰু মানৱমুখী-ব্যক্তিমুখী মানসিকতাই নহয় ; ভাৰতীয় ভাৱ-ৰাজ্যত—ধৰ্ম-চিন্তা, ৰাষ্ট্ৰ-চিন্তা, সমাজ-চিন্তা আদিৰ ওপৰত পৰা পাশ্চাত্য প্ৰভাৱৰ ফলত যিবোৰ নতুন বিশিষ্ট চিন্তাধাৰাৰ উদয় হ'ল—সিবোৰো তাৰ ভিতৰত আছে। মুঠৰ ওপৰত, আধুনিক ভাৰতীয় সাহিত্যৰ মন, শৰীৰ আৰু অঙ্গ-সজ্জা তিনিওটাতেই প্ৰাচ্য-পাশ্চাত্যৰ সংমিশ্ৰণৰ প্ৰমাণ সুস্পষ্ট।

গোটা এশ বছৰৰ অসমীয়া সাহিত্যৰ ক্ৰমবিকাশৰ ৰূপটো পৰীক্ষা কৰি চালে এই কথাৰেই প্ৰমাণ পাওঁ ; এই এশ বছৰৰ ভিতৰত আধুনিক অসমীয়া সাহিত্যই পছিমীয়া গঢ়ত ইয়াৰ আনুষ্ঠানিক প্ৰতিষ্ঠা, ব্যাপ্তি আৰু গতিবেগ লাভ কৰিছে। আন আন ভাৰতীয় সাহিত্যসমূহৰ দৰেই অসমীয়া সাহিত্যয়ো পছিমীয়া আদৰ্শৰ কাব্য, নাটক, উপন্যাস, চুটিগল্প, ৰম্য-ৰচনা আদি বিভিন্ন প্ৰকৰণৰ আধাৰত স্ফুৰণ লাভ কৰিছে, এক মানৱমুখী—ব্যক্তিমুখী মানসিকতাৰ ইঙ্গিত বহন কৰিছে, আৰু আধুনিক ভাৰতীয় চিন্তাধাৰাৰপৰা প্ৰাণশক্তি লাভ কৰিছে।

এই এশ বছৰৰ অসমীয়া সাহিত্যৰ কেন্দ্ৰস্থলতেই লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান আমি বিচাৰি পাম। এই কেন্দ্ৰীয় গুৰুত্ব বেজবৰুৱাৰ প্ৰাপ্য এই কাৰণেই যে আধুনিক অসমীয়া সাহিত্যই আনুষ্ঠানিক প্ৰতিষ্ঠা, ব্যাপ্তি আৰু গতিবেগ বেজবৰুৱাৰ সাহিত্যতেই লাভ কৰিলে। মানৱমনৰ গহনতম প্ৰদেশৰ ছাঁ-পোহৰৰ খেল নাইবা সূক্ষ্ম, গভীৰ, অনুভূতি-সতেজ এক সামগ্ৰিক জীৱন-

বোধ বেজবৰুৱাৰ সাহিত্যত মনি লাপাওঁ ; চন্দ্ৰকুমাৰৰ কবিতাত, অম্বিকাগিৰিৰ আগবয়সৰ কবিতাত, জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰি', বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসতেই বৰং যাৰ সন্ধান পোৱা যায়। গতিকেই, বেজবৰুৱাৰ এই কেন্দ্ৰীয়তা ঘাইকৈ তেওঁৰ সাহিত্যৰ ব্যাপ্তি আৰু ঐতিহাসিক গুৰুত্বৰ বাবেইহে, গভীৰতা আৰু সূক্ষ্মতাৰ বাবে নহয়। প্ৰথমতে কবিতা-গল্প-উপন্যাস-নাটক-ৰম্যৰচনা—প্ৰায় সকলোবিলাক বিভাগতেই বেজবৰুৱাই পোন প্ৰথমে লেখনি চলায়, আৰু প্ৰায় প্ৰতিটো বিভাগতেই এটা বিশিষ্ট আদৰ্শ বা মডেলৰ সৃষ্টি কৰে—যিবোৰৰ ওপৰত প্ৰায় অৰ্দ্ধ-শতাব্দী ধৰি তেওঁৰ বেছিভাগ উত্তৰ-সাধকেই নিৰ্ভৰ কৰি আহিছে। দ্বিতীয়তে, আধুনিক অসমীয়া গদ্যই বেজবৰুৱাৰ হাততেই এক বিশিষ্ট শৈলী, সাৱলীলতা আৰু এক তাৎপৰ্যপূৰ্ণ বিৱৰ্তন লাভ কৰে। ভট্টদেৱৰ গদ্য, বজাদিনীয়া বুৰঞ্জী-পুথিবোৰৰ গদ্য, হেমচন্দ্ৰ-গুণাভিৰাম-আনন্দৰামৰ গদ্য—এটাই কেউবিধতেই সাধাৰণতে আধুনিক প্ৰকৃতিৰ সাৱলীল নমনীয়তাৰ অভাৱ কিছু পৰিমাণে হলেও অনুভৱ কৰিব পাৰি। বেজবৰুৱাৰ হাততেই অসমীয়া গদ্যই এই গুণ লাভ কৰিলে। এই ৰূপান্তৰ লাভ কৰা গদ্যই আজি আধুনিক অসমীয়া সাহিত্যৰ শতকৰা পচাসত্তৰ-আশীভাগ বোজা বহন কৰিছে। তৃতীয়তে, কেইবাটাও গুৰুত্বপূৰ্ণ দশক জুৰি সম্পাদকীয় পৰিচালনাৰে বেজবৰুৱাই আধুনিক অসমীয়া সাহিত্যক এক আনুষ্ঠানিক মৰ্যাদা লাভ কৰাত সহায় কৰিলে।

বেজবৰুৱাৰ সাহিত্যত একালে যেনেকৈ ন-ভাওঁনি মাটিৰ পৰিচয় পোৱা যায়, আনফালে তেনেকৈ জাতীয় লোক-মানসক, ঐতিহ্যক সেই মাটিত এক নতুন অৰ্থদান কৰাৰ প্ৰচেষ্টাও পৰিলক্ষিত হয়। ভাৰতীয় ঐতিহ্যৰ এটা ধাৰা শঙ্কৰী অসমীয়া সংস্কৃতিৰ শাস্ত্ৰীয় ৰূপটোৰ লগত সকলোৰেপৰা বেজবৰুৱাৰ কেনে ঘনিষ্ঠ পৰিচয় স্থাপিত হৈছিল সেই কথা 'মোৰ জীৱন সোঁৱৰণ' পুথিত দিয়া তেওঁৰ দিন-পঞ্জীৰপৰা ভালদৰে জানিব পাৰি। শঙ্কৰ-মাধৱৰ আধুনিক প্ৰণালীত লেখা প্ৰথম জীৱনীও যে বেজবৰুৱাৰেই ৰচনা, সেই কথাৰপৰাও এনে সিদ্ধান্ত গ্ৰহণ কৰিব পাৰি।

আনহাতে, অসমীয়া সংস্কৃতিৰ এই ধ্ৰুপদী ৰূপটোৰ বিপৰীতে থকা আনটো ৰূপৰ লগতো বেজবৰুৱাৰ আছিল নিবিড় সম্পৰ্ক। অসমীয়া লোক-সংস্কৃতি লোক-সাহিত্য—মুঠতে অসমীয়া লোক-মানসৰ আপোন সুৰত বেজবৰুৱা-সাহিত্যৰ তাঁৰ কেইডাল যেন গোপনে বন্ধা আছে—বেছি ভাগ সময়তে আমাৰ এনে ধাৰণাই হয়। অসমীয়া সাধু-কথাবোৰৰ প্ৰথম সম্পাদক-

পৰিবেশক বুলিও এই প্ৰসঙ্গত তেওঁৰ নাম বিশেষভাৱে স্মৰণীয়। কেৱল সেয়েই নহয়, তেওঁৰ বিভিন্ন নাটকত আৰু অন্যান্য ৰচনাত তেৱেঁই অসমীয়া লোক-গীত আদিৰ বাছকবনীয়া অংশবোৰ প্ৰথমে ব্যৱহাৰ কৰে, আৰু সিবোৰৰ কাব্যিক সৌন্দৰ্য্যৰ প্ৰতি নব্য-শিক্ষিতৰ দৃষ্টি আকৰ্ষণ কৰে। সঁচাকৈয়ে সংস্কৃত কাব্য-সাহিত্যৰ উদাত্ত-শাস্ত্ৰীয় সুৰ নাইবা নাগৰিকতা-শোভন মসৃণ ইংৰাজী নাইবা ৰাবীন্দ্ৰিক কাব্যৰ সুৰ বেজবৰুৱাৰ সাহিত্যত কেতিয়াবা এনেভাৱে অসমীয়া মহৰ শিঙৰ পেপাৰ সুৰ হৈ বাজি উঠে যে, সি আমাৰ মনত বিশেষ পুলক সঞ্চাৰ কৰে :

"সোণ বৰণীয়া কেতেকী ধুনীয়া
গোন্ধত আমোল-মোল,
পদুম বুলি পৰি বন্দী হ'ল ভোমোৰা
কি ভুল ! কি ভুল ! ভুল !---"

এই শাৰীকেইটাত প্ৰায় সেই সুৰটোকে শুনো, যিটো পাওঁ অসমীয়া লোক-সাহিত্যত :

"তেলত বন্দী হ'ল তেলিনী পকৰা
শালত বন্দী হ'ল এ হাতী।
মকৰা জালতে কৃষ্ণাই বন্দী হ'ল
নূপুৰায় কালিন্দী ৰাতি !"

কিন্তু আচলতে, "সোণ বৰণীয়া কেতেকী ধুনীয়া" কালিদাসৰ সংস্কৃত কাব্যৰ বস্তু : মূল সংস্কৃত শাৰীকেইটাৰ অসমীয়া ৰূপান্তৰ। ভালদৰে মন কৰিলে এই কথা উপলব্ধি কৰিব পাৰি যে কেৱল ভাষাৰ ঠাচেই শাৰীকেইটাক নিভাজ অসমীয়া কৰা নাই ; মূলৰ গোটেইখিনি কথাকে অসমীয়া লোক-মানসৰ সুৰত বান্ধি লোৱা হৈছে। আন এটা উদাহৰণ হিচাপে তলৰ শাৰীকেইটালৈ আঙুলিয়াব পাৰি :

"সখি হে, কি কম দুখৰ কথা,
অমৃত মথোতে বিষ উপজিল
মিঠা মৌ হ'ল তিতা।
মালতীৰ চাকি খোপাত পিন্ধিলোঁ
তাৰো গ'ল পাহি সৰি ;
সোণৰ সজাত পখীটি ৰাখিলোঁ
সিও গুচি গ'ল উৰি।

সান্ত্বত ফুলিল তগৰ ফুলে-পাহি
সন্ধিয়াৰে বা পাই;
কোনেও নেদেখোঁতে কোনেও নুশুওঁতে
সিও যে লেৰেলি যায়।"

কথাখিনি ভালদৰে মন কৰিলে দেখা যাব শাৰীকেইটাত যি অনুভূতিয়ে আত্ম প্ৰকাশ কৰিছে, তাক অসমীয়া লোক-সাহিত্যত বা পুৰণি অসমীয়া সাহিত্যত আমি নাপাওঁ। শাৰী কেইটাত প্ৰকাশ পোৱা এক সূক্ষ্ম ৰোমাণ্টিক বেদনাবোধ সেইসময়ৰ অসমীয়া সাহিত্যত নতুন বস্তু। "কি কমে দুখৰে কথা" অসমীয়া বৈষ্ণৱ-কাব্যত অতি বেছি "আলো মাই কি কহবো দুখ" হৈ ধ্বনিত হয়; তাত ৰোমাণ্টিকতাৰ আবেশ নাই। "সখি হে" অসমীয়া বৈষ্ণৱ-কাব্যৰ কথা নহয়; আচলতে বিদ্যাপতি-চণ্ডীদাসৰ বৈষ্ণৱ পদাৱলীৰ আৱেশহে শব্দ দুটাই বহন কৰে। আকৌ সুখ-দুখ দুই ভাই—বিদ্যাপতিৰ কাব্যতহে এনে কথা বাৰে বাৰে আনন্দ-বেদনাৰে সোঁৱৰা হৈছে; আৰু সোঁৱৰা হৈছে যে অমৃত "গৰল ভেল"। কিন্তু, যি সুন্দৰ, যি কামনীয়—তাৰ লগত যে এক 'অচিৰতা' লগ হৈ আছে; এই কথাৰ সুৰ বিশেষকৈ ইংৰাজী ৰোমাণ্টিক কাব্যতহে বাজি উঠিছে। এইখিনিতেই বেজবৰুৱাৰ কবিতাটোত বৈষ্ণৱ-পদাৱলীৰ সুৰ আৰু ইংৰাজী ৰোমাণ্টিক কাব্যৰ সুৰ সংযুক্ত হৈ পৰিছে।এই 'অচিৰতা'ৰ নিৰ্মম ৰূপটোক চন্দ্ৰকুমাৰৰ 'প্ৰকৃতি' কবিতাত নিষ্কম্প, 'নিৰ্মম' দুখেৰে কল্পনা কৰা হৈছে; বেজবৰুৱাৰ কবিতাটোত সেই 'অচিৰতা'ৰ কথা কোমল, দবদভৰা দুখেৰে সোঁৱৰা হৈছে। এই ৰোমাণ্টিক দুখৰ বোধ ভাৰতীয় সাহিত্যত মূলতে পাশ্চাত্য- সাহিত্যৰ দান। ৰবীন্দ্ৰনাথে যেতিয়া উপনিষদৰ পৰম, বেদনীয় পৰুষৰ ধ্যানত তন্ময়, তেতিয়া 'অচিৰতা' বা শূন্যতাবোধে তেওঁৰ কাব্যত দুখৰ প্ৰৱল জোকাৰণি নোতোলে; তেওঁ গায়—

"—যে ফুল না ফুটিতে ঝৰেছে ধৰণীতে
যে নদী মৰুপথে হাৰালো ধাৰা
জানি হে জানি তাও হয়নি হাৰা।"

প্ৰাচ্যৰ সেই উপনিষদীয় ধ্যানত এনে শূন্যতাৰ বোধ নাজাগে; কাৰণ, প্ৰাচ্যৰ যি উপনিষদীয়, সি হ'ল:

"তং বেদ্যং পুৰুষং বেদ যথা মা বো মৃত্যুঃ পৰিব্যথাঃ"—(সেই বেদনীয় পুৰুষক জানা যাতে মৃত্যুৱে তোমালোকক কোনো ব্যথা দিব নোৱাৰে)। মুঠৰ ওপৰত—"সখীহে কি কমে দুখৰে কথা"—এই সৰু কবিতাটোত প্ৰকাশ পোৱা

ভাব-অনুভূতিত পাশ্চাত্য সাহিত্যৰ প্ৰভাৱ সুস্পষ্ট। কিন্তু আমাৰ মূল কথাটো হ'ল এয়ে যে—কবিতাটোৰ সুৰটো মূলতে পছিমীয়া সুৰ বুলি সহজতে ধৰিবই নোৱাৰি। একেলগে যেন কবিতাটোত আছে বংগীয় বৈষ্ণৱ-কাব্যৰ বেণুৰ সুৰ, ইংৰাজী কাব্যৰ পিয়ানোৰ সৰ: অথচ 'মালতিৰ চাকি,' 'তগৰ ফুলপাহী', 'সন্ধিয়াৰ বা' আদিৰ মায়াবীমন্ত্ৰত সেই দুয়োটা সুৰ অসমীয়া লোক মানসৰ এটা বাদ্য যন্ত্ৰতেই বাজি উঠিছে।

অসমীয়া জাতীয় জীৱনৰ লৌকিক ৰূপটো বেজবৰুৱাৰ অবচেতনত কিমান দূৰ সক্ৰিয় হৈ আছিল ওপৰৰ আলোচনাৰপৰা সেই কথা উপলব্ধি কৰিব পাৰি। আনহাতে, ইয়াৰ ধ্ৰুপদী ৰূপটোৰ লগতো যে তেওঁৰ পৰিচয় সমানেই গভীৰ আছিল সেই কথাৰো প্ৰমাণ পোৱা যায় আৰু তাক আগতে উল্লেখ কৰা হৈছে।

মুঠতে অসমীয়া জাতীয় জীৱনৰ লৌকিক ধ্ৰুপদী দুয়োটা ৰূপৰ বিষয়ে এক সামগ্ৰিক চেতনা তেওঁৰ মনত সক্ৰিয় হৈ আছিল; দুয়োটা ৰূপকেই তেওঁ অতি ওচৰৰপৰা নিৰীক্ষণ কৰিছিল বহুত বছৰ ধৰি। আনহাতে, কৰ্মসূত্ৰত তেওঁৰ পিতৃয়ে সপৰিয়ালে অসমৰ এমূৰৰপৰা সিমূৰলৈ ভ্ৰমণ কৰিবলগীয়া হোৱাত বেজবৰুৱাই কৈশোৰ অৱস্থাতেই অসমৰ জাতীয় জীৱনক ভৌগোলিক অৰ্থতো বহলভাৱে জানিবলৈ সুবিধা পাইছিল। অৰ্থাৎ, কেৱল গভীৰভাৱেই নহয় বহলভাৱেও, গুণৰ মাপেৰেই নহয় পৰিমাণৰ মাপেৰেও, অসমীয়া জীৱনৰ লগত তেওঁৰ পৰিচয় আছিল নিৰ্ভুল। আনহাতে, যৌৱন আৰম্ভ হোৱাৰপৰা তেওঁ আছিল অসমৰপৰা আঁতৰত; শৈশৱ আৰু কৈশোৰত দেখা জীৱন-যাত্ৰাক যৌৱন অৱস্থাৰপৰা তেওঁ নিৰীক্ষণ কৰিছিল দূৰৰপৰা। কেৱল স্থানগত দূৰত্বই নহয়——কিছু পৰিমাণে মানসিক দূৰত্বও এই ক্ষেত্ৰত জড়িত হৈ-পৰিছিল। পাশ্চাত্য সভ্যতাৰ যি প্ৰত্যক্ষ আৰু ব্যাপক প্ৰভাৱ ঊনৈশ শতিকাৰ বংগীয় সমাজ—সংস্কৃতিৰ ওপৰত পৰিছিল, তাৰ ফলত এখন নতুন সমাজ, এটা নতুন আদৰ্শৰ জীৱন যাত্ৰাৰ ৰূপে আত্ম-প্ৰকাশ কৰিছিল। শৈশৱ আৰু কৈশোৰত বেজবৰুৱাৰ অবচেতনে অসমীয়া জাতীয় জীৱনক বিভিন্ন ৰূপত গ্ৰহণ কৰিছিল; কিন্তু চেতন মন সতেজ আৰু সবল হোৱাৰ কালহোৱাৰপৰা—অৰ্থাৎ, যৌৱনৰ আৰম্ভণিৰেপৰা—অবচেতনে সংৰক্ষিত কৰি ৰখা জগতখনৰ ওপৰত নতুন জগতখনৰ দৃষ্টিভংগী তেওঁৰ চেতন মনে গ্ৰহণ কৰিবলৈ ল'লে। ৰাজা ৰামমোহন ৰায়ৰ দিনৰপৰা আৰম্ভ কৰি ভাৰতীয়ৰ সমাজ-চিন্তা, ধৰ্মচিন্তা আদিত পাশ্চাত্য প্ৰভাৱৰ যি ঢৌ উঠিছিল, তাৰ খলকনি হেমচন্দ্ৰ আৰু গুণাভিৰামৰ লেখনিত আৰু জীৱনত

ইতিমধ্যেই দেখা গৈছিল——হেমচন্দ্ৰৰ ইয়ং বেংগল জাতীয় ৰেডিকেলিজমত, ব্ৰাহ্মধৰ্মত দীক্ষিত গুণাভিৰামৰ সংস্কাৰ-প্ৰৱণতাত। প্ৰাচীন সমাজখনৰ সীমা ভাঙি তাৰপৰা এক মানসিক দূৰত্বত ৰোৱাৰ যি আদৰ্শ এই পূৰ্বসূৰী দুজনৰ ক্ষেত্ৰত দেখা গৈছিল, উত্তৰ সাধক বেজবৰুৱাৰ ক্ষেত্ৰতো তাকে দেখা গ'ল। পুৰণি আদৰ্শৰ সমাজখনক নতুন আদৰ্শেৰে জুখি চাবলৈ যিখিনি মানসিক দূৰত্বৰ প্ৰয়োজন, তিনিওজনেই সেইখিনি দূৰত্ব 'আহৰণ' কৰিছিল; আৰু সেয়ে তিনিও-জনৰ সাহিত্যতে ব্যংগই প্ৰাধান্য লাভ কৰিছিল। প্ৰথম দুজনৰ ক্ষেত্ৰত সংস্কাৰ প্ৰৱণতা বেছি তীব্ৰ; সেয়ে তেওঁলোকৰ ব্যংগত গুৰুত্ববোধৰ মাত্ৰাও বেছি। 'বাহিৰে ৰং চং ভিতৰে কোৱা-ভাতুৰি' লেখোতে হেমচন্দ্ৰই, আৰু 'ৰামনৱমী' লেখোতে গুণাভিৰামে ব্যংগক বিশেষভাৱে এক নৈতিক সামাজিক আদৰ্শৰ প্ৰয়োজনতেই অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছে। কিন্তু বেজবৰুৱাৰ ব্যংগ সাধাৰণতে অধিক স্বতন্ত্ৰ শ্ৰেণীৰ আৰু অধিক বিশুদ্ধ প্ৰকৃতিৰ। পাশ্চাত্য প্ৰভাৱত গঢ় লোৱা নতুন সমাজখনৰ নাগৰিক দৃষ্টিকোণৰপৰা প্ৰাচীন সমাজখন যিখিনি 'গ্ৰাম্যতা'' চকুত পৰিব সেইখিনিক বেজবৰুৱাই বহুত সময়ত ৰসসৃষ্টিৰ উপাদান হিচাপে ব্যৱহাৰ কৰিছে। তেওঁৰ অৱচেতনত সংৰক্ষিত জগতখনৰ অশেষ চিত্ৰ তেওঁ ব্যৱহাৰ কৰিছে চেতনাৰে গ্ৰহণ কৰা 'নাগৰিক' দৃষ্টিকোণৰপৰা—নিখুঁত নিভাঁজ চিত্ৰ, ব্যংগ হাস্যৰসত সিক্ত। আৰু সেই ৰস বেছি সময়তে মূলতে পাশ্চাত্য [illegible] শিক্ষিত [illegible] প্ৰস্তুত কৰা বিশুদ্ধ অৰ্থাৎ অবিমিশ্ৰ সাহিত্য-ৰস।

আনহাতে, অৱচেতনৰ [illegible] আপোন জগতখনৰপৰা স্থানগত দূৰত্বত ৰোৱাৰ ফলত যি 'nostalgia' জাগি উঠাৰ সম্ভাৱনা থাকে, তাৰ আৱেশত বহুত সময়ত সেইখন জগতৰ প্ৰতি বেজবৰুৱাৰ দৰদ আৰু মোহ আছিল ঐকান্তিক। সেয়ে চেতন মনৰ বঙ্কিম-দৃষ্টি আৰু অৱচেতনৰ মোহ-দৰদৰ মাজত বেজবৰুৱাৰ সাহিত্যত প্ৰায়ে এক ছাঁ-পোহৰৰ খেল দেখা যায়। অসমীয়া জাতীয় জীৱনৰ লৌকিক ৰূপটোৰ 'লৌকিকতা' তেওঁৰ সাহিত্যত স্থান বিশেষত যি পৰিমাণে বাস্ত-মধুৰ, সেই পৰিমাণেই স্থান বিশেষত সি দৰদস্নিগ্ধ সৌন্দৰ্যৰ চিত্ৰ। পশ্চিমীয়া আদৰ্শৰ ভাব-অনুভূতি সেই কাৰণেই বহুত সময়ত তেওঁৰ সাহিত্যত অসমীয়া লোক-সাহিত্যৰ 'লৌকিক' সুৰত বাজি উঠিছে।

মুঠৰ ওপৰত ক'ব পাৰি যে চেতন মনত মূলতে পশ্চিমীয়া আদৰ্শত গঢ়-লোৱা দৃষ্টিভংগী আৰু অৱচেতনত ভাৰতীয় প্ৰাচ্যৰ এটা বিশেষ আঞ্চলিক

হ'লে এই বিশেষ সমন্বয়ৰ কথা মনত ৰাখিব লাগিব। অসমীয়া সমাজৰ পুৰণি আদৰ্শৰ ৰুচিয়ে ধৰ্মীয় আৰু ৰজাঘৰীয়া পৰিবেশত গঢ় লৈছিল। সেই জীৱন-যাত্ৰাৰ আদৰ্শ বোধকৰো লক্ষ্মীনাথৰ পিতৃ দীননাথ বেজবৰুৱাৰ দৰে এজন ব্যক্তিৰ চৰিত্ৰতেই প্ৰকাশ পাইছিল। এই বিশেষ ৰূপটো বেজবৰুৱাই সদায় শ্ৰদ্ধা আৰু আদৰেৰে সুঁৱৰিছিল; তাৰ প্ৰমাণ 'মোৰ জীৱন সোঁৱৰণ'ত যথেষ্ট পোৱা যায়। কিন্তু সেই জীৱন-যাত্ৰাৰ আদৰ্শৰ লগত নতুন যুগটোৰ--তাৰ অৰ্থনৈতিক, সমাজনৈতিক চৰিত্ৰৰ ——সামঞ্জস্য বিশেষ নাছিল। গতিকেই পাশ্চাত্য প্ৰভাৱত গঢ় লোৱা নতুন সমাজ ব্যৱস্থাৰ লগত তাৰ সংহতি সাধন কৰাৰ প্ৰয়োজন আহি পৰিছিল। সেই সংহতি স্থাপনৰ প্ৰয়াস বিশেষকৈ বেজবৰুৱাৰ সাহিত্যতেই এক সুস্পষ্ট ৰূপত প্ৰথমে দেখা যায়। বেজবৰুৱাৰ নাটকতেই প্ৰথমে অমসীয়া নাৰী-চৰিত্ৰৰ কণ্ঠত শুনিবলৈ পাওঁ এবিধ গীত:

"নিকুঞ্জলতা সপোন-মগন
বঁাহীৰ অমিয়া পি,
বসন্তই বঢ়ালে সপোনৰ বাগী
মুৰত হাত বুলাই দি——।"

ভালদৰে ধৰিব পাৰি যে এই ক্ষেত্ৰত অসমীয়া সমাজত আধুনিক নাগৰিক ৰুচি প্ৰতিষ্ঠাৰ এক বিশিষ্ট সাহিত্যিক প্ৰচেষ্টা পৰিলক্ষিত হয়। লগতে এই কথাও লক্ষ্যণীয় যে অসমীয়া লোক-মানসৰ কোমল সুঁৰীয়া গীত-মাত আৰু বৰগীতৰ ধ্ৰুপদী ধ্বনিও একে চৰিত্ৰৰ কণ্ঠতেই বেজবৰুৱাই দান কৰিছে।

আধুনিক অসমীয়া সাহিত্যত পাশ্চাত্য সংস্পৰ্শৰ প্ৰথম পৰ্যায়ৰ লক্ষণ হ'ল ব্যংগ; হেমচন্দ্ৰ—গুণাভিৰাম-লম্বোদৰৰ সাহিত্যত ব্যংগৰ স্থান কেন্দ্ৰীয় কিন্তু দ্বিতীয় পৰ্যায়ৰ লক্ষণ হ'ল সৌন্দৰ্য-চেতনা। বেজবৰুৱাৰ সম-সাময়িক সাহিত্যিকসকলৰ ৰচনাত ঘাইকৈ দ্বিতীয় পৰ্যায়ৰ লক্ষণেই প্ৰকাশ পাইছে। কিন্তু বেজবৰুৱাৰ সাহিত্যতেই দুয়োটা পৰ্যায়ৰ লক্ষণসমূহে নিসংকোচভাৱে আত্ম-প্ৰকাশ কৰিছে। সেই সাহিত্যত 'জগৰা মণ্ডলৰ প্ৰেমাভিনয়'ৰ anti-romantic চিত্ৰ যি দৰে আছে, সেইদৰেই আছে পছিমীয়া গঢ়ৰ তীব্ৰ ৰোমাণ্টিক চেতন:

"There is a garden in her face
Where roses and lilies blow;
A heavenly paradise is that place
Wherein all pleasant fruits do grow..."

ওপৰত দিয়া বেন জনছনৰ কবিতাৰ যি কেইটা শাৰী 'পদুম কুঁৱৰী' উপন্যাসৰ এটা অধ্যায়ৰ শিতানত বেজবৰুৱাই আঁৰি দিছিল, সিবোৰৰ সংকোচহীন পছিমীয়া ৰোমাণ্টিক সুৰটো বেজবৰুৱাৰ সাহিত্যতে প্ৰথমে স্পষ্টভাৱে ধ্বনিত হয় ঃ

"কাঁইট নথকা ৰূপহী গোলাপ
বোলে পৃথিৱীত নাই।
একোকে নামাতি প্ৰিয়াৰ দুগাল
থাকিব ধৰিলো চাই॥"

"ক'ত আছে এনে অপূৰ্ব পদুম
ৰাতি দিনে থাকে ফুলি ?
চকুৰে দি ঠাৰ দেখালো প্ৰিয়াক
মুখেৰে একো নুবুলি।" (প্ৰিয়তমা)

মুঠতে আধুনিক অসমীয়া সাহিত্যত ব্যংগ আৰু ৰোমাণ্টিকতাৰ যি দুটা সুৰ শুনা যায়, দুয়োটাই বেজবৰুৱাৰ সাহিত্যত বিশিষ্ট চৰিত্ৰ আৰু ভংগী লাভ কৰিলে।

আধুনিক যুগটোতে যোৱা এশবছৰৰ ভিতৰত অসমীয়া সমাজে লাভ কৰা সাংস্কৃতিক ৰূপান্তৰৰ প্ৰসংগত এনেবোৰ কাৰণতেই বেজবৰুৱা সাহিত্যৰ তাৎপৰ্য অতি গুৰুত্বপূৰ্ণ বুলি আমি স্বীকাৰ কৰিব লাগিব, আৰু সেই সাহিত্যৰ এনে তাৎপৰ্যৰ স্বৰূপ যাইকৈ তাত দেখা দিয়া প্ৰাচ্য আৰু পাশ্চাত্যৰ স্পষ্ট আৰু অস্পষ্ট মিলন-ৰেখাবোৰতে আৱিষ্কাৰ কৰিব পৰা যায়। বেজবৰুৱাৰ উত্তৰসূৰী জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী' নাটকত আৰু বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসত তীব্ৰভাৱে মানৱমুখী, অন্তৰ্মুখী দৰ্শন আৰু ট্ৰেজিক চেতনাৰ আলোড়ন অসমীয়া সংস্কৃতিৰ লৌকিক আৰু ধ্ৰুপদী দুয়োটা ৰূপৰ এনে এক নিবিড় উপলব্ধিৰ সূত্ৰতেই প্ৰকাশ পাইছে যে পূৰ্বসূৰী বেজবৰুৱাৰ ছাঁয়ামূৰ্তিৰ অস্তিত্ব আধুনিক অসমীয়া সংস্কৃতিৰ এই দুই কীৰ্তিস্তম্ভৰ পশ্চাদভূমিত ঐতিহাসিক চেতনাসম্পন্ন দৰ্শকে অনুভৱ নকৰাকৈ নাথাকে।

প্ৰাচ্য আৰু পাশ্চাত্যৰ যি সম্পৰ্ক আধুনিক অসমীয়া সাহিত্যত ইমানদিনে প্ৰকাশ হৈছে, বেজবৰুৱাৰ সাহিত্যতেই সি তাৰ বিশিষ্ট ৰূপ লাভ কৰিলে।

# যুঁজাৰু বেজবৰুৱাৰ লেখনী-বিক্ৰম

## বেণুধৰ শৰ্মা

খ্ৰীষ্টীয় ঊনবিংশ আৰু বিংশ শতিকাৰ দোমোজাটো সঁচাসঁচিকৈয়ে প্ৰতিভাৰ সোণালী যুগ——অসমীয়া সাহিত্যে সঁজাল ধৰোৱা নৱ অভ্যুত্থানৰ যুগ—পঞ্চদশ শতিকীয়া 'হাড়-কাটোন উদ্যমৰ পুনৰ অভিনয়ৰ যুগ। শুচি-সংযমী সত্যনাথ, ৰসিক শিৱৰাম, গহীন-গম্ভীৰ ঘনশ্যাম, ভাৱৰীয়া বত্নধৰ, আচাৰ্য ৰমাকান্ত, ৰোমাণ্টিক কৱি চন্দ্ৰকুমাৰ, দাৰ্শনিক অগ্নিকৱি কমলাকান্ত, ঔপন্যাসিক ৰজনীকান্ত, কৱি প্ৰত্নতাত্ত্বিক হেমচন্দ্ৰ, বুৰঞ্জী প্ৰাণ কনকলাল, কৱি সাহিত্য প্ৰাণ পদ্মনাথ, সমল যোগাওঁতা বেণুধৰ, ভাঙনি-কোঁৱৰ আনন্দচন্দ্ৰ, সীমান্ত দণ্ডধাৰী প্ৰসন্ন প্ৰমথনাথ, তেজস্বী লেখক বত্নেশ্বৰ—এইসকলেই হ'ল এই যুগৰ নায়ক আৰু প্ৰত্যেকেই অসমীয়া সাহিত্য প্ৰতিভাৰ এঠোটি এঠোটি দিগ্‌গজ। সেইসকলৰ ভিতৰতে আৰু এজন আছিল, যি ঐৰাৱতৰ দৰে সসন্মানে নুৰ দাঙি উৰ্দ্ধ সুৰিছিল। এইজনেই হৈছে লক্ষ্মীনাথ বেজবৰুৱা। "দেখাত গপাল যদিও, হাঁহি সুধি হাঁহি তুলিব" জনা ব্যক্তিত্ব আছিল এওঁৰ; আৰু আছিল প্ৰতিভাকো চেবাই যোৱা অধ্যয়ন আৰু অভিজ্ঞতা।

পৰম নৈষ্ঠিক পিতাদেৱেকৰ মুষ্কুপী শাসন কাৰো তুৰিমুৰি কৰিবৰ সাধ্য নাই; অভিভাৱক নাজু দ'লৰ বৰুৱাৰ ভাবুকি দিয়া অথচ, নিয়মানুৱৰ্ত্তী-অনুশাসন, একান্নভোক্তা বিৰাট পৰিয়াল এটাৰ একে মজিয়াতে একেলগে ভোজন; ধৰ্মকাৰ্যৰ বাদ্যভাণ্ডৰে মুখৰিত সন্ত্ৰ হেন টোল; শাস্ত্ৰ—ভাগৱত চৰ্চাৰে টলটলাই থকা ভিতৰ চ'ৰা; সু-সংৰক্ষিত কৌলিক আচাৰ-পদ্ধতিৰ কটকটীয়া বান্ধোন; পলুং-পালাং কৰিব নোৱাৰা ব্ৰহ্মচৰ্য আচৰণেৰে বিদ্যাভ্যাস; ঐতিহ্যৰ শত স্মৃতি প্ৰবাহিনী বাশিষ্ঠী গংগাও চকুৰ আগতে——এনেকুৱা জাতে-পাতে অসমীয়া পৰিবেশৰ প্ৰত্যেকটো গুণ ব্যৱস্থাৰ পৰিচৰ্যাত ডাঙৰ-দীঘল হৈ যেই উচ্চ শিক্ষাৰ অৰ্থে কলিকতাত ককায়েকহঁতৰ বলত খুপুহ কৰে পৰিলগে, সেই ঘিউৰ চকত হাত দি লক্ষ্মীপূৰ্ণিমাৰ দিনা নাৱৰ ভিতৰত উপজি যোৱা লক্ষ্মীনাথ বেজবৰুৱা সোণত সুৱগা মিলা দি কলিকতীয়া পৰিবেশত মিজি গ'ল আৰু নিচেই অলপ

দিনৰ ভিতৰতে "বঙলুৱা কাকতৰ বিদ্যাৰে খুন্দখোৱা অসমীয়া ছাত্ৰৰ" এটি ভাওৰ মোনা হৈ পৰিল। "নতুন কংগ্ৰেছৰ ৰাজনৈতিক মনত কম্যাৰশাল" ডেকা বেজবৰুৱাৰ "মন পুৰি ৰঙাকৈ পেলালে আৰু শাতি-উতি নোহোৱাকৈ ট্ৰাংওটি ওফৰোৱাদি পুৰণি মত ওফৰাই পঠিয়াবলৈ ধৰিলে"। জন্মভূমিত লগাই নিয়া প্ৰতিভাৰ শলিতা গছি সেইখিনি পাই, লাহে লাহে চৌফলীয়া হৈ আছিল। অ. ভা. উ. সা. সভা চলালে, 'জোনাকী' উলিয়ালে আৰু অসমীয়া ভাষাত নোহোৱা-নোপোজা কৃপাবৰ বৰবৰুৱা নামৰ অলেখ সাহিত্য সৃষ্টি কৰিলে। এইবোৰ যি কৰিলেই, আকৌ হিল দল ভঙা লেখনীৰে অসমীয়া ভাষা-সংস্কৃতি-আশা-আকাঙ্খাৰ মূৰত চেঁচা পানী ঢালিবলৈ ওলোৱা টুপ-টপনিবোৰো মহটিয়াই নিলে।

'মৌ' কাকতখন বধ কৰাটোতে বেজবৰুৱাৰ লেখনী-বিক্ৰম পোন প্ৰথম প্ৰকাশ পায়। 'মৌ'ৰ প্ৰকৃত সম্পাদক আছিল 'বিলাত ফেৰত' বলীনাৰায়ণ বৰা। বৃটিছে চাহ-বাগিছা পাতি, ভাৰতৰ নানান ঠাইৰপৰা হজুৱা মানুহ নি তাত কাম কৰোৱাইছিল; সেইবিলাকক তেতিয়া কুলি বোলা হৈছিল। বাগিছা খুলি কুলি নি অসম দেশখন সমৃদ্ধিশালী কৰা হৈছে বুলি তেওঁ দৃঢ়মত প্ৰকাশ কৰিছিল। বাগিছাৰ বহুত চাহাবে 'পিলাই কাটা কিক্' মাৰি কুলি—মালীক সিফলীয়া কৰিছিল; ভাল মানুহকো ফুচুলাই নি 'কুলি ডিপো'ত বেচি বাগিছাৰ কুলি হিচাপে 'চালান' দিয়া হৈছিল, বাগিছা-চাহাবৰ অতপালি যে কিমান হৈছিল তাৰ অন্ত নাই। কলিকতীয়া বঙলা কাকতে সেইবোৰ বাতৰি সঘনে প্ৰকাশ কৰিছিল। কিন্তু 'মৌ'ৰ সম্পাদকে চাহাবহঁতকহে সমৰ্থন কৰিছিল আৰু কুলিবিলাক অময়া সুখত আছে বুলি লেখিছিল। গোৰ মাৰি জবধাপৰি ফলা কথাটোও তেওঁ দোষণীয় বুলি ধৰা নাছিল। বঙলা কাকত পঢ়ি কুলিক কুব্যৱহাৰ কৰা বাতৰিৰে গংগাটোপটো হৈ ওফন্দি থকা আৰু কংগ্ৰেছৰ বৃটিছ শাসন-বিদ্বেষী প্ৰস্তাৱত উতলি থকা বেজবৰুৱাই মহাবিক্ৰমেৰে লেখনী ধৰি বৃটিছ ভক্ত বৰাৰ সম্পাদিত 'মৌ' কাকতখন মাৰিয়েই পেলালে। বেজবৰুৱা লগতে পাছলৈ সাংবাদিক হোৱা মথুৰামোহন বৰুৱাও আছিল।

'মৌ'ৰ সৈতে কৰা যুদ্ধখনৰ দুটিমান আমোদজনক বাদানুবাদ এইখিনিতে চিন-স্বৰূপে তুলি দিয়া হ'ল। সেই সময়ত 'কুলি আন্দোলনে' ৰজা প্ৰজা দুয়ো ঘৰ তল ওপৰ লগাই আছিল। 'মৌ'ৰে লেখিছিল :

"গৱৰ্ণমেণ্টে কুলিৰ নিমিত্তে যিমান যতন কৰে ঠাই নাই। পোনে পোনে কুলিৰ দেশত কুলি গোটাওঁতেই পিছে কোনোৰাই ঠগাই ফুচুলাই কুলি পঠিয়াই

নিয়ে এনে আশঙ্কা কৰি, এটাই কুলিকে মাজিষ্ট্ৰেটৰ আগত হাজিৰ কৰিব লগা নিয়ম কৰিছে। ক'লৈ যায়, কি কৰিব যায়, এই কথা কুলিয়ে জানে নে নাজানে, মাজিষ্ট্ৰেটে সিহঁতক সোধে। পিছে জাহাজেৰে সিহঁতক আসামলৈ নৈ যোৱাতও বৰ সাৱধানে নিয়ে। সিহঁতৰ লগত ডাক্তাৰ থাকে, দৰৱ থাকে। খোৱানোৱাত বাচাৰও বাচা, ধোৱাৰও ধোৱা বস্তুহে দিয়ে। য'ত জাহাজৰপৰা নমাই দিয়ে, তাতো সিহঁতৰ থকা ঘৰ আছে, ডাক্তাৰ আছে। বাগিছাতও সিহঁতে কেনেকে খায়, লয়, থাকে, সদায় গৱৰ্ণমেণ্টৰ ডাক্তাৰ আৰু আন কৰ্মচাৰীবিলাকে গই চাই থাকিব লাগে। থাকা ঠাই কেনে, খোৱা পানী কেনে, নৰিয়াৰ বন্দবস্ত কেনে, এইবোৰ চাই গৱৰ্ণমেণ্টৰ ৰিপোৰ্ট দিব লাগে। মৰিয়াত পৰা কুলিৰ সংখ্যা কোনো বাগিছাত সৰহ হলে, গৱৰ্ণমেণ্টে সেই বাগিছাৰ কাম একেবেলিয়ে বন্ধ কৰি দিয়ে। কুলিৰ ওপৰত গৱৰ্ণমেণ্টৰ ইমান চকু থকাতও কুলিৰ কাল্পনিক দুৰৱস্থাৰ কথা কই দেশত ঢৌ তোলা নিচেই নাজানা নেদেখা মানুহৰহে বন। অথচ ইপিনে দেশত জহনিত পৰি জ্বৰত পৰি, হাজাৰে হাজাৰে গাৱঁলিয়া মানুহ মৰিলেও তাৰ খবৰ লওঁতা কেওঁয়েই নাই।

"কুলিৰ ওপৰত বাগিছাৰ সাহাববিলাকৰ বৰ অত্যাচাৰ হয় বুলি বাতৰি কাকত লেখোতাবিলাকে ঢোল কোবাই ফুৰে। ইয়াৰ নো প্ৰমাণ কি? এটা পাষণ্ড ওৰে বৰা এটা দুষ্ট গিৰনৰ নিমিত্তেএটাই বাগিছাৰ সাহাব বেয়া হল নে? দুটা এটা অত্যাচাৰৰ কথা যে ইমান দেশব্যাপী হৈ ওলায়, তাৰ দ্বাৰায় বৰং এনেহে প্ৰমাণ হোৱা যেন বুলিব পাৰি যে সাধাৰণত বাগিছাত অত্যাচাৰ নহয়; কিয়নো হোৱা হলে অকল দুটা এটা কথা হে আৰু সিও কেতিয়াবা কেতিয়াবাহে শুনিবলৈ পোৱা যায় কিয়? আৰু স্বৰূপতে কথাও সেয়ে। বঙালিৰ মতে সুসভ্য বংগদেশতও যদি বৰ বৰ দেশীয় মানুহক জনপূৰ্ণ ৰেইলগাৰিত কেতিয়াবা কোনো ইংৰাজ মহাত্মাই লাথি, চৰ, গতি মাৰি অপমান কৰিব পাৰে, তেন্তে দূৰৈ আসামত, হাবিৰ মাজত থকা বাগিছাত, বনুৱা কুলিক বন কৰোৱা ইংৰাজে কেতিয়াবা চৰটো, লাথিটো মাৰাত, আচৰিত কথা কি? ইংৰাজৰ ভিতৰত এটা চোৰ ধৰা পৰিলেই সি দেশত বিখ্যাত হয়; কিন্তু দেশীয়ৰ ভিতৰত হাজাৰ হাজাৰ চোৰ নিতৌ ফাটকত পৰিব লাগিছে, তাৰ নামও শুনিবলৈ পোৱা নাযায়। মূল কথা সকলো সমাজতে ভলৰ গেলা অংশ আছে। পাল ভাঙি যি গৰুৱে জেওৰা ভাঙিবলৈ যায়, অকল তাৰ জন্যে গোটেই পাল গৰুক ধৰি দিব নোৱাৰি। বাতৰি কাকতবিলাকে মিছাই সদাই কুলিৰ দুৰ্দ্দশা বৰ্ণনাই বাগিছাৰ সাহাববিলাকক আৰু গৱৰ্ণমেণ্টকে গালি

পাৰা, সমূলি খনিয়াৰ বন। যদি আসামত কোনো শ্ৰেণী মানুহ আছে, যাৰ ধন দিনে দিনে বাঢ়িব লাগিছে, সেইয়ে কুলিৰ শ্ৰেণী। যদি আসামত কোনো শ্ৰেণী মানুহ আছে যি খাব খুজিলেই খাবলৈ পায়, নৰিয়া পৰিলেই দৰৱ পায়, নুকখা ঘৰত থাকিবলৈ পায়, ফটফটীয়া পানী খাবলৈ পায়, সেইয়ে কুলীৰ শ্ৰেণী। যদি আসামত এনে কোনো শ্ৰেণীৰ মানুহ আছে যাক গৱৰ্ণমেণ্ট নিজৰ চকুৰে চাই নিজৰ পোৰ নিচিনাকৈ পালন কৰে সেইয়েই কুলিৰ শ্ৰেণী।"

ওপৰত তুলি দিয়া ডোখৰ ৰবা ডাঙৰীয়াৰ 'চাহ বাগিছাৰ কুলি' শীৰ্ষক দীঘলীয়া প্ৰবন্ধটোৰ চমকা এটি মাথোন। সেই প্ৰবন্ধই বংগলা কাকতক কুকুৰে কাঁইট নোখোৱাকৈ গালি পাৰিছিল। ওপৰত কোৱাই হৈছে, বেজবৰুৱা তেতিয়া "বঙলা বাতৰি কাকতৰ বিদ্যাৰে খুন্দ খোৱা মোনা।" 'মৌ'ৰে বঙলা কাকতক থুকুচি সমালোচনা কৰাত 'বঙলা-মোনা'ই মাত লগাই সম্পাদকলৈ লেখিলে :

"আসামৰ চাহ-বাগিছাৰ কুলিৰ যম-যাতনাৰ হৃদয় গেলি, কেইজনমানক প্ৰকৃত দেশহিতৈষী বঙালী ভদ্ৰলোকে সেই বিষয় সাধাৰণৰ আগত প্ৰকাশ কৰি কৰি প্ৰতিকাৰৰ অৰ্থে প্ৰাণ পণে চেষ্টা কৰাত আপুনি তেওঁবিলাকৰক আগগুৰি নোহোৱাকৈ উধামুধাকৈ গালি পাৰি সেই কথাত বিঘিনি জন্মোৱা, কিমান দূৰ ন্যায়সংগত কব নোৱাৰো।"

'মৌ'ৰ সম্পাদকৰ উত্তৰ :

"আমি 'আগ'ও চাইছো 'গুৰি'ও চাইছোঁ—এই দুই চাইহে আমাৰ ক'ব লগীয়াখিনি কোৱা হইছিল। কুলি আন্দোলনৰ 'গুৰি' মাথোন কেজনমান নিজ অপৰাধৰ বাবে সৰকাৰি কামৰ পৰা খেদা খোৱা খিয়লীয়া মানুহ, নাইবা কাম পাবলৈ নিৰাশ হোৱা আজিকালি সুশিক্ষিত বোলা ডেকা। বঙালি কাকতবিলাকৰ ভিতৰুৱা ৰহস্য যেয়ে জানে সেয়ে মানিব যে 'কুলি আন্দোলন'ৰ 'গুৰি' এয়েহে।"

বেজবৰুৱা :

"ইংৰাজৰ বদনাম বেচিকৈ ওলায় দেশী মানুহৰ সিমান নোলায়, এই কথা যে সমূলী পলসুৱা তাক সকলোৱে অনুমান কৰিব পাৰিছে। ইয়াৰ বিপৰীতহে সঁচা। কিয়নো ইংৰাজ দেশৰ ৰজা, সকলোপিনে বৰ মানুহ, বৰ মানুহৰ দায় বৰ হলেহে ওলায়, এশটাৰ ভিতৰত দহোটোহে ওলায়, সেইবাবেহে বুঢ়ালোকে কইছে 'বৰৰ দায় পিটলি যায়, সৰুৰ দায় খুটবি খায়'। তলতীয়া

মানুহে যে ওপকত্তাৰ গাত হাত দিবলৈ বেগাই সাহ কৰিব পাৰিব ই কেতিয়াও নহয়। 'এতেকে দুই এটা অত্যাচাৰ যে দেশ ব্যাপী ওলায় তাৰ যাবায় বৰং এনেটোঁহ প্ৰমাণ হয়' যে ইংৰাজৰ অত্যাচাৰে হালে পানী-কাটি গইছে ; ৰবৰ মুখেও কুলিক থাউনী দিব নোৱাৰা হৈছে। সঁচাসঁচিকৈ বাগিছাৰ চাহাবহঁতে নিজৰ বাগিছাত ইমান প্ৰভুত্ব আৰু শাসন চলাইছে যে এনেকুৱা অসংখ্য অত্যাচাৰৰ কাচিৎ দুই এটাহে বাহিৰলৈ সৰকি পৰিব পাৰে। পাহৰিলে নে শিৱসাগৰৰ মাজিষ্ট্ৰেট চাহাবৰ আগতে গিবনে সিদিনা কি কৈছিল। বোলে, 'এনেকৈ জাল কৰি কুলিৰ এগ্ৰিমেণ্ট লোৱা সকলো বাগিছাতে চলতি আছে।' অঃ কি ভয়ানক কথা! নিঃসহায় কুলিৰ স্বৰ্গীয় স্বাধীনতা নষ্ট কৰি চিৰদিনলৈ গোলাম কৰা কথা গিবনে কেনে নির্ভয়ে প্ৰকাশ কৰি দিলে। এনেবিলাক যে জগৰৰ কাম, চাহ-বাগিছাৰ চাহাব-বিলাকৰ ভুএই নাই। পালে নে এতিয়া সম্পাদকদেও! আপোনাৰ যুক্তি কিমান দ। এনেকুৱা নিতৌ হই থকা জালৰ কেইটা ওলাইছে? ভাগ্যে ই ওলাল দেখিহে মানুহে জানিবলৈ পালে। হাঁয় বিধি! নেজানো এনে অৱস্থা কত লক্ষ কুলিৰ জীৱনত হইছে!"

'মৌ' সম্পাদক ঃ

"আমিও কওঁ, হাঁয় বিধি! কুলিৰ অৱস্থা নাজানি নুশুনিও মানুহে কুলিৰ নিমিত্তে ইমানকৈ কান্দে!——যি কুলিয়ে গোট খাই সাহাবক কিলাব পাৰে, বাঙালাত বন্দী কৰি থব পৰে' সেই কুলিয়ে গোট খাই বাগিছাৰ পৰা ওলাই যাব নোৱাৰেনে, 'হালে পানী কাটি যোৱা' অত্যাচাৰতো যদি কুলিৰ এইখিনি সাহ নহয়, কাটেকত্ত পেট ভৰাই ভাত খাই মাটি কটাতকৈ যদি বাগিছাৰ, যম-যাতনা'ক হে কুলিয়ে ভাল পায়, তেন্তে তেনেকুৱা কুলিক অত্যাচাৰ কৰিবলগীয়া।—"

বেজবৰুৱা ঃ

"আৰু এপিনে চালে দেখি ইংৰাজ দেশীয়তকৈ সুশিক্ষিত, , সুসভ্য, এতেকে এনে লোকৰ ওপৰ অশিক্ষিত, অসভ্য বা অৰ্দ্ধসভ্য ,দেশীয়তকৈ পধুৰ নহয় নে আৰু দেশীয় পৰিমাণ অনুসাৰে সিহঁতৰ সংখ্যা কিমান? আপুনি বাগিছাৰ কোৱা আভুৰী তাতি মোটোৰাকৈ অন্যায়কৈ বঙালী বাতৰি কাকত আৰু বঙালী শিক্ষিত-লোকক মাজি পৰাত বঙালী কিয়, প্ৰায় অসমীয়া লোকে বিষম পাইছে।"

সম্পাদক কয় ঃ

'শিক্ষিতেই হওক বা অশিক্ষিতেই হওক, ভৱামী মজনত আমি দিহ

নোহোঁহঁকো। অসমীয়াই হওক বা বঙালীয়েই হওক কাৰও ক্ৰ টীত আমি চকুটিপ নামাৰোঁ। সঁচা কথা কম, এহেঁলে যিয়েই যি প্ৰায়।

"বাৰু চাহ বাগিছা জানিবা নন্দন কানন, মেনেজাৰ সাহাব কুজীয়নী মেমেৰে সৈতে ইন্দ্ৰ আৰু শচী। পাছে এনে কুলি পাল ইন্দ্ৰতুল্য সাহাব বাহাদুৰক কিলায়, জাকে জাকে কুলিয়ে কেলৈ ফাটেক আদি ভয়ানক দণ্ড ভোগিছে?——

"চাহ-বাগিছাৰ দ্বাৰায় আসামৰ অনেকৰূপে অনেক উপকাৰ হব ধৰিছে। কাল্পনিক কথাবোৰ উলিয়াই মিছা আন্দোলন কৰি যি মানুহে এই বাগিছাবোৰ ভাঙিবলৈ যত্ন চেষ্টা কৰে তাক অসমৰ ঘোৰ শত্ৰু নুবুলি নোয়াৰি। বঙালিবিলাকে মিছাই আমাৰ নিমিত্তে এই বিষয়ে কিয় ইমানকৈ মুৰ ধাকুৰিছে? হাঁহ বিধি! আমাৰ বন্ধুৰ হাতৰ পৰা আমাক পৰিত্ৰাণ কৰা।"

'মৌ' আছিল বঙালী-বিৰোধী আৰু বৃটিছ সমৰ্থক আৰু বেজবৰুৱা আছিল বঙালী কাকতৰ সমৰ্থক আৰু বৃটিছ বিৰোধী। বেজবৰুৱাহঁতৰ "অচিনাকি বাটে ববাক যোৱা দেখি (অপ্ৰিয় সত্য) প্ৰবসুৱা সমূহ ছাত্ৰ টিঙিৰি-তুলা যেন হ'ল আৰু প্ৰতাপচন্দ্ৰ চাটুজ্জী লেনৰ মেছত বহি সভাৰ উপৰি সভা কৰি 'মৌ' মাৰিবলৈ কঁকালত টঙালি বান্ধি ওলাল"। জনচেৰেকে 'ধান খেৰৰ জুমুধিৰে সজা' বলীনাৰায়ণৰ মূৰ্তি পুৰিবলৈ ওলাল। বেজবৰুৱাই "মহা পৰাক্ৰম প্ৰদৰ্শন" কৰি ওপৰত দিয়া আহিৰে প্ৰতিবাদ প্ৰবন্ধ লেখি পঠিয়ালে। "যি গছত মৌৱে বাহ লৈছে সেই গছ হালি নপৰিলে 'মৌ' নমৰে" বুলি সম্পাদকে থামি-ভাঠকৈ কোৱা সত্বেও বেজবৰুৱাহঁতৰ লেখনী আৰু 'কুপথেদি নিয়োজিত' শক্তিৰ বলত 'মৌ'ৰে বাহ লোৱা গছ পৰিল হালি। মৰালি 'মৌ'। 'মৌ'ও মৰিল, কলহৰ মুখে চলা বলীনাবায়ণ ববাব কাগোৰ নাইকিয়া হ'ল। 'মৌ'ৰ নিচিনা ভাল কাকত এখন বধ কৰি আমাৰ দেশৰ কি অনিষ্টকে সাধন কৰিলোঁ বুলি পাছত বেজবৰুৱাৰ মনত বৰ অনুতাপ আহিছিল। যি কৰে ঈশ্বৰে ভালৰ লৈহে কৰে। সেইদৰে অনুতাপ কৰিবলৈ নোপোৱা হ'লে বেজবৰুৱাৰ সৰসৰীয়া কাপৰ পৰা, শিৱসাগৰ', 'আমাৰে নেপাহৰিব', 'বাপীৰাম', 'ৰতনমুণ্ডাৰ নিচিনা চাহ বাগিছাৰ কুলি সম্পৰ্কীয় ঘটনাৰ আঁৰত থকা সেই কালৰ জাতীয় প্ৰেম প্ৰভুভক্ত লগুৱাৰ দায়িত্ব আৰু বনুৱাৰ বিচিত্ৰ প্ৰেমৰ পটচিত্ৰ একোটি দেখিবলৈ নেপালোঁহেঁতেন। 'মৌ'ক মাৰিবলৈ জয়ে জয়ে

বেজবৰুৱাই আটোপটকাৰে লেখনীৰ যি ধনুৰ্বাণ জুৰিছিল সেয়ে কোনত কোবে বাঢ়ি গৈ হিলদল ভঙা হ'লগৈ।

গুৱাহাটীৰপৰা এফ. এ· শ্ৰেণীটো তুলি দিয়াৰ পাছত কটন কলেজ পতালৈকে কতনো লেখালেখি নচলিল, চৰকাৰলৈ কতনো আবেদন-নিবেদন কৰা নহ'ল, সকলো "কলাৰ আগত কথা কয়, কলাই বোলে 'হয়', 'হয়" বোলাতেই থাকিল। কটন চাহাব অসমৰ চীফ কমিশ্যনৰ হৈ অহাত সকলোৱে আশা কৰিছিল, তেওঁৰ পৰা অসমীয়াই এটি কলেজ পাব। কিন্তু এওঁও সেই 'একে গছৰ পাণ' হোৱাত, চীফ কমিশ্যনৰৰ গদীত বহিয়েই তিনিটা কাৰণ দেখুৱাই অসমত কলেজ পতাটোৰ বিৰোধিতাচৰণ কৰিলে। তাৰ ভিতৰত ঘাইটোৱেই আছিল অসমীয়া ভাষা আৰু বঙলা ভাষাক একেটা বোলাটো আৰু বংগদেশৰ পৰা নিলগাই অসমত কলেজ থাকিলে প্ৰাদেশিকতাৰ সৃষ্টি কৰা হ'ব বুলি কোৱাটো। কটনে লেখিছিল ঃ

"I am not anxious to give any encouragement to the feeling of provincialism which I find to be uufortunately too rife in the Assam valley districts and would rather impress upon the educated Assamese of the present generation that they canot be independent of Bengal in their language or association. They are as dependent on Bengal as Welshmen are dependent on English. And I attribute the slowness of its progress in large measure to the unwise feeling by the Assamese among themselves of a policy of national exclusiveness, ...."

অভিমতটোৰ যে ঠেক নাই—চীফ কমিশ্যনৰৰ মুখৰপৰা ওলোৱা বাবে গছ যেন হলেও সি যে গেলগেলীয়া বোকাৰ ওপৰত থিয় হৈ থকা, তাক বেজবৰুৱাই ১৮৯৫ খ্ৰীষ্টাব্দৰ ২১ নৱেম্বৰ তাৰিখে বহা কলিকতা অ. ভা· উ. সা. সভাত পাঠ কৰা প্ৰতিবাদ এটিৰে হলাই পেলালে। প্ৰতিবাদটি পুস্তিকাকাৰে ছপাই শাসন বিভাগত অধিষ্ঠিত উচ্চ-নিম্ন সকলো বিষয়ালৈকে পঠিয়াই দিয়া হৈছিল। প্ৰতিবাদটো পুৰণি। পুৰণি হলেও, অসমীয়া ভাষা আৰু জাতিৰ উন্নতি পথত কোনোবাই কটনৰ দৰে হেঙাৰ পুতিলে, তাক ভাঙিবলৈ বিবোধ খণ্ডাব নোৱাৰা যুক্তি আৰু কোমল কটাৰীৰে কটা ভাষা প্ৰয়োগ কৰাৰ আৱশ্যক

হ'ব পাৰে, সেইবোৰলৈ চাই তীখাৰ দাঁতভকৈও চোকা বেজবৰুৱাৰ লেখনী-কোবটো এতিয়াও নতুন হৈয়ে আছে গুণে আগলৈও লাগিব পাৰে বুলি সেই প্ৰতিবাদটোৰ খণ্ডচেৰেক তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ ঃ

"অসমীয়াক ভাৰতৰ ৰাজধানী কলিকতাত থৈ যি উচ্চ শিক্ষা দিবৰ প্ৰস্তাৱ কৰি শ্ৰীযুক্ত কটন চাহাবে যি কেইষাৰ কথা কলে, সেইকেষাৰ বৰ টান কথা। ----এনে কথা বঙ্গবাসী কোনো কোনো লোকৰপৰা শুনিছোঁ, আৰু তাৰ আমি কেতিয়াবা যথোচিত প্ৰতিবাদও কৰিছোঁ আৰু কেতিয়াবা তেনে বিধৰ গেলা কথা অকামিলা বুলি উৰাই দিও আহিব লাগিছোঁ। কিন্তু এইবাৰ সি উৰাই দিবলগীয়া ঠাইৰপৰা অহা নাই, সি অসম প্ৰদেশৰ ৰাজধানী চিলং পৰ্বতৰ টিঙত কলচী আনাৰ বজাৰ সোণৰ কাপৰ মুখৰপৰা ওলাইছে। -- মিঃ কটন চাহাবে অসমত উঠি অহা ডেকাসকলৰ গাত দায় দি কৈছে যে তেওঁলোকে অসমক অকলশৰীয়া কৰিবৰ চেষ্টা কৰি তাৰ উন্নতিৰ বাটত জেং পুতিছে। তেওঁৰ মতে ভাষা আৰু আন আন বিষয়ত অসম বঙ্গদেশৰপৰা কেতিয়াও সুকীয়া হ'ব নোৱাৰে। বেলুচ্ প্ৰদেশৰ মানুহে ইংৰাজৰ ওপৰত যেনেকৈ সকলো কথাতে ভিৰ নিদিয়াকৈ থিয় হোৱাটো অসম্ভৱ, অসমীয়াইও সেইদৰে সকলো বিষয়তে বঙ্গালীৰ ওপৰত ভিৰ নিদিয়াকৈ থিয় দওা দিয়াটো সম্ভৱ নহয়। ----

"স্বৰূপতে শ্ৰীযুক্ত কটন চাহাবৰ কথাবিলাক পঢ়ি এনে মনে ধৰে যে তেওঁৰ অসমত উচ্চ শিক্ষা বিষয়ৰ নোটটো যেন তেওঁৰ কোনোবা বঙালী কেৰাণীয়ে লেখি তেওঁৰ আগত আন আন চৰকাৰী চিঠিপত্ৰ কাগজৰ লগতে চহি কৰাবলৈ থৈ দিছিল, আৰু তেওঁ এইচ. জে. এ. কটন বুলি এফালৰপৰা চহি কৰি গৈ থাকোতে আমি দুৰ্ভগীয় কুহুমশূন্য হাঁহকণী লতা হাতীঘাঁহীৰ কঁপাল পোৰা অসমীয়াৰ দুৰদৃষ্টৰ ফলত, তাতো চহি পৰি গ'ল। হাতীঘাঁহীয়ে হাঁহকণী পালে, কিন্তু বিধিৰ বিড়ম্বনাত তাতো কুহুম নাই ; অসমীয়াই উচ্চ শিক্ষাৰ উৎসাহ পালে, কিন্তু কপাল-দোষত তাতো কুহুমৰ নিচিনা কিবা এটা নাই। --

"কটন চাহাবক জনোৱা উচিত যে আজি প্ৰায় আন শতিকা বৈ গ'ল, অসমীয়া ভাষা সুকীয়া ভাষা, বঙালৰ অপভ্ৰংশ নহয়, এই কথা গৱৰ্ণমেণ্টে স্বীকাৰ কৰি আহিছে। অসমত অসমীয়া ভাষাৰ বিজয় দুন্দুভি বাজি উঠিছে ; অসমীয়া ভাষাৰ শীতল সৌৰভ ধুবুৰীৰপৰা শদিয়ালৈকে গোটেই অসম মলমলাই গৈছে ; অসমীয়া ভাষাৰ 'উন্নতি সাধিনী সভাবিলাকৰ পবিত্ৰ

মন্দিৰৰ বিজয় নিচানত 'অসমীয়া ভাষাৰ জয়' আনন্দত উৰিব ল'গিছে। ----এনে দিনত, এনে সময়ত চিলঙৰ ওচৰৰপৰা পুৰন্দৰৰ বজ্ৰ অসমীয়া ভাষাৰ ওপৰত পৰিবৰ উপক্ৰম। বঙলা ভাষাত 'বিনামেঘে বজ্ৰপাত', ইংৰাজীত 'Bolt from 'the blue' ইয়াকে বোলে। অসমীয়াৰ এই সত্ত পুৰুষাৰ্থৰ, স্বভাষা আৰু স্বদেশ হিতৈষীতাৰ পাম হ'ল 'প্ৰভিন্সিয়েলিজ্‌ম'! আৰু সেইবাবে অসমীয়াই খাবলগীয়াত পৰিল ডাবি! চীফ কমিশ্যনৰ চাহাবে যাক 'প্ৰভিন্সিয়েলিজ্‌ম্' বুলিছে, অসমীয়াই তাক 'পেট্ৰিয়টিজ্‌ম্' বোলে। তেওঁ যাক সঙ্কীৰ্ণতা বুলিছে, অসমীয়াই তাক আত্মমৰ্য্যদা, আত্মগৌৰৱ আৰু মাতৃভাষা আৰু মাতৃভূমিৰ প্ৰতি উদাৰ প্ৰবল স্নেহ বোলে। স্বদেশ ভালৰ পুৰুষাৰ্থ, নিজ ভাষাৰ উন্নতি কৰিবৰ চেষ্টা যে দুষণীয়, অতদিনৰ মূৰত আমাৰ আসামৰ নতুন চীফ কমিশ্যনৰৰ মুখৰপৰা তাকো শুনিবৰ পালত প্ৰায় পৰিলোঁ। ইয়াতকৈ আৰু কি আচৰিত আছে?

"বেল্‌চমেনৰ সৈতে ৰজাৰ জাতি ইংৰাজৰ যি সম্পৰ্ক, অসমীয়াৰ সৈতে বঙালীৰ সেই সম্পৰ্ক বুলি আমাৰ ইংৰাজ চীফ কমিশ্যনৰ কটন চাহাবৰ মুখত ওলাইছে! চাহাবৰ এই কথাত কোনো কোনো তুলাৰণীয়া বঙালী ভাইৰ মুখৰ ঘিঁউ নুতলাকৈ থাকিলে ৰক্ষা। ইংৰাজ ৱেলচৰ ৰজা, ইংৰাজী ভাষা ৰাজ-ভাষা, পাৰ্লেমেণ্টৰ ভাষা। কোনো ৱেলচ্ সভ্যাই পাৰ্লেমেণ্ট মহাসভাত নিজ দেশৰ দুখ জনাবলৈ হলে ইংৰাজীৰে তাক কব লাগিব; ৱেল্‌চমেনে জ্ঞান-তৃষ্ণা পৰিতৃপ্তি কৰিব লাগিলে, স্পেলিং বুক্, ফাৰ্ষ্ট বুক অৱ ৰিডিঙৰপৰা আৰম্ভ কৰি, জনচন, বৰ্ক, হক্সলি, টিণ্ডল, হাৰ্বাৰ্ট স্পেন্সৰ কিতাপলৈকে ইংৰাজী ভাষাত পঢ়িব লাগিব; ব্যৱসায়, বাণিজ্য, চাকৰি প্ৰভৃতি ইংৰাজী ভাষাৰ সাহায্য ব্যতিৰেকে কৰিব নোৱাৰে; ইণ্ডিয়া কেপ্ কলনী, অষ্ট্ৰেলীয়া, নিউজিলেণ্ড, ব্ৰিটিছ গায়েনা প্ৰভৃতি ঠাইলৈ জীৱিকা উপাৰ্জ্জন কৰিবলৈ গলে ইংৰাজী ভাষাৰ ওচৰত হাত নেপাতিলে নোৱাৰে; এনে ভাষা আৰু এনে জাতিৰে সৈতে ৱেল্‌চ ভাষা ৱেল্‌চমেনৰ সম্পৰ্কটো কটন চাহাবে অসমীয়া আৰু বঙ্গালীৰ মাজত পাতিবলৈ গৈছে, কি আশ্চৰ্য?,

"অসমীয়াই বঙলা নিশিকিলে কোনোখন বঙলা-পাৰ্লেমেণ্টত মাত মাতিব নোৱাৰি নিজ দেশৰ দুখ দুৰ্গতি জনোৱাত বোবা হব লাগিব, শুধিবৰ মন যায়। বঙলা নেজানিলে বোলে বেহা-বেপাৰ, খেতি-বাতি বা চাহ-বাৰী চলোৱাত ব্যাঘাত পৰিব। জানিবৰ ইচ্ছা হয়, বঙলা ভাষা নজনা বাবে কোন ভাওৰ বঙালী মুদৈ সাউদ ধনী মহাজন আদিৰে সৈতে অসমীয়াই

মনৰ ভাব সলনাসলনি কৰিব নোৱাৰি লোকচান দি আহিব লাগিব। প্ৰশ্ন কৰিবৰ অভিপ্ৰায় হয়, অসমীয়াই বঙলা নজনা বাবে অষ্ট্ৰেলীয়া, আফ্ৰিকা, ব্ৰাজিল আদি কোন দেশৰপৰা বিফল মনোৰথ হৈ উচি আহিব লাগিব জানিবৰ অভিলাষ হয়। বঙলা ভাষাত বুৎপত্তি নোহোৱাৰ নিমিত্তে ইংৰাজী শিক্ষিত অসমীয়াই কোন প্ৰাচ্য বা পাশ্চাত্য জ্ঞানৰ পিয়াহ পলুৱাব নোৱাৰি চিৰকাল মূৰ্খ জীৱন বব লাগিব। জানিবৰ হেঁপাহ হয়, বঙলা ভাষাৰ প্ৰসাদ নেপালে কোন অসমীয়া কেৰাণীয়ে চিলঙৰ চীফ কমিশ্যনৰৰ অফিচৰ বা গুৱাহাটীৰ জৰ্জ্জ কমিশ্যনৰৰ কোৰ্টৰ কামৰ চাকৰি কেইটা পুৰাই দিব নোৱাৰি পিচুৱাই আহিব লাগিব, বিশেষ অনুসন্ধান কৰিবৰ মন যায়। আগৰ অসমীয়া ডাঙৰীয়াসকলে বঙলাৰ গোন্ধ নোপোৱাকৈয়ে সুখ্যাতিৰে সদৰামিন, মুন্চুপ আদি কাৰ্য্য নিৰ্ব্বাহ কৰাত কোনো ব্যাঘাত ঘটিছিল বুলি আমি শুনা নাই।----

"বঙালীৰে আমাৰে ভিতৰত যে অসদভাব নাই, বিদ্বেষো নাই, সেই কথা সোঁৱৰাই দি কোৱা হৈছিল—'কটন চাহাবৰ কথা সঁচা হলে আমি ইয়াকে কওঁ যে এহাতে চাপৰি কেতিয়াও নেবাজে; মুঠেই এপাত ডোৰ ডালেৰে 'কৃষ্ণ-ৰাম বুলি কোৰ মাৰি কেতিয়াও কোনো ৰাম আঁতৈয়ে প্ৰসঙ্গ কৰিব নোৱাৰে। অসমীয়া বিদ্বেষী ক'লা ভেড়া বঙালী যে বঙালী সমাজৰ বিচাৰত নোলাব এনেকথা বঙালীসকলেও বুকু ডাঠৈকে ক'ব নোৱাৰে; আৰু বঙালীদ্বেষী সেইবৰণৰ মেৰছাগ আমাৰ মাজতো যে নাই, বুকু ফিন্দাই এনে বয়ান আমিও কৰিব নোৱাৰোঁ।---অসমীয়া অসম গৱৰ্ণমেণ্টৰ চাকৰি কেইটা পাবলৈ আশা কৰি তাত থাপ মাৰিব খোজা বঙালীলৈ চাই চকু ৰঙায় আৰু হই হাই কৰে, এইবাবে অসমীয়া গোধীয়া, আৰু এইবাবে অসমীয়া দস্যুৰা আৰু বিদেশীদ্বেষী? অসমত উচ্চ শিক্ষাৰ বিষয়ৰ মন্তব্যত কটন চাহাবে অনাহকতে মাজতে যি কেই আষাৰ অসংলগ্ন কথা কৈ মাতৃভাষাৰ সেৱক অসমীয়াক কটুকাটব কৰিছে যদিও সেই কেষাৰ আমাৰ ভালৰ নিমিত্তে কৈছে বুলি তেওঁৰ বিশ্বাস আৰু আমিও তাকে বুজিবলৈ সাজু, তথাপি আমি নকৈ নোৱাৰো যে সি অনাৱশ্যকীয়, অসঙ্গত আৰু মিছাতে তিতা।

"ইংৰাজৰ মুখত 'প্ৰভিন্সিয়েলিজম' কথাটো কিবা গোজাই নেযায়নে? আৰু বিসুৰীয়া নুশুনাই নে? যি ইংৰাজ জাতিয়ে যতে থাওক, বিলাতৰ এডোখৰ ভাতি ভালেকে তুলি আনি পাতি লয়; যি বগী তামৰ টেমাটি মেলি বিলাতত বান্ধি দিয়া মাছটি, পগাই দিয়া পাখীৰ চুপি, পাখি ডবাই দিয়া বগখিটি,

বিলাতত সিজাই দিয়া মাংসভোখৰ, বিলাতত ভাজি দিয়া পিঠাভোখবৰ উলিয়াই নেখালে পেট ভৰাব নোৱাৰে আৰু চাবি সাজী খোৱা নোখোৱা মিছা হয়; বিলাতী মাতৰ, বিলাতী গানৰ বাহিৰে বিদেশী মাতে বিদেশী গীতে যাৰ কাণত ঠহৰ ঠহৰ কৰে বিন্ধি যায়, এই দেশী ভাষা জানিও যি নজনা ভাও জুৰি ইংৰাজী 'এটিকেট'ৰ লেতাটো বান্ধি সোমাই থাকি অৰ্থাৎ যি এই দেশীৰ সৈতে পানীত তেল থকাদি থাকি এই দেশতে তিনি পুৰুষ কটায়। মুঠতে, নিজ দেশীয় আচাৰ-ব্যৱহাৰ, আহাৰ-বিহাৰ, পিন্ধা-উৰা, ভাব-ভঙ্গী ইত্যাদি মোটাটো, সুনেৰুলৈকে যাওক, বা কুমেৰুলৈকে যাওক, যি ইংৰাজৰ গাৰপৰা সলনি নহয়, যাৰ মন, মাহেক একেলগে ৰেল বা জাহাজত ফুৰা বিদেশী সহযাত্ৰীৰ সৈতে আলাপ-পৰিচয় কৰিবলৈ তপত হৈ নুঠে, যি কোনো দেশ শাসন কৰি সেইদেশৰ মানুহৰ সৈতে মিলি-জুলি কথা-বাৰ্ত্তা কোৱা, কি আন প্ৰকাৰে আলাপাদি কৰা অসম্ভৱ ভাৱে, সেই 'এৰিষ্টক্ৰেটিক' (aristocratic) ইংৰাজৰ মুখত 'এক্সক্লচিভনেছ" (exclusivness) আৰু 'প্ৰভিন্সিয়েলিজম্' (provincialism) কথা নুশুনিলে কাণত বাজি থাকিবে কথা।"

বেজবৰুৱাৰ কাপৰ চোকে কটনৰ জিভাৰ খাৰ কাঢ়িলে আৰু অচিৰেই গুৱাহাটীত কলেজ পাতিবলৈ মওঁতে কটনে দেখুউৱা হেঙাৰ ভাগি গ'ল।

অসমীয়া ভাষাৰ বিৰুদ্ধে বাতৰি কাকতত ওলোৱা প্ৰবন্ধৰ প্ৰতিবাদ:

অসম-বঙ্গৰ সম্বন্ধ, ইংলণ্ড আৰু স্কটলণ্ডৰ দৰে নহয়

"এটা বলী ভাষাই এটা নিশকতীয়া ভাষাক পেটৰ ভিতৰত সুমাই খোৱাৰ উদাহৰণ জগতত বৰ দুৰ্লভ নহয়। স্কট ভাষাক ইংৰাজী ভাষাই, নৰ্মান ভাষাক এংলʼ চেকচন ভাষাই আৰু টুকাফাৰ আহোম ভাষাক শঙ্কৰদেৱৰ অসমীয়া ভাষাই উদৰস্থ কৰা কথা সকলোৱে জানে। কিন্তু এনে ঘটনা অৱস্থাৰ তাৰতম্যানুসাৰে হয়। স্কটলণ্ড ইংলণ্ডৰ অধীন হ'ল, ইংলণ্ড ধনী, বলী আৰু সুসভ্য বজা, গতিকে স্কটলণ্ডই সকলো প্ৰকাৰে ইংলণ্ডই সৈতে মিলিব লগীয়াত পৰিল। এনে স্থলত স্কটলণ্ডৰ ভাষাক যে ইংলণ্ডই কমণ্ডলুত ভৰাই লণ্ডুৱ কৰিব তাৰ আটক কি? বঙ্গদেশ আৰু আসামৰ সম্বন্ধটো ইংলণ্ড আৰু স্কটলণ্ডৰ নিচিনা সম্বন্ধ বুলি কল্পনা কৰিলেহে তেনে কথা সম্ভৱ।"

## সংখ্যাৰ বলও ভাওৰ বল…

"সংখ্যাৰ বলও ভাওৰ বল। পাঁচোটা মানুহৰ ভাষাই পোন্ধৰ লাখৰ ভাষাক খেদাই তাৰ বৰঘৰত বৰ পিৰা পাৰি বহিব পৰাটো অসম্ভৱৰ ওচৰাওচৰি। এইদেখি আমাৰ দৃঢ় বিশ্বাস যে অসমবাসী পাঁচোটা বঙালীৰ বঘুমলা যেন ভাষাই পোন্ধৰ লাখ অসমীয়াৰ প্ৰকাণ্ড জবিগছ যেন ভাষাক খেদাই তাৰ ঠাই লব নোৱাৰে। বৰং কালক্ৰমত সেই বিদেশী পাঁচোটাইহে নিজৰ ভাষাৰ 'ঢাকাই ধুতি চাদৰ' চিৰকাললৈ ভাৰত থৈ অসমীয়া ভাষাৰ বৰ কাপোৰ—বৰ চুৰিয়া পিন্ধিব লাগিব।"

## সংস্কৃত শব্দ ব্যৱহাৰ কৰিলেই ভাষা চুৰা নহয়

"বাতৰি কাকতৰ সম্পাদকে সমালোচনাৰ স্তম্ভত 'মাৰছিয়েল ল' চলোৱাটো বৰ বেজাৰৰ কথা। সংস্কৃত শব্দ আমি আমাৰ ভাষাত ব্যৱহাৰ কৰিবই লাগিব আৰু কৰিম। বঙালীয়ে সেই শব্দ ব্যৱহাৰ কৰিছে বুলি যে সি বঙলা হৈ চুৰা হল, এনে নহয়। সেইবিলাক আমাৰ উমৈহতীয়া সম্পত্তি। অৱশ্যে তাক উবা-জুবাকৈ ব্যৱহাৰ নকৰি বুজি-বাজি ব্যৱহাৰ কৰিব লাগে। কোনো কোনো সংস্কৃত শব্দৰ অসমীয়া প্ৰতিশব্দ আছে বুলি যে আমাৰ লেখত কেতিয়াও সেই সংস্কৃত শব্দ আমি ব্যৱহাৰ কৰিব নেপায়, এইটো আচৰিত মত। অমুক সদৰা মিলেৰে সৈতে দেখা কৰিবলৈ যাওঁতে, আমাৰ লগত বগা ঠগা আছে বুলি যে সদৰামিনে আগবঢ়োই দিয়া তেওঁৰ মাটীয়াত আমি নবহি আমাৰ বগা ঠগা পাৰি মাটীত বহিব লাগিব তাৰ কোনো যুক্তি নাই।"

"উপমা কালিদাসস্য" বুলি সংস্কৃত সাহিত্যত এটি সত্য যেনেকৈ জগজ্জননী হৈ পুৰুষপৰম্পৰায় চলি আহিছে, বেজবৰুৱাৰ উপমাও অসমীয়া সাহিত্যত তেনেকৈয়ে অনুপম বুলি স্বীকৃত হৈ আহিছে। তেওঁৰ বাক্যাৱলীত এনেয়ে ৰস চৌ-চৌৱাই থাকে, তাতে যদি কাৰোবাৰে সৈতে তৰ্ক কৰিব লগীয়া হয়, তেন্তে হাৰক-জিকিব সুকীয়া কথা। উপমাৰ আৰু অন্ত নাই —এখন যেন নৈ হে বৈ যায়। যাই বিষয় কৰবাতে থাকে—উপমাৰ মোহনীতে (মোহিনী) তৰ্ক কৰিবলৈ অহা জন মুহিত হৈ যায়। বেজবৰুৱাৰ লেখনী প্ৰচণ্ড-বিক্ৰমেৰে চলে কেতিয়া ? তেওঁৰ বিশ্বাসটো সত্য বুলি প্ৰতিপন্ন কৰিবলৈ যায় যেতিয়া, তেতিয়া।

মুখৰ আগৰপৰা মাতৃভাষা অসমীয়া টোপটো খপিয়াই নিবলৈ কিছুমান

চক্ৰান্তকাৰীৰ দ্বাৰা যিবোৰ হাঁকুটী লগোৱা হৈছিল আৰু কেতবোৰ দেশী-বিদেশী, চৰ্কাৰী—অচৰ্কাৰী কৰ্ম্মচাৰী আৰু বাতৰি-কাকতে যিবোৰ পানীৰ মিঠৈ সাজি অসমীয়া ভাষাটো বঙলাৰে উপভাষা বা অপভ্ৰংশ বুলি ঠাৰবাৰলৈ গৈছিল, সেইবোৰক জুখিবলৈ বেজবৰুৱাৰ যুক্তি-তৰ্কত যি ভাষাপ্ৰয়োগ কৰা হৈছিল, সেই ভাষা সঁচাকৈয়ে কুঠাঘাত চেঙা তেল মৰা নিচিনা চেংচেঙীয়া আৰু নাক-কাটি খাৰণি ঘঁহা নিচিনা বেজবেজীয়া। তেওঁৰ কাপ যে নিৰ্ভীক, ক'তো আঁৰ নথকা, কোবাল আৰু ভাষা যে মূৰত কুঠাৰ মাৰিলেও ভাৰতীয় ভাষা এটালৈকে অনুবাদ কৰিব নোৱাৰা, সেই কথা 'মৌ'ত প্ৰকাশিত প্ৰতিবাদৰপৰা আৰম্ভ কৰি 'জোনাকী', 'এড্‌ভকেট অব্ আসাম', 'আসাম বন্তি', 'আসাম-তৰা', 'মৃন্ময়ী', 'নব্যভাৰত' আৰু সদৌ শেহত 'বঙলা', তেওঁ নিজাকৈ সম্পাদন কৰা 'বাঁহী'ত জল্‌জল্ পট্-পট্‌কৈ জিলিকি আছে।

সম্প্ৰতি, 'মৃন্ময়ী' কাকতত প্ৰকাশিত বেজবৰুৱা ডাঙৰীয়াৰ বঙলা-ভাঙনি প্ৰবন্ধ এটাৰ প্ৰতিবাদ কৰি যোগেশচন্দ্ৰ বিদ্যানিধি নামে কটকৰ বঙালী অধ্যাপক এজনে 'প্ৰবাসী'ত (বেউলাকাকত) লেখিছিল : "অসমীয়া-বঙলা দুয়োটা ভাষা একে, একো পৃথক নহয়, অসমীয়া ভাষাত বহুবচন বুজোৱা বিভক্তি, প্ৰত্যয় আদি বঙলাৰেই অনুৰূপ ; অসমৰ বুৰঞ্জী সাহিত্য আছে যদিও গৌৰৱ কৰিবলগীয়া নহয়, কিয়নো তেনে বুৰঞ্জী কটকত 'উড়িয়া মাদিলা পঞ্জী'ৰে একে ; অসমীয়া ভাষাত প্ৰাচীন সাহিত্যৰ একো পুথি নাই।—"

এইবোৰ পুৰণিও পুৰণি আওপুৰণি কথাকে বিদ্যানিধিয়ে ফেনেকি থাকি অসমত বঙলাৰ জাল পেলাবলৈ যি কাৰবাৰ কৰিছিল তাৰ মুখ মাৰি দিছিল বেজবৰুৱাই——এইদৰে :

"আছে আৰু নাই। আসামত অসমীয়াৰ সুকীয়া ভাষা আছে। বঙালীৰ চকুত টোপনি নাই। আগেয়ে অসমত আলহী বঙালী সকলেই এই নৰীয়াত পৰিছিল। 'বঙ্গৰ অঙ্গচ্ছেদ' হ'বৰ পৰা সেই ৰোগে খুচুৰি গৈ ক্ৰমিকভাৱে বঙ্গালীবো গা পাইছে, আৰু সি এনে আহকলীয়া নৰীয়া যে ওৰেষাত আলহী হৈ থকা বঙ্গালীকো সি নধৰি এৰা নাই। আমি নিশ্চয় বুজিছো 'অঙ্গচ্ছেদ'ৰ ইও এটা ৰৰ ভেকুন্দা ফল। বিদ্যানিধিয়ে 'আসামী ভাষা প্ৰাচীন' আৰু 'আসামী ভাষা নবীন'ৰ ওপৰত প্ৰাচীন নবীন বিধৰ মন্তব্য প্ৰকাশ কৰিছে। বিদ্যানিধিয়ে কটকত অধ্যাপকৰ কাম কৰে ; সেই দেখি ব্যাকৰণ খোদালি ছাত্ৰক নিজন্ত, তিঙন্ত, সুবন্ত, কৃদন্ত আদি শিকোৱা তেওঁৰ অভ্যাস আছে ; গতিকে তেওঁ প্ৰবন্ধ লেখিবলৈ গ'লেই তেওঁৰ খুন-

পাকৰপৰা সেইবোৰ সদায় সব সব কৰে ওলায়। কলিকতাৰ 'সাহিত্য পৰিষৎ পত্রিকা'তো তেওঁ তাকে কৰা দেখিছিলোঁ। 'মৃন্ময়ী'তো তাকে কৰা দেখিছিলোঁ, আৰু 'প্রবাসী'তো তাকে কৰা দেখিছোঁ। পুং-স্ত্রীং-ক্লীং-লিং-ক্লট্-অৰ চাল-তৰোৱাল লৈ তেওঁ সততে ভাষাৰ কিল্লাফতে কৰিবলৈ যায়; আৰু তেওঁ সেই অস্ত্র হাতত লৈ আজি এবছৰমানৰপৰা 'গুৰিলা ৱাৰফেয়াৰ' guerrilla warfare ) কৰি অসমীয়া ভাষাৰ কিল্লাকো 'ফতে' কৰিবলৈ নথৈ পুৰুষাৰ্থ কৰিব লাগিছে।"

অসমীয়া নিশিকাকৈয়ে বঙ্গালী বিদ্যানিধিয়ে অসমীয়া শব্দৰ ব্যুৎপত্তি আৰু মূল বিচাৰি এৰে কৰিবলৈ গৈ, তেওঁ 'সোঁৱৰণী' মানে 'স্রোতস্বিণী', 'ওপঙি' মানে 'উপৰে যাওয়া' কৰি যি পাণ্ডিত্য দেখুৱাইছিল, তাৰ মন্তব্য বেজবৰুৱাই কৰিছিল এই বুলি ঃ

"বিদ্যানিধি মহাশয়ৰ প্রবন্ধ দুটাৰ বহলৈকে সমালোচনা কৰিবলৈ যাবৰ সকাম নাই, কাৰণ সাধুভাষাত তাৰ নাম চৰ্ব্বিত-চৰ্ব্বণ আৰু আমাৰ ঘৰুৱা মাতত পাগুলাকে পাগুলা। অলেখবাৰ তেনেবোৰ কথাৰ আমি আলচ কৰি সমিধান দি আহিছোঁ, আৰু কিমান দিম? অবুজনক বুজোৱা আৰু চেৰুৱাৰ ঠাৰি সিজোৱা সমান কথা। ভাষাৰ পাৰ্থক্য বুজিবৰ নিমিত্তে গ্রামাৰৰ বিষয়ে আমি 'মৃন্ময়ী'ত লেখা কথা ফু মাৰি উৰাই দি যোগেশ বাবুৱে যি লেখিছিল তাৰ প্রতিবাদ কৰি সু-পণ্ডিত সু-লেখক শ্রীযুত বিজয়চন্দ্র মজুমদাৰে লেখা কথা ফাঁকি দিয়েকৰে চমুকৈ তুলি দিলোঁ ঃ

"শ্রীযুত লক্ষ্মীনাথ বেজবৰুৱা মহাশয় ঠিকই লিখিয়াছেন যে ব্যাকৰণ দিয়া ভাষাৰ একতা বা পাৰ্থক্য বুঝিতে হয়। যোগেশ বাবু তাহা সম্পূর্ণ স্বীকাৰ কৰেন নাই; তিনি বলিতে চাহেন যে ভাষাৰ প্রচলিত শব্দ দ্বাৰাও একতা বা ভিন্নতাৰ বিচাৰ হইতে পাৰে। কোনো ভাষাতত্ত্ববিৎ পণ্ডিত স্বীকাৰ কৰিবেন না।---ভাষাৰ প্রাণ এবং শৰীৰ উহাৰ 'গ্রামাৰ' এবং ইডিয়ম ( ৰীতিসিদ্ধ )। কদাচ কোন দেশে ঐ ভাষা কেহ ইচ্ছা কৰিয়া বদলাইতে পাৰে না।"

"যোগেশ বাবুৱে কয়—'আসামী ভাষাৰ বুৰঞ্জী লইয়া আসামী অৱশ্য গৰ্ব কৰিতে পাৰেন। এই বুৰঞ্জী যেমন, বাংগলাৰ অসংখ্য কুলজী তেমন। ইং ১৩শ শতাব্দী হইতে বুৰঞ্জী লেখা আৰম্ভ। প্রায় এই সময় হইতে ওড়িয়া মাদলা পাঁজীৰ আৰম্ভ। ইহাৰ পূর্ব হইতে বাংগলা কুলজী গ্রন্থেৰ আৰম্ভ হইয়াছিল।"

## বেজবৰুৱাৰ সম্বিধান

"কেনেকৈ লেখকে আমাৰ মুখ মাৰিলে দেখিলা ? নাজানা যদি শিকি লোৱাঁ, যে বুৰঞ্জী ( ইতিহাস—History ) আৰু কুলপঞ্জী একেই; আৰু বাংগালীৰ কুলজী, অসমীয়াৰ বুৰঞ্জীৰ কত আগ। আমি তেওঁৰ কথাত চোৰ্খা দি কওঁ যে বাংগালী টিকুজী ( সোঁৱৰণী ) তাৰ আগেয়েও আছিল সেইটো বিদ্যানিধি মহাশয়ে কৰলৈ পাহৰিলে। কি বেজাইৰ কথা।

"দ্বিতীয় প্ৰবন্ধত যোগেশ বাবুৱে 'আসামী ভাষা নবীন'ৰ আলচ কৰি, আমি ঘুণ্ডলা-পচলা কৰা পুৰণি কথা ভাবে ভাবে পাঠকৰঃ যোগাইছো। যোগেশ বাবুৱে লেখিছে, 'গ্ৰামাৰে আসামী বাংগলা এক বলা যাইতে পাৰে।—হেমচন্দ্ৰ বড়ুয়া মহাশয়েৰ আসামী ব্যাকৰণে পাই, বিলাক, বোৰ, হঁত বহুবচনেৰ বিভক্তি। তন্মধ্যে হঁত হয়ত শেষ স্বৰ অনুনাসিক কৰিবাৰ ৰীতি হইতে আসিয়া এখন গ্ৰাম্য বিবেচিত হইতেছে। ক্ৰিয়াপদ কৰিবোঁ, পদ্যে কৰিবোহোঁ পাই। হঁত এৰ ত পাদপূৰণ ( অৰ্থাৎ ধৰক, যেনে বিদ্যানিধিৰ 'ধি'ৰ-ধি ! ), 'বোৰ' হয়ত বড় হইতে। ( অৰ্থাৎ ধৰক যেনে 'সৰিয়হ বোৰ'ৰ, 'বালিচাহী বোৰ'ৰ, 'খুদকণ বোৰ'ৰ 'বোৰ' মানে বৰ অৰ্থাৎ বৰ ডাঙৰ সৰিয়হ। ডাঙৰ বালিচাহী, ডাঙৰ খুদকণ ! ) অনেক অৰ্থে বড় বাংগালা প্ৰয়োগেও আছে। 'বিলাক' শব্দেৰ মূল নিৰ্ণয় কঠিন। প্ৰাচীন আসামীতে 'হস্তে', বাং হাতে, এখন প্ৰায়েই 'পৰা' দেখিতে পাই। বাঃ ঘৰ হইতে ; অঃ ঘৰৰ পৰা। 'ঘৰেৰ পৰে আসিয়া বলিল', (ঘৰেৰ উপৰে—ঘৰে) এই ৰূপ প্ৰয়োগ বংগেৰ স্থানে স্থানে আছে।' আমি কওঁ, বিদ্যানিধি কটকৰ পৰা কলিকতালৈ আহিল, এই কথাৰ মানে 'কটকেৰ পৰে বিদ্যানিধি কলিকতায় আসিল', অৰ্থাৎ কটক চহৰখন কলিকতালৈ আগেয়ে আহিল, তাৰ পিচত বোধ কৰোঁ, তাত তেওঁৰ ভৰি দিবলৈ ঠাই নোহোৱা বাবে বিদ্যানিধি অগত্যা কলিকতালৈ গুচি আহিল।

"যোগেশ বাবুৱে কয়, 'আমি তুমি বাস্তৱিক মান্যে বহুবচন।' প্ৰাচীন বাংগালা আম্মি, তুম্মি, আমি আৰু তুমি, যাইকৈ তুমি যে বাংগালাত 'মান্যে বহুবচন' এইটো নতুন সাধু শুনি আমি মনত ৰাখিলো। —অসমীয়া ভাষাত 'আমি' বহুবচন বাংগলাত একবচন, অসমীয়াত তেওঁ, সি, ভাই, তেখেত, বাংগালাত মাধোন সে, তিনি; অসমীয়া সাধাৰণ বিভক্তিবিন্যাস, বোৰ, হঁত, হঁক, বাংগালাত নথকা; ( তেওঁ কয়, পুৰণি কালত আছিল ) —বাস্তৱিকতে অসমীয়াই বংগলা ভাষা নাজে 'মাংসক খালে।'—"

বিদ্যানিধিৰ কোলাত উঠি 'প্ৰবাসী' কাকতৰ সবাহত বহা "আসামী ভদ্ৰলোক জনে তেওঁৰ চিঠিত অসমীয়া মাহেকীয়া কাকতৰ বিষয়ে উল্লেখ কৰোতে লেখিছে, "ডিব্ৰুগড়ীয়ানী মাহিলী আলোচনী", "কলিকতানী বাঁহী" ইত্যাদি। আমি ভদ্ৰলোকজনৰ লিঙ্গজ্ঞান প্ৰখৰ হোৱা দেখি সন্তোষ পাইছো। অসমীয়া ভাষাৰ ওপৰত 'তেওঁ' (বিদ্যানিধিয়ে) ইমান কৃপাকটাক্ষপাত কৰা দেখি তাহানিৰ 'সন্ধ্যা' কাকতৰ সম্পাদক ব্ৰহ্মবান্ধৱ মহাশয়ৰ আহিত আমিও এফাকি গীত ৰচনা কৰি গোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ। গাওঁ,—

"বিদ্যানিধি পৰম দয়ালু।
তোমাৰ কৃপাত (অসমীয়া ভাষাৰ)
ডাঙ্গি গজে,
জাৰকালি (অসমীয়া ভাষাই) খায়
শাক আলু।"

বিদ্যানিধিৰ নিধি শেষ হ'ল,—বেজবৰুৱাৰ লেখনী বিক্ৰমে উলিয়াব নোৱাৰাকৈ সকলো শেষ কৰিলে। বিদ্যানিধিৰ দৰে ভালেমান কলিকতীয়া বঙলা কাকত, অসমত থকা আৰু আমাৰ পৰা পেঞ্চন লৈ যোৱা বহুত অসমীয়া-বিৰোধী ভদ্ৰলোক আৰু বৃহত্তৰ বাংলাৰ স্বপ্ন দিঠকত পৰিণত কৰিবলৈ ওলোৱা অনৱশ্য স্বপ্নবিলাসী বঙলা প্ৰেমিকৰ চেষ্টা আচৈকুৰি বছৰৰ আগেয়ে বেজবৰুৱাৰ দিনত কুৰুংকাৰাংকৈ চলিছিল ঃ এতিয়া বঙলাহে নেলাগে, আন-আন ভাষায়ো অসমীয়া ভাষাক মাৰিবলৈ কেউফালে হনা দিছে। আমাৰ সাহিত্য-সেৱীসকলে সেইবোৰলৈ চকু দি হাতত কাপ লৈ, তাহানিখনৰ দৰেই এতিয়াও যুদ্ধত প্ৰবৃত্ত হব লাগিব। অসমীয়া ভাষা ৰক্ষা, প্ৰতিষ্ঠা আৰু প্ৰসাৰৰ অৰ্থে প্ৰতিভাৰ সোণালী যুগত উদ্যম-উদ্যোগৰে যি দোকোলা টকা সেঁ।ত বলিছিল তাৰ সামান্য চিন এটি বেজবৰুৱাৰ লেখনীৰপৰা তেখেতৰ অপকৰ্ষ জন্ম-শতবাৰ্ষিকী উৎসৱত দাঙি ধৰা হ'ল। এই লেখনীয়ে আমাক বাৰে-বাৰে টৌকনি (ৱাৰ্ণিং) দি আছে ঃ

"বুৰঞ্জীৰ অভিনয় পুনৰ হব। অসমীয়া ভাষাক গিলিবলৈ হাঁকোঁ দৈত্য-দানৱ অপহৃতা-অসুৰাৰ আবিৰ্ভাৱ হব। সেই দেখি হে অসমীয়া ভাই সকল, তোমালোকে গা-পেলাই নিদিবা। সদায় সজাগ সক্ষম হৈ থাকিবা। "উত্তিষ্ঠত, জাগ্ৰত, প্ৰাপ্যবৰান্নিবোধত।"

# বেজবৰুৱাৰ তত্ত্বমূলক প্ৰবন্ধ

## ত্ৰৈলোক্যনাথ গোস্বামী

আমাৰ সমাজত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ৰসৰাজ বুলি পৰিচিত। কৃপাবৰ বৰবৰুৱাক কেন্দ্ৰ কৰি তেওঁ যি হাস্যৰস আৰু ব্যঙ্গৰ সৃষ্টি কৰিলে তাৰ সমতুল্য সৃষ্টি অকল সেই যুগতেই নহয় আজিও আমাৰ সাহিত্যত বিৰল। এই ফালৰপৰা চালে তেওঁক ৰসৰাজ বুলি কোৱাৰ অৰ্থ আছে, সাৰ্থকতাও আছে। তথাপি এনে উক্তিয়ে বেজবৰুৱাৰ বহুমুখী প্ৰতিভাৰ ইংগিত নিদিয়ে। বেজবৰুৱা একেধাৰে কবি, ঔপন্যাসিক, নাট্যকাৰ, ব্যঙ্গ-ৰচক, গল্প·কাৰ আৰু তত্ত্বমূলক প্ৰবন্ধ-লেখক। তেওঁৰ কেইটামান তত্ত্বমূলক প্ৰবন্ধ 'তত্ত্বকথা' নাম দি অসম সাহিত্য সভাই পাঁচ বছৰমান আগতে ছপাই উলিয়াইছে। কিন্তু ভালেমান প্ৰবন্ধ জোনাকী, বাঁহী প্ৰভৃতি আলোচনীৰ পাতত আজিও পৰি আছে। এই প্ৰবন্ধবোৰে যে তত্ত্বান্বেষী বেজবৰুৱাৰ অকল দাৰ্শনিক আৰু আধ্যাত্মিক বিশ্বাসেৰে পৰিচয় দিয়ে এনে নহয়, লগতে এইবোৰে প্ৰকাশ কৰে লেখকে জড়-জগতৰ উৰ্দ্ধত উঠিব পৰা সবল চিন্তা-শক্তি। ভাৰতত ইংৰাজ ৰাজত্ব আৰম্ভ হোৱাৰ পাছৰেপৰা এদিনে ভাৰতবাসীয়ে যেনেকৈ পাশ্চাত্য ভাৱধাৰাৰ লগত পোনপটীয়া সংযোগ স্থাপনৰ সুবিধা পালে আনদিনে তেনেকৈ ভাববাদী দৃষ্টি-ভংগীৰ সলনি জড়বাদী দৃষ্টি-ভংগীৰ প্ৰতি আমাৰ লেখক-সকল লাহে লাহে আকৃষ্ট হবও ধৰিলে। নতুন নতুন বৈজ্ঞানিক আবিষ্কাৰৰ পাছত মানৱ জাতিয়ে নিজৰ শক্তিৰ পৰিচয় নতুনকৈ পালে। যেতিয়া প্ৰকৃতিৰ হাজাৰ অসংখ্যনীয় বাধাকো অতিক্ৰম কৰি মানুহে কিছু পৰিমাণে প্ৰকৃতিৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিব পাৰিলে তেতিয়া আপেক্ষিক, অলীক আৰু অপৰিক্ষিত ভাববাদী দৃষ্টি-ভংগীৰ প্ৰতি উদাসীন হোৱা স্বাভাৱিক। বিজ্ঞানৰ জয়-যাত্ৰাৰ যুগতে ডাৰুইনৰ বিৱৰ্তনবাদে মানুহৰ আগত নতুন সত্য তুলি ধৰিছিল। এনে সময়ত দাৰ্শনিক ভাববাদী দৃষ্টি-ভংগীৰ সমাদৰ সমাজত লাহে লাহে কমি অহাৰ হেতু আছে। বেজবৰুৱাই সাহিত্য-চৰ্চা কৰা সময়ত যান্ত্ৰিক সভ্যতাৰ সুফল আৰু কুফল দুয়োটাই পাশ্চাত্য কেইখনমান দেশত পৰিদৃষ্ট

হৈছিল। কিন্তু ভাৰতত তেতিয়াও সভ্যতাৰপৰা উদ্ভূত কোনো লেখত লবলগীয়া সমস্যাৰ সৃষ্টি হোৱা নাছিল। এনে পৰিবেশত বেজবৰুৱাৰ চিন্তাধাৰা জড়বাদী আদৰ্শৰে প্ৰভাৱান্বিত হোৱাৰ সম্ভাৱনাই আছিল বেছি। কিন্তু ভাৰতীয় সংস্কৃতিৰ ওপৰত গভীৰ আস্থাশীল বেজবৰুৱাক জড়বাদী আদৰ্শই সহজে টলাব নোৱাৰিলে। গল্প আৰু ব্যংগাত্মক ৰচনাত তেওঁ যি বস্তুধৰ্মিতাৰ পৰিচয় দিছিল তাৰ ওপৰলৈ উঠি জীৱনৰ চৰম লক্ষ্যৰ সন্ধানত তেওঁ আগুৱাই গ'ল। আমাৰ দেশৰ যোগী, ঋষি আৰু অন্যান্য মহাপুৰুষসকলৰ অনুসৃত বাটৰ তুলনামূলক বিচাৰত তেওঁ প্ৰবৃত্ত হ'ল। তেওঁ প্ৰাচীন শাস্ত্ৰ অধ্যয়ন কৰিলে, পাশ্চাত্য ধৰ্ম-শাস্ত্ৰৰ লগত তাক ৰিজাই চালে আৰু মহাপুৰুষ শঙ্কৰদেৱৰ দ্বাৰা-প্ৰৱৰ্তিত নাম-ধৰ্মত পালে জীৱনৰ চৰম সত্য। গীতা, ভাগৱত, কীৰ্তন, নাম ঘোষা, ভক্তি-ৰত্নাৱলী প্ৰভৃতি অমৰ বৈষ্ণৱ গ্ৰন্থসমূহে তেওঁৰ আধ্যাত্মিক বিশ্বাসৰ ভেটি সুদৃঢ় কৰিলে।

এইটো সঁচা কথা যে আনক হহৰাব পৰা আৰু হাঁহি ধেমালিৰ মাজেদি বক্ৰোক্তিৰ শক্তিশেল হানিব পৰা বেজবৰুৱাৰ ক্ষমতা অদ্বিতীয়। কিন্তু এই ক্ষমতা বেজবৰুৱাৰ প্ৰতিভাৰ এটা ফালহে মাথোন। তেওঁৰ প্ৰতিভাৰ আন এটা দিশ আছে যিটো দিশত জীৱ, জগত আৰু ঈশ্বৰৰ মাজত থকা সম্বন্ধ বিচাৰি তেওঁ শাস্ত্ৰ অধ্যয়ন কৰিছে আৰু তাৰপৰা জ্ঞান লাভ কৰি সৰল পোনপটীয়া বাক্যেৰে তেওঁৰ বিশ্বাসৰ যৌক্তিকতা দেখুৱাইছে। ক'তো ক'তো দুটা এটা হাস্যোদ্দীপক উক্তিও তেওঁৰ প্ৰবন্ধবোৰত পোৱা যায়। এইবোৰৰ উদ্দেশ্য হয়তো নীৰস-তাত্ত্বিক আলোচনাৰ মাজত ৰস সঞ্চাৰৰ চেষ্টা। কিন্তু যুক্তিৰ গহীন পদক্ষেপৰ লয় হাঁহিৰ উন্মাদনাৰে বাধাপ্ৰাপ্ত হলে উজুটি খোৱাৰো ভয় বেছি। বেজবৰুৱাৰ প্ৰবন্ধতো ঠায়ে ঠায়ে সেয়েই হৈছে। পিচে, হাস্যোদ্দীপক উক্তি কাচিৎহে চকুত পৰাৰ কাৰণে তেওঁৰ প্ৰবন্ধবোৰৰ গাম্ভীৰ্য আঁতৰি যোৱা নাই।

বৌদ্ধিক আলোচনাৰ মাজত মন্ময়তাৰ স্পৰ্শ থাকিলে আলোচনা সম্পূৰ্ণ-ৰূপে বৈজ্ঞানিক নাইবা দাৰ্শনিক তথ্যৰ প্ৰকাশ নহৈ হৃদয়-সংবাদী হৈ পৰিব পাৰে আৰু তেতিয়া ৰস সঞ্চাৰো হয়। বেজবৰুৱাৰ প্ৰবন্ধবোৰৰ মাজত ঈশ্বৰতত্ত্ব আৰু আন দাৰ্শনিক ভাৱধাৰাৰ আলোচনা থাকিলেও এজন দাৰ্শনিক পণ্ডিতৰ দৰে ভাৱময় ৰাজটো সম্পূৰ্ণৰূপে বৰ্জন কৰি তেওঁ যুক্তিৰ চাৰিসীমাৰ মাজত আলোচনা আবদ্ধ কৰি ৰখা নাই। প্ৰাচীন শাস্ত্ৰকাৰসকলৰ মতামতৰ সামগ্ৰিক প্ৰভাৱ তেওঁৰ ওপৰত যেনে ভাৱে পৰিছে তেওঁ তাকেই ভাষাৰ প্ৰাঞ্জল মাধ্যমেৰে

প্ৰকাশ কৰিছে। এই প্ৰকাশ মীৰা ভজন নাইবা মহাপুৰুষ মাধৱদেৱৰ আত্ম-নিবেদনৰ স্তৰলৈ উঠা নাই সঁচা, তথাপি তেওঁৰ আধ্যাত্মিক বিশ্বাসক হৃদয়ৰ ভাবাবেগে ঠায়ে ঠায়ে অনুৰঞ্জিত কৰি ব্যক্তি-হৃদয়ৰ সুস্পষ্ট ছাপ ইয়াৰ ওপৰত ৰাখি থৈ গৈছে। প্ৰবন্ধবোৰৰ মাজেদি বেজবৰুৱাৰ এটা নিজা মৌলিক দাৰ্শনিক মত পৰিস্ফুট হোৱাৰ চিন পোৱা নাযায়। কিন্তু প্ৰাচীন শাস্ত্ৰকাৰ-সকলৰ মতামতৰ সাৰাংশ ভিন ভিন গ্ৰন্থৰাজিৰপৰা উদ্ধৃত কৰি সেইবোৰ সজাই পৰাই বিশ্বাসযোগ্য সৰস ৰূপত তুলি ধৰাৰ সাৰ্থকতা তেওঁৰ নিজৰ। ক'তো ক'তো ঈশ্বৰ বা নাম-মাহাত্ম্য প্ৰকাশৰ চেষ্টা কৰোঁতে এজন ভক্তৰ দৰে তেওঁ মানৱক আকুল আবেদন জনাইছে যেন পৰম কাৰুণিক, ভক্ত-বৎসল ভগৱানৰ প্ৰতি থকা কৰ্তব্যৰপৰা তেওঁলোক বিৰত নহয় আৰু শ্ৰদ্ধা আৰু ভক্তিৰে ভগৱানৰ নাম লৈ তেওঁলোকে যেন মানৱ-জীৱন ধন্য কৰে।

বেজবৰুৱাৰ সাহিত্যিক জীৱনত দুটা স্পষ্ট ধাৰা পৰিলক্ষিত হয়। এটা ধাৰাৰ মাজেদি প্ৰকাশিত হৈছে তেওঁৰ অতীত-প্ৰীতি, পৰ্যবেক্ষণ শক্তি, সমাজ-সচেতন মন আৰু সংস্কাৰকামী মনোভাৱ। তেওঁৰ দ্বাৰা ৰচিত কবিতা, নাটক, গল্প, উপন্যাস আৰু ব্যংগ ৰচনাবোৰ জীৱন আৰু জগতক ভাল পোৱা এজন ব্যক্তিৰ ওপৰত পৰা সামাজিক আৰু ৰাজনৈতিক প্ৰভাৱৰ সবল প্ৰতিক্ৰিয়া। বৈষ্ণৱ যুগৰ লেখকসকলৰ দৰে সৃষ্টি, স্থিতি, প্ৰলয়ৰ কাৰণে এক সচ্চিদানন্দ পৰম ব্ৰহ্মাৰ মহাত্ম্যৰ জেউতিৰে তেওঁ ব্যক্তি জীৱনৰ সুখ-দুখ আৰু আশা-নিৰাশা নিষ্প্ৰভ কৰি পেলোৱা নাই। মানুহৰ স্বতন্ত্ৰ ব্যক্তি-সত্তা স্বীকাৰ কৰি ব্যক্তি আৰু সামাজিক জীৱনৰ প্ৰতিচ্ছবি চিত্ৰিত কৰোঁতে তেওঁ সদায় বিষয়গত দৃষ্টি-ভংগী চকুৰ আগত ৰাখিছে। মানৱ-জীৱন চঞ্চল, ক্ষণস্থায়ী, কিন্তু এনে ক্ষণস্থায়ী জীৱনলৈকে আহি পৰে ভুল-ভ্ৰান্তিৰ অন্ধকাৰ আৰু সচেতনতাৰ দম্ভ, অত্যাচাৰ। সমাজ-জীৱনত ইয়াৰেই হয় প্ৰকাশ। সামাজিক-জীৱন বিপন্ন হয়। সমাজৰ পুনৰ্গঠন আৱশ্যক হৈ পৰে। পুনৰ্গঠনৰ বাবে লাগে অতীত গৌৰৱৰ প্ৰেৰণা আৰু বৰ্তমান সময়ৰ কৰ্ম-তৎপৰতা। অলস, উদ্যমহীন জাতিৰ কৰ্ম-শক্তি নাই আৰু প্ৰগতিৰ বাটেদি আগবঢ়াৰ অৰ্হতাও নাই।

ব্যক্তি আৰু সামাজিক জীৱনৰ ওপৰত বেজবৰুৱা আৰু তেওঁৰ সমসাময়িক লেখকসকলে যি গুৰুত্ব আৰোপ কৰিছে তালৈ লক্ষ্য কৰিলে পাশ্চাত্য জড়বাদী ভাৱধাৰাৰ লগত তেওঁলোকৰ চিন্তাধাৰাৰ সাদৃশ্য আছে বুলি কোৱাৰ থল থাকে। পাশ্চাত্য দেশত হবৃছ প্ৰভৃতি দাৰ্শনিকসকলে সম্পূৰ্ণ জড়বাদী ব্যাখ্যাৰে জগত আৰু জীৱন বুজিবলৈ চেষ্টা কৰিছিল। কিন্তু বেজবৰুৱা আৰু

তেওঁৰ সমসাময়িক লেখকসকল এনে ব্যাখ্যাৰ প্ৰতি আকৃষ্ট হোৱাৰ চিন নাই। বিশেষতঃ ভাৰতীয় পৰম্পৰাৰ অধীন বেজবৰুৱাৰ ওপৰত এনে প্ৰভাৱ যে পৰা নাই তাৰ প্ৰমাণ তেওঁৰ দ্বাৰা ৰচিত তত্ত্বমূলক প্ৰবন্ধবোৰেই। জীৱ পৰম পুৰুষ, পৰম ব্ৰহ্মৰ অংশ মাথোন হ'লেও জীৱৰ সুকীয়া সত্তা আছে আৰু আছে স্বাধীন-ভাৱে কৰ্ম কৰাৰ ক্ষমতা। এই ক্ষমতা হয়তো আপেক্ষিক। স্বৰূপ দৃষ্টিত মানুহক অকৰ্তা বুলি ঠাৱৰাব পাৰি, কিন্তু ব্যৱহাৰিক দৃষ্টিত ব্যক্তিৰ কৰ্তৃত্ব স্বীকাৰ্য। ব্যক্তিয়ে নিজ নিজ কৰ্মফল ভোগ কৰে। সৎ কৰ্মৰ ফল আনন্দ, পোহৰ,——অসৎ কৰ্মৰ ফল অন্ধকাৰ, হতাশা। সকামীজনে বিষয়-বাসনাৰে পৰিচালিত হৈ জন্ম-জন্মান্তৰে কালচক্ৰৰ আৱৰ্তনৰ লগে লগে ঘূৰে, উঠান-পতন হয়, কিন্তু মুক্তিলাভ নহয়। অকামীজনে কমফল ভগৱানলৈ এৰি অনাসক্ত-ভাৱে কৰ্ম আচৰে আৰু শেহত কৰ্ম-বন্ধনৰপৰা মুক্ত হৈ ভগৱানৰ কৰুণা লাভ কৰিবলৈ সক্ষম হয়। বিষয়ানুসৰণ জাগতিক জীৱনৰ ধৰ্ম, কিন্তু বিষয়-বাসনাৰ পাছত লৰি ঢাপৰি ফুৰাটোৱেই মানৱ জীৱনৰ একমাত্ৰ উদ্দেশ্য নহয়। জীৱৰ একো একোটা আধ্যাত্মিক সত্তা আছে। এই আধ্যাত্মিক ফালৰ প্ৰতি সম্পূৰ্ণ উদাসীন হ'লে সামাজিক অন্যায়-অবিচাৰৰ প্ৰকোপ বাঢ়ি আহে। তেতিয়া আৱশ্যক হয় সংস্কাৰৰ।

ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে বেজবৰুৱাৰ মনত কোনো প্ৰশ্নই ভুমুকি মৰা নাই। বেদ, উপনিষদ আৰু আন আন হিন্দুৰ আস্তিক দৰ্শনৰ মতকেই তেওঁ গ্ৰহণ কৰিছে। চৰাচৰ জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ হ'ল সচ্চিদানন্দ পৰম পুৰুষ, পৰম ব্ৰহ্ম। তেওঁ আদি-অন্তহীন, সৰ্বব্যাপী, সৰ্বজ্ঞ, অক্ষৰ, অব্যয়, উপাধিৰহিত অথচ উপাধিযুক্ত। "আৰ্য্যসকলে ব্ৰহ্মক দুই ভাৱে দেখিছিল——এটি নিৰ্বিশেষ ভাৱ, এটি সবিশেষ ভাৱ। নিৰ্বিশেষ ভাৱৰ ব্ৰহ্ম নিৰ্গুণ, সবিশেষ ভাৱৰ ব্ৰহ্ম সগুণ। নিৰ্বিশেষ ব্ৰহ্মক নিৰ্গুণ, নিৰুপাধি, নিৰ্বিকল্প ইত্যাদি সংজ্ঞা দিয়া হয়। ** আমি যি বস্তুৰেই নাম কৰোঁ, যি বস্তুৰেই ধাৰণা কৰোঁ, ব্ৰহ্ম সেই বস্তু নহয়। অৰ্থাৎ ব্ৰহ্ম সকলো জাত আৰু ব্যক্ত বস্তুতকৈ সুকীয়া, বাক্য মনৰ অগোচৰ কিবা এটা।" এই অজ্ঞেয় পৰম ব্ৰহ্মক জানিবলৈ আৰু পাবলৈ প্ৰাচীন কালত ঋষি-মুনিসকলে কঠোৰ ব্ৰত আচৰণ কৰাৰ আখ্যান আছে। তেওঁলোকে প্ৰধানকৈ চাৰিটা বাটেৰে আগবাঢ়িছিল। কৰ্ম, জ্ঞান, যোগ আৰু ভক্তি——প্ৰত্যেকৰ ওপৰত গুৰুত্ব দিয়াৰ কাৰণে চাৰিটা মাৰ্গৰ উৎপত্তি হয়। ইয়াৰ প্ৰত্যেকেই একো একোটা বাটহে, লক্ষ্য হ'লে একেটা——ঈশ্বৰপ্ৰাপ্তি।

বিষয়ানুসৰণ কৰি মানুহ কৰ্মত প্ৰবৃত্ত হয়। ইয়াৰ ফলত মানুহে লাভ কৰে পাৰ্থিৱ ভোগ, ঐশ্বৰ্য। বৈষয়িক কৰ্ম ফলাকাংক্ষাৰহিত নহয়। ফলপ্ৰাপ্তিৰ আশাই মানুহক নানান কামলৈ আগুৱাই দিয়ে। ইয়াৰ কাৰণে ভাল বেয়া দুয়োবিধ কামতেই মানুহ লিপ্ত হৈ পৰে। পাৰ্থিৱ ভোগ-লালসাই পদে পদে মানুহক বিভ্ৰান্ত কৰি সুখ-সম্পদৰ মাজলৈ তেওঁক টানি আনে। ভোগ-ঐশ্বৰ্যৰ লালসা সকাম বাসনা। কিন্তু সকাম বাসনা পৰিত্যাগ কৰি আৰু ফলপ্ৰাপ্তিৰ আকাংক্ষা এৰি কৰ্মত প্ৰবৃত্ত হ'লে ভগৱানৰ সান্নিধ্য লাভ কৰা যায়। অনাসক্ত আৰু নিষ্কাম কৰ্মানুসৰণহে ভগৱৎপ্ৰাপ্তিৰ প্ৰকৃষ্ট পথ।

পৰম ব্ৰহ্ম বা পৰমাত্মাৰ বাহিৰে সৎ বস্তু নাই। চৰাচৰ জগত পৰম ব্ৰহ্মৰেই মায়াচ্ছাদিত ৰূপ। জীৱো পৰমাত্মাৰে অংশ। অবিদ্যাৰ আৱৰণে ঢাকি ৰখাৰ কাৰণে জীৱে পৰম তত্ত্ব উপলব্ধি কৰিব নোৱাৰে আৰু অনিত্য জাগতিক বস্তুকে সৎ বস্তু বুলি গ্ৰহণ কৰে। প্ৰকৃততে জীৱ আৰু জগত ব্ৰহ্মৰপৰা ভিন্ন নহয়। জীৱৰ আত্মোপলব্ধি হ'লে ভেদজ্ঞান আঁতৰি যায়; তেতিয়া বদ্ধ জীৱ মুক্ত হয়। প্ৰকৃত জ্ঞান আত্মজ্ঞান। এই আত্মজ্ঞান লাভৰ বাবে লাগে কঠোৰ সাধনা।

যোগশাস্ত্ৰত চিত্তবৃত্তি নিৰোধ কৰি দেহ আৰু মনক সংযত কৰাৰ ব্যৱস্থা আছে। একমুখী সাধনাৰ কষ্টসাধ্য পথেদি আগুৱাই যাব পাৰিলে পৰম পদ লাভ কৰা যায়। কিন্তু যৌগিক পদ্ধতি অত্যন্ত কঠোৰ সাধনা আৰু সৰ্বসাধাৰণৰ পক্ষে এই পথানুসৰণ অসম্ভৱ।

ভক্তিমাৰ্গৰ পথ প্ৰশস্ত, সাধনা সহজ-সিদ্ধ। ভক্তিৰ সংস্পৰ্শ নোহোৱা শুদ্ধ কৰ্ম নাইবা শুদ্ধ জ্ঞানৰ সহায়ত পৰম পদ লাভ হ'লেও ভগৱানৰ লীলাময় ৰূপৰ পূৰ্ণ উপলব্ধি সম্ভৱ নহয়। পৰম পিতা পৰমেশ্বৰ ৰসৰ আধাৰ, পৰম কাৰুণিক, জগমোহন আৰু ভক্তবৎসল। ভক্তিপৰায়ণ শিষ্যইহে স্নেহশীল গুৰুৰ সম্যক পৰিচয় লাভ কৰে, স্বামীপৰায়ণা নাৰীয়েহে পত্নীপ্ৰিয় স্বামীৰ অন্তৰ ৰাজ্যত প্ৰৱেশৰ অধিকাৰ পায় আৰু পিতৃভক্ত পুত্ৰইহে পুত্ৰবৎসল পিতৃৰ গুণ-গৰিমা অৱগত হয়। জ্ঞাতা আৰু জ্ঞেয়ৰ মাজত সদায় এটা দূৰত্ব থাকে। এই দূৰত্ব আঁতৰোৱাৰ প্ৰকৃষ্ট উপায় হ'ল ভক্তিৰ নমনীয়তা।

জ্ঞানমাৰ্গৰ ঈশ্বৰ নিৰ্গুণ, নিৰ্বিকল্প আৰু উপাধিবিহীন। ভক্তিমাৰ্গৰ ঈশ্বৰ সগুণ, কৰুণাৰ আধাৰ, ভক্তাধীন। আচলতে জ্ঞান আৰু ভক্তি দুটা পৰস্পৰ বিৰোধী বস্তু নহয়। গতিকে এই দুয়োটা ভাৱৰে সংযোগ একে

তাইতে আৰু এটা বস্তুকে কেন্দ্ৰ কৰি হোৱাত একো বাধা নাই। দুটা মাৰ্গৰ প্ৰতিষ্ঠা হোৱাৰ মূলতে আছে তত্ত্বজ্ঞান আৰু ভক্তি পৰম্পৰৰ ওপৰত অধিক প্ৰাধান্য আৰোপ। বেজবৰুৱাই অকল নিৰ্গুণ বা অকল সগুণ ঈশ্বৰৰ কল্পনা কৰা নাই। গীতা, ভাগৱত আদিৰ প্ৰতিপাদ্য ঈশ্বৰ তেওঁৰো উপাস্য দেৱতা। "শঙ্কৰাচাৰ্যই ব্ৰহ্মক অকল নিৰ্গুণ আৰু ৰামানুজাচাৰ্যই ব্ৰহ্মক অকল সগুণ বুলি ধৰি ভুলত পৰিছে।" ব্ৰহ্মৰ ক্ষেত্ৰত যে নিৰ্গুণত্ব আৰু সগুণত্ব একেলগে সিদ্ধ হয় তাৰ প্ৰমাণ স্বৰূপে তেওঁ উপনিষদৰ বচন উদ্ধৃত কৰিছে। এইটো পাশ্চাত্য হেতুবাদী বিশ্লেষণৰ প্ৰচেষ্টা নহয়। ঈশ্বৰ সম্বন্ধীয় সকলো আলোচনাতে শ্ৰুতিৰ উক্তিকেই শেষ সিদ্ধান্ত বুলি গ্ৰহণ কৰা ৰীতি ভাৰতীয় দাৰ্শনিকসকলৰ বিশেষত্ব। বেদ স্ব-প্ৰকাশিত, অপৌৰুষেয় বুলি গৃহীত হোৱাৰ কাৰণে বেদৰ উক্তি যুক্তি আৰু প্ৰমাণৰ ওপৰত। ভাৰতীয় পৰম্পৰা অনুসৰি বেজবৰুৱায়ো বেদ, উপনিষদৰ বাক্য আপ্তবাক্য হিচাপে গ্ৰহণ কৰি ঈশ্বৰতত্ত্বৰ ভিতৰলৈ সোমাবলৈ চেষ্টা কৰিছে। এনে চেষ্টাৰ মাজেদি প্ৰকাশিত হৈছে তেওঁৰ শাস্ত্ৰজ্ঞান আৰু শাস্ত্ৰৰ প্ৰতি থকা শ্ৰদ্ধা আৰু ভক্তি।

পৰব্ৰহ্মৰ স্বৰূপ নিৰ্ণয়ৰ চেষ্টা কৰোঁতে তেওঁ সাংখ্য, যোগ, পূৰ্ব-মীমাংসা আৰু উত্তৰ-মীমাংসা প্ৰভৃতি দৰ্শনৰ মতবাদবোৰ সাধাৰণভাৱে আলোচনা কৰিছে। এনে আলোচনাত গভীৰ মনোনিবেশ কৰাৰ উদ্দেশ্য তেওঁৰ নহয়। তেওঁৰ মূল উদ্দেশ্য হৈছে ভক্তিমাৰ্গৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন। এই উদ্দেশ্য আগত ৰখাৰ কাৰণেই শঙ্কৰাচাৰ্যৰ মায়াবাদৰ প্ৰতি তেওঁ আকৃষ্ট হৈ পৰা নাই। উত্তৰ-মীমাংসাৰ শাঙ্কৰভাষ্যই অতি উচ্চ স্থান অধিকাৰ কৰি থকা সত্ত্বেও তেওঁৰ আকৰ্ষণ ৰামানুজ আচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ প্ৰতিহে, কিয়নো ৰামানুজ আচাৰ্যৰ ভাষ্যত ভক্তিৰ প্ৰাধান্য আছে। ভক্তি সাকাৰ আৰু সগুণ ব্ৰহ্মৰ উপাসনা। নিৰ্গুণত্ব আৰু সগুণত্বৰ মাজত যি বিৰোধ দেখা যায় সি বাক্য-বিৰোধহে, ব্ৰহ্মৰ ক্ষেত্ৰত ই প্ৰকৃত বিৰোধ নহয়। পৰম ব্ৰহ্মৰপৰা বিশ্বব্ৰহ্মাণ্ডৰ উৎপত্তি হৈছে, ইয়াৰ লয়ো তেওঁতেই, কিন্তু ব্ৰহ্ম বিশ্ব-জগতৰ অতীত। এই ফালৰপৰা তেওঁ নিৰ্গুণ। আনহাতে পৰিদৃশ্যমান জগত ব্ৰহ্মতেই অৱস্থিত। ব্ৰহ্মত বাহিৰে ইয়াৰ উপাদান আৰু নিমিত্ত কাৰণ নাই। দৃশ্যমান জগত ব্ৰহ্মৰ অভিন্ন অংশ মাত্ৰ। জীৱ আৰু জগতৰূপ অৱস্থাৰ বাহিৰেও ব্ৰহ্মৰ সদ্ৰূপ অৱস্থা আৰু সৰ্বজ্ঞ ঈশ্বৰ অৱস্থা আছে। এয়েই ব্ৰহ্মৰ বিভু-স্বভাৱ। জাগতিক সকলো পদাৰ্থ ব্ৰহ্মৰপৰা পৃথক সত্তাশীল। ব্ৰহ্মৰ এইবোৰ বিশেষ বিশেষ শক্তিৰ প্ৰকাশ

মাথোন। শক্তিমান আৰু শক্তি দুটা বিভিন্ন বস্তু নহয়; কিয়নো শক্তিমানক আশ্ৰয় কৰিহে শক্তিৰ প্ৰকাশ হব পাৰে।

ওপৰত উল্লেখ কৰা সিদ্ধান্ত নিম্বাৰ্কাচাৰ্যৰ দ্বৈতাদ্বৈত নাইবা ভেদাভেদ মতবাদৰ সিদ্ধান্ত। বেজবৰুৱাৰ প্ৰবন্ধবোৰত এনে মতবাদৰ পোষকতা কৰা পৰিলক্ষিত হয়। নিম্বাৰ্কাচাৰ্যৰ দাৰ্শনিক মত আলোচনা কৰি তেওঁ যদি কিবা প্ৰবন্ধ লিখিছিলো সেইটো মোৰ চকুত পৰা নাই। কিন্তু তেওঁৰ প্ৰবন্ধবোৰত জীৱক ব্ৰহ্মৰ অংশ হিচাপে পৰিগণিত কৰাৰ কাৰণে আৰু জীৱৰ ক্ষুদ্ৰত্বৰ ইংগিত ঠায়ে ঠায়ে দি যোৱাৰ বাবে সেইবোৰৰ মাজত দ্বৈতাদ্বৈত মতবাদৰে প্ৰতিধ্বনি শুনা যায়। জীৱাত্মা আৰু পৰমাত্মাৰ মাজত স্বৰূপগত পাৰ্থক্য একো নাই, তথাপি পৰমাত্মাৰ বিভু-স্বভাৱ আৰু জীৱাত্মাৰ অণু-স্বভাৱলৈ লক্ষ্য কৰিলে এই দুয়োৰে মাজত যেনে সাদৃশ্য আছে তেনেকৈ বৈসাদৃশ্যও আছে। তদুপৰি জীৱাত্মাৰ আছে দেহৰ পৰিচ্ছদ। সৎ আৰু শুদ্ধ জীৱন যাপন কৰি জ্ঞান আৰু ভক্তিৰ বলত জীৱাত্মাই পৰম পুৰুষৰ সান্নিধ্য লাভ কৰে, কিন্তু পৰমাত্মাৰ লগত জীৱাত্মা সম্পূৰ্ণৰূপে বিলীন হৈ নাযায়। ভক্তসকলে এনে অস্তিত্ব বিলোপৰ কামনাও নকৰে। ভগৱানৰ পূজা-সেৱা আৰু তেওঁৰ গুণানুকীৰ্তনৰ আনন্দৰ দৰে শ্ৰেষ্ঠ নিধি ভক্তসকলৰ মনত একো নাই।

ওপৰত সাধাৰণভাৱে আভাস দিয়া দাৰ্শনিক আলোচনাৰ মাজতে বেজবৰুৱা আবদ্ধ হৈ থকা নাই। তেওঁৰ প্ৰবন্ধবোৰৰ মূল উদ্দেশ্য অকল দাৰ্শনিক তথ্যৰ বিশ্লেষণ আৰু বিচাৰেই নহয়। তেওঁৰ উদ্দেশ্য ভক্তিৰ মাহাত্ম্য প্ৰকাশ। পৰম পুৰুষ, পৰম ব্ৰহ্মৰ আনন্দময় ৰূপৰ প্ৰতি বেজবৰুৱা বিশেষভাৱে আকৃষ্ট। ভগৱান ৰসময়, আনন্দময় আৰু পৰম কাৰুণিক। পৰম ব্ৰহ্মৰ লীলাময় কাৰুণিক ৰূপ প্ৰকাশিত হৈছে ভগৱান শ্ৰীকৃষ্ণৰ শিশু আৰু কিশোৰ লীলাৰ মাজত। ভাগৱতত সেইবাবে শ্ৰীকৃষ্ণক স্বয়ং ভগৱান বুলি কোৱা হৈছে। "শ্ৰীমদ্ভাগৱতৰ কবি-দাৰ্শনিক ভক্তই তেওঁৰ ভক্তিৰূপ মথনিৰে মথি উলিয়ালে এই মূৰ্তি, এই সুমধুৰ নন্দ-দুলাল, যশোদানন্দবৰ্দ্ধক, গোপিনীমোহন, শ্ৰীদাম-সুদাম-সুবল-বলৰাম-বৎসল, গোকুলৰ গাই-বৎসৰ প্ৰিয় বৃন্দাবন-চন্দ্ৰ এই মধুৰবো সুমধুৰ কৃষ্ণমূৰ্তি। এই প্ৰেমৰ ধাৰ, ৰসৰ সোঁত কৃষ্ণ, দৰ্শন আৰু কাব্যৰ সম্মিলিত সমন্বয়স্বৰূপ ঈশ্বৰৰ পূৰ্ণ অৱতাৰ।"

শ্ৰীকৃষ্ণ পূৰ্ণব্ৰহ্ম। শ্ৰীকৃষ্ণৰ উপাসনা পূৰ্ণব্ৰহ্মৰ উপাসনা। শ্ৰীকৃষ্ণৰ মাজেদি প্ৰকাশিত হৈছে ভগৱন্তৰ লীলাময় ৰূপ আৰু মাধুৰ্য-ৰস। তেওঁ অকল দেৱকী-পৰমানন্দই নহয়, তেওঁ গোপীবল্লভ, ব্ৰজমোহন আৰু বৃন্দাবনচন্দ্ৰ, পৰম

কাৰুণিক পৰমেশ্বৰো। "বৃন্দাবন—লীলা, নিত্য-লীলা, অক্ষৰ, অব্যয়। তোমাৰ ঘৰো বৃন্দাবন হয়, তোমাৰ ঘৰতো সেই কৃষ্ণ-ভক্তি লীলা, বাৎসল্য, মধুৰ, দাস্য, সখ্য ভাৱৰ লীলা নিতৌ হব যদি তুমি সেইদৰে ঈশ্বৰক. একান্তমনে ভজনা আৰু ভাৱনা কৰিব পাৰা। আৰু নোৱাৰিবৰো কোনো কাৰণ নাই, কাৰণ তুমি যদি sincere হোৱা, বিশ্বাসী হোৱা আৰু তত্ত্বদৰ্শী হোৱা, তেনেহ'লে ই অতি উজু। ঈশ্বৰে কলিৰ লোকসকলৰ প্ৰতি কৃপা কৰি এনে উজু বাট উলিয়াই দিছে, কাৰণ তেওঁ দয়ালু, তেওঁ আমাৰ পিতা।" বৈষ্ণৱসকলে বিভিন্ন নামেৰে, বিভিন্ন ছন্দেৰে এই পৰম পিতাৰ গুণগান কৰে, গীতা, ভাগৱত প্ৰভৃতি নানান শাস্ত্ৰই তেওঁৰ মধুৰ স্বভাৱৰ মহিমা বৰ্ণায়।

ভগৱান শ্ৰীকৃষ্ণক কেন্দ্ৰ কৰিয়েই পুণ্যতীৰ্থ ভাৰতভূমিত গঢ়ি উঠিছিল চাৰিটা প্ৰধান বৈষ্ণৱ সম্প্ৰদায়---ব্ৰহ্ম সম্প্ৰদায়, ৰুদ্ৰ সম্প্ৰদায়, শ্ৰীসম্প্ৰদায় আৰু নিম্বাৰ্ক সম্প্ৰদায়। বেজবৰুৱাৰ প্ৰবন্ধৰ মাজত এই সম্প্ৰদায়বিলাকৰ মাজত থকা সূক্ষ্ম বৈশিষ্ট্যৰ আলোচনা চকুত নপৰে। এটা প্ৰবন্ধত হ'লে আদি বৈষ্ণৱ ভক্ত আলোৱাৰসকলৰ উল্লেখ তেওঁ কৰিছে।

বেজবৰুৱাৰ তত্ত্বকথা আলোচনাৰ পৰিণতি হৈছে ভগৱান শ্ৰীকৃষ্ণৰ মাহাত্ম্য কথন আৰু নাম-ধৰ্মৰ প্ৰাধান্য স্থাপন। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ প্ৰভৃতিয়ে অসমত যি নাম-ধৰ্মৰ প্ৰচাৰ কৰিলে তাৰ সফল প্ৰকাশ বেজবৰুৱাৰ কাপৰপৰা হৈছে। শঙ্কৰদেৱ, মাধৱদেৱ আৰু ঠায়ে ঠায়ে অন্যান্য বৈষ্ণৱ গুৰুসকলৰ উদ্ধৃতিৰে তেওঁ নাম-ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিছে। শব্দই ব্ৰহ্ম। গতিকে নাম আৰু নামীৰ কোনো ভেদ নাই। "নাম আৰু নামীৰ অভেদত্বৰ নিমিত্তেই নামক নাম-ব্ৰহ্ম বোলা হয়। নাম-ব্ৰহ্ম, শব্দ-ব্ৰহ্ম, নাদ-ব্ৰহ্ম, ব্ৰহ্মৰেই স্বৰূপ।" নামৰ মহিমা অপাৰ। আনন্দময় ঈশ্বৰবাচক নামৰ অনন্ত মহিমা। জ্ঞানতেই লওক বা অজ্ঞানতেই লওক, শ্ৰদ্ধাতেই লওক বা হেলাতেই লওক, নামে পাপৰাশি ধ্বংস কৰি ভক্তৰ চিত্তশুদ্ধি সাধন কৰে। চিত্তশুদ্ধি নহ'লে প্ৰকৃত ভগৱৎ-প্ৰেম আৰু একান্ত ভক্তি সম্ভৱ নহয়।

নাম-ধৰ্মৰ মাহাত্ম্য দেখুৱাৰ অৰ্থে বেজবৰুৱাই অজামিলৰ উপাখ্যানৰ উল্লেখ কৰিছে কিন্তু তাৰ বিশদ ব্যাখ্যা তুলি ধৰা নাই। অনাচাৰী, ব্যসনী অজামিলে মৃত্যুকালত পুত্ৰক নাৰায়ণৰ নামোচ্চাৰণ কৰিয়েই সকলো পাপৰপৰা উদ্ধাৰ পালে। উপাখ্যানটো ঠিক এনে ভাৱেই গ্ৰহণ কৰিলে নামৰ অপূৰ্ব শক্তিৰ পৰিচয় পোৱা যায় সঁচা, কিন্তু এই উপাখ্যানে ভক্তৰ সংযত জীৱন আৰু দীৰ্ঘকাল একনিষ্ঠ সাধনাৰ ইঙ্গিত নিদিয়ে। আচলতে পাপ-পঙ্কিলতাৰ সমুদ্ৰত

বয়সত থকা অজামিলৰ সকলো স্নেহ মমতা কেন্দ্ৰীভূত হৈ আছিল তেওঁৰ শেহতীয়া জীৱিত পুত্ৰ নাৰায়ণৰ প্ৰতি থকা দুৰ্বাৰ আসক্তিৰ মাজত। লুণ্ঠনপ্ৰিয় আৰু হত্যাকাৰী অজামিলৰ পিতৃ-হৃদয় নাৰায়ণক কেন্দ্ৰ কৰি সম্প্ৰসাৰিত হৈছিল আৰু স্নেহৰ অমৃতবিন্দুৰ পৰশত খন্তেকৰ বাবে হ'লেও তেওঁৰ অন্তৰৰ কলুষ-কালিমা নাচ খাই গৈছিল। প্ৰগাঢ় স্নেহৰ মাধুৰ্য-ৰসেৰে ক্ৰূৰ পিতৃ-হৃদয় হঠাতে ভৰি উঠিছিল। ব্যভিচাৰী জীৱন যাপনৰ মাজতো পাপী অজামিলৰ পিতৃ-হৃদয়ে ক্ষণস্থায়ী পাৰলৌকিক তৃপ্তিৰ সামান্য উমান পাইছিল নাৰায়ণৰ সান্নিধ্যত। তেওঁৰ একমাত্ৰ ধ্যান আছিল পুত্ৰ নাৰায়ণ। যৱলৈ উদ্ভতি আহিয়েই পিতৃ অজামিলে বিচাৰিছিল নাৰায়ণক, নাম উচ্চাৰণ কৰিছিল নাৰায়ণৰ। পুত্ৰবিৰহত কাতৰ আৰু উদ্‌ভ্ৰান্ত হৈ পৰা পাপী অজামিলৰ প্ৰতি আছিল নাৰায়ণ চকুৰ মণি, সকলো আশা-ভৰসাৰ স্থল——সহায়, সম্বল। যেতিয়া অজামিলৰ অন্তকাল আহি পৰিল তেতিয়া সাক্ষাৎ কৃতান্তৰ উপস্থিতিত পাপাত্মাৰ পাপী হৃদয় কঁপিবলৈ ধৰিলে। এই মুহূৰ্তত অসহায় অজামিলৰ বন্ধু-বান্ধৱ নাই, তেওঁৰ শাৰীৰিক শক্তি-সামৰ্থ্য খৰ্ব হৈ পৰিছে। এক সৰ্বগ্ৰাসী বিৰাট অন্ধকাৰৰ শূন্যতাই যেন তেওঁক গিলিবলৈ আহিল। এনে অৱস্থাত তেওঁ কাক মাতিব? কৃতান্তৰ সন্মুখত থিয় দিবলৈ কোন আগবাঢ়ি আহিব? তেওঁৰ মনত পৰিল নাৰায়ণৰ কথা। নাৰায়ণ তেওঁৰ একমাত্ৰ সম্বল——অৱলম্বন। জীৱনৰ পৰিণত বয়সত ঘৰ উজলি কৰা নাৰায়ণক তেওঁ প্ৰাণেৰে ভাল পায়। সিয়েই হয়তো এনে বিপদ কালত মুমূৰ্ষু পিতৃৰ কাষলৈ লৰি আহিব আৰু কৃতান্তৰ লগত যুঁজি ভাগৰি পৰা পিতৃক সাহস যোগাব। বেদনাৰে আৰু অনুতপ্ত হৃদয়ৰ সকলো আকুলতাৰে তেওঁ চিঞৰি উঠিল নাৰায়ণ বুলি, এবাৰ নহয়, দুবাৰ নহয়, বহুবাৰ। পুত্ৰ নাৰায়ণৰ স্পষ্ট ছবি তেতিয়া তেওঁৰ মনৰ মাজত নাই, আছে মাথোন ত্ৰাণকৰ্তা নাৰায়ণৰ নামৰ ধ্বনি, প্ৰতিধ্বনি। সেই ধ্বনি-প্ৰতিধ্বনিয়ে অজামিলৰ অন্তৰ-আকাশ আগুৰি পেলাইছে। আকুল হৃদয়ৰ ব্যাকুলতাৰ মাজত পুত্ৰ নাৰায়ণৰ পৰিৱৰ্তে ত্ৰাণকৰ্তা নাৰায়ণ প্ৰতিষ্ঠিত হৈছে। সেয়েহে অজামিলে সন্মুখত দেখিবলৈ পালে বিষ্ণুদূত, সাম্য-সুন্দৰ ৰূপৰ অস্পষ্ট ছায়ামূৰ্তি। অজামিলৰ ওপৰত কৰুণাময় নাৰায়ণৰ কৰুণা বৰ্ষিত হ'ল। অজামিল নমৰিল কিন্তু তত্ত্বজ্ঞান লভি গভীৰ অৰণ্যৰ মাজত সাধনা আৰম্ভ কৰিলে। নাৰায়ণ নামেৰে অজামিলে শেহত মুক্তিলাভ কৰিলে।

অজামিলৰ মুক্তিলাভ নাম-মাহাত্ম্যৰ প্ৰকৃষ্ট আৰু প্ৰধান আখ্যান। ইয়াৰ উপৰিও প্ৰহলাদ আৰু বলিৰ উপাখ্যান আছে। এই দুয়ো উপাখ্যানতে

একান্ত ভকতৰ অনন্য সাধাৰণ ভক্তিৰ বৰ্ণনা কৰা হৈছে। ৰাগ-দ্বেষশূন্য যি জনে নিজৰ সৰ্বস্ব ভগৱানত অৰ্পণ কৰি সদায় ভগৱানৰ নাম শ্ৰৱণ-কীৰ্তন কৰে সেই জনেই একান্ত ভকত। এনে ভকতৰ ৰাজ্য, সন্মান, ভোগ, ঐশ্বৰ্য প্ৰভৃতি কোনো বৈষয়িক সম্পদৰ প্ৰতি আসক্তি নাই। ভগৱানৰ নামৰ শ্ৰৱণ-কীৰ্তনেই হ'ল তেওঁলোকৰ জীৱন-সৰ্বস্ব। সাধুসঙ্গ আৰু সৎ চিন্তাত তেওঁলোকৰ ৰতি। সকলো জীৱৰ প্ৰতি তেওঁলোক দয়াশীল, সকলো জীৱৰে মঙ্গল-কামনা তেওঁলোকৰ অভ্যাস। এই অভ্যাস তেওঁলোকে গঢ়ি তোলে সাধনাৰ বলত। সাধনা নাম-ধৰ্মৰ সাধনা। ভগৱানৰ নামত অটল বিশ্বাস ৰাখি আৰু সকলো ইন্দ্ৰিয়াৰ সংযম সাধন কৰি তেওঁলোকে ভক্তিমাৰ্গেৰে স্তৰে স্তৰে আগুৱাই গৈ শেহত সিদ্ধি লাভ কৰে। সনক, সনাতন, শুকদেৱ, বিদুৰ প্ৰভৃতি ঋষি আৰু ঋষিকল্প লোকসকলে এনেকৈ সিদ্ধি লাভ কৰিছিল।

শ্ৰীমদ্ভাগৱত শাস্ত্ৰত শ্ৰৱণ, কীৰ্তন প্ৰভৃতি ন বিধ ভক্তিৰ উল্লেখ আছে। মহাপুৰুষ শঙ্কৰদেৱেও এই ন বিধ ভক্তিৰ কথাকে কৈছে। বেজবৰুৱাই কোৱা মতে ন বিধ ভক্তিৰ ভিতৰত মহাপুৰুষে শ্ৰৱণ-কীৰ্তনক প্ৰাধান্য দিছে। দিয়াৰ কাৰণ নাম-ধৰ্মত শ্ৰৱণ-কীৰ্তনৰ বাহিৰে চিত্ত সুপ্ৰসন্ন কৰাৰ আৰু ভগৱানৰ গুণানুকীৰ্তনত ৰতি জন্মোৱাৰ আন সহজ উপায় নাই। যি ভক্তই ৰামকৃষ্ণৰ নামত শৰণ লৈছে তেওঁ ভক্তিকে সাৰ বুলি গ্ৰহণ কৰি ভক্তিমাৰ্গেৰে আগুৱায়। পৰম ভক্ত হোৱা সত্ত্বেও তেওঁ নিজক তৃণতকৈয়ো হীন বুলি গণ্য কৰে আৰু সদায় অটল আধ্যাত্মিকতাৰ মাজত বুৰ গৈ থাকিও প্ৰকৃত ভক্তৰ দৰে ঈশ্বৰ করুণাময়ৰ মহিমা কীৰ্তন কৰিবলৈ অক্ষম বুলি ভাবে। এনে ভকত বিষয়-বাসনাৰ ওপৰত। কাম, ক্ৰোধ প্ৰভৃতি ৰিপুবোৰ তেওঁৰ অধীন। ভক্তবৎসল ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰি তেওঁ ঈশ্বৰৰ করুণা মাগে আৰু ভক্তিৰ নিগূঢ় তত্ত্ব অবগত হ'বলৈ তেওঁৰ হৃদয়ৰ দেৱতাক সদায় প্ৰাৰ্থনা জনায়। ইয়াৰ ফলত তেওঁলোকে লাভ কৰে বিমল আনন্দ।

ঈশ্বৰৰ করুণা লাভৰ একমাত্ৰ উপায় ভক্তি। "এহাগুধীয়া ভক্তিৰ বাহিৰে আন প্ৰকৃষ্ট উপায় নাই আৰু কলিত শ্ৰৱণ-কীৰ্তন ভক্তিয়েই শ্ৰেষ্ঠ ভক্তি-ধৰ্ম্ম। ঈশ্বৰত কায়মনোবাক্যে শৰণ, ভজন আৰু ঈশ্বৰৰ গুণানু-শ্ৰৱণ-কীৰ্তন —যি গুণ আৰু নাম ঈশ্বৰে মায়াৰ দ্বাৰাই মানুষী তনু ধাৰণ কৰি তেওঁৰ ভক্তসকলক অনুগ্ৰহ কৰিবৰ নিমিত্তে প্ৰকাশ কৰিছে।"

সাত্ত্বিক কৰ্মৰ সহায়ত চিত্ত পৰিশোধিত হ'লে ভক্তৰ নিৰ্মল হৃদয়ত পৰমাত্মাৰ প্ৰতিবিম্ব দেখিবলৈ পোৱা যাব আৰু তেতিয়াই হব সিদ্ধি লাভ।

"তেতিয়া সকলো কৰ্ম্ম পৰিত্যাগ কৰি আচল কাৰ্য ঈশ্বৰত এক শৰণ হ'ব পাৰিবা।"

ভক্তি হৃদয়ৰ বস্তু। ৰামকৃষ্ণ নামৰ আকৰ্ষণেৰে হৃদয় সম্প্ৰসাৰিত নহ'লে আৰু ঐশ্বৰ্য জ্ঞান আদিৰপৰা উদ্ভৱ হোৱা মনৰ অহং ভাৱ সম্পূৰ্ণৰূপে লোপ নাপালে কেৱে একান্ত ভক্তৰ শাৰীলৈ উঠিব নোৱাৰে। ভক্তি-মাৰ্গতো স্তৰ আছে। মহাপুৰুষ শঙ্কৰদেৱে এই স্তৰবোৰৰ আভাস দি গৈছে। ভক্তি-মাৰ্গেৰে লাহে লাহে আগুৱাই শেহত একান্ত সাধনাৰ বলত ভক্তই সিদ্ধি লাভ কৰিবলৈ সমৰ্থ হয়। ঈশ্বৰ ভক্তিও এক প্ৰকাৰ সাধনা। এই সাধনাত সিদ্ধি লাভ হয় তেতিয়া, যেতিয়া ভক্তই অনন্য-পৰায়ণ হৈ ভগৱানকে নিজৰ দেহ-মন সকলোকে অৰ্পণ কৰিবলৈ সক্ষম হয়।

বেজবৰুৱাৰ তত্ত্বমূলক প্ৰবন্ধবোৰৰ মাজেদি অসমত প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম আৰু বিশেষকৈ মহাপুৰুষীয়া ধৰ্মৰ আদৰ্শ পৰিস্ফুট হৈছে। বেদাদি তত্ত্বৰ আলোচনাৰ উদ্দেশ্যও হৈছে পৰম্পৰাৰ লগত সঙ্গতি স্থাপন কৰি ভক্তিমাৰ্গৰ বিশদ বিশ্লেষণ। শ্ৰীকৃষ্ণৰ লীলাময় ৰূপৰ বিভিন্ন দিশৰ ব্যাখ্যা তুলি ধৰা সময়ত তেওঁ শাস্ত্ৰাধ্যয়নৰ পৰিচয় দিয়াৰ উপৰিও ঠায়ে ঠায়ে মৌলিকতাৰ পৰিচয় দিছে। তেওঁৰ ৰাসলীলা তত্ত্বৰ ব্যাখ্যা সম্পূৰ্ণৰূপে নতুন নহয়, তথাপি আলোচনা উপাদেয়। তেওঁৰ বৈষ্ণৱ ধৰ্মৰ ব্যাখ্যা এগৰাকী নিষ্ঠাবান লোকৰ আন্তৰিক বিশ্বাসৰ প্ৰকাশ। মাজে সময়ে তেওঁ বাক-বিতণ্ডাৰ মাজত সোমাই পৰাৰ নিদৰ্শন আছে। আজিৰ যুগত সেইবোৰৰ মাজলৈ সোমোৱাৰ কোনো আৱশ্যকতা নাই। অসমত প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ এটা থুলমূল আভাস তেওঁৰ প্ৰবন্ধবোৰে দিয়ে। ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ প্ৰতিও তেওঁ উদাসীন হোৱা নাই। প্ৰাচীন ভাৰতীয় চিন্তাধাৰাৰ ক্ৰমবিকাশৰ বাটেদি আগুৱাই শেহত নাম-ধৰ্মৰ মাহাত্ম্য-কথনত তেওঁৰ বিশ্বাসৰ দৃঢ়তা পৰিস্ফুট হৈছে। নাম-ধৰ্মৰ আলোচনাৰ সময়ত এজন দাৰ্শনিকৰ দৰে সম্পূৰ্ণ নিৰপেক্ষ দৃষ্টি-ভঙ্গী লৈ তেওঁ বিষয়ত প্ৰৱেশ নকৰি এজন সহৃদয় ভক্তৰ দৰে নাম-মাহাত্ম্যৰ প্ৰকাশ কৰিছে। ইয়াৰ কাৰণে ঠায়ে ঠায়ে হৃদয়ৰ ভাবাবেগে তেওঁৰ প্ৰবন্ধবোৰ অনুৰঞ্জিত কৰি তুলিছে। প্ৰবন্ধবোৰৰ মাজত পুনৰুক্তি দোষ ঠায়ে ঠায়ে চকুত পৰে। ভিন ভিন সময়ত ৰচিত প্ৰবন্ধ-বোৰ একেলগে থুপাই পৰীক্ষা কৰি চোৱাৰ সুবিধা নোহোৱাৰ কাৰণে হয়তো একে ধৰণৰ ভাৱ বেলেগ বেলেগ প্ৰবন্ধত সোমাই পৰিছে। প্ৰবন্ধবোৰত আমি ৰসৰাজ বেজবৰুৱাৰ সলনি চিন্তাশীল বেজবৰুৱাকহে পাওঁ। এইবোৰে তেওঁৰ গভীৰ চিন্তাশক্তি আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰতি থকা প্ৰবল অনুৰাগৰ পৰিচয় দিয়ে।

# বেজবৰুৱাৰ কাব্য-প্ৰতিভা

## হেম বৰুৱা

সাহিত্যৰথী বেজবৰুৱা আছিল প্ৰকৃততে গদ্য-শিল্পী, কাব্য-শিল্পী নহয়। প্ৰকৃত অৰ্থত বেজবৰুৱাৰ গদ্যৰচনাসমূহ হৈছে 'ব্যৱহাৰিক সাহিত্য', এনে এক সাহিত্য যি সাহিত্যই জীৱনৰ বাস্তৱ ৰূপৰ সন্ধান দিয়ে। অকণো অস্বাভাৱিকতাৰ গোন্ধ নথকাকৈ একেজন লেখকেই একেটা কলমেৰে এহাতে কেনেকৈ খুহুতীয়া ৰচনাৰ সৃষ্টি কৰিছিল আৰু আনহাতে কেনেকৈ গভীৰ আধ্যাত্মিক তত্ত্ব-কথাৰ সোৱাদ বিলাইছিল, ভাবিলে আচৰিত নহৈ উপায় নাই। এয়া যেন দুজন সুকীয়া বেজবৰুৱা——এজন 'বুৰবুৰণি'ৰ বেজবৰুৱা আৰু আনজন 'তত্ত্বকথা'ৰ বেজবৰুৱা। সেইবুলি বেজবৰুৱাৰ ব্যক্তিত্ব মাথোন দুভৰপীয়া আছিল বুলি ক'লে ভুল কৰা হ'ব। বেজবৰুৱা বহুমুখী প্ৰতিভাৰ গৰাকী। এই কাৰণেই সম্ভৱতঃ মৃত্যুৰ পিছত মহত্ত্বৰ দাবী কৰিবলৈ বেজবৰুৱা অপেক্ষা কৰিব লগা হোৱা নাছিল। সাহিত্যৰথীয়ে জীৱিত কালতেই মহত্ত্বৰ ৰাজ-মুকুট পিন্ধিছিল। অন্তৰ উদাৰ নহ'লে কোনো কেতিয়াও মহৎ হ'ব নোৱাৰে। বেজবৰুৱাৰ অন্তৰ উদাৰ আছিল, নিকা আছিল। গতিকেই তেওঁ হিয়া উবুৰিয়াই হাঁহিব পাৰিছিল।

ই যিয়েই নহওক লাগিলে, একে বাক্যত ক'বলৈ হ'লে, বেজবৰুৱাৰ গদ্য-সাহিত্য হৈছে সৌন্দৰ্য আৰু সামৰ্থ্য, সূক্ষ্মতা আৰু সৌষ্ঠৱৰ প্ৰতীক। তেওঁৰ কাব্য ৰচনাত এইবোৰ লক্ষণ সম্যকভাৱে প্ৰতিফলিত নহ'লেও ভমককৈ কোনো কোনো কবিতাত প্ৰকাশ পোৱা বেজবৰুৱাৰ কাব্য-প্ৰতিভাক সহজে অস্বীকাৰ কৰিব নোৱাৰি। অৱশ্যে সামগ্ৰিক দৃষ্টিকোণৰপৰা বেজবৰুৱাৰ কবি স্বৰূপে সাৰ্থকতা কিমান, সেই বিষয়ে সন্দেহৰ থল আছে।

বেজবৰুৱাৰ কাব্য-সাহিত্যৰ বিষয়ে কওঁতে একেষাৰ কথা ক'ব লাগিব। গদ্য-সাহিত্য যেনেকৈ ভাব আৰু ভাষাৰ দিনৰপৰা প্ৰাঞ্জল আৰু নিৰহ-নিপানী, সেইদৰে সাহিত্যৰথীৰ কবিতামালাৰ ভাব আৰু ভাষাও প্ৰাঞ্জল আৰু নিৰহ-নিপানী। কবিতাৰ ক্ষেত্ৰত বেজবৰুৱা কথা-চহকী নাছিল,

অনুভাষী আছিল। ইয়াৰ কাৰণ কেইবাটাও হব পাৰে। বেজবৰুৱাৰ খুহতীয়া গদ্যৰচনা কিছুমান অতিৰঞ্জিত উক্তিৰ দোষত দোষী। সেইবুলি তেওঁৰ কবিতা তেনে দোষত দোষী নহয়। কবিতাত যেতিয়াই অতিৰঞ্জিত বা উদ্দেশ্যধৰ্মী উক্তি কৰিবলৈ যত্ন কৰিছে, তেতিয়াই বেজবৰুৱাৰ কাব্য-আৰাধনা বিফল হৈছে। যেনে—'ঢেঁকী কথি'। আনহাতে ক'ব লাগিব 'কথিতা' নামৰ কথিতাটো সাহিত্যৰথীৰ সৃষ্টিমূলক প্ৰচেষ্টাৰ সাৰ্থক স্বাক্ষৰ ঃ

"অনাঘ্ৰাত কেতেকীৰ সোণোৱালী ৰেণু।
বৃন্দাবন মতলীয়া কলীয়াৰ বেণু।
প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য-ৰঞ্জিত,
কবিতা কল্পনাময়ী কথিৰ বাঞ্ছিত।"

গদ্য-সাহিত্যৰ দৰে বেজবৰুৱাৰ কাব্য-সাহিত্যৰ মুখ্য অনুপ্ৰেৰণা হৈছে দুটা ঃ প্ৰথম স্বদেশপ্ৰেম আৰু দ্বিতীয় একপ্ৰকাৰ মিষ্টিক আধ্যাত্মিক অনুভূতি। বৈষ্ণৱ-সাহিত্যৰ দৰ্শন আৰু প্ৰাণ-স্পন্দনৰ সৈতে যি ওত-প্ৰোত সম্বন্ধ গঢ়ি উঠিছিল, তাৰেই সম্ভৱতঃ স্বাভাৱিক পৰিণতি হৈছে এই দ্বিতীয় বিধ অনুপ্ৰেৰণা। বেজবৰুৱা আমাৰ সাহিত্যৰ 'ৰোমাণ্টিক ত্ৰিমূৰ্তি'ৰ এজন। ইংৰাজী ৰোমাণ্টিক কাব্যধাৰাৰ বাহকৰনীয়া ঐতিহ্য-প্ৰবাহৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সকলৰ ভিতৰত বেজবৰুৱা অন্যতম। অনুপ্ৰেৰণা লাভ কৰা এক কথা, সাৰ্থকতা লাভ কৰা আন এক কথা। এটা সহজ কাম, আনটো টান।

বিষয়-বস্তুৰ বৈচিত্ৰ্যৰ পিনৰপৰা বেজবৰুৱাৰ কাব্য-পটভূমিৰ আয়তন বিস্তৃত। প্ৰণয়-গীত, প্ৰকৃতি-গীত যেনেকৈ ৰচনা কৰিছিল তেনেকৈয়ে বেজবৰুৱাই বেলেড আৰু স্বদেশপ্ৰেমৰ গীতো ৰচনা কৰিছিল। এই ৰচনা-ৰাজিৰ ভালেখিনি আধুনিক অসমীয়া সাহিত্যৰ পৰিপক্কতাৰ চানেকি। ডক্টৰ বাণীকান্ত কাকতিৰ মতে, অসমীয়া সাহিত্যৰ আধুনিক যুগ আৰম্ভ হয়, উনবিংশ শতিকাৰ আগভাগৰপৰা। ই যিয়েই নহওক লাগিলে, বেজবৰুৱাৰ ৰোমাণ্টিক অগ্নিশিখা উদ্দীপ্ত হৈ উঠে যাইকৈ 'ধনবৰ আৰু ৰতনী' কাহিনী-গীতৰ লেখীয়া বেলেড সৃষ্টিৰ দ্বাৰা। আচলতে বেলেড লোকসাহিত্যৰ পৰ্যায়ভুক্ত বস্তু। উনবিংশ শতাব্দীৰ ৰোমাণ্টিক পুনৰ-উদ্ধাৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হোৱা কেৱল ইংৰাজী সাহিত্যতে নহয়, ফৰাচী, জাৰ্মান ইত্যাদি সাহিত্যতো নতুন বিষয়-বস্তুক সাৱটি লৈ লোক-বেলেডৰ আহিত এচাম নতুন বেলেডৰ উদ্ভৱ সাধন হৈছিল। সাহিত্য-বুৰঞ্জীত এনেবোৰ সৃষ্টিক 'আৰ্ট-হুং'

বোলা হয়। ছন্দ-মাধুৰ্য আৰু অনুভূতিৰ সূক্ষ্মতা, দুয়োফালৰপৰা 'ধনবৰ আৰু ৰতনী' বাছকবনীয়া সৃষ্টি।

প্ৰিয়তমাৰ দেহ-সুষমাৰ বৰ্ণনা দিয়াতে ব্যস্ত যদিও ৰোমাণ্টিক সাহিত্য-প্ৰবাহ সৃষ্টি কৰাৰ ক্ষেত্ৰত 'প্ৰিয়তমা' বোলা কবিতাটোক 'নতুন স্বাক্ষৰ' বুলিব পাৰি। এনে সৃষ্টিৰ ক্ষেত্ৰত হেম গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' বোলা কবিতাটোৰ অৱদানো কম নহয়। চমুকৈ ক'বলৈ গ'লে, 'প্ৰিয়তমা' কবিতাটোৰ শ্ৰেষ্ঠত্ব নিৰ্ভৰ কৰিছে প্ৰিয়তমাৰ দেহ-সুষমাৰ ইঙ্গিত দিবলৈ প্ৰয়োগ কৰা প্ৰাকৃতিক বিষয়-সম্ভাৰেৰে বঞ্জিত খণ্ডচিত্ৰসমূহৰ ওপৰত :

"আৰু আছো শুনি কিন্তু নাই দেখা
বঙা পোৱালৰ মণি ;
আকৌ দেখুৱালোঁ প্ৰিয়তমাৰ ওঁঠ
হেঙ্গুলী পোৱাল মণি।"

এনেবোৰ বৰ্ণনাই দেৱ বৰুৱাৰ 'লাতুমণি ওঁঠ', 'দুয়ো পাৰী দাঁত ডালিম গুটি', 'দহোটি আঙুলি চঁপাকলি যেন' ইত্যাদিলৈ সাধাৰণতে মনত পেলায়। এনেধৰণৰ ইন্দ্ৰিয়গ্ৰাহ্য দেহ-সুষমাৰ বৰ্ণনাৰ ক্ষেত্ৰত অম্বিকাগিৰি ৰায়চৌধুৰীৰ 'তুমি' কবিতাটোক অপূৰ্ব সৃষ্টি বুলিব পাৰি :

"তুমি নিটোল নিতম্বখনি
খোজে পতি উঠা কঁপি কঁপি ;
সুখেৰে নিমগ্নতাত
মিলনৰ মন্ত্ৰ জপি জপি
তুমি কেৰাহি কটাক্ষ এটি
চেনেহীৰ চকুৰ চুকত ;
চুমাৰ হেঁপাহ এটি
ভৰপূৰ জোনালী বুকুত।" ইত্যাদি।

ইংৰাজী কাব্য-সাহিত্যৰ অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হৈ আমাৰ সাহিত্যত বেজবৰুৱা আৰু হেম গোস্বামীয়ে পোনতে ইন্দ্ৰিয়গ্ৰাহ্য দেহ-সুষমাৰ বৰ্ণনা-ৰীতি প্ৰতিষ্ঠা কৰিলে বুলি ক'লে অত্যুক্তি কৰা নহ'ব। ইয়াৰ আদৰ্শ অৱশ্যে আমাৰ বিহুগীত, বনগীত ইত্যাদিত বহিয়াকৈ আছে। ইংৰাজী ৰোমাণ্টিক সাহিত্যৰ আদৰ্শৰ স্পৰ্শ পাই সুপ্ত অনুভূতি আমাৰ সাহিত্যত দুনাই নতুনকৈ সঞ্জীৱিত হৈছিল। আমাৰ বনগীতত আছে :

"হাতো পদুমী ভৰিও পদুমী
ছোৱালীৰ পদুমী নাও ;
ওলাই সমিধানে দিয়া মোৰ পদুমী
আমি ঘৰাঘৰি যাওঁ।"

.নাৰী-দেহৰ ইন্দ্ৰিয়গ্ৰাহ্য সৌন্দৰ্যই বনগীতৰ বনৰীয়া কৱিক উন্নাদন কৰাৰ দৰে ৰোমাণ্টিক যুগৰ চহৰবাসী কৱিকো উন্নাদন কৰিছিল। হেম গোস্বামীৰ ভাষাত ক'বলৈ গ'লে : "হৃদয়ত হেপাহৰ ভোটাতৰা জ্বলে।"

বীণৰ বুকুত আঙুলিৰ স্পৰ্শ বিচাৰি "অমিয়া জোকাৰ" সুপ্ত হৈ থকাৰ দৰে 'প্ৰিয়তমা' কবিতাত----বৰ্ণনাৰ পিনৰপৰা কবিতাটো ইন্দ্ৰিয়গ্ৰাহ্য যদিও— প্ৰণয়-অনুভূতি ইন্দ্ৰিয়াতীত হৈ আছে। ই কল্পনাৰ বস্তু, এনে এক প্ৰণয়, যি চিৰন্তন, এনে এক প্ৰণয়, যি প্ৰণয়ত কেতিয়াও অৱসাদ নাই। শ্যেলীৰ ভাষাত ক'বলৈ গ'লে "অৱসাদযুক্ত পৰিতৃপ্তি" নাই। যি প্ৰণয়ত শ্যেলীৰ ইন্দ্ৰিয়াতীত আদৰ্শ গ্ৰহণৰ সাঁচ আছে, সেই প্ৰণয় অপৰাজেয় নহৈ উপায় নাই। এনে প্ৰণয়ত আধ্যাত্মিক জ্যোতিৰ শিহৰণ আছে। সেই বুলি ই বৈষ্ণৱ পদাৱলীত প্ৰকাশ পোৱা ধৰ্মাশ্ৰিত প্ৰণয় নহয়।

"আত্মেন্দ্ৰিয় প্ৰীতি-ইচ্ছা তাৰে বলি কাম।
কৃষ্ণেন্দ্ৰিয় প্ৰীতি-ইচ্ছা ধৰে প্ৰেম নাম॥"

বেজবৰুৱাৰ প্ৰণয়-কৱিতা কামগন্ধসিক্ত নহয়। প্ৰাচীন ভাৰতীয় কৱিতাৰ সুৰ আছিল সাধাৰণতে উদাসী। কোনো কোনোৱে প্ৰাচীন ভাৰতীয় কৱিতাক অসীম আৰু সসীমৰ সন্মিলনৰ বস্তু বুলিব খোজে। বেজবৰুৱাৰ কবিতা এনে কবিতাৰ পৰ্যায়ভুক্ত কৰিব নোৱাৰি । মানৱ-অন্তৰৰ অনুভূতি সমূহৰ ভিতৰত প্ৰণয়-অনুভূতি হৈছে সৰ্বশ্ৰেষ্ঠ। অনুৰাগ, মিলন, বিৰহ-বেদনা ইত্যাদি অনুভূতিৰ নানান দিশসমূহে কাব্য-সাহিত্যক চিৰকাল স্পন্দন যোগাই আহিছে।

পছিমীয়া সাহিত্য সাধাৰণতে বহিৰ্মুখী। ই মানৱমুখী, ভগৱদ্‌মুখী নহয়। ভাৰতীয় সাহিত্য অন্তৰ্মুখী, ভগৱদ্‌মুখী। ব্ৰিটিছ আমোলৰ ভাৰতীয় সাহিত্য ইংৰাজী সাহিত্যৰ আদৰ্শত বহুদূৰ মানৱমুখী সৃষ্টিৰূপে প্ৰকাশ পায়। সেইবুলি যে ভগৱদ্‌মুখিতা সম্পূৰ্ণৰূপে বৰ্জন কৰা হৈছিল, সেইযাৰ কথাও নহয়। পছিমীয়া সাহিত্য-আদৰ্শত গঢ় পোৱা বেজবৰুৱাৰ সাহিত্য প্ৰকৃতপক্ষে অন্তর্মুখী সৃষ্টি নহয়। বহিৰ্মুখী সাহিত্যৰ প্ৰাণ-স্পন্দন হৈছে কিবা এক বৰ্ণাব নোৱাৰা জটিলতা। সেইদৰে অন্তৰ্মুখী সাহিত্যৰ প্ৰাণ-স্পন্দন হৈছে কিবা এক

তন্ময়তা। বেজবৰুৱাৰ সাহিত্য তন্ময়তাবৰ্জিত সৃষ্টি। লগতে এইষাৰ কথাও কোৱা উচিত হ'ব, দেহৰ তৃপ্তিৰ সম্বন্ধ য'ত আছে, ত'ত প্ৰকৃত প্ৰণয় থাকিব নোৱাৰে। গ্ৰীক দাৰ্শনিক প্লেটোৱে এইষাৰ কথাৰ বাৰে বাৰে উক্তি কৰিছিল। বেজবৰুৱাই এইষাৰ কথা উপলব্ধি কৰিছিল। বেজবৰুৱাৰ ৰোমাণ্টিকতা কৰুণ ৰসাত্মক বা অতীন্দ্ৰিয়বাদী নহয়। ই পাৰ্থিৱ আৰু অপাৰ্থিৱৰ মাজৰ সেতুবন্ধন।

ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থে প্ৰকৃতিৰ বুকুত জগতসত্তা উপলব্ধি কৰিছিল। এনে ধৰণৰ উপলব্ধি বহুদূৰ আমাৰ দুৰ্গেশ্বৰ শৰ্মাই কৰিছিল। প্ৰকৃতিৰ মাধ্যমেৰে বেজবৰুৱাই মানৱসত্তাক উপলব্ধি কৰিবলৈ যত্ন কৰিছিল। প্ৰকৃতিৰ মাধ্যমেৰে সম্যকভাৱে মানৱ-প্ৰীতিৰ আস্বাদ লাভ কৰিছিল। বেজবৰুৱাই প্ৰকৃতিক প্ৰেম আৰু সৌন্দৰ্যৰ আলয় স্বৰূপে গ্ৰহণ কৰিছিল। এই প্ৰেম আৰু সৌন্দৰ্য হৈছে মানৱীয় অনুভূতিৰ আধাৰ। কবি-শিল্পীৰ সোণৰ কাঠিৰ স্পৰ্শ পাই প্ৰকৃতিৰ সুপ্ত ৰূপ জাতিষ্কাৰ হৈ উঠে। ভাৰতীয় কাব্য-দৰ্শনৰ মতে, কবি হৈছে ঋষি বা সাধক। পাশ্চাত্য কাব্য-অভিব্যঞ্জনা অনুসাৰে কবি হৈছে 'দ্ৰষ্টা'। কবি বেজবৰুৱা কাব্যদেৱীৰ একনিষ্ঠ 'সাধক' নহয়। 'দ্ৰষ্টা' হ'বলৈ অৱশ্যে যত্ন নকৰাকৈ নাছিল। মানৱ জীৱন ক্ষণভংগুৰ। মৃত্যুৰ গুৰু-গম্ভীৰ নিনাদে জীৱনক সচকিত কৰে। জৰা, মৃত্যু, ব্যাধি জীৱনৰ চৰম হতাশাৰ কাৰণ। এনে হতাশাময় পৰিৱেশতো প্ৰেম যে অপৰাজেয়, সেইষাৰ কথা বেজ-বৰুৱাই উপলব্ধি কৰিছিল।

বসন্ত কালত গছ-লতা ৰঙে-ৰূপে জ্যোতিৰ্মান হোৱাৰ দৰে বেজবৰুৱাৰ প্ৰণয়-দৰ্শন স্বাভাৱিক জ্যোতিৰে জ্যোতিৰ্মান। বেজবৰুৱাৰ প্ৰণয়-দৰ্শন নিৰ্লিপ্ততাৰ দৰ্শন নহয়। কবিৰ কাৰণে প্ৰেম স্বভাৱসিদ্ধ অনুভূতি। বেজবৰুৱাৰ জীৱন-দৰ্শন লোকজীৱনৰ দৰে সহজ আৰু সূক্ষ্ম। সেইদৰে এইজনা কবিৰ কাব্যভূমিৰ সাংগীতিক ভিত্তি সবল, সহজ চহা-জীৱনৰ লোকগীত আৰু বেলেডৰপৰা আহৰণ কৰা। প্ৰকৃততে বেজবৰুৱাৰ কাব্যসৃষ্টি আছিল বেলেড-ধৰ্মী। ছন্দ-মাধুৰ্য সমধৰ্মী। সাধাৰণ মানুহৰ আনুভূতিক জীৱন সাপায়িত কৰাৰ প্ৰতি বেজবৰুৱাৰ আগ্ৰহ আছিল অপৰিসীম। ৰোমাণ্টিক আৱেশেৰে সিক্ত যদিও ধনবৰ আৰু ৰতনী এহাল সাধাৰণ ডেকা-গাভৰু।

এইখিনিতে বেজবৰুৱাৰ জীৱন-দৰ্শনৰ বিষয়ে উল্লেখ কৰাটো উচিত হ'ব। বেজবৰুৱা আছিল পৰিপূৰ্ণতাৰ, আনন্দ প্ৰবাহৰ কবি। জীৱনৰ প্ৰতি মানুহ-জনৰ ঘৃণা বা বিতৃষ্ণা নাছিল। ব্যৱসায়ত কৃতকাৰ্যতা লাভ কৰা কাৰণে [illegible] জীৱনৰ প্ৰতি বিতৃষ্ণা বা ঘৃণা থকাটো বৰ বেছি স্বাভাৱিক কথা নহয়।

বেজবৰুৱাই মুখন্ত বাপৰ চামুচ নৈ জন্ম গ্ৰহণ কৰিছিল। বেজবৰুৱাৰ আনন্দ কৃষকৰ সহজাত আনন্দ। একে ধৰণেৰে সৰল, স্বতঃস্ফূৰ্ত আৰু সহজ। বেজেডৰ সুৰ-মাধুৰ্যই যে বেজবৰুৱাক আপ্লুত কৰিছিল তাৰ প্ৰমাণ হৈছে তেওঁৰ 'মালতী' নামৰ সোৱাদ লগা লিৰিক কৰিতাটো—

"লুইতৰ কুঁৱৰী নহয় ঐ মালতী
নহয় তেওঁ ফুলৰে ৰাণী;
আকাশী পোহৰৰ নহয় তেওঁ প্ৰতিমা,
নহয় তেওঁ বীণৰে বাণী।
পৰ্বতৰ জীয়ৰী সুন্দৰী গৌৰীৰ
সাঁচত মোৰ মালতী নাই;
নুশুঙা ফুলচিৰ নুফুলা কলিটিৰ
মালতীত তুলনা পায়।"

বেজবৰুৱাৰ কাব্য-সাধনাৰ জগত দুখন: এখন হৈছে সচেতন কাব্য-কৌশলৰ জগত, আৰু আনখন হৈছে লোক-সাহিত্যৰ জগত। বুঢ়ী আইমাকৰ-পৰা পুত্ৰিনে যিদৰে কথীয় লোক-সাহিত্যৰ জ্ঞান আহৰণ কৰিছিল, সেইদৰে বেজবৰুৱাই আহৰণ কৰিছিল জন্ম গ্ৰহণ কৰা পৰিৱেশৰ সৈতে নিজৰ আত্মাৰ স্পন্দনযুক্ত সম্বন্ধ স্থাপন কৰি। এনেদৰেই বেজবৰুৱাই লোকগীত আৰু লোক-গীতৰ সুৰ-মাধুৰ্য আহৰণ কৰিছিল। অসমৰ প্ৰত্যেক শিল্পী-সাহিত্যিকৰ বাবে দুটা বস্তু অপৰিহাৰ্য। এটা হৈছে বৈষ্ণৱ সাহিত্য অধ্যয়ন, আৰু আনটো হৈছে লোক-সাহিত্য অধ্যয়ন। শঙ্কৰ-মাধৱৰ সাহিত্যৰ সৈতে পৰিচয় নেথাকিলে যেনেকৈ সাহিত্য-জ্ঞান আধৰুৱা হৈ থাকে, তেনেকৈ লোক-সাহিত্যৰ সৈতে পৰিচয় নেথাকিলে সাহিত্য-জ্ঞান আধৰুৱা হৈ থাকিবলৈ বাধ্য। বিহুগীত, বনগীত লোক-সাহিত্যৰ পৰ্যায়ত পৰে। বেজবৰুৱাই এইবাৰ কথা হাড়ে-হিমজুৱে উপলব্ধি কৰিছিল। সাহিত্যৰ এই দুয়োধাৰাৰ সৈতে বেজবৰুৱাৰ সম্বন্ধ আছিল গভীৰ আৰু নিবিড়। 'মালতী' কৰিতাটো এক বাংময় অনুভূতি। ছন্দ-স্পন্দনৰ পিনৰপৰা কৰিতাটো বনগীত সুৰীয়া।

বেজবৰুৱাৰ কৰিতাৰ বিষয়ে লক্ষ্য কৰিবলগীয়া আৰু এটা কথা হৈছে, এইজনাৰ কৰিতাত ক'তো হতাশা বা নিৰাশাৰ স্পন্দন নাই। এনে অভিজ্ঞতাৰ পৰা বেজবৰুৱাৰ কৰিতা চিৰমুক্ত। সাধাৰণতে ৰোমাণ্টিক কৰিতা মনোধৰ্মী সৃষ্টি। গতিকেই ৰোমাণ্টিক কৰিতা কৰিৰ আবেগ-অনুভূতি, হা-হুতাশ, ব্যক্তিগত আত্মাৰ প্ৰতিচ্ছবিৰে ভাৰাক্ৰান্ত হোৱাটো স্বাভাৱিক।

বিলাসী দুঃখবাদ ৰোমাণ্টিক কবিতাৰ উপজীব্য। কবিতাৰ আন এটা নাম শোক-ছন্দ। শোকৰ পৰা শ্লোকৰ জন্ম। গতিকে বিষাদ-বেদনা কাব্য-ৰসৰ প্ৰাণ। এনেদৰে কোনো কোনো পণ্ডিতে যুক্তি আগবঢ়ায়। এনে যুক্তিয়ে বেজবৰুৱাৰ কাব্য-কৌশলৰ ওপৰত সাঁচ বহুৱাব পৰা নাছিল। বেজবৰুৱাৰ কবিতা কবি-আত্মাৰ উগ্ৰ বিষাদ-বেদনাৰ প্ৰতিচ্ছবি নহয়। ক'ৰবাত বিষাদ-বেদনাৰ বেঙুনি থাকিলেও ই উমি উমি জ্বলা তুইহে; নিমজ, মাৰ্জিত, সংযত ফল্গু-প্ৰবাহ। বিলাসী বিষাদ-বেদনাৰ তীব্ৰ প্ৰকাশ কাৰ্যত সিদ্ধহস্ত হৈছে আমাৰ যতীন দুৱৰা আৰু গণেশ গগৈ। এনে বিষাদ-বেদনাৰ অভাৱ হৈছে বেজবৰুৱাৰ কবিতাৰ মৰ্মস্পন্দন। যিটো যুগত বেজবৰুৱাই কবিতা ৰচনা কৰিছিল, সেইটো যুগত অসমীয়া সাহিত্যত কবিৰ ৰোমাণ্টিক, কল্পনাপ্ৰসূত বিষাদ-বেদনাই শীৰ্ষস্থান লাভ কৰা নাছিল।

প্ৰকৃতি বিষয়ক বেজবৰুৱাৰ কবিতাসমূহৰ বিষয়ে কব পাৰি, এই কবিতাসমূহ হৈছে প্ৰকৃতিৰ প্ৰতি কবিৰ সহজাত আকৰ্ষণৰ চানেকি। পুৱাৰ ৰ'দত চিকমিক কৰা লুইতৰ বালি, আকাশত উৰা মৰা বগলীজাকৰ লানী, কহুৱঁাবনৰ কঁপনি, পানীত ফটিকৰ জোল ইত্যাদি হৈছে মালতীৰ ৰূপ-যৌৱনে কবিৰ প্ৰাণত উদ্ভাসিত কৰা অনুভূতিৰ পৰিদৃশ্যমান পটভূমি। এই প্ৰাকৃতিক সৌন্দৰ্যৰ পটভূমিত পৰিস্ফুট হোৱা অনুভূতি মালতীৰ হাঁহিটোৰ দৰে নিকা আৰু নিমজ, কবিৰ সৰল অন্তৰ বিজয়ী।

বিচাৰ কৰি চালে দেখা যায় প্ৰকৃতিৰ প্ৰতি কবিৰ মনোদৃষ্টি প্ৰাচীন কবি-শিল্পীসকলৰ সৈতে বহুদূৰ একে। প্ৰাচীন কবি-শিল্পীসকলে প্ৰকৃতিৰ বুকুত যি ঈশ-জ্যোতি প্ৰতিফলিত হোৱা কল্পনা কৰিছিল, সেই দৃষ্টিভংগী আছিল আধ্যাত্মধৰ্মী, মিষ্টিকধৰ্মী কল্পনা। এই সকল কবি-শিল্পীয়ে ৱৰ্ডছৱৰ্থৰ দৰে মানৱাত্মা আৰু প্ৰকৃতি-আত্মাৰ মাজত সম্বন্ধ স্থাপন কৰিবলৈ যত্ন কৰা নাছিল। কিবা সম্বন্ধ স্থাপন হৈছিল যদিও সেই সম্বন্ধ আছিল মনোধৰ্মী আধ্যাত্মবাদ। বেজবৰুৱাৰ কবিপ্ৰকৃতি প্ৰায় সমধৰ্মী আছিল বুলিলে ভুল কৰা নহ'ব। বেজবৰুৱা আছিল প্ৰকৃতিদেৱীৰ ৰূপদক্ষ শিল্পী। বৈষ্ণৱ সাহিত্য আৰু দৰ্শনৰ বিষয়ে এইজনা পুৰুষৰ জ্ঞান আছিল অপৰিসীম। বৈষ্ণৱ-দৰ্শনৰ বিষয়ে বেজবৰুৱাই 'তত্ত্ব-কথা' নামৰ পুথিখনত সন্নিৱিষ্ট হোৱা প্ৰবন্ধৱালিত যি অপৰিসীম জ্ঞান আৰু ব্যুৎপত্তিৰ পৰিচয় দিছে, তেনে পৰিচয় সাধাৰণতে অতি বিৰল। প্ৰকৃতিৰ বুকুৰ অতি সাধাৰণ পদাৰ্থৰাজিৰ বুকুতথকি ৱৰ্ডছৱৰ্থে কল্পনা কৰিছিল মানৱ-আত্মাৰ জ্যোতি বিকিৰণ হোৱা।

বেজবৰুৱাই কল্পনা কৰিছিল কিবা এক অপাৰ্থিৱ আধ্যাত্মিক জ্যোতিৰ অনুকম্পা :

"বাটৰ দুবৰী বন গছকত পৰা,
তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।"

সৃষ্টিৰ বুকুত কিবা এক গভীৰ আধ্যাত্মিক সত্য নিহিত হৈ আছে। বৈষ্ণৱ দৰ্শন আৰু সাহিত্য অধ্যয়নে বেজবৰুৱাৰ অন্তৰত এনে এক উপলব্ধি প্ৰতিভাত কৰিছিল। এনে উপলব্ধিৰ পৰিচয় ফৰিংফুটা হৈ আছে 'ঈশ্বৰ আৰু ভকত', 'বাঁহী', 'মহাপ্ৰয়াণৰ যাত্ৰী' ইত্যাদি কবিতাত। এইবোৰ কবিতা মিষ্টিকধৰ্মী সৃষ্টি বুলি ক'লে বিশেষ ভুল কৰা নহব। 'প্ৰকৃত জীৱন', 'সুখ-বোধ', 'মান অপমান' ইত্যাদি কবিতাত এক নৈতিক আবেদন থকা পৰিলক্ষিত হয়। মিষ্টিকধৰ্মী কবি বুলিলে যেনে ধৰণৰ কবিক সাধাৰণতে বুজোৱা হয় তেনে ধৰণৰ মিষ্টিকধৰ্মী কবি অৱশ্যে বেজবৰুৱা নাছিল। এই ক্ষেত্ৰত নলিনী দেৱী নাইবা অম্বিকাগিৰি ৰায়চৌধুৰীৰ সৈতে বেজবৰুৱাক বিজাই চালেই প্ৰকৃত সত্য ফৰিংফুটা হৈ পৰিব।

কবিতা কি ? এই বিষয়ে বেজবৰুৱাই 'কবিতা' বোলা তেওঁৰ গীতি-কবিতাটোত মনোৰম ব্যাখ্যা দিছে :

"শোকৰ সংগীত সিটি বিষাদৰ সুৰ,
আতুৰৰ হুমুনিয়া লোতক চকুৰ,
বেজাৰৰ ক'লা বেখা তৃষ্ণা তৃষিতৰ,
বিধৱাৰ বুকুফটা যাতনা কাতৰ
ছয়ামৰা সুখৰ সি খন্তেকীয়া হাঁহি;
সুৰভি বিলাই যোৱা গোলাপৰ পাহি।"

ৰোমাণ্টিক আদৰ্শবাদৰ পিনৰপৰা সাৰ্থক সৃষ্টি যদিও কবিতাবোৰত প্ৰকাশ পোৱা ভাব-অনুভূতিৰ ৰেওণি বেজবৰুৱাৰ কোনো এটা কবিতাতে পাবলৈ নাই। বেজবৰুৱাৰ চেতনা আছিল বহিৰ্মুখী। জীৱনটোক তেওঁ মৰীচিকা বা 'শূন্য পৰিচয়' বুলি গণনা কৰা নাছিল। বেজবৰুৱাৰ মতে জীৱন হৈছে বাস্তৱ-সত্য, ই ধোঁৱাময় অনুভূতি নহয়।

জীৱনৰ বন্দনা কৰিব লাগে কেনেকৈ, সেই বিষয়ে বেজবৰুৱাই সুন্দৰকৈ জানিছিল। জীৱনক তেওঁ জীৱন স্বৰূপে গ্ৰহণ কৰিছিল। এই গ্ৰহণ কাৰ্যত যে কিছুদূৰ এক দাৰ্শনিক অনাসক্তিৰ ভাব থিবিডি উঠা নাছিল, সেইবাৰ কথা

সঁচা নহয়। হমুনিয়াহ পেলাব লাগে কেনেকৈ বেজবৰুৱাই নেজানিছিল, চকুপানী টুকিব লাগে কেনেকৈ বেজবৰুৱাই তাকো নেজানিছিল। খোৰতে ক'বলৈ গ'লে, জীৱনটোক নিৰাশাৰ বুকুত মলতি যাবলৈ তেওঁ এৰি দিয়া নাছিল। লক্ষ্মীধৰ শৰ্মাই মৃত্যুক 'দেৱতা' বুলি ওলগনি জনাইছিল। শৰ্মাৰ মতে মৃত্যু হৈছে 'কৰুণামণ্ডিত' মংগল-দেৱতা। মৃত্যুৰ কথা জানিছিল, উপলব্ধি কৰিছিল যদিও মৃত্যুক এনেদৰে আদৰণি জনোৱাৰ পৰিচয় বেজবৰুৱাৰ সাহিত্যৰ ক'তো পাবলৈ নাই। বেজবৰুৱাৰ দৃষ্টি-ভংগী আছিল আশাবাদী।

সাহিত্য সৃষ্টিৰ বাবে বেজবৰুৱাই অনুপ্ৰেৰণা গ্ৰহণ কৰিছিল পছিমীয়া সাহিত্যৰপৰা,. ঘাইকৈ ইংৰাজী সাহিত্যৰপৰা। ইংৰাজী শিক্ষা বিস্তাৰৰ জৰিয়তে পছিমীয়া সাহিত্যৰ অনুধাবন আমাৰ দেশত সেইটো যুগত অতি বেছিকৈ হৈছিল। এইষাৰ কথা কেৱল আমাৰ অসমীয়া সাহিত্যৰ ক্ষেত্ৰতে নহয়, ভাৰতীয় প্ৰায়বোৰ প্ৰান্তীয় ভাষাৰ সাহিত্যতে প্ৰয়োগ কৰিব পাৰি। মাইকেল মধুসূদন দত্তৰ লেখীয়া অপ্ৰমাদী কবি-সাহিত্যিকেও পোনতে ইংৰাজী ভাষাত সাহিত্য সৃষ্টি কৰাৰ কথাহে ভাবিছিল। এইষাৰ কথাও সঁচা, নিজৰ মাতৃভাষাৰ জৰিয়তে সাহিত্য-সাৰ্থকতা যেনেদৰে লাভ কৰা সম্ভৱ, তেনেদৰে আন ভাষাৰ জৰিয়তে সম্ভৱপৰ নহয়। সাহিত্যৰথী বেজবৰুৱাই পোনতে বঙালী ভাষাত সাহিত্য ৰচনা কৰিবলৈ যত্ন কৰিছিল। সেই ক্ষেত্ৰত তেওঁ বিফল হয়। এই বিফলতা অসমীয়া সাহিত্যৰ কাৰণে পৰম সৌভাগ্যৰ কথা।

ইংৰাজী সাহিত্যৰ প্ৰভাৱে নতুন যুগৰ অসমীয়া সাহিত্যক সুকীয়া ৰং দিছিল। টেইনুছ নৈৰ পাৰৰ ৰ'দৰ জিলিঙনি পৰি লুইতৰ পাৰৰ বালিচাপৰি জক্‌মকাই উঠিছিল। বেজবৰুৱা এই সাহিত্য প্ৰবাহৰ এক নিটোল উৰ্মি, সেই বুলি বেজবৰুৱা জানো নিজৰ মাটিৰপৰা উঘাল খাই পৰিছিল? চমুকৈ ক'বলৈ গ'লে কলা-কৌশলৰ ক্ষেত্ৰত বেজবৰুৱাই বিশিষ্ট এক ব্যক্তিত্বৰ পৰিচয় দি গৈছে। এইষাৰ কথাৰ প্ৰমাণ কেৱল কলা-কৌশলৰ ক্ষেত্ৰতে নহয়, বিষয়-বস্তুৰ চয়নৰ ক্ষেত্ৰতো উজ্জ্বল হৈ আছে।

বেজবৰুৱাৰ কবিতাৰ মৰ্মবস্তু হৈছে, বেলেডজাতীয় ৰচনা। বেলেড-জাতীয় সৃষ্টিৰ জৰিয়তে বেজবৰুৱাৰ কাব্য-কৌশলে নিটোল গঢ় লৈছিল এই দিনৰপৰা চাবলৈ গ'লে চন্দ্ৰকুমাৰ আগৰৱালাৰ 'তেজীমলা'ৰ দৰে বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' প্ৰাণস্পৰ্শী ৰচনা। এই ক্ষেত্ৰত এইজন কবি-শিল্পীক আমাৰ বিহুগীত-বনগীত জাতীয় লোকগীত আৰু 'ফুল-কোঁৱৰ' 'মণি-কোঁৱৰ', 'বৰফুকনৰ গীত' জাতীয় বেলেড ৰচনাই কম অনুপ্ৰেৰণা

যোগোৱা নাছিল। বেজবৰুৱাৰ মনটো আছিল অসমৰ মাটিমুখী। ইয়াৰ উপৰিও বেজবৰুৱাক অনুপ্ৰেৰণা যোগাইছিল পছিমীয়া সাহিত্য-আদৰ্শই, যাইকৈ ফৰ্মৰ ক্ষেত্ৰত। পছিমীয়া সাহিত্যত পুৰণি বেলেডৰ আহিত নতুন বেলেড সৃষ্টি কৰি দেশৰ মাটিৰ সৈতে কবি-শিল্পীৰ আত্মাৰ যোগসূত্ৰ স্থাপন কৰা হৈছিল, নতুন প্ৰাণ চঞ্চলতা প্ৰদান কৰা হৈছিল। এই একে আদৰ্শ বেজবৰুৱাৰ কাব্য-ৰচনাত প্ৰতিবিম্বিত হোৱা দেখা যায়। বেজবৰুৱাৰ বেলেডত অসমৰ কেঁচা মাটিৰ গোন্ধ আছে, ধনশিৰী নৈৰ প্ৰবাহ আছে।

বহু বছৰ ধৰি নিজৰ পৰিৱেশৰপৰা আঁতৰি আছিল যদিও বেজবৰুৱাৰ মনটো আছিল অসমৰ চহা পটভূমিমুখী। উইল ডুৰা'ণ্টৰ মতে দূৰত্বৰ জৰিয়তে স্মৃতিৰঞ্জিত যি স্বপ্নৰ সৃষ্টি হয়, সেই স্বপ্ন উজ্জ্বল, স্নিগ্ধ হ'বলৈ বাধ্য। দূৰত্বই দৃশ্যপটক সঠিক সম্মোহন প্ৰদান কৰে। এইষাৰ কথা বেজবৰুৱাৰ জীৱনত সুন্দৰকৈ প্ৰয়োগ কৰিব পাৰি। টি. এছ. ইলিয়টৰ লেখীয়া আধুনিক ইংৰাজ কবিয়ে লোকগীত বা প্ৰাচীন সাহিত্যৰ বুকুৰপৰা একোটা উক্তি প্ৰয়োগ কৰি নিজৰ কাব্য-ৰচনাত পৰিচিত এক পৰিৱেশ প্ৰদান কৰিছিল। বেজবৰুৱাই নিজৰ বুদ্ধি অনুসাৰে এনে ৰচনাৰীতি প্ৰয়োগ কৰি বেলেড সাহিত্যক এক স্বধৰ্মিতা প্ৰদান কৰিছিল। উদাহৰণ স্বৰূপে 'ধনবৰ আৰু ৰতনী' বেলেডত উল্লেখ পোৱা বিহুগীত এফাকিলৈ আঙুলিয়াব পাৰি :

"পৰ্বতে পৰ্বতে নগাৰ পাৰোঁ গই
লত্তা বগাবলৈ টান।"

বিহুগীত ফাকিৰ উল্লেখে ধনবৰ আৰু ৰতনীৰ অনুভূতি-জীৱনক যেনেকৈ এক চিত্ৰধৰ্মী ৰূপ দিছে, তেনেকৈ আৰু কিবাই পাৰিলেহেঁতেন বুলি ক'বলৈ টান। বনগীত বা বিহুগীতৰ যি সৰল সহজ অন্তৰ-অনুভূতিৰ আকৰ্ষণ, সেই আকৰ্ষণ 'ধনবৰ আৰু ৰতনী' বেলেড গীতত প্ৰতিধ্বনিত হৈছে। কবিতাটোৰ আকৰ্ষণ এই কাৰণেই তেজাল।

গদ্যতে হওক বা পদ্যতে হওক, অসমৰ মাটিৰ গোন্ধ থকা শব্দ প্ৰয়োগ কৰি কেনেকৈ পৰিৱেশ সৃষ্টি কৰিব পাৰি, সেই কৌশল বেজবৰুৱাই সুন্দৰকৈ জানিছিল। কবিতাত বেজবৰুৱাই ব্যৱহাৰ কৰা "শাঁখিণী, 'ৰখিনী' ইত্যাদি শব্দ অতি অৰ্থব্যঞ্জক। এনেবোৰ শব্দৰ ব্যৱহাৰে 'ধনবৰ আৰু ৰতনী' কাহিনী-গীতটোক এক স্বাভাৱিক পৰিৱেশ প্ৰদান কৰিছে। এনে ধৰণৰ শব্দ-প্ৰয়োগৰ উদাহৰণ আৰু দিব পাৰি। যেনে : "ৰবজৰৰ মুখতে জোকাপাৰ বুৰি" "পধূলি-

গোপাল" ইত্যাদি । এনে ধৰণৰ চিনাকি শব্দ প্ৰয়োগৰ চানেকি সেই যুগৰ কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাতো আছে । যেনে—"অঠাই সাগৰ", "তেজগোৰা বেলি", "মানুহ কুটুম" ইত্যাদি ।

অনুভূতিৰ তীব্ৰতাৰ পিনৰপৰা প্ৰখৰ 'ধনবৰ আৰু ৰতনী' কবিতাৰ পৰিবেশ স্মৃতি-ভাৰাক্ৰান্ত । পটভূমি হৈছে দুখন নৈৰ পাৰ, এনে দুখন নৈ যি আমাৰ বিহুগীত, বনগীতত জ্বলন্ত হৈ আছে । ধনবৰ হৈছে দিখৌ নৈৰ পাৰৰ মিৰি যুৱক । আমাৰ বিহুগীতত আছে ঃ

"দিখৌ নৈ এৰিব পাৰোঁ মই লাহৰী
ভাঁজী নৈ এৰিব পাৰোঁ;
তোমাৰে ভাৱনা এৰিব নোৱাৰোঁ
নেখায়ো থাকিব পাৰো ।"

দিখৌৰ পাৰ বিহুগীত, বনগীতৰ সুৰ-মূৰ্ছনাৰে জাতিষ্কাৰ হৈ থকা স্বপ্ন-ভূমি । ৰতনী ধনশিৰী নৈৰ পাৰৰ মিৰি গাভৰু । অসম নদীমাতৃক দেশ । অসমৰ সাংস্কৃতিক জীৱনলৈ দিখৌ নৈৰ দৰে ধনশিৰী নৈৰ অৱদান লেখত ল'বলগীয়া । সমগ্ৰ কাহিনীটো দুটা স্বগত উক্তিৰে, এটা ধনবৰৰ আৰু আনটো ৰতনীৰ, ব্যক্ত কৰা হৈছে । এই দুটা 'বিলাপ' স্বগত উক্তিৰ ভিতৰত ধনবৰৰ উক্তিটো অধিক মৰ্মস্পৰ্শী । ইয়াৰ তুলনাত ৰতনীৰ 'বিলাপ' অধিক সংযত । দুয়োটাৰ সন্নিৱিষ্ট আৱেদন কবিতাটোৰ মৰ্মস্পন্দন । সাংগীতিক আৱেদনৰ উপৰিও কবিতাটোত এক নাটকীয় তীব্ৰতা আছে । ৰতনীৰ বিলাপৰ সংযম কীটছৰ নাইটিঙ্গেল কবিতাৰ সংযমৰ সৈতে বহুদূৰ বিজাব পাৰি । নাইটিঙ্গেল চৰাইৰ গীত অন্তৰত উথলি উঠি সাগৰৰ ফেনুত ঢৌ মাৰ যোৱাদি অন্তৰতে মাৰ যায় । ৰতনীৰ বিলাপ সেই একেদৰে অন্তৰত উথলি চকুপানীত বন্দী হৈ পৰে । দুয়োটাৰ স্বৰূপ সমধৰ্মী ।

ৰতনী হৈছে নাৰীৰ সূক্ষ্মতম অনুভূতিৰ প্ৰতীক । প্ৰণয় হৈছে নাৰীৰ অন্তৰৰ সৰ্বোৎকৃষ্ট অনুভূতি । ধনবৰ হৈছে বিষাদ-বেদনাত উৰ্ঁলি পৰা যুৱক । অন্তৰৰ অসহনীয় বেদনাৰ উপশম ঘটাবলৈ তেওঁৰ বাবে একেটা মাথোন উপায় বিদ্যমান । সেইটো হৈছে দিখৌপৰীয়া ডেকাৰ, বুঢ়া লুইতৰ বুকুত আশ্ৰয় ভিক্ষা ঃ

"বোপাই মোৰ লুইত
সামৰি লোৱা মোক
কোলাত ঠাই একেৰি দিয়া

ৰতনী হেৰাল মোৰ
সকলো পৰিল ওৰ
আৰু মোৰ একো নাইকিয়া।"

'ধনবৰ আৰু ৰতনী' তীব্ৰ অনুভূতিসিক্ত আদিমতম আৱেগ-অনুৰাগৰ প্ৰকাশ। প্ৰকৃতিৰ দৃশ্যপটে ৰহন সনাৰ উপৰিও ধনবৰ আৰু ৰতনী, যুৱক-যুৱতী যোবাৰ মনস্তত্বকো ৰূপ দিছে। এইখিনিতে বেজবৰুৱাক ৱৰ্ডছ্ৱৰ্থৰ সৈতে বিজাব পাৰি। যি আৱেগেৰে ৰজনী ৰবদলৈয়ে 'মিৰি জীয়ৰী' উপন্যাস ৰচনা কৰিছিল, সেই একে আৱেগেৰে বেজবৰুৱাই 'ধনবৰ আৰু ৰতনী' কাহিনী-গীতটো ৰচনা কৰিছে। কেৱল বিষয়-বস্তুৱেই নহয়, দৃষ্টি-ভংগীও সমজাতীয়।

ব্যক্তিগত প্ৰণয়গীত যদিও, ছন্দ-স্পন্দন আৰু অনুভূতিৰ পিনৰপৰা 'মালতী' কৰিতাটো 'ধনবৰ আৰু ৰতনী' বেলেডৰ সমজাতীয়। প্ৰণয়গীত স্বৰূপে 'মালতী' নিমজ। কৰিতাটোত মদনৰ কামনাসিক্ত অনুভূতিৰ পৰশ নাই। বেজবৰুৱাৰ নিজৰ জীৱনৰ যি সংযম, সেই সংযম কৰিতাটোৰ প্ৰাণস্পন্দন ঃ

"চাম মই মালতীক ওৰে জীৱন জুৰি
থম মোৰ বুকুতে বান্ধি ;
মালতীৰ হাঁহিতে হাঁহিটি মিলাই মই
থাকিম কান্দোতে কান্দি।
চেনেহী মালতীৰ কোলাত থৈ মূৰটি
মুদিম মই চকুৰে পটা ;
নিঠুৰ এই জগতৰ মেলানি মাগি লম
ভুকাব সকলো কথা।"

স্বদেশ প্ৰেম বেজবৰুৱাৰ জীৱনৰ অতি শক্তিশালী আৱেদন। যুগৰ ৰোমাণ্টিক সাহিত্যধাৰাৰ স্বদেশ প্ৰেম হৈছে উপজীৱ্য। আমাৰ জাতীয়-জীৱনৰ সন্ধিক্ষণৰ সেইটো যুগৰ বাস্তৱ অৱস্থাসমূহেও স্বদেশ প্ৰেম তীব্ৰতৰ কৰি তোলাত সহায় কৰিছিল। এইযাৰ কথা কেৱল অসমীয়া সাহিত্যৰ ক্ষেত্ৰত নহয়, সমগ্ৰ ভাৰতীয় সাহিত্যৰ ক্ষেত্ৰত সঁচা। পাৰ্থক্য হৈছে এইখিনিতেই যে বহু কাৰণবশতঃ এইযাৰ কথা অসমৰ ক্ষেত্ৰত অধিকভাৱে সঁচা। ইয়াৰ কাৰণ দুটা হ'ব পাৰে ঃ ( ১ ) যি বাস্তৱ পটভূমিক বিষয়-বস্তু স্বৰূপে লৈ বেজবৰুৱাই স্বদেশানুৰাগী সাহিত্যৰ সৃষ্টি কৰিছিল, সেই পটভূমিৰ সম্ভৱতঃ এতিয়াও পৰিৱৰ্তন হোৱা নাই। এতিয়াও 'বৰাগী আৰু বীণ'ৰ লেখীয়া চেতনা জাগ্ৰত কৰিতাৰ অসমত হয়তো প্ৰয়োজন আছে। ( ২ ) বেজবৰুৱাৰ স্বদেশানুৰাগী সৃষ্টিত

হয়তো এনে এক কালজয়ী আবেদন আছে, যি সদায়েই অম্লান হৈ থাকিব। এই দুটা কথাৰ যেই কোনো এটা বেজবৰুৱাৰ স্বদেশানুৰাগী সাহিত্যৰ ক্ষেত্ৰত সঁচা হ'ব পাৰে। নহ'লে বেজবৰুৱাৰ স্বদেশানুৰাগী সাহিত্য আজিও জনপ্ৰিয় হৈ থকাৰ কাৰণ কি?

বেজবৰুৱাৰ দৃষ্টি আছিল গঠনমূলক। এনে দৃষ্টি-ভংগীৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁ অসমৰ জাতীয় সংগীত 'অ' মোৰ আপোনাৰ দেশ' ৰচনা কৰিছিল। কোনো কোনোৱে এই কবিতাটোৰ বিজনি ৰবাৰ্ট ব্ৰাউনিঙৰ দ্বাৰা ৰচিত 'হ'ম থ'টছ্ ফ্ৰম এ'ব্ৰড' বোলা কবিতাটোৰ সৈতে দিব খোজে। দুয়োটা কবিতা স্বদেশৰপৰা আঁতৰি থকা দুজন কবিৰ অন্তৰ-অনুভূতিৰ চিত্ৰ। দুয়োজন কবিৰ ক্ষেত্ৰত এই চিত্ৰ স্বপ্নময় আবেশেৰে পৰিপূৰ্ণ। তথাপি ক'ব লাগিব, বেজবৰুৱাৰ কবিতাত নিহিত হৈ থকা স্বদেশাধনিতা ব্ৰাউনিঙৰ কবিতাটোত নাই। সঁচা কথা, ব্ৰাউনিঙৰ কবিতাটো এক স্বপ্নময়, অনুভূতিময় চিত্ৰ। বেজবৰুৱাৰ কবিতাটোও স্বপ্নময়, অনুভূতিময় চিত্ৰ। বেজবৰুৱাৰ কবিতাটো হৈছে এক পৰাভূত, খণ্ড-স্বাৰ্থজড়িত জাতিক আত্ম-উপলব্ধিৰ অমৰ বাণীৰে জাগ্ৰত কৰা উদ্দেশ্যৰে ৰচিত। এই একে উদ্দেশ্যকে সাৰোগত কৰি বেজবৰুৱাৰ 'বৰাগী আৰু বীণ' কবিতাটোও ৰচিত হৈছিল। এই পিনৰপৰা লক্ষ্য কৰিলেই ব্ৰাউনিঙৰ কবিতা আৰু বেজবৰুৱাৰ কবিতা, দুয়োটা কবিতাৰ মাজত পাৰ্থক্য জল্‌জল্ পট্‌পট্‌কৈ ওলাই পৰিব।

"অ' মোৰ আপোনাৰ দেশ,
অ' মোৰ চিকুণি দেশ,
এনেখন শুৱলা,
এনেখন সুফলা,
এনেখন মৰমৰ দেশ।"

'মৰমৰ দেশ'ৰ স্বপ্নই দেশৰ প্ৰতি মৰম জগাই দেশবাসীক আত্ম-সচেতন কৰে। যি উদ্দেশ্য সাধন কৰাৰ মানসেৰে এই কবিতাটো ৰচিত হৈছিল, সেই উদ্দেশ্য যে বহুখিনি সফলকাম হৈছিল, সেই বিষয়ে সন্দেহ নাই। যি দৃষ্টি-ভঙ্গী চকুৰ আগত ৰাখি 'বন্দে মাতৰম্' গীত ৰচনা কৰা হৈছিল, সেই একে উদ্দেশ্যৰে 'অ' মোৰ আপোনাৰ দেশ' গীত ৰচিত হৈছিল। মনস্তত্ত্বৰ পণ্ডিত মিলাৰৰ মতে প্ৰত্যেক ব্যক্তিৰ অৱচেতন লোকত এক মাতৃ-মূৰ্তি সদাজাগ্ৰত ৰূপত বিদ্যমান। ভাৰতবাসী প্ৰত্যেকেই দেশভূমিক 'জননী' স্বৰূপে গ্ৰহণ কৰি আহিছে। এই মাতৃ-মূৰ্তি 'অ' মোৰ আপোনাৰ দেশ' আৰু 'বন্দে মাতৰম্' দুয়োটা গীতৰ "হৃদয় বীণাৰ তান"।

কৱিতা স্বৰূপে 'বৰাগী আৰু বীণ' বেজবৰুৱাৰ সাৰ্থক সৃষ্টি। বৰাগী আমাৰ গ্ৰাম্য জীৱনৰ অনুষ্ঠান বিশেষ, এক পৰিচিত প্ৰতীক। এসময়ত ইয়াৰ প্ৰচলন গ্ৰীচ দেশতো আছিল। গ্ৰীচ দেশত ইয়াক 'হোমাৰিডাই' বোলা হৈছিল। বীণ আৰু বৰাগীক প্ৰতিক স্বৰূপে লৈ চকুৰ আগত এখিলা এখিলাকৈ প্ৰাচীন বুৰঞ্জীৰ পাত মুকলি কৰা হৈছে। কেৱল বিষয়-বস্তুৰ পিনৰপৰাই নহয়, টেকনিকৰ পিনৰপৰাও 'বৰাগী আৰু বীণ' কৱিতাটো বেজবৰুৱাৰ সাৰ্থক সৃষ্টি। প্ৰাচীন বুৰঞ্জীৰ মহত্ত্বৰ উল্লেখৰ আঁৰে আঁৰে মুখৰ হৈ উঠিছে এক অভাৱৰ চেতনা আৰু নতুন অসমৰ স্বপ্ন ঃ

> "শুনা ঐ বৰাগী, আনন্দ-কাহিনী, আসামৰ যশৰাশি;
> হিয়া মোৰ হেৰ বলৱন্ত হোক, পৰাণ উঠক উল্লাসি ॥
> বাণ, ভগদত্ত, নৰকাসুৰৰ, ভীষ্মকৰ গুণ গা;
> ভাস্কৰ-বৰ্মাৰ কীৰিতি-সুখ্যাতি শুনো হেৰ বীণ, বা ॥
> শঙ্কল্লাদিবে কেদাৰ ৰজাক কেনেকৈ জিনিলে শুনা,
> পাৰস্য সম্ৰাট আফ্ৰচিয়াবেৰে যুজিলে কেনেকৈ জনা।
> শঙ্কৰ, মাধৱ, কন্দলীসকলে কি কৰিলে বীণ ক;
> ৰুদ্ৰসিংহ স্বৰ্গদেৱে কি কৰিলে, ক বীণ! কিয় ৰ?
> বৰদৈচিলা হেন চিলাৰায় দেৱানে, নৰনাৰায়ণ ৰজা,
> কি কীৰ্তি ৰাখিলে, গা ঐ ব'ৰাগী, ৰজা আৰু বাৰ ৰজা।"

বৰাগীক প্ৰতীক বোলা হৈছে এই কাৰণেই যে বৰাগীৰ বীণৰ সুৰ-স্পন্দনৰ জৰিয়তে অতীতক গৌৰৱোজ্জ্বল কৰি বৰ্তমানৰ বাস্তৱতাক দৃষ্টিগোচৰ কৰা হৈছে। দকৈ ভাবি চালে ধৰা পৰিব, কৱিতাটোৰ অন্তৰ্থলীত ফল্গুসদৃশ এসোঁতা বিষাদ আছে। বীণৰ সুৰ-মূৰ্ছনাই ইয়াক তীব্ৰতৰ কৰি তোলে। এই বিষাদ ব্যক্তিগত বিষাদ নহয়। ই সামগ্ৰিক, সমগ্ৰ জাতিটোক ছুই যোৱা বিষাদ।

ওপৰে ওপৰে বায়ৰণৰ 'আইল্ছ্ অৱ গ্ৰীছ্' বোলা কৱিতাটোৰ সৈতে বিজাব পাৰি যদিও উদ্দেশ্যৰ পিনৰপৰা 'বৰাগী আৰু বীণ' সমজাতীয় কৱিতা নহয়। আচলতে এই কৱিতাটোৰ দৃষ্টি-ভঙ্গী হৈছে 'অ' মোৰ আপোনাৰ দেশ' কৱিতাটোৰ সমধৰ্মী। বায়ৰণৰ কৱিতাটোৰ সৈতে এইখিনিতে 'বৰাগী আৰু বীণ' কৱিতাটোৰ পাৰ্থক্য। আদিৰপৰা অন্তলৈকে দেশপ্ৰেমৰ প্ৰবাহ কৱিতাটোত মৌন গাম্ভীৰ্যৰে প্ৰবাহিত হৈছে। শব্দ প্ৰাচুৰ্যৰ অভাৱ বেজবৰুৱাৰ কৱিতাৰ এক বৈশিষ্ট্যপূৰ্ণ লক্ষণ, এইখিনিতেই বেজবৰুৱাৰ গদ্যৰচনা আৰু

পদ্যৰচনাৰ মাজত পাৰ্থক্য। এনে লক্ষণৰ বাহুকবনীয়া নিদৰ্শন স্বৰূপে 'অসম সঙ্গীত' বোলা কবিতাটো আগ বঢ়াব পাৰি। "আমি অসমীয়া নহও দুখীয়া, কিহৰ দুখীয়া হম ?"——এইষাৰ কথাই এফালে যেনেকৈ জাতীয় চেতনাক অগ্নি-প্ৰবাহ দান কৰিছিল, আনফালে তেনেকৈ কিছু অহিত সাধন নকৰাকৈয়ো ই থকা নাই। এই বিষয়ে সুকীয়া এটা প্ৰবন্ধৰ থল আছে। 'অসম সঙ্গীত' সৌষ্ঠৱশালী কবিতা, যুৱজীৱ প্ৰতিধ্বনি স্বৰূপে নহ'লেও ৰচনা-কৌশলৰ পিনৰপৰা।

থোৰতে ক'বলৈ গ'লে বেজবৰুৱাৰ কাব্য-প্ৰতিভাৰ বিচাৰ কৰোঁতে একেষাৰ কথা বিস্মৃত হোৱাটো উচিত নহ'ব। সঁচা কথা, মানুহজনৰ সৌন্দৰ্য-বোধ প্ৰখৰ আছিল। সেইদৰে অভিজ্ঞতাও পুৰঠ আছিল। তথাপি ক'ব লাগিব, বেজবৰুৱা প্ৰকৃততে কবি নাছিল। এইষাৰ কথা বেজবৰুৱাই নিজেও জানিছিল। কবিতা ৰচনা কৰিবলৈ যি ছন্দজ্ঞান নাইবা টেক্‌নিক জ্ঞানৰ প্ৰয়োজন, সেই জ্ঞান বেজবৰুৱাৰ নাছিল। বেজবৰুৱাৰ সমসাময়িক কাল-ছোৱাত অসমীয়া কাব্য-ছন্দই বিচিত্ৰ ৰূপ ধাৰণ কৰা নাছিল। এইটো সম্ভৱপৰ হৈছিল পৰৱৰ্তী যুগতহে।

এইখিনিতে এটা প্ৰশ্নৰ উদয় হয়ঃ ছন্দজ্ঞান যদি নাছিলেই, তেন্তে বেজবৰুৱাই কবিতা ৰচনা কৰিছিল কিয় ? সম্ভৱতঃ আমাৰ সাহিত্যৰ সেই সঙ্কটময় মুহূৰ্তত সৃষ্টিমূলক কাৰ্য-আঁচনিৰে অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধিশালী কৰা মানসেৰে তেওঁ কবিতা ৰচনা কাৰ্যত ব্ৰতী হৈছিল। ইয়াৰ এটা ব্যক্তিগত কাৰণো থাকিব পাৰে। ৰোমাণ্টিক যুগত কবিতাৰ প্ৰাদুৰ্ভাৱলৈ চাই ক'ব পাৰি সেইটো যুগত কবি বুলি পৰিগণিত হ'ব নোৱাৰিলে সাহিত্যিক যশপ্ৰাপ্তি সহজ-সাধ্য নাছিল। এই কাৰণেই দেখা যায় সেইটো যুগত সাহিত্যিক যশপ্ৰয়াসী প্ৰায় সকলোৱেই ছন্দ মিলাই এটা নহয় এটা কবিতা ৰচনা কৰিছিল। এইবোৰ ভাল পদ্য হৈছিল, কবিতা হোৱা নাছিল। ভাল পদ্য হ'লেই যে ভাল কবিতা হ'ব, সেইষাৰ কথা সঁচা নহয়। ইংৰাজ কবি এজৰা পাউণ্ডে কৈছিল ঃ "গদ্যৰ দৰে কবিতাও নিৰহনিপানীকৈ ৰচিত হ'ব লাগিব।"

১৯১৩ চনত বেজবৰুৱাৰ কবিতাৰ সংকলন 'কদম কলি' প্ৰকাশ পায়। এই কালছোৱা বেজবৰুৱাৰ সাহিত্য-সাধনাৰ সাৰ্থক যুগ। ভালকৈ বিচাৰ কৰি চালে দেখা যায়, বৰ বেছি আধা ডজন কবিতা বেজবৰুৱাৰ "কবিতা হয় যদি হওক" পৰ্যায়ত পৰে। কাব্য-সংগঠন চেতনাৰ অভাৱ আৰু পয়ালগা চিন্তাৰ কাৰণে বাকীবোৰক কবিতাৰ পৰ্যায়ভুক্ত প্ৰকৃততে কৰিব নোৱাৰি। "কবিতা

কল্পনাময়ী কবিৰ বাঞ্ছিত” সঁচা কথা। তথাপি ক'ব লাগিব, উৰণীয়া মন কবিতাৰ স্বভাববিৰোধী। সাধাৰণতে বেজবৰুৱাৰ মনটো চঞ্চল আছিল। আধ্যাত্মিক তত্ত্ব কথা বিষয়ক সাহিত্যৰ বাহিৰে বেজবৰুৱাৰ আনবোৰ ৰচনাই এইষাৰ কথাকে সাব্যস্ত কৰে। মানসিক পৰিপক্কতা নাইবা মানসিক অপৰি-পক্কতা, এই দুটা কাৰণৰ যেই কোনো এটাৰ বাবে ব্যক্তিৰ মন চঞ্চল হ'ব পাৰে। বেজবৰুৱাৰ মানসিক চঞ্চলতা মানসিক পৰিপক্কতাৰ পৰিচয়। মানসিক ক্ষেত্ৰত বেজবৰুৱা অপৰিপক্ক আছিল বুলি ক'বলৈ কাৰো সাহস নাই।

আগতে উল্লেখ কৰাৰ দৰে পছিমীয়া সাহিত্য-আদৰ্শৰ দ্বাৰা বেজবৰুৱা যদিও অনুপ্ৰাণিত হৈছিল, তথাপি ক'ব লাগিব কাকো অনুকৰণ কৰিবৰ কাৰণে বেজবৰুৱা প্ৰস্তুত নাছিল। অনুকৰণবিমুখিতা বেজবৰুৱাৰ সাহিত্যৰ পাতে পাতে বিদ্যমান। গদ্য-সাহিত্যৰ ক্ষেত্ৰত কৰাৰ দৰেই কবিতাৰ ক্ষেত্ৰতো সহজ-সৰল ঘৰুৱা শব্দ প্ৰয়োগ কৰি বেজবৰুৱাই কাব্য-সৌষ্ঠৱ সৃষ্টি কৰিছিল।

ইংৰাজ কবি কীট্‌ছে কৈছিল ঃ “গছৰ পাত ওলোৱাদি যদি স্বতঃস্ফূৰ্তভাৱে কবিতাৰ উদয় নহয়, তেন্তে কবিতাৰ সৃষ্টি নোহোৱাই ভাল।” গছৰ পাত ওলোৱাদি স্বতঃস্ফূৰ্তভাৱে যে বেজবৰুৱাৰ কবিতাই পোখা মেলা নাছিল, সেই বিষয়ে সন্দেহ নাই। গদ্য ৰচনাৰ বিজনিত বেজবৰুৱাৰ কবিতাৰ সংখ্যা তেনেই তাকৰীয়া। কবি-শিল্পীৰ সাৰ্থকতাৰ জোখ অৱশ্যে সংখ্যাৰে কৰা নহয়। বেজবৰুৱাক অমৰত্ব প্ৰদান কৰিছে তেওঁৰ গদ্য ৰচনাই। সেই অমৰত্বৰ ইন্ধন যোগাইছে ‘বৰাগী আৰু বীণ’ কবিতাটোৰ লেখীয়া সাৰ্থক সৃষ্টিয়ে। সামৰণিত বেজবৰুৱাৰ কবিতাৰ ভাষাৰে ক'ব পাৰি ঃ

“ভাগি গল বীণধ্বনি, ছিগি গল তাঁৰ,
ৰৈ গল অৱশেষ অমিয়া জোকাৰ।”

সুন্দৰৰ কোনো কালে মৃত্যু নাই। বেজবৰুৱা চিৰসুন্দৰ!

# বিট্টা ওকণি ঃ বেজবৰুৱাৰ এটি সিংহাৱলোকন

## যজ্ঞেশ্বৰ শৰ্মা

বেজবৰুৱাৰ লঘু ৰচনা পঢ়ি অসমীয়া মানুহে সোৱাদ পায়। লঘু ৰচনাহে, তত্ত্বকথা নহয়। ৰসগ্ৰাসী পাঠকে নোসোধে, সেইবোৰ হিউমাৰ নে স্যাটায়াৰ। দাৰ্শনিক সমালোচকে সেইবোৰ ৰচনাৰ জাতি-প্ৰকৃতি সম্বন্ধে আলোচনা-বিশ্লেষণ কৰে; খঁকুৱা পাঠকে আমঠুলৈকে আম আৰু ঠেঁটিলৈকে মজহখিনি খাই তৃপ্তিলাভ কৰে। একালত কাকতৰ টোপোলা, ওভোতনী, জোনবিৰি, কুকি মানুহে নোপোৱাই পোৱাদি পাইছিল আৰু যাঁহীৰ কাৰণে মাহৰ মূৰত অনিমেষ নয়নেৰে ডাক পিয়নলৈ বাট চাইছিল। বেজবৰুৱাৰ ইমানখিনি লোকপ্ৰিয়তা থকা সত্ত্বেও আজি কেইদিনমানৰ আগতহে তেওঁৰ কিতাপ কেতবোৰৰ দ্বিতীয় তাঙৰণ ওলাইছে আৰু কেতবোৰ পাহৰণিৰ সমাধিত সোমাই আছে। জন্মশতবাৰ্ষিকী উপলক্ষ্যে তেনে লুপ্ত হ'বলগীয়া দুই—এটা প্ৰবন্ধ-সংগ্ৰহৰ 'বিজাবেক্‌শ্যন,' হ'লেও হ'ব পাৰে। বেজবৰুৱাৰ ৰচনাৰ প্ৰতি অসমীয়া পাঠকৰ প্ৰথম দৰ্শনত ওপজা সাদৰ একপ্ৰকাৰ লেবেলি গৈছে। প'নী-দুনি ছটিয়ালে জানোচা ঠন্ ধৰেই।

বেজবৰুৱাৰ লেখনীত থকা মানুহৰ মন আঁজুৰিব পৰা গুণ কোনো পৰৱৰ্তী লিখকে আয়ত্ত কৰিব পৰা নাই; আৰু কোনোবাই কৰবাত তেওঁৰ অনুকৰণ কৰিলেও সেই সাহিত্যকৰ্ম সেৰেকা, নিষ্প্ৰাণ আৰু ব্যৰ্থ হয়। তেওঁৰ ৰচনাৰ সৰহভাগত সাৰ্বভৌম সাহিত্যৰ কালজয়ী সমল নাথাকিলেও তেওঁ অসমীয়াৰ অন্তেষপুৰৰ শোৱনিঘৰত সোমাব পাৰিছিল আৰু আজিও অসমীয়া সাহিত্যৰ নামঘৰত ৰৰমেধিৰ মেৰচৰা পাই আছে। এজন সমালোচকে ১ গগলৰ কথা কোৱাৰ দৰে বেজবৰুৱাও wisely and warmly popular.

ঊনবিংশ শতিকাত বৃটিছ সোমোৱাৰ অলপ পিছতেই অসমত স্কুল-কাছাৰী হ'ল; চাহ-বাগিচা, মৌজা—তহছিল হ'ল; পছিমীয়া শিক্ষা আৰু আদব-কায়দা সোমাল; নতুন চাকৰিয়াল আৰু বিষয়াৰ সৃষ্টি হ'ল। এই শতিকাৰ শেহৰ ফাললৈ পুৰণি অসমীয়া সমাজৰ ওপৰতে আৰু এখন নতুন অসমীয়া সমাজৰ পাতনি হ'ল। এই সমাজৰ অধিবাসী হ'ল মুৰুপ্-অসৰামিন,

১। J. B. Priestley

হব্-ডেপুটি-মৌজাদাৰ, মণ্ডল-মহৰী, চিৰস্তাদাৰ-পেছ্কাৰ, টেকেলা-চাপ্ৰাছী উকীল-তৰণী, চাহ-বাগিচাৰ বৰমহৰী, কাছাৰীৰ ফয়ছুল্লানবীছ, কলিকতীয়া, কলেজৰপৰা ওলাই অহা পাছ কৰা আৰু নকৰা গ্ৰেজুৱেট্-আণ্ডাৰ গ্ৰেজুৱেট্ আৰু অসংখ্য ফুকলীয়া কবি-সাহিত্যিক। বেজবৰুৱাৰ সাহিত্য এই কালছোৱাৰ নির্ভৰযোগ্য 'ডকুমেণ্টৰী'।

আধুনিক অসমৰ আৰম্ভণি কালৰ এই নগৰীয়া সমাজখন লৈয়ে বেজবৰুৱাৰ সাহিত্য। এই সমাজৰ সকলো শ্ৰেণীকেই তেওঁ চুই গৈছে। পতিব্ৰতা তপস্বী, তস্যাঃ পতি আৰু বাপিৰাম লগুৱাৰ বাহিৰে গাঁৱলীয়া চৰিত্ৰ বেজবৰুৱাৰ সৃষ্টিত একপ্ৰকাৰ নাই বুলিয়েই ক'ব পাৰি। মাজুলীৰ গোঞ্জাই শুৱালৰ গাঁৱলীয়া গৃহস্থীতো কলিকতীয়া বা-বতাহ সোমাল, জোকতলীৰ বৰমহৰীৰ ঘৰতো চাহ-বাগিচাৰ ছাট্ পৰিল।

জগৰা মণ্ডলে নগৰীয়া ন উকীলক সুধিছে, "ঈশ্বৰ কৃষ্ণৰ সৈতে গোপিনী-সকলৰ প্ৰেমৰ কথা শুনিলে পুইণ হয়; ডেকাবে সৈতে ডেকেৰীৰ প্ৰেমৰ কথা শুনিলে কি পুইণ হব ডাঙৰীয়া ?" মণ্ডলৰ এই প্ৰশ্নটিৰ বিশেষ তাৎপৰ্য আছে। তেওঁৰ মুখেদি পুৰণি সাহিত্য অৰ্থাৎ বৈষ্ণৱ সাহিত্যৰ আদৰ্শ প্ৰকাশ পাইছে। সেই আদৰ্শ ধৰি জুখিলে আজিৰ সাহিত্যবোৰ গ্ৰাম্যকথা——"শুনে গ্ৰাম্যকথা যিটো নিলাজে।" যুগধৰ্মৰ বলত ভকতীয়া জগৰা মণ্ডলবো পাৰ পিছলিল, তেৱোঁ বৈষয়িক সাহিত্য আৰু জীৱনাদৰ্শৰ প্ৰভাৱ-মণ্ডলৰ ভিতৰুৱা হ'ল।

আগৰ পুণ্যৱন্ত মানুহে অমৃত-সমান দেৱকাহিনী শুনিছিল। আজিৰ যুগত সাহিত্য পাঠৰপৰা পাপ-পুণ্যৰ আশা নকৰা মানুহে কেৱল আনন্দ পাবলৈ, অৱকাশ উপভোগ কৰিবলৈ, ৰং-ৰহইছ কৰিবলৈ মানুহৰ ভাল-বেয়া, দোষ-গুণৰ কথা পঢ়ে। বেজবৰুৱায়ো টেকেলাৰপৰা আৰম্ভ কৰি হাকিমলৈকে সকলো মানুহৰ জীৱনৰ কথাকে লিখিছে আৰু ঘাইকৈ চৰিত্ৰবোৰৰ দোষৰ ফালটোহে বৰ্ণাইছে। দোষ বৰ্ণোৱাৰো কাৰণ আছে। তেওঁ পঢ়ুৱৈসমাজৰ দুৰ্বলতা বুজি পাইছিল আৰু বুজি সেই দুৰ্বলতাৰ সুযোগ লৈছিল। প্ৰকৃত বৈষ্ণৱৰ বাহিৰে সকলো মনুষ্যই "নিন্দাবাদ-পৈশুন্য-হিংসা"ৰ ভৃত্য, বিশেষকৈ এই ত্ৰয়ীৰ প্ৰথমটোৰ, অৰ্থাৎ নিন্দাবাদৰ। আমাৰ ৰাজনৈতিক জীৱনত এই তিনিৰ প্ৰভাৱ দিনৌ দেখিব লাগিছোঁ। লোকৰ দোষবোৰ শুনি মানুহে এটা বৰ্ণাব নোৱাৰা ৰং পায়, ই মানুহৰ সাধাৰণ প্ৰবৃত্তি—"প্ৰবৃত্তিৰেষা ভূতানাম্"। এই প্ৰবৃত্তিৰ আহাৰ যোগাইছিল বেজবৰুৱাই। স্যাটায়াৰ লিখকসকল তেনেকুৱাই হয়—একদেশদৰ্শিতা তেওঁলোকৰ প্ৰধান বিশিষ্টতা। আমাৰ

চ'ৰাঘৰত বা ভুহালগুৰিত লোকৰ নিন্দা কৰা, দোষ খোচৰা আৰু আলোচনাৰ যি দৈনন্দিন মেল বহে, বেজবৰুৱা সেই মেলৰ কথক বা বক্তা। সেই গুণেই তেওঁলৈ মানুহৰ ইমান আগ্ৰহ। তেওঁৰ কাহিনী কোৱাৰ ধৰণ বা ষ্টাইল্ 'গছিপী' ( gossipy ) বা চ'ৰাঘৰীয়া। তেওঁৰ চুটি গল্পবোৰো লঘুপ্ৰবন্ধৰ শ্ৰেণীবহে, তাত শ্বৰ্ট ষ্টৰিৰ গাঁথনি আৰু কাৰিকৰি নাই।

শম্ভু নকলনবিছৰ ঘৈণীয়েকে নবিয়াৰ ভাও জুৰি গিৰিয়েকক নঘোনে-ভোকে কাছাৰীলৈ পঠিয়াই পিছত বৰ পুঠিমাছ ভাজি ভাত খালে। এই সংবাদটো বৰ ডাঙৰ কথা নহয়—কেতিয়াবা ক'ৰবাত এনে গৃহিণী দুই এগৰাকী থাকিবও পাৰে। গৃহস্থৰ ঘৰৰ এনে খবৰবোৰে বৰ আনন্দ দিয়ে। মুণ্ডুপৰ ঘৈণীয়েকৰ লগত ভাত খোৱাৰ সময়ত তৰ্কা-তৰ্কি লাগি শেষত খেদি যাওঁতে লুটি খাই পৰি মুণ্ডুপ ডাঙৰীয়াই আগদাঁত এটা হেৰুৱালে। শিৱসাগৰ আমোলাপটীত ঘৰে ঘৰে প্ৰচাৰিত আৰু আলোচিত এনে খবৰবোৰেই বেজবৰুৱাৰ হাতত পৰি পাঠকৰ আগলৈ আহিছে। ডেকা বিদ্যা উকীলে নোয়াই-তোলনী হৈ উঠাব দহদিনৰ মূৰতে বাৰবছৰীয়া কন্যাক তুৰন্তে পঠাই দিবলৈ শহুৰেকলৈ উকীলীয়া নটীছ্ দিয়া ঘটনাও মাজে সময়ে ঘটিছিল। ইয়াব যোগেদি সেই সময়ৰ শিক্ষিত সমাজৰ মতি-গতিৰ অৱস্থা দেখুউৱা হৈছে। কলেজত খেক্‌ছ্‌পীয়েৰ গঢ়ি অহা ডেকাই আদি-পাঠ পঢ়া তেৰবছৰীয়া ন কইনাৰ লগত ইংৰাজী-মিহলি ৰোমাণ্টিক্ প্ৰেমালাপ কৰা কথাটোও নিশ্চয় হাস্যাস্পদ। মলখু গঁগেয়ে চৰ্কাৰী হাকিমৰ চাকৰি পাই বাপেকক বোপাই বুলিবলৈ লাজ পোৱা কথাটোও যেনে হাস্যাস্পদ তেনে যন্ত্ৰণাদায়ক। গোল্ড্ৰাই গুৱালৰ ল'ৰা ভোকেন্দ্ৰই বাপেকৰ ম'হ-গৰু বেচি কলিকতাত শিক্ষা ল'বলৈ গৈ জীৱনত ব্যৰ্থকাম হোৱা কাহিনীও এটা সৰু ট্ৰেজেডিয়েই।

পশ্চিমীয়া শিক্ষা-সভ্যতাৰ ফলত যি এচাম লোকৰ উদ্ভৱ হৈছিল সেই মানুহবোৰৰ দোষৰ ফালটোলৈ বেজবৰুৱাই আঙুলিয়াইছে। এটা নতুন জীৱনৰ ধাৰা সমাজত খাপ খাওঁতে সময় লাগে, গোনতে খাপ খাব নোৱাৰা কালত নানা অসামঞ্জস্য আৰু বেমেজালিয়ে দেখা দিয়ে। সেই বেমেজালিবোৰ কালক্ৰমত আঁতৰি যায়। বেজবৰুৱাৰ ৰচনাই মাজৰ এই সংক্ৰান্তি যুগৰ কথা কয়। সেইকাৰণেই তেওঁৰ ৰচনাত হাঁহিৰ উপাদান আছে, দুখৰ সমলো আছে। ঘণ্টাকৰ্ণ আৰু টৰুক হাঁহিয়াতৰ পাত্ৰ ; কিন্তু এক প্ৰকাৰে চাবলৈ গ'লে এই চৰিত্ৰ দুটি বিশ্বজগতৰপৰা আঁতৰি জকাইচুকত থকা অনভিজ্ঞ, সহায়হীন আৰু দুৰ্বল অসমীয়া মানুহৰেই প্ৰতিনিধি।

ভালেখিনি ঠাইত বেজবৰুৱাৰ সংস্কাৰকামী, অন্যায়-অসহিষ্ণু মনটো দেখ্‌দেখ্‌কৈ ওলাই পৰিছে। নিস্তাৰিণী দেৱী, লম্বোদৰ ভেকা, লাওখোলা, গীতা, জাতিৰামৰ জাত, ধৰ্মধ্বজ ফয়চলানবিছ আদি কেতবোৰ কাহিনী ইয়াৰ উত্তম প্ৰমাণ। বেজবৰুৱাৰ ভাষা আৰু ৰচনাৰীতিয়েহে এইবিলাকক সুখপাঠ্য কৰিব পাৰিছে। বেজবৰুৱাৰ কাহিনীৰ এগৰাকী হাকিমনীয়ে কৈছে,

> "এৰা, এইখন মান-মৰাণৰ মুলুক হ'ল; মই মাননী-মৰাণনী হলোঁ। মই আজিৰপৰা ভাত ৰান্ধিব নোৱাৰোঁ, নেৰান্ধো, সকলোকে কৈ দিলোঁ। আজিৰপৰা কোনে মোৰ হতুৱাই ভাত ৰন্ধাই খায়, তাকো দেখিম, দেখিম, দেখিম! বোৱাৰীয়েকহঁতে এগাল ৰান্ধি ভৰিবে গৰাই দিলে তেতিয়া সকলোৱে হেঁপাহ পলুৱাই খাব।"

এয়া দম্পতীকলহৰ ভাষা—তেনেই অসমীয়া, সকলোৰে পৰিচিত। সেই হাকিমনীয়েই দুই মিনিটৰ পিছতে ৰাউচি জুৰিছে, "অ' মোৰ ভৈয়াইৰ কি হ'ল ঔ! মোৰ ভৈয়াইক হাততে হেৰুৱালো নেকি ঔ!"

সিধাই খাটনিয়াৰৰ বিধবা জীয়েক তিলকাক তাইৰ দদায়েক ভুধৰে ওপৰৱালা চাহাবক দিবলৈ চেষ্টা কৰাৰ কথা বেজবৰুৱাই কৈছে, "আপোন গোঁসাইঘৰৰ থাপনাৰ সোণৰ ফুলপাহ নিজহাতে চুৰ কৰি আনি চোৰৰ বুকুত আঁৰি দিবলৈ ভুধৰে সঙ্কল্প কৰিলে।"

মলখু গগৈ চাহাবৰ বাপেকৰ লগত তেওঁৰ চাপ্‌ৰাচিৰ জোটাপুটি লগাৰ কথা কৈছে: "জোটাপুটি লগা শালিকাই কোনো মানুহ সিহঁতৰ কাষ চাপি গ'লে ততালিকে জোটাপুটি ভাঙি আঁতৰা-আঁতৰি হৈ চেক্‌-চেকোৱাদি চাহাবক অহা দেখিয়েই চাপ্‌ৰাচী আৰু তোলন (মলখু চাহাবৰ বাপেক) জোটাপুটি ভাঙি দুয়ো দুয়োকে এৰি আঁতৰ হৈ ফোপাই-জোপাই একে বেলিয়েই দুয়ো দুয়োৰে নামে গোচৰ দিবলৈ ধৰিলে।"

সেই মলক্‌ ওইণৰ কাহিনীৰপৰাই আকৌ শুনক—

> "আঘোণৰ শেহ পষটোকো কাতিৰ পহিলা তাৰিখৰ শাল-পতিয়েক বুলিলে হয়। কিয়নো সেই পষতে তেওঁৰ নামেও তেওঁৰ সাজৰ পিছ ধৰি পুৰণি লেটাচ্ৰো ফুটাই তাৰ ভিতৰৰপৰা পোক ওটি পথিলা হৈ ওলাল। -----কেৰেলুৱাটো গৈ থাকোঁতে তাক কোনোৱাই ছুই দিলে যেনেকৈ সি থমকি গোটবান্ধি ঘূৰণীয়া হয়, সেই দৰেই আমাৰ মলখু চাহাব পঢ়া-শুনাৰ বাটত বাট বুলি থাকোঁতেই

চাহাবী সাজ, 'খানা' আৰু নামে তেওঁক ছুই দি থমকাই দিলে তেওঁ হেট্-কোট-পট্লুণে সৈতে গোটবাল্ধি ঘূৰণীয়া হ'ল।"

বেজবৰুৱাৰ বৰ্ণনাৰ উদাহৰণ বেলেগ বেলেগ ঠাইৰ পৰা আকৌ চাওক।

"এই দীঘে-বাণিয়ে দীঘল-বহল পৃথিৱীত কত মানুহে সঁচাই-মিছাই কত কথা কৈছে, কণীভগা ঘৰশালিকাই চেক্-চেকাই থকাদি কত চেক্-চেকাই আছে।" (সুৰভি)

"এইবোৰ কাৰণত মই শশীবাবুৰ কথা শলাগি হোঁ হোঁ কৈ গৈ আশি নম্বৰৰ সূতা উঘাত পাক খোৱাদি পাক্ খাই পৰিলোঁ।" (সুৰভি)

"তৰণীয়ে জীয়েক কুন্কী-হাতীৰে ভাল মানুহৰ ল'ৰা-মথনা ধৰিবলৈ কত ফান্দ পাতিছিল, কিন্তু পৰা নাছিল।" (সুৰভি)

"তেওঁলোকৰ বাঁহ থকা গছৰ গুৰিভাল সময়-লুইতৰ গৰা-খহনীয়াত যে লাহে লাহে যদি যাব লাগিছে, তেওঁলোকৰ উমানেই হোৱা নাই।" (সুৰভি)

"মানুহ যদি নিষ্কৰ্মা হ'ল, আৰু তাৰ ওপৰত তাৰ স্বভাৱটো যদি চকুপোৰা হ'ল, তেন্তে এই শৰীৰ চৰ্চাই ফুটুকা গছত মখিনীয়ে বাঁহ লোৱাদি তাৰ গাত বাঁহ লয়।" (সুৰভি)

"মানুহৰ মাতে মোৰ কাণত কোট্কোৰা কাঁইটে বিন্ধাদি বিন্ধে।" (সুৰভি)

"সৰিয়হৰ দলিৰ বাওৰ মাজত সোমোৱা সৰিয়হটো ভালেমান কাললৈকে তাত বৈ যায়, জাবিলে জোকাৰিলেও নোলায় আৰু সততকাই লোকৰ চকুত নপৰে।" (জোনবিৰি)

"বামুণৰ জীৱ দুৰা কাছুৰ নিচিনা লেকেতা।" (জোনবিৰি)

"কবিতা কেয়াবনৰ নিচিনা, তাৰ জইন মৰা বৰ টান।" (জোনবিৰি)

"সৰু-বৰ মাছবিলাকে বৰাধানৰ আখৈয়ে তপত খোলাৰপৰা জপিওৱাদি জপিয়াবলৈ ধৰিলে।" (সুৰভি)

"ভাৱনাৰ বৰ ধেমালিৰ ওৰ পৰাদি অলপমান বেলিৰ পিছত সেই উৎকট নাচৰ ওৰ পৰিল।" (জোনবিৰি)

"ভাওৰীয়া হাকিমে কাঁহীৰ ভাত কাঁহীতে এৰি দুৱা হাতেৰেই যৈণীয়েক মুনচুগনী হাকিমনীক ভালকৈ এখুন্দা দিবলৈ গোণা ম'হে চোঁচা লোৱাদি চোঁচা ল'লে।" (সুৰভি)

"মখনা হাতীয়ে উচাল মাৰি ভৰিৰ বান্দা ছিঙাদি পুতেকৰ সেই হাতৰ বান্ধ ছিঙি যাব খোজোতেই মাটিত গুৰিকঠালটো পৰাদি হাম্ খুৰি খাই পৰিল।" (সুৰভি)

"বিয়াহগোৱা ওজাৰ পালীয়ে ওজাৰ পদৰ পোষকতা কৰি তাল ধৰি থকাদি কেশৱৰাম তৰণীয়ে তেওঁৰ গোজবণিৰ পোষকতা কৰি তাল ধৰিব লাগিছে।"

ওপৰে ওপৰে চাই যাওঁতে চকুত পৰা কিছুমান অংশৰ উদ্ধৃতি ওপৰত দিয়া হ'ল। ইয়াৰপৰা বেজবৰুৱাৰ উপমা আৰু চিত্ৰবোৰ যে অসমীয়া ঘৰুৱা পৰিচিত দৃশ্য তাক বুজিবলৈ টান নহয়। বেজবৰুৱাৰ গদ্যৰীতিৰ ই এটা বিশেষত্ব। অসমীয়া সমাজৰ, গৃহস্থীৰ, জীৱনৰ একোটাইত চিত্ৰ তেওঁৰ বাক্য একোটাতে জিলিকি আছে।

বেজবৰুৱাৰ ঘৰৰ হেম বৰুৱাই কোৱাভাতুৰীয়া অসমীয়া সমাজৰ চিত্ৰ আঁকিলে। লক্ষ্মীনাথেও উত্তৰাধিকাৰীসূত্ৰে তেওঁৰ অপুত্ৰক খুড়াদেৱেকে আৰম্ভ কৰা কাম হাতত ল'লে। হেম বৰুৱাই অসমীয়া ভাষাৰ স্বতন্ত্ৰতাৰ গজগজীয়া প্ৰমাণ দিবলৈ গোটেই জীৱন সাধনা কৰি হেমকোষ দি গ'ল; সাহিত্যৰচনাৰ কাৰণে তেওঁৰ আজৰি নাছিল। লক্ষ্মীনাথ বেজবৰুৱাই দুৱাৰ চুকৰ্ত থকা কুঠাৰৰ প্ৰতিবাদলৈ কাণ নকৰি অসমীয়া পাঠকৰ হাতত হাঁহিবলৈ আৰু চিন্তা কৰিবলৈ কিছুমান ৰচনা থৈ গ'ল। হাঁহিৰ কথা ওপৰ উঠিল, চিন্তাৰ কথা তল পৰিল। মানুহে চিন্তা কৰি মূৰ ঘমোৱাতকৈ অকণ হাঁহি-তামাচা কৰি মন পাতলাবলৈ হে ভাল পায়।

হাস্যৰস এনেয়ে ৰসৰ ভিতৰত অন্ত্যজ। বেজবৰুৱাৰ হাস্যৰসৰ ভালেখিনি অতি স্থূল, বিশেষকৈ কাকতৰ টোপোলাত। হাস্যৰসৰ কাম মানুহক পেংলাই কৰা, সিঁয়ৰা, উপলুঙা কৰা। বেজবৰুৱাই এই কাৰ্য অতি দক্ষতাৰে কৰিছে। বেজবৰুৱাৰ অভিন্নহৃদয় আগৰৱালাকো পেংলাই কৰিছে। শক্তি—সাধক, ৰামপ্ৰসাদকো সিঁয়াৰিছে। কেইবাটাও বৰগীতৰ 'পেৰেডি' কৰিছে। কদম-কলিৰ কেইটামান কবিতা বাদ দিলে আটাইবোৰ ব্যঙ্গ, হাঁহি, লঘুৰচনা। যশঃপ্ৰাৰ্থী মন্দকবিক সুবিধা পালেই খোচ্ এটা মাৰি গৈছে। পুৰণি বাঁহীৰ পাঠকসকলৰ মনত কবিতাৰ কাঠ-সংস্কাৰৰ কথা মনত পৰিব। নাহৰুদাস,

ভোকেন্দ্ৰ আৰু চিন্তাতৰঙ্গিণীৰ লিখকক়ো এসেকা দি গৈছে। অথচ বেজবৰুৱাই নিজে যে কবি হিচাপে বিশেষ কৃতিত্ব লাভ কৰিছিল, ইয়ো নহয়। তাম্‌চা আৰু বহুৱালিত কবিত্ব নাথাকে, ক্ষন্তেকীয়া লঘু আমোদৰ উপাদান থাকে। জুওলীৰ সম্পাদকৰ আঁৰত অসমৰ দুই এজন বিশিষ্ট লোকক়ো আঁজুৰিছে।

পাঠকসমাজে সাহিত্য সৃষ্টি কৰে। বেজবৰুৱাৰ খুহনীয়া ৰচনাৰ জনপ্ৰিয়তাই সমসাময়িক পাঠকসমাজৰ প্ৰকৃতিৰো পৰিচয় দিয়ে। আধুনিক অসমীয়া সাহিত্যৰ জন্মলগ্নত লঘু ৰচনা আৰু হাঁহিৰ দেৱতা আছিল। ইয়াৰপৰা অসমীয়া সাহিত্য আৰু পাঠকসমাজৰ ওপৰতো প্ৰভাৱ নপৰি থকা নাই।

আমাৰ অনেক সমালোচকই ঘূমটিফুৰণত কোৱাদি 'ৰোমাণ্টিক', 'ৰোমাণ্টিক' কৰি থাকে। ৰোমাণ্টিক্‌-ক্লাছিক্‌ কিবা এটা দলত নপৰিলে যেন সাহিত্য অশৰণীয়া হৈয়ে থাকে। বেজবৰুৱাৰ সাহিত্যতো ৰোমাণ্টিকৰ লেবেল্‌ মাৰিবৰ কোনো প্ৰয়োজন নাই। বেজবৰুৱাৰ প্ৰকৃতি ৰোমাণ্টিকৰ ওলোটাটোহে। স্যাটায়াৰ আৰু ৰোমাণ্টিকৰ সম্বন্ধ অহিনকুলৰ দৰে। ল'ৰাকালৰপৰা 'হিন্দু বাইবেল'ৰ পথ্য খাই অহা লক্ষ্মীনাথৰ ৰচনাত বৈষ্ণৱ সাহিত্য তথা অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱ আৱিষ্কাৰ কৰিবৰ কোনো প্ৰয়াসৰ আৱশ্যক নাই। তেলত বুৰবগে থকা আচাৰৰ টেঙাৰ দৰে, বেজবৰুৱাৰ ৰচনাও বৈষ্ণৱ সাহিত্যই ভেজি আছে। অসমীয়া সাধুকথা, ফকৰা-যোজনা, বুৰঞ্জী-সংস্কৃতি ভালেখিনি তেওঁৰ ৰচনাত লীন হৈ আছে। পশ্চিমীয়া সাহিত্য আৰু বঙলা সাহিত্যৰ প্ৰভাৱো পৰিবৰ্ত্ত; কিন্তু বেজবৰুৱাৰ হাতত আলহী সমলবোৰো ফুলাম গামোচা মূৰত মাৰি অসমীয়া হৈ ওলাইছে। ইংৰাজী Golden Treasury, Henry the Fourth, Hamlet এইবোৰ নিশ্চয় তেওঁৰ পাঠ্য-পুথি আছিল। Hamletৰ কিছু অংশ তেওঁ অসমীয়ালৈ ভাঙনি কৰিছিল বুলিও জনা গৈছে। সেই সময়ত ইংৰাজীশিক্ষিত লোকে Dickens পঢ়িছিলেই, আজিকালি যেনেকৈ 'কন্টিনেণ্টাল নভেল্‌' পঢ়ে। চেচোৰখনা গৰখীয়া ল'ৰাই এইবোৰৰ প্ৰভাৱ খানি খানি উলিয়াব পাৰিব। শ্ৰীযুত বেণুধৰ শৰ্মাদেৱে এবাৰ দেখুৱা মনত পৰে যে বেজবৰুৱাই ব্যৱহাৰ কৰা ওভোতনী আৰু কাকতৰ টোপোলা নাম দুটা শ্যাৰ্লক হম্‌ছৰ কিতাপৰ নাম অনুসৰিও হ'ব পাৰে; একো আচৰিত নহয়।

সি যেয়েই নহওক, বেজবৰুৱাই অসমৰ মানুহ, অসমৰ সংস্কৃতি, অসমৰ ধৰ্ম আৰু সাহিত্য—সকলোবোৰ অন্তৰেৰে ভাল পাইছিল। তেওঁৰ ৰচনাৰ প্ৰতি শব্দত এই ভালপোৱা লীন হৈ আছে। অসমীয়া মানুহৰ দুৰ্বলতাক ব্যঙ্গ কৰা তেওঁৰ স্বদেশপ্ৰীতিৰ অঙ্গ মাথোন। অসমীয়া মানুহৰ গৌৰৱৰ কথাও

সুবিধা পালেই সুঁৱৰিবলৈ নেপাহবে। অসমৰ পকা খৰিচা, বাবৰি-লফাৰ আঞাকণ, কুজী ঠেকেৰা—এইবোৰলৈ মনটো উভতি উভতি আহে—"ধাৱতি পশ্চাৎ চেতঃ।" কেৱল ভাব-প্ৰৱণতাৰ ওপৰত প্ৰতিষ্ঠিত দেশপ্ৰেমক কেইবা-ঠাইতো ব্যঙ্গ কৰিছে। দেশৰ নামত অনাৱশ্যক চিয়ঁৰ-বাখৰ তেওঁ নিন্দা কৰিছে। স্বাৰ্থপৰ আৰু সুবিধাবাদী নেতাকো তেওঁ জলপান খুৱাইছে। এটা প্ৰবন্ধত বেজবৰুৱাই যাত্ৰাদলৰ গায়কৰ হতুৱাই গোৱাইছে—

"আমি হব তোদেৰ তো।
দাও আমায় কিছু টাকা॥"

এনে নেতাই আজিও অসমৰ সমাজত নেতৃত্ব কৰি আছে। আৰু এঠাইত তেওঁৰ মন্তব্য শুনিব—"কোনো ডেকাই চৰ্কাৰৰ ঘৰত চাকৰি নাপালে বা চাকৰীৰপৰা বৰখাস্ত হ'লে আৰু কোনো বুঢ়া অকৰ্মণ্য হ'লে পেট্ৰিয়ট অৰ্থাৎ দেশহিতৈষী হয়।" কিন্তু স্বাধীনতা আন্দোলনে প্ৰমাণ কৰিছে যে বেজবৰুৱাৰ এই ধাৰণা সম্পূৰ্ণ সত্য নহয়। অসংখ্য দেশপ্ৰেমিকে আশাশুধীয়াভাৱে দাৰিদ্ৰ্য আৰু কষ্ট বৰণ কৰিছেই, প্ৰাণকো আহুতি দিছে। অৱশ্যে স্বাধীনতাৰ পিছৰ কথা বেলেগ।

পাৰিব জানিলে গালিও সোৱাদ। হাস্যৰসিক ব্যঙ্গনিপুণ লিখকৰ লেখনীয়ে কাণ মোহাৰিলেও মানুহে হাঁহি থাকে। বেজবৰুৱাৰ বহুৱালি, ব্যঙ্গ, পেংলাই, সকলোকেই মানুহে ভাল পায়। 'এলাহে ভাগৰে অচেতন' হোৱা অসমীয়া জাতিৰ মুখলৈ যি কোনো প্ৰকাৰেই হওক হাঁহি আনিব পৰাটোৱেই বেজবৰুৱাৰ কৃতিত্ব। ইয়াৰ যোগেদিয়েই অসমীয়া মানুহৰ সাহিত্যবোধ আৰু জাতীয় চেতনাও অকণমান আহিল। বেজবৰুৱাই সমসাময়িক সমাজৰ ওপৰে ওপৰে ফুৰফুৰাইছে মাত্ৰ; মানুহৰ মনৰ গভীৰতালৈ কেতিয়াবা কাচিৎহে ভুমুকি মাৰিছে। অত্যন্ত লঘু আৰু সাময়িক হোৱা সত্বেও বেজবৰুৱাৰ অসমীয়া সাহিত্যত এখন বিশেষ ঠাই আছে; লঘু কথাও জীৱনৰ বিশেষ অংশ আৰু লাগনী নহ'লে জুই নজলাৰ দৰে টুটকীয়া নহ'লে গাঁও নুহুহাব দৰে, হাঁহি আৰু লঘু কথা নহ'লেও জীৱন নচলে। তেওঁৰ সৰহখিনি ৰচনা স্থায়ী নহ'ব; কিন্তু পুৰণি আৰু নতুনৰ মাজৰ সংক্ৰান্তি-পুৰুষ বেজবৰুৱা সাহিত্যৰ বুৰঞ্জীত গণ্যমান্য হৈ থাকিব। প্ৰবন্ধ-কবিতা, গল্প-উপন্যাস, নাটক-আলোচনী, সকলোতে তেওঁ এচাপৰ মাৰি গৈছে; বায়নৰ নাতি-পুতিয়ে এতিয়া জীৱনৰ বিচিত্ৰ সুৰৰ বোল তুলিব পাৰিলেই হয়। সাহিত্যকৰ্মতকৈও মোৰ মনেৰে ভাষা-সাহিত্যৰ প্ৰতিষ্ঠাৰ কাৰণে কৰা অক্লান্ত ৰণ আৰু বিশিষ্ট ব্যক্তিত্বৰ প্ৰভাৱৰ কাৰণেহে তেওঁৰ খ্যাতি।

# বেজবৰুৱাৰ হাস্যৰসৰ প্ৰকৃতি

## বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

বেজবৰুৱাই হাঁহিছিল, হঁহুৱাইছিল। তদুপৰি খুচিছিল, বিন্ধিছিল, ঠাট্টা-বিদ্ৰূপ কৰিছিল। তেওঁৰ হাস্যৰসাত্মক ৰচনাও ভালেমান; সেইবিলাক পঢ়িলে উপৰি-পুৰুষসকলক সোঁ-শৰীৰে আৰু দোষে-গুণে আমাৰ চকুৰ আগত উপস্থিত হোৱা দেখোঁ, তেওঁলোকৰ ভাবৰ ভুল-শুদ্ধ, পোন—বেকা অথবা ওখ-চাপৰবোৰ চাই কৌতুক বোধ কৰোঁ আৰু শেহান্তৰত তেওঁৰ নৈতিক উদ্দেশ্যৰ কথা উপলব্ধি কৰি সমসাময়িক উদাৰনৈতিক আদৰ্শৰ প্ৰেৰণা অনুভৱ কৰোঁ। অৱশ্যে সকলো পাঠকে সহানুভূতিৰেই তেওঁৰ হাস্যৰসাত্মক ৰচনাবোৰ পঢ়ে বুলি ক'লে ভুল হ'ব। তেওঁৰ ৰচনাৰ প্ৰতি কিছুমানৰ বিদ্বেষ, কিছুমানৰ অৱহেলা, কিছুমানৰ কলাগত বিৰোধ আৰু কিছুমানৰ ভাৱগত উদাসীনতা নথকা নহয়। তুলনামূলক আৰু ঐতিহাসিক পদ্ধতিৰ প্ৰয়োগ কৰি কেইবা-জনো পণ্ডিতে তেওঁৰ কৃতিত্ব যেনেকৈ নিৰ্দ্ধাৰণ কৰিছে, গুণমুগ্ধসকলে তেনেকৈ তেওঁৰ অকুণ্ঠ প্ৰশংসা কৰিছে। বেজবৰুৱা-সাহিত্য বিভিন্ন শাখা-প্ৰশাখাৰে পৰিপূৰ্ণ বৰগছ এজোপাৰ দৰে, গতিকে তাৰ বিভিন্ন ডাল-পাতলৈ সমালোচকৰ দৃষ্টি যোৱা যেনে স্বাভাৱিক, তেনেকৈ স্বাভাৱিক সেই বৰগছৰ দ শিপালৈ চকু যোৱা। গতিকে তেওঁৰ সাহিত্যৰ ওপৰত বিভিন্ন ধৰণৰ দৃষ্টিপাত পেলোৱা সম্ভৱেই নহয়, আৱশ্যকীয়ও; কাৰণ এইবিলাক খণ্ড সমালোচনাই বেজবৰুৱা-সাহিত্যৰ অখণ্ড আৰু বৈজ্ঞানিক সমালোচনাৰ পাতনি মেলিছে। (বেজবৰুৱাৰ সকলো ৰচনা প্ৰকাশ হোৱা নাই, প্ৰকাশ হ'লেও সেইবোৰৰ মুদ্ৰণ সকলো ক্ষেত্ৰতে নিখুঁত হৈছে বুলি ক'ব নোৱাৰি। এইবোৰৰ প্ৰকাশ আৱশ্যক।) কিন্তু সমুদায় ৰচনাৰ মাজত কোন অংশ তাৎপৰ্যপূৰ্ণ, কোন অংশ সাধাৰণ তাক বাচিবলৈ যথেষ্ট অধ্যৱসায়ৰ উপৰিও সমালোচকৰ যোগ্যতা লাগিব। এনে যোগ্যতা যেনেকুৱা সাধনাৰ বলত লাভ কৰিব পাৰি, তেনে যোগ্যতা এই লিখকৰ নাই। এই প্ৰবন্ধৰ মাজেদি তেওঁ মাত্ৰ বেজবৰুৱাৰ হাস্যৰসাত্মক ৰচনাৱলীৰ এটি গ্ৰহণযোগ্য তত্ত্বৰ গৰ্ভত সোমাই তাৰ ৰস আহৰণ কৰিব পাৰি নেকি তাৰে চেষ্টা

কৰিব; কোনো পূৰ্বধাৰণাই যাতে এই কামত হেঙাৰ নধৰে তাৰবাবে লিখকে যত্ন কৰিব, কিন্তু সম্পূৰ্ণ যুক্তিৰ প্ৰতিশ্ৰুতি তেওঁ নিদিয়ে। তদুপৰি তেওঁ মূলতঃ বেজবৰুৱাৰ 'কৃপাবৰ বৰবৰুৱাৰ কাকতৰ টোপোলা' আৰু 'ওভোতনি' এই দুখনৰ ৰচনাবোৰকে বিচাৰৰ সমল কৰি ল'ব। এই বাচনি নীতি-সম্মত নহয়, অৱস্থা-জনিত হে। বেজবৰুৱাৰ হাস্যৰসাত্মক অন্যান্য ৰচনাসমূহৰ আৰু আন আন গ্ৰন্থৰ ছাঁ এই লেখাত নিশ্চয় পৰিব, কিন্তু এনে প্ৰভাৱ পৰ্যাপ্ত নহয়।

বৰবৰুৱা চৰিত্ৰটোৰ বিষয়ে প্ৰথম সুধিব লগা কথা হ'ল—চৰিত্ৰটো ৰসোত্তীৰ্ণ নে ৰসহীন? জতুৱা নে বিজতৰীয়া? এই প্ৰশ্ন কেইবাজনো সমালোচকে কৰিছে, কিন্তু ই অমীমাংসিত বিষয়; এই ৰচনাৰ বাবে ই আৱশ্যকীয়ও নহয়। তুলনামূলক সমালোচনা যেতিয়া অধিক গভীৰ হ'ব, তেতিয়া হয়তো বুজিবপৰা যাব কৃপাবৰ বৰবৰুৱা আন বিদেশী বা প্ৰাদেশিক সাহিত্যৰ তদ্ৰূপ চৰিত্ৰৰ আহিত গঢ়া নে মৌলিক কল্পনাসম্ভূত। কৃপাবৰ বৰবৰুৱাৰ 'কাকতৰ টোপোলা'ৰ বিষয়-বস্তু জাতে-পাতে অসমীয়া। উপমা, শব্দ-গঠন, ঠাট্টা-বিদ্ৰূপৰ ধৰণ, দ্ব্যৰ্থবোধক উক্তি, সামাজিক আৰু ব্যক্তিগত জীৱনৰ নানান অসংগতিৰ উপস্থাপনৰ ৰীতি, বহুৰূপী-ভাও, বিস্তাৰধৰ্মী বৰ্ণনা, ব্যঙ্গ-কবিতা, ভাবৰ সঙ্গতিহীন খৰমুটি আৰু মিশ্ৰণ, আশ্চৰ্য সৃষ্টি, খুচী-প্ৰৱণতা, অপভাষাৰ প্ৰয়োগ আদি যিবোৰ বিভিন্ন লক্ষণ বেজবৰুৱাৰ হাস্যৰসাত্মক ৰচনাৱলীত পোৱা যায়, সেইবোৰ লক্ষণৰ উৎপত্তিস্থল বেজবৰুৱাৰ উদাৰ-নৈতিক বুদ্ধি নে মুক্তিকামী হৃদয়? অসমীয়া সমাজক বিদ্ৰূপ কৰিবলৈ আৰু সেই সমাজক হাঁহিৰে শুধৰাবলৈ তেওঁক কিহে প্ৰেৰণা যোগাইছিল? সাৰ্বজনীন মানৱতাবোধে নে নাই অসমীয়াক ঠেলি হেঁচি ওপৰলৈ তোলা প্ৰবল ইচ্ছাই? ঘৃণা, অসূয়া, খং অথবা পৰশ্ৰীকাতৰতা তেওঁৰ হাস্যৰসৰ শস্যতলীৰ কঠিয়া আছিল নেকি? তেওঁৰ হাস্যৰসৰ ভিতৰত wit আছিল-নে? তেওঁৰ এনেবোৰ ৰচনাত কেৱল আত্মপ্ৰতিষ্ঠা, আত্মৰক্ষা আৰু আক্ৰমণৰ প্ৰবৃত্তিয়েই প্ৰকাশ পাইছিল নে নাই আত্মচেতনাৰ উৰ্দ্ধৰ সাৰ্বজনীন সংহতি আৰু মানৱতামূলক আবেগো প্ৰকাশ পাইছিল? তেওঁৰ হাস্যৰসৰ কিবা আদৰ্শ আছিলনে? শেষ প্ৰশ্ন,—তেওঁৰ হাস্যৰসত কিবা জীৱন-দৰ্শন ফুটি ওলাইছিলনে?

বেজবৰুৱাৰ হাস্যৰস-সাহিত্যৰ লক্ষণ আছিল মুক্তি। এই লক্ষণৰ অবিহনে অৱশ্যে হাস্যৰসৰ উদ্ভাৱন কৰা টান। যিবিলাক বিষয়-বস্তু লৈ তেওঁ হাস্যৰসাত্মক ৰচনা লিখিছিল, সেইবিলাক বিষয়-বস্তু গহীন ৰচনাত প্ৰকাশ কৰাৰ চেষ্টা বেজবৰুৱাই কৰা নাছিল। কৰুণৰসাত্মক ৰচনাৰ আৰু

হাস্যৰসাত্মক ৰচনাৰ ভিতৰত প্ৰধান প্ৰভেদ হ'ল হাস্যৰসাত্মক ৰচনা সকলো ধৰণৰ inhibition ৰপৰা মুক্ত হয়; তাৰ পৰিপুষ্টি অহংভাবৰ বিস্তাৰৰ যোগেদি করুণৰসাত্মক ৰচনাৰ মূল বৈশিষ্ট্য হ'ল সহানুভূতিশীল অন্তদৃ'ষ্টি। হাস্যৰসে অচল সংস্কাৰ, অভ্যাস, অহং প্ৰবৃত্তিৰপৰা মুক্তি দি মানুহক নিজৰ ত্ৰুটিৰ বিষয়ে সজাগ কৰি দিয়ে আৰু নিকা কৰে। করুণৰসে মানুহক catharsis অৰ সহায়ত অব্যৰ্থ ভাগ্য সহি থাকিবলৈ শিকোৱাৰ উপৰিও মনত সংহতিমূলক আবেগসমূহ জাগ্ৰত কৰি সমূহীয়া জীৱনধাৰণৰ শিক্ষা দিয়ে। দুয়োটাই কলা আৰু মানুহৰ সভ্যতাৰ অগ্ৰগতিৰ সহায়ক। বেজবৰুৱাই অসমীয়া সমাজৰ— বিশেষকৈ আদি কুৰি শতিকাৰ সমাজখনৰ--উন্নতিৰ পৰিপন্থী ভালেমান কুসংস্কাৰ, ভণ্ডামি, মিছা ভেম, মিছা ধাৰণা, অনুকৰণপ্ৰিয়তা আৰু অজ্ঞতাক উপহাস কৰি থকা-সৰকা কৰাৰ উপৰিও সময়ে সময়ে তেওঁ অসমীয়া জাতিক হৈ-ধ্বনি, ৰাজনৈতিক কাৰ্যক্ৰম আৰু নৈতিক বল দি অসমীয়া জাতীয়তাৰ ভেটি দহদহীয়া কৰিবলৈ বিচাৰিছিল। হাস্যৰসাত্মক ৰচনাত আবেগিক গতিয়েই ঘাই শক্তি, ই বুদ্ধিজনিত, যুক্তিপূৰ্ণ ৰচনাৰ দৰে পোনপটীয়া নহয়; আবেগে এনে ৰচনাত পাৰ ভাঙি কেউফালে বিয়পি যায়— এই কাৰণেই এনে ৰচনাৰ ক্ষেত্ৰত মুক্তিৰ অৰ্থ আবেগিক বিস্তৃতি।

অসমীয়া সমাজৰ কি কি বিষয়ৰ ওপৰত আক্ৰমণ চলাইছিল? ব্ৰাহ্মণ, গোঁসাই, মহন্ত পুলিচ আৰু ডাঙৰীয়াসকলৰ দুৰ্নীতি, আক্ৰোশ আৰু কূপমণ্ডুকতা[১]; শিক্ষিত আৰু আমোলাসকলৰ উপাধিমোহ[২], চাকৰিমোহ আৰু বিবাহ আদিজনিত অবিচাৰ[৩]; তিৰোতাসকলৰ ফোপোলা মেল আৰু ডেকা-সকলৰ স্ত্ৰী-স্বাধীনতাৰ বাবে অন্তঃসাৰশূন্য আন্দোলন[৪]; সংবাদ-পত্ৰৰ কে'তবোৰ সংবাদ আৰু গ্ৰাহক-পঢ়ুৱৈৰ অৱজ্ঞা[৫]; তিৰোতাৰ প্ৰতি অবিচাৰত তিৰোতাৰ

১। 'সমাজিক'।

২। 'বিষয় আৰু বিষয়া'।

৩। 'বৰবৰুৱাৰ বিয়া আৰু জীৱিকাৰ উপায়'।

৪। 'বিষয় আৰু বিষয়া'; 'বৰবৰুৱাৰ বৰ বক্তৃতা'।

৫। স'মাজিক', 'বিষয় আৰু বিষয়া', 'বাতৰি কাকতৰ জাননী', 'কাকতৰ টোপোলাৰ প'ষ্ট মৰ্টেম' ইত্যাদি। সমসাময়িক সংবাদ-পত্ৰ উদ্যোগ আৰু সাং-বাদিকতাৰ বিষয়ে ভালেমান সমস্যা পিছৰ দুটা প্ৰবন্ধত অৱতাৰণা কৰা হৈছে। বৰবৰুৱাৰ কাকতৰ পৰিকল্পনাত আমি বিলাতৰ সাংবাদিকতাত লৰ্ড নৰ্থক্লিফৰ অভ্যুদয়ৰ পূৰ্বাভাস পাওঁ—যাক সম্ভৱত বেজবৰুৱাই বাধা দিব খুজিছিল।

নীৰৱতা[৬], পণ্ডিতৰ ভুৱা গৱেষণা আৰু অনুসন্ধিৎসাৰ অভাৱ[৭]; কাব্য-কলা আয়ত্ত কৰিবৰ চেষ্টা নকৰি কবিতা লিখাৰ অপচেষ্টা[৮]; আধৰ জোটনিৰ বিভ্ৰাট[৯]; সাজ-পোছাক, ধৰণ-কৰণ আৰু বাহ্যাড়ম্বৰত আনৰ অন্ধ অনুকৰণ[১০], সংকীৰ্ণ জাতীয়তাবাদ, বন্দে মাতৰমৰ বিলৈ আৰু স্বদেশপ্ৰেমৰ অন্ধ প্ৰয়োগ[১১]; চিকিৎসাৰ প্ৰতি অবৈজ্ঞানিক মনোভাৱ[১২], সাধাৰণ জ্ঞানৰ অজ্ঞতা আৰু কুসংস্কাৰ[১৩]— এইবিলাকেই আছিল তেওঁৰ আক্ৰমণৰ বিষয়-বস্তু। এইবিলাক বিষয়-বস্তুৰ তালিকা সম্পূৰ্ণকৈ দিয়া অপ্ৰয়োজনীয়; কাৰণ এইবোৰ বিষয়-বস্তুৰ-পৰাই এটা কথা ধৰিব পাৰি; বেজবৰুৱাই কৃপাবৰৰ হতুৱাই অসমীয়া জাতিক কিছুমান থকা দোষ এৰিবলৈ আৰু কিছুমান নথকা গুণ ল'বলৈ কৈছিল। কিন্তু তাকে ক'বলৈ তেওঁ আন কোনো এবিধ বচনৰ আশ্ৰয় নল'লে কেৱল হাস্যৰসৰহে ল'লে। হাস্যৰসৰ মাজেদি নিষেধ-আইন, অচল-ৰীতি আৰু নিৰৰ্থক অভ্যাস আদি উলংঘন অথবা লংঘন কৰা যিমান্ সহজ, আন ৰসৰ মাজেদি তেনে কৰা সম্ভৱপৰ নহয়। তদুপৰি কৃপাবৰ বৰুৱাৰ অৱতাৰৰ অবিহনে, তেওঁৰ মুকলি ভাবোচ্ছাস আৰু সাননিহলি ৰচনাশৈলীৰ অবাধ গতিৰ ধাৰ বোওৱা সম্ভৱপৰ নহ'লহেঁতেন। ছদ্মবেশৰ আৱশ্যক হাস্যৰসত সেইবাবেই সদায় বেছি। এই ছদ্মবেশ লোৱা বাবেই বৰবৰুৱাই ক'ব পাৰিছিল, "আমুকা বৰবৰুৱা অতি উদাৰ, অতি খোলা, অতি ভোলোভা মানুহ, তেওঁৰ মুখে এটা, পেটে এটা নাই।"

আৰ্থাৰ কোৱেষ্ট্লাৰৰ মতে, হাস্যৰসৰ ঘাই কৌশল bisociative; অৰ্থাৎ একেটা দৃশ্যতে দুটা বিপৰীত ভাব উদয় কৰাৰ উপায়। আৰ্কিমিডিচে গাধোৱা ঘৰত গা তিয়াই থাকোতে গাটো পানীত সুমুওৱাৰ লগত ৰাজমুকুটৰ ওজন নিৰ্দ্ধাৰণ কৰাৰ সমস্যাটোৰ মিল দেখা পালে। 'ইউৰেকা' বুলি তাৰপৰা উঠি বাহিৰলৈ ওলাই গ'ল। এই 'ইউৰেকা' শব্দই মানৱিক আৰু বৈজ্ঞানিক

---

৬। 'ঘৈণীসকলৰ প্ৰতি বেজবৰুৱাৰ উপদেশ'।

৭। 'প্ৰত্নতত্ত্ব'; 'চুমা-বিজ্ঞান'।

৮। 'কবিতা'।

৯। 'কাৰ্টুন', 'বাঁহী': প্ৰথম বছৰ, ৯ম সংখ্যা।

১০। কেইবাটাও প্ৰবন্ধ জুৰি আছে।

১১। 'বন্দেমাতৰম্' 'ভাৰত উদ্ধাৰ'; 'অসমীয়া জাতি ডাঙৰ জাতি'।

১২। 'কঁকালৰ বিষ ভাল কৰিবৰ উপায়'।

১৩। 'টকৰুৰ দৌবাম্য'।

—দুটি অৱস্থাক একেলগ কৰিলে। আৰ্কিমিডিচৰ কাণ্ড দেখি আমি হাঁহিবলৈ বাধ্য হওঁ, কিন্তু তেওঁৰ আৱিষ্কাৰ দেখি অভিভূত হওঁ। বেজবৰুৱাৰ ৰচনাত এনেকুৱা কিছুমান দ্ব্যৰ্থবোধক বাক্য, খণ্ডবাক্য অথবা মেটাফৰ আমি সততে দেখা পাওঁ যিবোৰৰ বিস্তৃতি তেওঁৰ জ্ঞানৰ পৰিমণ্ডলৰ চাৰিবেৰৰ মাজত আবদ্ধ। তাত নিম্নখাপৰ বৈপৰীত্য আৰু উচ্চখাপৰ বৈপৰীত্যও দেখা যায়; অৱশ্যে তেওঁৰ সৰহীয়া ৰচনাৱলীলৈ চালে এনে উদাহৰণ অতি তাকৰ বুলিব পাৰি। "অসমীয়াও গতিকে গো-জাতিৰ সমতুল্য, আৰু 'ব্ৰহ্মাৰ মুখ হন্তে বাজ' দেখি পূজ্য"—এই বাক্যত থকা লুপ্ত ইংগিত নিম্নখাপৰ, কিন্তু প্ৰত্যক্ষ অৰ্থই অসমীয়া জাতিৰ সহিষ্ণুতা শক্তিলৈ কটাক্ষপাত কৰিছে। "বৌমাছৰ মুৰ এৰি পুঠিমাছৰ কাঁইট চোবাই মৰিবলৈ ৰবৰুৱা একো আপদত পৰা নাই"—ইয়াত বৌমাছ হ'ল গভীৰ ভাৱৰ আটকীয়া কৰি আৰু পুঠিমাছ হ'ল পাতল ভাৱৰ সৰহীয়া কৰি। এই বাক্যৰ অৰ্থ উচ্চ খাপৰ। "ঈশ্বৰতকৈ ঈশ্বৰৰ প্ৰসাদ ডাঙৰ, শাস্ত্ৰত আছে"; "ইন্দ্ৰৰ ভূষণ মেঘাড়ম্বৰ, অসমীয়াৰ ভূষণ বাহ্যাড়ম্বৰ," "আমাৰ কাকত দেশৰ সকলোৰে মুখপাত, কিন্তু কাৰ্যত তেওঁৰ মুখত নিপাত"; "পৰক নমজাই নিজে মজাটোৱেই আইনী কৃপাবৰী"; "অসমীয়া চোৰেলা গৰুৰে সৈতে শকত বঙালী গৰু জুৰি দি হাল বোৱাৰ ফল বৃষোৎসৰ্গ"—এই বিলাকত বিভিন্ন ধৰণৰ বৈপৰীত্য সমাবেশৰ দ্বাৰা কৌতুক-হাস্যৰসৰ সৃষ্টি কৰা হৈছে; বেজবৰুৱাৰ ৰচনাৰ এনেবোৰ বিৰল ৰসাত্মক বাক্যত wit আছে বুলি ক'ব পাৰি। এনেবোৰ বাক্যক অৰ্থঘন কৰিবলৈ যি চুম্বককৰণৰ শক্তি লিখকে দৰ্শাইছে সি wit ৰ লক্ষণ*। বেজবৰুৱাই মিশ্ৰ শব্দ-গঠনৰ দ্বাৰাও হাস্যৰসৰ সৃষ্টিৰস কৰিবলৈ বিচাৰিছিল;—যেনে—'কোতাল-প্ৰসংগ', 'খাওন্দ-সহস্ৰনাম', 'লেখী-ডাঙৰীয়া', 'পিজলা-ডাঙৰীয়া' ফিৰিঙি—পুংগৱ', 'অসম—বৰপুখুৰী', 'ডাঙৰীয়া—লালুকী', 'হৰা-যান'-ইত্যাদি, কিন্তু বেছিভাগ ক্ষেত্ৰতে তেওঁ হাস্যৰস সৃষ্টি কৰিবলৈ যি কৌশল অৱলম্বন কৰিছিল, সেই কৌশল হ'ল শব্দৰ, ভাষাৰ, ভাৱৰ, ঘটনাৰ আৰু দৃষ্টি-ভংগীৰ দুৰ্বলতা উলিয়াই বস্তুৰ আগ-পিছ, ওলট-পালট আৰু যোগ-বিয়োগ কৰি অসংগতিৰ সৃষ্টি কৰা। লঘু হাস্যৰস উৎপাদনৰ বাবে তেওঁ 'পেচোৱাৰ' শব্দটোৰ উচ্চাৰণ চাটগঞা (বা ছিলেটী) কৰি পেলাইছে ঃ "সেই ডাক্তৰ, সেই খাগাচী,

*Early in his study Freud remarks that brevity is indeed the soul of wit. The brevity manifests itself through various devices of condescesation such as "mixed word-formation" and "double meaning with allusion"—Literary Criticism -A Short History.

সেই 'ফাচেঙৰ'।" কেতিয়াবা কিছুমান অতিৰিক্ত বৰ্ণনা দি এক্কোটা পাতনি আশ্চৰ্যৰ অসংগতি সৃষ্টি কৰিবলৈও তেওঁ আগ বাঢ়ি ওলাইছে ঃ

(১) আনন্দৰাম বৰুৱাই পানী কেচুৱাতে জন্মগ্ৰহণ কৰে।

(২) নেপোলিয়ন নমৰালৈকে তেওঁৰ শৰীৰত প্ৰাণ আছিল বুলি শুনা যায়।

(৩) খহুৱা তাৰ বাপেকৰ পুতেক আছিল।—ইত্যাদি।

'মহাভাৰতৰ পাতনি'ত বৰবৰুৱাই যুক্তিবাদী দৃষ্টি-ভংগীৰে চাই শান্তনুক কামুক আৰু তিৰোতা-সেকুৱা কৰি দেখুৱাইছে আৰু ঘটনাৰ ছিদ্ৰ চাই নিজ ব্যাখ্যা সুমাই দি প্ৰচলিত ধাৰণাত অসংগতিৰ সৃষ্টিৰ দ্বাৰা পাঠকৰ মনত হাস্যৰসৰ উদ্ৰেক কৰিছে। ব্যাস তাত বিধৱা সত্যৱতীৰ 'একটিং' দৰা। এনেকৈ প্ৰাচীন সাহিত্যৰ ঘটনাক টানি অনাৰ উদাহৰণ সৰহ নহ'লেও 'সমাজিক'ৰ যমদূতক (পুলিচ ?) প্ৰাচীন পদ ম.তি পৰিচয় কৰি দিয়া আৰু নৰকক আধুনিক অত্যাচাৰীসকলৰ শাস্তিৰ থলী কৰা আমি দেখিবলৈ পাওঁহক। ইয়াৰ উপৰি তেওঁ কিছুমান আচহুৱা উপমা দিও অসংগতিৰ সৃষ্টি কৰি পাঠকক হঁহুৱাবলৈ সমৰ্থ হৈছিল। "মানুহটো ৰঙা পৰি সেন্দুৰ যেন হোৱা"—এই বাক্যত সেন্দুৰে লাজৰ ভাব প্ৰকাশ কৰা নাই। উপাধিধাৰীক উপলুঙা কৰোতে তেওঁ এনে এটা উপমা দিছে ঃ "কুম্পানীৰ বহাগমহীয়া বৰষুণ পৰি শাকতলীয়ে, মাহতলীয়ে, পিৰালিয়ে, চোতালে, য'ত য'ত বৰুৱা-ফুকনৰ গুটি, (মুনিয়া কনগেলা পৰ্য্যন্ত) পৰি আছিল, এটাইবোৰ ভৰভৰকৈ গজি আহিল।" সেইদৰে অসমীয়া জাতি গঢ়াৰ উপমা দিবলৈ তেওঁ এটা বৰ পেৰাৰ কল্পনা কৰিছিল ঃ "জাতীয় বৰপেৰা সাজিবলৈকো তেজৰ চাহ, বলৰ বটালি, সহিষ্ণুতাৰ বেন্দা, একভাব গজাল, স্থিৰতাৰ কৰত, গাম্ভীৰ্যৰ হাতুৰী, বাহ্যাড়ম্বৰৰ পাক-ভোহঁৰ, ধৰ্মনিষ্ঠাৰ খিলি, সদাচাৰৰ গৰ্ভ-গজাল লাগে।" এই উপমাটো লঘু উপমা কিন্তু অন্তৰ্নিহিত অসংগত ধাৰণাই হাঁহিৰ উদ্ৰেক কৰে। সঁচা কথা এটাক পাক চক্ৰ লগাই দেখাত তোষামোদ কৰা কিন্তু আচলতে বিপৰীত অৰ্থ দি কথা কোৱাৰ চখ বেজবৰুৱাৰ সদায় আছিল, এক কথাত তেওঁ ভাষাক ছদ্মবেশ পিন্ধাব জানিছিল; অকল সেয়ে নহয়, কৃপাবৰ বৰবৰুৱাও সম্পূৰ্ণৰূপে ছদ্মবেশী ৰসিক, তেওঁক সৃষ্টি কৰাটোৱেই বেজবৰুৱাই ঘাই কৃতিত্ব। এই চৰিত্ৰৰ যোগে তেওঁ উপৰোক্ত কৌশলেৰে হাস্যৰস সৃষ্টি কৰাৰ উপৰিও কিছুমান এনে কৌশল প্ৰয়োগ কৰিছিল যিবোৰক একপ্ৰকাৰ সুদীৰ্ঘ লঘু মেটাফৰ অথবা ৰূপক বুলিব পাৰি। 'সমাজিক'টো এনে ধৰণৰ মেটাফৰ। 'উইল'খনত হাস্যৰস মৰ্মত আছে কিন্তু চাকিৰ নোৱাৰা দেশপ্ৰেমে এনে কিছুমান বৰ্ণনা তাত

উপস্থাপিত কৰোৱাইছে, যিবোৰক অসমীয়া লোক-সংস্কৃতিৰ মাল-মচলা বুলিব পাৰি। বেজবৰুৱাৰ ফালৰি কটা স্বভাৱ এটা সদায় আছিল, বিশেষকৈ যেতিয়া ফেনী-পিঠা, সুতুলী-পিঠা, বিহু আৰু কীৰ্তন আদিৰ কথা মনত পৰে, অথবা অসমীয়াৰ হীনাৱস্থাই অন্তৰত শোকৰ উদ্ৰেক কৰে। বেজবৰুৱাই বাইজক হঁহুৱাৰলৈকে কৃপাবৰক জন্ম দিছিল, কিন্তু বেজবৰুৱাৰ বয়স যিমানে বাঢ়িছিল, কৃপাবৰো সিমানে শক্তিহীন হৈ আহিছিল। অসমীয়া সংবাদপত্ৰৰ চুটি আয়ুসো তাৰ বাবে জগৰীয়া। 'বাঁহী'য়ে কৃপাবৰক জন্ম দিয়াৰ লগে লগে অসমীয়া কাৰ্টুনৰো জন্ম দিছিল, সেইবোৰ কাৰ্টুন বোলে বেজবৰুৱাই স্বহস্তে আঁকিছিল তাত খোচ দিয়া নাছিল কাক ? 'হতছিৰী হোৱা চন্দ্ৰবিন্দু" আৰু আ-কাৰ, ই-কাৰ বোৰো সাৰি যোৱা নাছিল। 'ফুল-কবিসকল'ৰতো কথাই নাই। গ্ৰাহক হ'বলৈ তেওঁ মানুহক কাৰ্টুনৰেহে আবেদন (অৰ্থাৎ বিজ্ঞাপন) কৰিছিল:

> "মেয়াৰ্চ নেণ্ট' অৰ্থাৎ ঘৰীৰ বাহ নামে মাহিলি কাকত এখন উলিয়ালোঁ। সেই যে ডিম্ব কেইটা দেখিছা, সেই কেইটা ফুটি ঘোঁৰা পোৱালি জগিলেই মোৰ খৰচ বাঢ়িব। সেই দেখি মোক সোনকালে অগ্ৰিম গ্ৰাহক আৰু পইচা লাগে। Come come hurry up"। ('বাঁহী', ১ম বছৰ, ৩য় সংখ্যা)

আধুনিক মানদণ্ডেৰে চাই কাৰ্টুনবোৰ ঠৰঙা আছিল বুলি ক'বলৈ আমি বাধ্য। কিন্তু এইবোৰ ১৮৩১ শকৰ। ভাবি চাওক সেইবোৰ কিমান অসুবিধাত আঁকি উলিয়াব লগা হৈছিল। 'জুগুলী' কাকত ৰচনাখনৰ আৰু গ্ৰাহক, পাঠক আৰু লিখক বিষয়ক আন আন সমালোচনাৰ অন্তৰ্নিহিত শ্লেষবোৰৰ অন্তৰালত আছিল গভীৰ দুখ। ই কেৱল অসমীয়া জাতিৰ বিলৈ দেখি হোৱা দুখেই নহয়, এই দুখ এজন সাংবাদিকৰ আৰু এজন সাহিত্যিকৰ। বাতৰি কাকতৰ জাননী পঢ়িলে বুজি পোৱা যায় বেজবৰুৱা সম্পাদকজনে সাংবাদিক ধৰ্মৰ অৱমাননা দেখি কেনেকৈ বিচলিত হৈছিল। কিন্তু তেওঁ কন্দা মানুহ নহয়, হঁহা মানুহ, হঁহুওৱা মানুহ—গতিকে হাঁহি হাঁহি নিজৰে মন পাতলালে আৰু সমাজকো সেকা দিলে। বুকুত খুন্দা মৰি ধৰা দুখৰ কথা খুলি দহৰ আগত ক'বৰ বাবেই তেওঁ কৃপাবৰৰ ছদ্মবেশ ধৰিছিল। কিন্তু লগে লগে পৃথিৱীৰ ডাঙৰ হাস্যৰসিকসকলৰ কথাও পাহৰা নাছিল, অৰ্থাৎ সাহিত্যৰ ধৰ্ম আৰু ঐতিহ্য পাহৰা নাছিল।

বেজবৰুৱাৰ ৰাজনৈতিক জ্ঞান পুৰঠ আছিল। তেওঁ মানুহক হিন্দু পেট্ৰিয়ট হ'বলৈ হাক দি গৈছে। নিজৰ শিক্ষা, বিবাহ, ব্যৱসায় আৰু জীৱন-ধাৰণ

প্ৰণালী-জনিত সংস্কাৰবোৰ সংকীৰ্ণতা, গোড়া নৈষ্ঠিকতা আৰু মিছা অন্ধ গৌৰৱৰ বিৰুদ্ধে থিয় দিবলৈ তেওঁক সততে উদগাইছিল। তেওঁ খোলাখুলি ভাৱে চাহাবৰ ভাল গুণবোৰ নিজে গ্ৰহণ কৰি নিজৰ বেয়াবোৰ দলিয়াই দিবলৈ আমাক উপদেশ দিছিল। আন আন ভাৰতীয়ৰ সৈতে উন্নতিৰ প্ৰতিযোগিতাত নামি আগ বাঢ়িবৰ জোখাৰে অসমীয়া মানুহ গুণী আৰু সন্টম হোৱাটো তেওঁ বাঞ্ছা কৰিছিল। এই দুয়োটা ভাৱেই সেই সময়ৰ অসমীয়া তথা ভাৰতীয় সমাজৰ প্ৰেৰণাৰ স্থল আছিল। গতিকে বেজবৰুৱাই সেই যুগৰ প্ৰগতিশীল ৰাজনীতিবিদসকলৰ লগত সমানে খোজ চলাইছিল। ব্যংগ-ৰচনাবোৰৰপৰা এই তথ্যবোৰ পোৱা যায়ঃ (১) তেওঁ বন্দেমাতৰমৰ নগৰ-নাকটি হোৱা দেখি ক্ষুব্ধ হৈছিল[১]; (২) 'চিয়ঁৰি--বাৰ্থৰি; কেপ-কেপাই; লেব-লেবাই; ফুচ্-ফুচাই--উচপিচাই' ভাৰত উদ্ধাৰ কৰাৰ অৰ্থাৎ লঘু আন্দোলন কৰাটো তেওঁ ভাল নবুলিছিল। কৃপাবৰে প্ৰস্তুত কৰা ভাৰত উদ্ধাৰৰ উত্তট প্লেনখন চালে বুজিব পাৰি তেওঁৰ মন আছিল মানুহ গঢ়াত। তেওঁৰ ৫০০ জন ভলণ্টিয়াৰৰ ভিতৰত অসমৰ ১০০, বংগৰ ১০০, মাদ্ৰাজৰ ৫০, বোম্বাইৰ ১০০, পঞ্জাবৰ ৫০, যুক্তপ্ৰদেশ আৰু আগ্ৰাৰ ৫০, ফ্ৰুণ্টিয়াৰ প্ৰদেশৰ ২৫ জন আছিল। এওঁলোকৰ ঔৰসত ভাৰতীয় চাহাব জন্ম দি বিশ বছৰৰ মূৰত ৫ লাখ ৬৩ হেজাৰলৈকে লোক সংখ্যা বৃদ্ধি কৰি সেইবিলাকৰ যোগেদি এটা জাতি গঢ়াৰ কল্পনা কৃপাবৰে কৰিছিল। (ভাৰতত এতিয়া এনে বিধৰ লোক ৫০ লাখ হ'লগৈ।) কৃপাবৰৰ মূল লক্ষ্য আছিল কামিয়াল, সাহসী আৰু পটু মানুহ গঢ়া। অন্ততঃ এই ভাব তেওঁৰ আনখন ৰচনা 'অসমীয়া জাতি ডাঙৰ জাতি'তো আওপকীয়া ভাৱে প্ৰকাশ পাইছে।[২] (৩) 'টোপনি ভাঙনি' কৱিতাত তেওঁ বিশ্ব-ভ্ৰাতৃত্বৰ ভাবো প্ৰকাশ কৰিছে ঃ

"যদ্‌লে এই পৃথিৱী তোলৈকো অঁটিব
ঠেলাঠেলিৰ কাম নাই।
তোৰ হওক ভাল আনৰো হওক ভাল
ভাইক বুলি মাত ভাই।"

'ভাৰতবৰ্ষীয় জাতীয় সংগীত'ত তেওঁ ঠাট্টাৰ ছলেৰে আমাক উধাবলৈ কৈ গৈছে ঃ

"শোৱা ঐ শোৱা ঐ ভাৰত সন্তান
হোৱা দুই মন হোৱা তিনি প্ৰাণ

১। 'বন্দে মাতৰম্', ২। 'ভাৰত উদ্ধাৰ'।

গোৱা নিজৰ আৰু ঘৈণীৰ জয়
হওক ই ভাৰত পবিত্ৰময়।"

এই কবিতা ফাঁকিয়ে এনে ধাৰণা দিয়ে যেন যান্ত্ৰিক জাতীয়তাবাদৰ বিৰুদ্ধেও বৰবৰুৱাই মাত মাতি গৈছে—নহ'লে একেটা গীতত উপকৰ্ষ্মা সমতা ৰক্ষা কৰিবলৈ কিয় তেওঁ বঙালী, উৰিয়া, ইংৰাজী ভাষা একেলগে মিহলাব? বিভিন্ন ভাষা আৰু অপভাষা[১] ব্যৱহাৰ কৰাটো বেজবৰুৱাৰ লঘু-ব্যঙ্গৰ কৌশল আছিল; বাক্যৰ মাজে মাজে আন ভাষা সুমাই দি হাঁহিৰ থুনপাক মেলিবৰ চেষ্টা কৰা দৃশ্য আমাৰ সততে চকুত পৰে। যি কি নহওক, তেওঁৰ ৰাজনৈতিক জ্ঞান আছিল সম্পূৰ্ণৰূপে বুদ্ধিজীৱী লিখকৰ। তেওঁ স্বাধীনতাৰ আন্দোলনলৈ সমৰ্থন আগ বঢ়াইছিল আৰু আনকি আওপকীয়াকৈ বৈদেশিক সম্পত্তি বিদেশী-কৰণৰো ইঙ্গিত দিছিল[২]—অৱশ্যে তাকে হাঁহিৰ ছলেৰে কথাৰ মাচত কৈছিল। গতিকে অৰ্থ সিমান প্ৰকট নহয়।

বেজবৰুৱাৰ মুক্তিৰ ধাৰণা প্ৰকৃত পক্ষে ৰাজনৈতিক চাৰিবেৰৰ বাহিৰলৈও বিস্তৃত। তেওঁ লিখিছিল, "প্ৰকৃত সাহিত্যৰ লক্ষণ মুক্তি"। এই মুক্তি অকল ব্যাকৰণ-অভিধানৰ বাধা-নিষেধৰ কঠিন নিগড়ৰপৰা পৰিত্ৰাণ লাভেই নহয়। তেওঁৰ মতে ফাটকিয়ালে হাতৰ আৰু কঁকালৰ লোৰ শিকলি খুলি মুক্ত হবতো লাগিবই, তদুপৰি প্ৰেৰণাও লাভ কৰিব লাগিব। বেজবৰুৱাই এঠাইত কৈছে, "আমাৰ শৰীৰটো যদিও দাসৰ শৰীৰ কিন্তু অন্তৰত স্বৰাট ব্ৰহ্মাৱস্থ আছে। সেই ব্ৰহ্মাক সংকীৰ্ণ নকৰি প্ৰদীপ্ত কৰি তুলিব লাগিব।—সাৰ্বজনিক সাৰ্বভৌমিক সাহিত্য অকল প্ৰাণৰ আবেগ বা চিন্তাৰ প্ৰবাহ বা মাথোন ইন্দ্ৰিয়ৰ অনুভূতিৰ বস্তুৰেই নহয় সেই সাহিত্য দিব্য-দৃষ্টিৰ সৃষ্টি।" আন এঠাইত বেজবৰুৱাই আকৌ কৈছে, "সকলোৰে ভিতৰত যি সত্য অস্পষ্ট তাক স্পষ্টকৈ দেখুৱা কবিৰ কাম। মূঠতে কবি ঋষি।" এই ঐশ্বৰিক বা ধৰ্মীয় সাহিত্য দৰ্শন প্ৰবৃত্তিমূলক, নিবৃত্তিমূলক নহয়। বেজবৰুৱাই সন্ন্যাসত বিশ্বাস নকৰিছিল। সম্বলপুৰত থকা অৱস্থাত তেওঁক লগ পোৱা উৰিয়া ডাক্তৰ স্বৰ্গীয় ৰবি ঘোষে আমাক কৈছিল "বেজবৰুৱাৰ চাল-চলন চাহাবৰ দৰে। সমাজো তেনে। খুব সুন্দৰকৈ পিয়ানো বজাইছিল। তেখেতৰ ঘৰত মাজে মাজে বঙালী নাটকৰো অভিনয় হৈছিল। চিকাৰতো বেজবৰুৱাৰ বৰ চখ আছিল।" তেখেতৰ জীয়েক শ্ৰীঅৰুণা দেৱীয়ে লিখা ইংৰাজী স্মৰণ-গ্ৰন্থত বেজবৰুৱাৰ ভালেমান ঘৰুৱা চিঠিপত্ৰ প্ৰকাশ কৰিছে—আন বৰ্ণনা আৰু খবৰ

১। 'বৰবৰুৱাৰ ফটগ্ৰাফ', ২। 'জীৱিকাৰ উপায়।'

সহ। এই গ্ৰন্থখনতো বেজবৰুৱাৰ সহানুভূতিপূৰ্ণ আৰু হাস্যৰসময় অন্তৰৰ এটা দিশ ফুটি উঠিছে। অসমীয়া শিষ্যসকলেও বেজবৰুৱাৰ ধেমেলীয়া বসাল মনৰ আঁৰত থকা দুখ-জৰ্জৰিত প্ৰেমময় গম্ভীৰ মূৰ্তিৰ ছবি এখনৰ কথা আমাক মনত পেলাই দিছে। কিন্তু এই মানুহজনে ডেকা-কালত বহুত 'কবি'ৰ কবিতাৰ কাঠ-সংস্কাৰ কৰিছিল, অপইটো সৃষ্টি কৰি সময়ৰ আৰু শক্তিৰ অপব্যয় কৰা বাবে। এই কালচোত সাহিত্য, কবিতা, হাস্যৰসাত্মক ৰচনাৱলীক তেওঁ বস্তুনিষ্ঠ দৃষ্টি-ভঙ্গীৰে বিচাৰ কৰিছিল; সেই দৃষ্টি-ভঙ্গী আছিল ধুমুহাৰ দৰে প্ৰবল আৰু স্পুটনিকৰ দৰে আকাশলংঘী। তেতিয়া ব্ৰহ্ম উঠিছিল বস্তুৰ গৰ্ভত। মানুহৰ, জাতিৰ আৰু সাহিত্যৰ ধাৰণা সেই সময়ত সম্পূৰ্ণৰূপে মনুষ্যত্বৰ মুক্তিৰ গৰ্বেৰে গৰ্বিত আছিল। তেওঁ কৈছিল, "মুকলি আকাশ, মুকুলি বতাহৰ তলত মুকলিমূৰীয়া তেওঁলোকৰ ভোজন ভীমসেনৰ ভোজন; শয়ান কুম্ভকৰ্ণৰ শয়ান; গমন গজেন্দ্ৰ গমন; লম্ফন হনুমন্তৰ লম্ফন; গৰ্জন ব্যাঘ্ৰৰ গৰ্জন; অথচ জাগৰণ সজাগ বুলডগৰ জাগৰণ। তেওঁলোকৰ হাঁহি-খিকিন্দালি ল'ৰা-ছোৱালীৰ হাঁহি-খিকিন্দালি; ৰং-ভামচা চ'তৰ বিহুৰ ওপৰৰ খাপৰ; খং বিং জানিবা শেনা ম'হৰহে ভোঙা শিং। কিন্তু পৰ'ধান অগ্নিমন্দ্য ৰোগী আমি, আমাৰ ভোকৰ ঠাইত ডিচ্‌পেপচিয়া, টোপনিৰ ঠাইত 'ইন্‌চমনিয়া', ভোজনৰ ঠাইত মাটি-কাদুৰী, পাৰৰ ঠাইত লাই-জাবৰি, ধেমালি-খিকিন্দালিৰ ঠাইত খোৱা-কামোৰা, ৰং-ভামচাৰ ঠাইত দন্‌-খৰিয়াল আৰু কন্দা-কটা আৰু হাঁহি-কিৰিলিৰ ঠাইত গোমোঠা মুখ।" এই বিবৃতি যেন তেওঁৰ সমগ্ৰ হাস্য-ৰসাত্মক ৰচনাৱলীৰ সাৰবস্তুহে, এনে বোধহয়। এহাতে ই তেওঁৰ মুক্তিৰ সপোন, আনহাতে দুখৰ অসন্তোষ। তেওঁৰ নৱন্যাসৰ সপোন আনন্দৰাম ঢেকিয়াল ফুকনৰ সপোনতকৈ বেলেগ, কিন্তু অধিক সাৰ্বজনিক আৰু স্পষ্ট। বক্তব্যত দুটা বিপৰীত দৃশ্য আছে—এফালে ভৱিষ্যত, আনফালে বৰ্তমান। দুয়োটা বিপৰীত দৃশ্যৰ ভিতৰত আগৰটো দৃশ্য শ্ৰেষ্ঠ। "তেওঁলোকৰ ধেমালি-খিকিন্দালি ল'ৰা-ছোৱালীৰ ধেমালি-খিকিন্দালি"—এই আদৰ্শ তেওঁৰ হাস্য-ৰসৰেই আদৰ্শ, অন্ততঃ তেনে অনুমান কৰা ভুল নহ'ব। হাস্যৰসিকে আমাক ল'ৰাৰ দৰে হুঁহৰাবলৈ চেষ্টা কৰে। ফ্ৰয়েডৰ মতে হাস্যৰসৰ পৰ্জিয়েই হৈছে মানুহক শিশু অৱস্থালৈ ঘূৰাই নিয়া। বাৰ্গছেও হাস্যৰসৰ বিচাৰ কৰোঁতে বিশুদ্ধ কলাক স্বাভাৱিক আৰু প্ৰবৃত্তিগত বুলি আখ্যা দিছে। উনৈশ শতিকাৰ ৰোমাণ্টিক আদৰ্শৰ লগত এই ধাৰণাৰ সম্পূৰ্ণ মিল আছে। হাস্যৰসে আধ্যাত্মিক ক্ৰমবিকাশত সহায় কৰে বুলিও এজন মনস্তত্ত্ববিদে ( L. W. Kline)

মত দিছে। তেওঁৰ মতে : "Influences that tend to check mechanisation and to incline the mind to grapple with the new and with the ideal prolong the possibilities of spiritual development, humour and play are two such processes, with the honours in favour of humour. It stands guard at the dividing line between free and mechanised mind to check mechanisation and to preserve and fan the sparks of genius." এইবিলাক মতত্তো হাস্যৰসৰ সামাজিক সংস্কাৰৰ শক্তিক আওপাকে স্বীকাৰ কৰি লোৱা হৈছে। বেজবৰুৱাৰ হাস্যৰসৰ আদৰ্শ এয়ে আছিল যেন অনুমান হয়, যদিও তেওঁ নিজে এই বিষয়ে বিতংকৈ ক'তো একো লিখি থৈ যোৱা নাই। এই বিষয়ত দুটা কথা সুধিবলগীয়া আছে—হাস্যৰস কেনেকুৱা কলা ? হাস্যৰসৰ উদ্দেশ্য কি ? হাস্যৰস আন ৰসৰ তুলনাত সমাজৰ বেছি ওচৰ সম্বন্ধীয় সেইবাবে এই ৰসৰ সাহিত্যক বাৰ্গছে "শুদ্ধ কলা" বুলিবলৈ টান পাইছিল। সন্দেহ নাই যে বেজবৰুৱাৰ হাস্যৰসাত্মক ৰচনাৱলীক কেৱল বস্তুনিষ্ঠ আৰু সামাজিক কলাৰ মানদণ্ডেৰেহে জুখিব পৰা যাব। বেজবৰুৱাই নিজেও তেওঁৰ কলাৰ শুদ্ধ তত্ত্ব আৰু ওপৰোক্ত ৰচনাৱলীৰ মাজত ঐক্য স্থাপন কৰিবলৈ যত্ন কৰা নাই। ইকালে তেওঁৰ শুদ্ধ কলা বিষয়ক মতৰ সহায়েৰে এই হাস্যৰসাত্মক ৰচনাৱলীৰ প্ৰকৃত তাৎপৰ্য ধৰা পেলোৱা কোনো প্ৰকাৰেই সম্ভৱপৰ নহয়। তেওঁৰ কাব্য-তত্ত্বৰ চাৰিবেৰৰ ভিতৰত তেওঁৰ নিজা ব্যঙ্গ-কবিতাবোৰ জানো সোমাবলৈ সাহ কৰিব ? বেজবৰুৱাই নিজে এই বিষয়ত নীৰৱতা অৱলম্বন কৰি গৈছে। তেওঁৰ গুণমুগ্ধ সমালোচকসকলেও সেই বিশেষ কলাংশবোৰ বাছৰি কৰি যোৱা বুলি তেওঁক টান কথা নুশুনোৱাকৈ থকা নাই। আমাৰ বোধেৰে শুদ্ধ কলা-তত্ত্বেৰে বেজবৰুৱাৰ এই ৰচনাৱলীৰ প্ৰকৃত স্বৰূপ ধৰা সহজ নহয়। যি কলাই সংস্কাৰ আৰু বস্তুক মুখ্য জ্ঞান কৰে তেনে কলাইহে তাৰ স্বৰূপ ধৰিব পাৰিব। এনে কলাই অৱশ্যে বিশেষ কোনো অসাধাৰণ দাবী ৰচনাৱলীৰ ওচৰত কৰিব নোৱাৰে। বেজবৰুৱাৰ হাস্যৰসৰ উদ্দেশ্য তেওঁৰ 'কাকতৰ টোপোলা'ৰ পাতনিৰ এটা উক্তিত নিহিত হৈ আছে। তেওঁ লিখিছে, "কাকতৰ টোপোলা' লেখা বাবে বৰবৰুৱাক কুকুৰে কাঁইটে নোখোৱাকৈ গালি পাৰি দিব পাৰি, কাৰণ মহানুভৱ বৰুৱা ডাঙৰীয়া তাত নেলাগে। বৰং শিঙা দি মৰা তেজ উলিয়াই বোগীয়ে সকাহ পোৱাদি, গালি পাবোতাসকলে যদি নিজৰ গাত গোট খাই থকা অসুখীয়া গালি কলহচেৰেক টৌ টৌ কৰে চালি দি অলপ সকাহ

পায় তেন্তে দয়াময় বৰবৰুৱাই সন্তোষ পাবহে কথা।" পাঠকসকলক তেওঁ মৰা তেজ বহনকাৰী ৰোগীৰ তুলনা কৰিছে। ৰুগীয়া সমাজক হাঁহিবলৈ আৰু তাঁৰ প্ৰত্যেক লোককে ৰওত আত্মবিভোৰ হ'বলৈ কৃপাবৰে উপদেশ দি গৈছে। হাঁহি আৰু সংস্কাৰ—দুয়োটাকে ইয়াত লক্ষ্য হিচাপে দৰ্শোৱা হৈছে।

বেজবৰুৱা উদাৰনৈতিক মানৱতাবাদী ভাবধাৰাৰ পৰিপোষক আছিল। ইংৰাজী সাহিত্য, বিজ্ঞান, ইউৰোপীয় জীৱন ধাৰণ পদ্ধতি, ব্ৰাহ্মধৰ্ম, ব্যৱসায় আৰু ঠাকুৰ পৰিয়াল—এইবিলাকৰ প্ৰভাৱে তেওঁক উনৈশ শতিকাৰ ভাৰতবৰ্ষৰ নৱন্যাস আন্দোলনৰ লগত জড়িত হ'বলৈ সুযোগ দিছিল। ফলত তেওঁ অসমীয়া সমাজৰ ক্ষয়িষ্ণু, সামন্ত আৰু গোড়া ৰক্ষণশীলতা, উদ্যোগহীনতা, পশ্চিমৰ অন্ধ অনুকৰণ আৰু দেশীয় মানস-সম্পদ আৰু সংস্কৃতিলৈ অযুক্তিকৰ অৱহেলা আদিৰ প্ৰতি বিৰোধৰ ভাৱ গ্ৰহণ কৰিছিল আৰু তাৰ ফল স্বৰূপে মনত বহুত খং, দুঃখ আৰু অভিমান গোট খাই থুপ বান্ধিছিল। হাস্যৰসাত্মক ৰচনাৱলীৰ মাজত এই খং, দুঃখ, অভিমানবোৰকে প্ৰকাশ কৰি তেওঁ এইবোৰ বেয়া প্ৰভাৱৰ বিৰুদ্ধে মানুহ আৰু অনুষ্ঠানক সজাগ কৰি দিছিল। গল্পিকে তেওঁ বিদ্ৰূপৰো সহায় লৈছিল।[১] অসমীয়া কথিত ভাষা, অসমীয়া পদ-পুথি, অসমীয়া ফকৰা-যোজনা, অসমীয়া লোক-সংস্কৃতি আৰু অসমৰ প্ৰকৃতিৰ প্ৰতি প্ৰকাশ পোৱা আবেগ-প্ৰৱণ ভাল পোৱাই তেওঁক সাহিত্য সৃষ্টিত সততে উদ্‌গনি যোগাইছিল। বেজবৰুৱাৰ জ্ঞানৰ পৰিধি বহল আছিল, ই তেওঁৰ স্বাভাৱিক বুদ্ধিৰ বিকাশৰ পথো স্বচ্ছন্দ কৰি তুলিছিল। তাৰ উমান ৰচনাৱলীৰ ঠায়ে ঠায়ে পোৱা যায়। প্ৰচ্ছন্নভাৱে বেজবৰুৱাৰ জীৱন-দৃষ্টিত সদায় তেওঁৰ বস্তুনিষ্ঠ আৰু বুদ্ধিপৰিপুষ্ট মন জাগ্ৰত হৈ আছিল। নহ'লে উদাৰনৈতিক সংস্কাৰৰ ভেটি যুক্তিনিষ্ঠ কৰা টান হ'লহেঁতেন। ধৰ্মৰ যুক্তিনিষ্ঠ ব্যাখ্যা দি তেওঁ শঙ্কৰী-ধৰ্মক আধুনিক গঢ় দিছিল। কিন্তু হাস্যৰসাত্মক ৰচনাৱলীত এই ধৰ্মমুখী দৃষ্টি সিমান জাগ্ৰত নহয়। ইয়াত আমি পাওঁ বস্তুনিষ্ঠ মনকহে। অৱশ্যে বুদ্ধিদীপ্ত শানিত wit —য'ত সংক্ষিপ্তকৰণেই একমাত্ৰ কলা

---

১। এই প্ৰসঙ্গত বেজবৰুৱাৰ 'কৃপাবৰ বৰুৱা' ধেমেলীয়া চনেট্‌টি উল্লেখ-যোগ্য। এই চনেটৰ সাৰাংশ এনে হ'ব ; এই মহা ধনুৰ্ধৰ কৃপাবৰৰ হাতত সুদৰ্শন আৰু শূল ; তেওঁৰ 'কাকতৰ টোপোলা' মহেন্দ্ৰৰ বজ্ৰ ; তেওঁ কল্পতৰু ; তেওঁ দুষ্টৰ পিঠিত নিতৌ থিয়কিল দিয়ে, অন্যায়ক নগাযাঠি আৰু ন্যায়ক কলটী দেখুৱায়। তেওঁ বাহুবলী আৰু সদায় পৰৰ ইষ্ট চিন্তে। অৱশ্যে বৰবৰুৱাৰ ৰবাপেট, টিকনি, ভাত-বন্ধা চকৰ বৰণ, কানি ভাং-লাওপানী সেৱন অভ্যাস এইবোৰ গাত আছেই।

—বেজবৰুৱাৰ ৰচনাৱলীত নাই। কিন্তু সেই সময়ত তেনে বস্তু গ্ৰহণৰ বাবে পাঠক সমাজো প্ৰস্তুত নাছিল; তদুপৰি বেজবৰুৱাৰ প্ৰকৃতিয়েও কলাৰ কট্‌কটীয়া শাসনত সেও মানিবলৈ টান পাইছিল—যদিও তেওঁ অনুভৱ কৰিছিল, কবিতাৰ এটা বিশিষ্ট ভাষা আছে, আৰু সাহিত্যৰ লক্ষ্য শিল্প-ৰচনা। বেজবৰুৱাই অনুভৱটি সুন্দৰ উদাহৰণ এটিৰে প্ৰকাশ কৰিছে: "ঘোঁৰাত উঠি চাপলি মেলোতে, নাইবা বোকা খচি ঘৰৰ বেৰ লিপি থাকোঁতে, নাইবা পথাৰৰ মাটিৰ সীমা ঠেলাঠেলি লৈ দ্বন্দ্ব কৰি থাকোঁতে, যেন আছে তেনে অৱস্থাতে কোনোবাই লৰমাৰি গৈ, কুকুৰাৰ বাগ্নিত বাহৰ কৰি, বৰ ডঁবালী, বৰ মেধি, বৰ দেউৰী, বৰপূজাৰী আদি আন আন বৰ শিয়াৰে সৈতে সভা কৰি বহি থকা প্ৰভু জগন্নাথৰ ওচৰত আঁঠু লৈ তাৰ কোনো কথা নিবেদন কৰি সভা শুৱনি কৰিবলৈ যোৱাটো কেনে কথা হ'ব, এবাৰ ভাবি চাওক। মৌখিক ভাষাৰ বিচনীৰ বা এচাটিয়ে সাহিত্যৰ গাৰ বাহিৰৰ ছালখন খন্তেকলৈ অলপ শীতল কৰিব কিন্তু ভিতৰৰ বিৰহাগ্নি নুমাব কোনোকৈ?" সময় অনুকূল আৰু সাধনা পৰ্যাপ্ত হ'লে শিল্প-ৰচনা সাৰ্থক হয় আৰু ভিতৰৰ বিৰ-হাগ্নি প্ৰশমিত হয়। তেওঁ স্বাধীনতাক অনুকূল পৰিবেশ বুলি ভাবিছিল: "প্ৰত্যেক দেশৰে স্বাধিকাৰ লাভৰ লগে লগে সেই দেশৰ সাহিত্য, শিল্প-কলা, নাট্যশিল্পই সাৰ পাই উঠে। মুক্তাৱস্থাত অন্তৰৰ আনন্দ উন্মেষিত হৈ এই বিষয়বোৰত পল্লৱিত কুসুমিত হয়।" কিন্তু অনুকূল সময় সাধনাৰ পৰ্যাপ্ততাৰ ওপৰতো নিৰ্ভৰশীল। বেজবৰুৱাৰ 'জেনিয়াচ' আছিল; কিন্তু তাক তেওঁ সুশৃঙ্খলিত কৰা নাছিল। শিল্প-শৃঙ্খলাৰো অভাৱ ঘটিছিল। তেওঁ ভাবিছিল পূৰ্ণতা প্ৰবাহৰ শেষতহে আছে, আৰম্ভণিত নাই। তেওঁ কেইবাখনো ফুলনিৰ মালী আছিল, গতিকে এখন ফুলনিকে দিব্য উপবন কৰাৰ সৌভাগ্য তেওঁৰ ঘটা নাছিল। অৱশ্যে হাস্যৰসৰ ক্ষেত্ৰত তেওঁ এতিয়ালৈকে অগ্ৰগণীও আৰু একমাত্ৰ বিৰল সফল প্ৰতিনিধিও। আমাক তেওঁ এশিকনি দিও গ'ল, তুলিও গ'ল। তেওঁক ৰসোত্তীৰ্ণ বুলি কোৱাত আমি কৃপণালি কৰা উচিত নহয়।

"বৰবৰুৱাৰ বস্তু এট্ৰাইবিলাক ভীয়া।" কিন্তু এই আট্ৰাইবোৰ চিৰজীৱী হ'ব নোৱাৰে। সন্দেহ নাই যে কৃপাবৰ বৰবৰুৱাই ভালেদিন ৰাজপাট খাব। তেওঁ জানিছিল মানুহে নিজক গঢ়িবলৈ হ'লে সমাজখন আগেয়ে গঢ়ি ল'ব লাগে। "কোনো লোকৰ গাত, কোনো সমাজৰ গাত বা কোনো জাতিৰ গাত যদি তুমি ঘা দেখিলা, তেন্তে ততালিকে নেমুটেঙাৰ ৰসত বিদ্ৰূপাত্মক

বা ব্যঙ্গসূচক কৱিতা খৰাই তাত চটিয়াই দিব পাৰা। এই ঔষধ প্ৰয়োগ কৰা বাবে যদি ৰোগীয়ে বৰকৈ চেঙাজুটি পাৰে, তেনেহ'লে তেওঁৰ কাণৰ ওচৰত 'সহিলে সম্পদক পায়' আৰু 'ধৈৰ্য্যগুণ বৰ গুণ' এইবাৰ সোঁৱৰাই ঠাইতে তুমি আঁতৰ হবা। নহ'লে তেওঁক কান্ধত ল'ব লাগিব জানিবা।" কান্ধত লোৱা মানে শ্মশানলৈ নিয়াও হ'ব পাৰে।

এই নিষ্ঠুৰ সত্য কৃপাবৰী ব্যঙ্গতে যে খাটে এনে নহয়; বোধহয় সকলো ব্যঙ্গতে খাটে। বেজবৰুৱাৰ ৰচনাত যথেষ্ট শ্লেষ আছে, কিন্তু এই শ্লেষ ডাক্তৰৰ দৰবৰ দৰে, ভুৱা পুৰোহিতৰ সান্ত্বনা আৰু ভুৱা ঋষিৰ মন্ত্ৰ ই নহয়। ডাক্তৰক নিষ্ঠুৰ, তৰল, মিছা নৰ-পিশাচ বোলাটো অন্যায়। তেওঁ সমাজত যেনেকৈ এজন লাগতিয়াল ব্যক্তি, ব্যঙ্গৰসিকো তেনেকৈ এজন লাগতিয়াল ব্যক্তি। বাস্তৱ আৰু আদৰ্শ, কাৰ্য আৰু কথাৰ মাজত তাৰতম্য হ'লে বৈসাদৃশ্য আঙুলিয়াই দিয়া বা উপলব্ধি কৰা অন্যৰসৰ দ্বাৰা, অন্য উপায়ৰ দ্বাৰাও সম্ভৱপৰ, কিন্তু লিখক আৰু বাইজক বুজাবৰ বাবে হাস্যৰসতকৈ আৰু পোনপটীয়া উপায় একো নাই। মানুহ আৰু প্ৰকৃতিৰ মাজৰ সম্পৰ্কতো এই বৈসাদৃশ্য দেখা যায়। প্ৰকৃতিৰ দুটা ভাগ: এভাগ মানৱীয়, এভাগ অমানৱীয়। বেজবৰুৱাৰ সম্বন্ধ বেছি মানৱ-প্ৰকৃতিৰ লৈহে। মানৱৰ লগত অমানৱীয় প্ৰকৃতিৰ বিৰোধ বেজবৰুৱাই অনুভৱ কৰা নাছিল যেন বোধহয়। ধৰ্মীয় দৰ্শনৰ যোগেদি তেওঁ জীৱাত্মা-পৰমাত্মাৰ মিলনৰ কল্পনা কৰি সেই মিলনৰ স্বৰূপ হৃদয়ৰ মৰ্মে মৰ্মে অনুভৱ কৰিছিল। 'কৃপাবৰ বৰুৱাৰ উইল' পঢ়িলে অনুভৱ হয়, প্ৰকৃতি আৰু শ্ৰেষ্ঠ সাংস্কৃতিক ঐতিহ্য এই দুটাৰ লগত কৃপাবৰ বৰবৰুৱাই বিৰোধ কৰিবলৈ সাহস কৰা নাছিল, সেইবিলাকৰ লগত সন্ধি কৰিহে চলিছিল। তেওঁৰ জীৱন-দৰ্শনৰ মাজত সামাজিক প্ৰগতিশীলতা আছিল, কিন্তু তাৰ নিয়ন্ত্ৰণৰ চাবি-কাঠি আছিল ধৰ্মীয় মানৱতা আৰু আধ্যাত্মিক বিশ্বজনীনতাৰ হাতত। এইটো তেওঁৰ সময়ত যুগধৰ্ম স্বৰূপ আছিল, গতিকে তাত দোষ ধৰিব নোৱাৰি। তেওঁ হাস্যৰসাত্মক ৰচনাৱলী মানৱ-সেৱাত লগাইছিল, কিন্তু এই মানৱ-ধৰ্ম ঈশ্বৰ-সেৱাৰ অধীন।

# কৃপাবৰ বৰুৱাৰ চমু জীৱনী

হোমেন বৰগোহাঞি

চিপাহী-বিদ্ৰোহ বা ভাৰতৰ প্ৰথম স্বাধীনতা যুদ্ধৰ ঠিক পিছৰ বছৰতে অৰ্থাৎ ১৮৫৮ খৃষ্টীয় শকৰ পুহ মাহত কৃপাবৰ বৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃ-মাতৃ কোন আছিল সেই কথা সঠিককৈ কোৱা টান, কাৰণ যদিও তেওঁৰ বয়ানত উল্লিখিত বেছিভাগ মানুহৰে চৌধ পুৰুষ পৰ্যন্ত বংশ-পৰিচয় বৰবৰুৱাৰ কণ্ঠস্থ আছিল, কিন্তু নিজৰ পিতৃ-মাতৃৰ সম্পৰ্কত তেওঁ আছিল আচৰিতভাৱে নীৰৱ। অনুমান কৰা কঠিন নহয় যে তেওঁৰ পিতৃ-মাতৃ বিশেষ লেখত ল'বলগীয়া মানুহ নাছিল। নহ'লে বংশ-গৌৰৱ আৰু সামাজিক মৰ্যাদা সম্পৰ্কে বিশেষভাৱে সচেতন বৰবৰুৱাই নিজৰ পিতৃ-মাতৃৰ নাম কেইটা পৰ্যন্ত উল্লেখ নকৰাকৈ কেতিয়াও নেথাকিলেহেঁতেন। অৱশ্যে বৰবৰুৱাৰ পিতৃদেৱ লেখত ল'বলগীয়া ধনী নহ'লেও একেবাৰে নিঃসম্বল অৱস্থাৰ মানুহো নাছিল। একেবাৰে নিৰ্ধনী মানুহৰ ঘৰত লগুৱা থকা নিশ্চয় সম্ভৱ নহয়। কিন্তু বৰবৰুৱাৰ পিতৃদেৱৰ এজন বুঢ়া লগুৱা আছিল। ভাটি বয়সত বৰবৰুৱাই নিজে "লগুৱাৰ দৌৰাত্ম্যত দেশ এৰি পলাবলগীয়া হৈ শ্ৰীযুত লাটচাহাবৰ ওচৰত যিখন 'দৰ্‌কাচ্‌' দিবলৈ 'মোচাবিদা' কৰি থৈ গৈছে", তাতো তেওঁ উল্লেখ কৰি থৈ গৈছে যে "দৰ্‌কাচ্‌ কৰোঁতা এজন ভাল মানুহৰ ঘৰৰ ল'ৰা; নিজে তেওঁ কোনো কালে কোনো পুৰুষতে লগুৱাৰ বন কৰা নাই, তিয়নি চেপা নাই, খৰি ফলা নাই, ঠাই সৰা-মচা নাই, ধপাত লগোৱা নাই, কৰিব নাজানে আৰু নোৱাৰে।" ইয়াৰপৰা অনুমান কৰিব পাৰি যে বৰবৰুৱাৰ বাল্যকাল সাধাৰণভাৱে সুখতেই অতিবাহিত হৈছিল। কিন্তু এই সুখ বেছি দিন স্থায়ী নহ'ল; কাৰণ বৰবৰুৱাৰ নাবালক অৱস্থাতে তেওঁৰ পিতৃ-মাতৃৰ পৰলোক-প্ৰাপ্তি ঘটিল।

পিতৃ-মাতৃহীন অনাথ কৃপাবৰ কাৰ আশ্ৰয়ত থাকি ডাঙৰ-দীঘল হ'ল বা কোনে তেওঁৰ শিক্ষা-দীক্ষাৰ ভাৰ ল'লে—সেইবিলাক বিষয়েও ইতিহাস সম্পূৰ্ণ নীৰৱ। সদৌ অসমীয়া জাতিৰ পক্ষেই ই এটা অতিশয় লাজ আৰু

অগৌৰৱৰ কথা যে কৃপাবৰ বৰুৱাৰ জীৱন-ৰহস্য আজিও সম্পূৰ্ণৰূপে উন্মোচিত হোৱা নাই, বা তেওঁৰ জীৱন আৰু চিন্তা সম্পৰ্কে যথাযোগ্য গৱেষণাও হোৱা নাই। তেওঁৰ সম-তুল্য বৰ্ণাঢ্য ব্যক্তিত্বৰ পুৰুষ অসমৰ মাটিত দ্বিতীয় এজন উপজাই নাই বুলি ক'ব লাগে। আন উন্নত দেশত হোৱা হ'লে তেওঁৰ জীৱন আৰু প্ৰতিভাক কেন্দ্ৰ কৰি কিমান যে জীৱন-চৰিত, সমালোচনা আৰু গৱেষণা-গ্ৰন্থ ওলালহেঁতেন তাক কৈ ওৰ পেলাব নোৱাৰি। কিন্তু অসমীয়া মানুহৰ মানসিক জড়তা ইমান বেছি যে আজিলৈকে আমি তেওঁৰ পিতৃ-মাতৃৰ নাম বা অনাথ বাল্যাৱস্থাৰ অভিভাৱকজনৰ নামটোকে জানিব নোৱাৰিলোঁ। সি যি কি নহওক, অনাথ অৱস্থাত পৰিলেও কৃপাবৰৰ শিক্ষালাভত বিশেষ বাধা পৰা নাছিল। অৰ্থাৎ বছৰচেৰেক তেওঁ পঢ়াশালিলৈ অহা-যোৱা কৰিছিল। কিন্তু ছাত্ৰ হিচাপে তেওঁ বিশেষ মেধাৰ পৰিচয় দিছিল বুলি ভাবিবলৈ একো প্ৰমাণ নাই। শিক্ষা-সমাপ্তিৰ পাছত ব্যৱসায়-বাণিজ্য আদি কৰাঁৰ চেষ্টাত বিফল হৈ অৱশেষত সেই কালৰ শতকৰা নব্বৈজন 'শিক্ষিত' অসমীয়াৰ সজ অনুসৰি চাকৰি প্ৰাৰ্থী হৈ কৃপাবৰে যিখিনি বিদ্যা-বুদ্ধিৰ পৰিচয় দিছে—তাৰপৰা নৱং এইটোহে ধাৰণা হয় যে পৃথিৱীৰ অন্যান্য বহুতো মহাপুৰুষৰ দৰে কৃপাবৰৰ প্ৰতিভাও ছাত্ৰাৱস্থাত সম্পূৰ্ণ সুপ্ত অৱস্থাতে আছিল। যি মুক্তা নাৰিকৰ তাৰ দুপতীয়াতে চিন বুলি অন্ততঃ কৃপাবৰ বৰুৱাৰ বিষয়ে ক'বলৈ একো উপায় নাই। ইংৰাজ ৰবচাহাবৰ ওচৰত কাছাৰীৰ কেৰাণী কাম বিচাৰিবলৈ গৈ কৃপাবৰ বৰুৱাই মুখে মুখে দৰ্খাস্ত দিছিল এই অপূৰ্ব ইংৰাজী ভাষাত : "Dated Sivsagor the eighteenth april eighteen hundred and eighty fipe Sir I hape the honour to reform you that beingk given to understand that the post of the rebenue Superintenden is lying vacancy in your oppice and I beg to apply myselp as a candidate tor the situationt...." উদাহৰণ আৰু দীঘলীয়া কৰিবৰ নিশ্চয় একো সকাম নাই। যদি কোনোবাই ক'ব খোজে যে বিদেশী ভাষা আয়ত্ত কৰিবৰ ক্ষমতা সকলোৰে সমান নহয় বা হাইস্কুলৰ 'থাৰ্ড্ ক্লাছ'লৈকে মাত্ৰ পঢ়া মানুহ এজনৰ পৰা ইয়াতকৈ বেছি ইংৰাজী ভাষা-জ্ঞান আশা কৰা অনুচিত, তেতিয়াহ'লে অন্যান্য বিষয়তো কৃপাবৰ বৰুৱাৰ ব্যুৎপত্তিৰ কিছু নমুনা দাঙি ধৰাৰ প্ৰয়োজন হৈ পৰে। স্কুলত শিক্ষকতা কৰিবলৈ গৈ তেওঁ 'হিষ্টৰি বা ইতিহাস'ৰ শ্ৰেণীত সোমাই এজন ছাত্ৰক প্ৰশ্ন কৰিলে—"কুইন্

এলিজাবেথ্ কাৰ পুতেক আছিল?" তেওঁৰ "পুট্ কৰা প্ৰশ্নত আপ্লুত হৈ গদগদ্ ভাৱে" ছাত্ৰজনে উত্তৰ দিলে—"গদাধৰ সিংহৰ"। "উত্তৰত সন্তোষিত হৈ" কৃপাবৰ বৰুৱাই "ইতিহাস সিমানতে এৰি জিয়গ্ৰাফি বা ভূগোল বন্দুক লৈ এটা ছাত্ৰৰ প্ৰতি প্ৰশ্নৰ গুলি মাৰি পঠিয়ালে"—"দিন-ৰাতি কেনেকৈ হয়?" ছাত্ৰই উত্তৰ দিলে—"চকু মুদিলে ৰাতি আৰু চকু নমুদিলে দিন"। শিক্ষকো সেই উত্তৰতে সন্তুষ্ট। এন্‌জেব্ৰাৰ ক্লাছত তেওঁ যি কাণ্ড কৰিছিল সেয়া অৱশ্যে বিদ্যাৱতাৰ পৰিচয় নহয়, সি আছিল অবিমিশ্ৰ 'কৃপাবৰী' বলিয়ালি। সি যি কি নহওক, হাইস্কুলৰ মাত্ৰ থাৰ্ড্ ক্লাছলৈকে পঢ়া আৰু ওপৰত উনুকিওৱা ধৰণৰ বিদ্যা-বুদ্ধিৰ পৰিচয় দিয়া মানুহজনে পৰিণত বয়সত কেনেকৈ যে নিজকে এৰিষ্টফেনিচ্, চাৰ্ভেন্টিচ্ আৰু চুইফ্‌টৰ লগত তুলনা কৰিবৰ জোখাৰে সাহিত্যৰ জ্ঞান আয়ত্ত কৰিছিল, 'গীতাঞ্জলি'ৰ ইংৰাজী অনুবাদৰ বিষয়ে কৰ্তৃত্বপূৰ্ণ মন্তব্য দিব পাৰিছিল, ভাৰতৰ ৰাজনীতি-সমাজ-নীতি আলোচনা কৰিবলৈ গৈ কথাই কথাই বিশ্ব-ইতিহাসৰ বিবিধ প্ৰসংগ টানি আনিব পাৰিছিল বা ধৰ্ম-দৰ্শনাদিৰ আলোচনা-প্ৰসংগত গীতা-উপনিষদৰ সংস্কৃত শ্লোক তেওঁৰ মুখত আখৈ ফুটাৰ দৰে ফুটিছিল—সেইটো সঁচাকৈয়ে এটা পৰম বিস্ময়। মূৰ্খ কালিদাস মহাকবি কালিদাসত পৰিণত হোৱা ঘটনাতকৈ ওপৰত দেখুৱা ধৰণৰ বিদ্যা-বুদ্ধিৰ পৰিচয় দিয়া কৃপাবৰ বৰুৱাৰ কাল-ক্ৰমত দাৰ্শনিক কৃপাবৰ বৰুৱাত পৰিণত হোৱা ঘটনাও কম ডাঙৰ বিৰাক্‌ল্ নহয়। খুব সম্ভৱ, জীৱনৰ কোনোবা এসময়ত কিবা এটা ডাঙৰ আঘাত পাই কিংবা বিখ্যাত 'জুগুনী' সাপ্তাহিক পত্ৰিকা সম্পাদনা কৰিবৰ সময়ত প্ৰয়োজনৰ হেঁচাত পৰি তেওঁ এনেভাৱে চিন্তন আৰু অধ্যয়নত মনোনিবেশ কৰিলে যে উঠি অহা সূৰ্যৰ উজ্জ্বল পোহৰত ৰাতিপুৱাৰ কুঁৱলি আঁতৰি পলোৱাৰ দৰে তেওঁৰ পূৰ্ণ-বিকশিত প্ৰতিভাৰ উজ্জ্বল দীপ্তিৰ প্ৰভাৱত আগ বয়সৰ মূৰ্খালি আৰু চেবা-বলিয়ালিবো একে দশাই হ'ল।

ওপৰতেই কৈ অহা হৈছে যে কৃপাবৰ বৰুৱাৰ বিচিত্ৰ ঘাত-প্ৰতিঘাতপূৰ্ণ জীৱনৰ আটাইখিনি তথ্য এতিয়াও সম্পূৰ্ণৰূপে পোহৰলৈ অহা নাই। তেওঁ নিজৰ উপাধি 'বৰুৱা'ৰ আগত 'বৰ'টো লগাই কেতিয়া বৰবৰুৱা হ'ল—সেইটোও তেনে এটা ৰহস্যাবৃত তথ্য। এটা বিষয়ে অৱশ্যে কোনো সন্দেহ নাই যে ওপজোতেই তেওঁ বৰবৰুৱা নিশ্চয় নাছিল, বিদ্যাৰম্ভৰ সময়তো তেওঁ উকা বৰুৱাই আছিল, বৰবৰুৱা হ'বৰ নিমিত্তে তেওঁ যিমানখিনি চিন্তা-চৰ্চা আৰু গৱেষণা কৰিব লগা হ'ল তাৰ পৰা অনুমান কৰিব পাৰি যে

যৌৱনাৱস্থা প্ৰাপ্ত হৈ আৰু অসম দেশৰ বেংগচা বা নৱ-জাগৰণৰ নেতৃত্ব বহন কৰিব লগা হোৱাৰ সময়তহে তেওঁ উকা বৰুৱা হৈ থাকি নাৰৈ-গাৰে ৰজিতা খোৱা ববৰুৱা হ'বলৈ সিদ্ধান্ত ল'লে। অৱশ্যে তেওঁ একেদিনাই ববৰুৱাটো হৈ সমাজৰ আগত ডমক্‌কৰে মুখ দেখা দিয়া নাছিল। তেওঁৰ নিজৰ মুখৰ কথামতেই—"আজি চিঠি এখনৰ তলত বুজিব নোৱাৰাকৈ লেটি-পেটিকৈ চহী কৰিম, কাইলৈ মণি অৰ্ডাৰ এখনত অলপ বুজিব পৰাকৈ চহী কৰিম, পৰহিলৈ ফট্‌ফট্‌কৈ ভোটা তৰা জ্বলাদি জ্বলি ওলাব কৃপাবৰ ববৰুৱা"—এনেদৰে ক্ৰমে ক্ৰমেহে তেওঁ বৰুৱাৰপৰা ৰূপান্তৰিত হ'ল ববৰুৱালৈ। আৰু নহ'বইবা কিয়? "আজিকালি শই শই কত ন-বৰুৱা ফুকন পাবতে গজি 'মোক চা', 'মোক চা'কৈ পেম্ ধৰি ওলাইছে, তাৰ লেখ-জোখ নাই। তাওখাম্‌থী স্বৰ্গদেৱৰ দিনবেপৰা শিব্‌ফুটা কৃপাবৰ বৰুৱাহে কিবা বোলেনে ববৰুৱা হৈ ওলাব নোৱাৰেনে?" ভৱিষ্যতে গাত চেকা নেথাকিবৰ কাৰণে কৃপাবৰ বৰুৱাই নিজে ববৰুৱা হোৱাৰ আগতে আনবোৰেও কোনে ক'ত কেনেকৈ আপোনা-আপুনি বৰুৱা-ফুকন-খাউন্দ হ'ল তাৰ এটা লেখ নোলোৱাকৈ থকা নাছিল। পিছৰ জীৱনত কৃপাবৰ বৰুৱাই যি বস্তু-নিষ্ঠ আৰু তথ্য-নিৰ্ভৰতাৰ পৰিচয় দিছিল, তাৰ প্ৰমাণ পোৱা গৈছিল তেওঁৰ ববৰুৱা হোৱাৰ ইতিহাসৰ মাজতো: "সদানন্দ বৰুৱাৰ জীয়েকৰ নাতিনীয়েকৰ মোমায়েক টিপাৰাম শৰ্মা, তস্য পুত্ৰ নালায়া শৰ্মাই স্কুলত পঢ়ি কেছাৰিত কাম এটা লৈয়েই নাম চহী কৰে—শ্ৰীনকুলেশ্বৰ বৰুৱা। স্বৰূপচন্দ্ৰ ভাগৱতী মোক্ষেশ্বৰ ফুকনৰ জোঁৱায়েক, সেইবাবে তেওঁ লিখে---স্বৰূপচন্দ্ৰ ফুকন। বংশীধৰৰ উপৰি পুৰুষ এজন ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ কটকী অমুক খাউন্দৰ লগত আম্‌ধৰা হৈ বংগদেশলৈ গৈছিল, গতিকে বংশীধৰেও নামৰ পিছত লিখে খাউন্দ।—তেন্তে কৃপাবৰ বৰুৱায়োনো জাতিভাইৰ লগত দুচিৰা-এচিৰা মাহ খালে, অৰ্থাৎ ঈশ্বৰক চিন্তি কিবা বোলেনে সৈতে ববৰুৱা হলেনো কি পাক লাগিব হে'?"

জীৱিকাৰ কাৰণে চাকৰিৰ সন্ধান কৰিবলৈ গৈ কৃপাবৰ ববৰুৱাই (এতিয়াৰপৰা তেওঁক 'ববৰুৱা' উপাধিৰে মতাই উচিত হ'ব, যদিও তেওঁ নিজে ববৰুৱা হোৱাৰ পাছতো পুৰণি অভ্যাস-বশতঃ অনেক সময়ত কেৱল 'বৰুৱা' উপাধিৰেই চলাই দিয়ে)—কিখিনি জ্ঞান-গৰিমাৰ পৰিচয় দিছিল বা তেওঁৰ কি কি তিতা-কেঁহা অভিজ্ঞতা হৈছিল, সেই কথা ওপৰত কৈ অহা হৈছে। ক'তো স্থায়ী চাকৰি-বাকৰিৰ সুবিধা কৰিব নোৱাৰি অৱশেষত তেওঁ জীৱন-

নির্বাহৰ কাৰণে কি উপায় অৱলম্বন কৰিছিল সেই কথা আমি নেজানো। কেৱল হঠাৎ এদিন এখন অদ্ভুত জাননী ওলাল। অসমীয়া ভাষাত বাতৰি কাকতৰ অভাৱ দূৰ কৰিবৰ কাৰণে কৃপাবৰ বৰবৰুৱাই "অসমত অকন্দই উলিয়াবৰ উদ্যোগ কৰিছে"—তাৰেই জাননী। এফেষাৰ কথাতে ক'বলৈ গ'লে—পৃথিৱীৰ বাতৰি কাকতৰ বুৰঞ্জীত বৰবৰুৱাৰ এই 'জুগুলী' নামধাৰী অদ্বিতীয় বৈশিষ্ট্যসম্পন্ন বাতৰি কাকতখনিৰ পৰিকল্পনা, সম্পাদনা, বিষয়-বস্তু আৰু প্ৰচাৰ ব্যৱস্থাৰ কোনো তুলনা নাই। বাতৰি কাকতৰ এনেকুৱা জাননীও পৃথিৱীত কোনোকালে ওলোৱা নাছিল, খুব সম্ভৱ ভৱিষ্যতলৈকো নোলাব। কাকতখনৰ কিছুমান অসাধাৰণ বৈশিষ্ট্য তলত উল্লেখ কৰা হ'ল। প্ৰথমতে, "এই কাকত ওলোৱাৰ কোনো নিৰ্দিষ্ট সময় নেথাকে; গ্ৰাহকসকলৰ সুবিধা আৰু ভাব-গতি বুজি কেতিয়াবা সাত দিনত, কেতিয়াবা পোন্ধৰ দিনত, কেতিয়াবা এমাহৰ মূৰত, কেতিয়াবা বছৰেক বা দুবছৰৰ মূৰত উদয় হ'ব।—গ্ৰাহকসকলে এই কাকত বিনামূল্যে আৰু বিনা-মাচুলে পাব। কাৰণ, বৰবৰুৱাই বেচ্ জানে যে গ্ৰাহকসকলে পঢ়িবও আকৌ পইচাও দিব, ই কেতিয়াও হ'বই নোৱাৰে।.. ইয়াত খবৰ দবৰ, পানীয়ে খোৱাৰ দবৰ, ফটুৱাই ফটাৰ দবৰ আৰু আহুদি আদি থাকিব। বাদ-কুবাদ আৰু অতি লাগতীয়াল পৰ-নিন্দা বা পৰৰ সমালোচনা থাকিব। পূজা কৰি ধন খানি উলিয়াব পৰা আৰু নবীয়া ভাল হ'বলৈ বিৰী-মাদলী দিব পৰা আৰু বন্ধ্যা-দোষ গুচাব পৰা বাবাজী ফকিৰে ক'ত আহি আসন পাতিছে তাৰ বাতৰি থাকিব। আৰু থাকিব অমুকৰ ঘৰৰ ঘৈণীজনাৰ স্বভাৱ কেনে, আৰু তেওঁৰ জীয়েক কেইজনীৰেইবা কেনে তাৰ খবৰ। বৰচাহাব, ছোটচাহাব, বৰচাহাবৰ আৰ্দলি, ছোটচাহাবৰ আৰ্দলিৰ খবৰ।.. এই কাকতত লিখিব অসমৰ সকলো শ্ৰেণীৰ সকলো মানুহে; তাৰে ভিতৰত বিশেষভাৱে—অমুক বিখ্যাত গভাটোপ ডাওৰীয়াই ডেম কেইবিধ আৰু তাৰ উপকাৰীতা কিনো, এই বিষয়ৰ প্ৰবন্ধ লিখিব; অমুক সুলেখক আৰু সুধোবক ধোবাই কাপোৰ ধোৱা সম্বন্ধে লিখিব; অমুক শৰ্মা পণ্ডিতে শান্তি কৰম আৰু গ্ৰহ-যজ্ঞ আদিৰ বিষয়ে লিখিব .. ইত্যাদি।"

এনেবোৰ অভিনৱ মৌলিকত্বৰ দাবীৰে অসমৰ নৱ-জাগৃতিৰ মুখ-পত্ৰ 'জুগুলী'য়ে বৰবৰুৱাৰ সম্পাদনা আৰু ব্যৱস্থাপনাত আত্ম-প্ৰকাশ কৰিলে। অৱশ্যে কপৰ্দক-হীন বৰবৰুৱাই বাতৰি কাকত উলিয়াবলৈ ক'ৰপৰা ধন পালে, তাকো বিনামূল্যে বিনা মাচুলে গ্ৰাহকক বিতৰণ কৰিবলৈ তেওঁ কেনেকৈ সমৰ্থ হ'ল—এইবোৰ তথ্যৰ সম্ভেদ তেৰোঁ আমাক দি যোৱা নাই বা

আমাৰো কোনো গৱেষক—ঐতিহাসিকে সেইবোৰ বাহিৰ কৰিবলৈ আজিলৈকে চেষ্টা কৰা নাই ।

সি যি কি নহওক, 'জুগুলী' যে ওলাইছিল আৰু কেইসংখ্যামান চলিছিল—সেই বিষয়ে কোনো সন্দেহ নাই । কিন্তু অৱশেষত এদিন 'জুগুলী' মৰিল—বোধকৰোঁ বেজবৰুৱাই ভৱাতকৈ বহুত আগতেই । নক'লেও হ'ব যে 'জুগুলী'ৰ মৃত্যুৰ একমাত্র কাৰণ হ'ল অৰ্থাভাৱ, গ্ৰাহক আৰু এজেণ্টৰ অসহযোগিতা । কাকতখন উলিয়াবৰ সময়ত যদিও বেজবৰুৱাই আত্ম-বিশ্বাসৰ আতিশয্যত কৈছিল যে,—"সম্পাদকবিলাকে নিজে কেনেকৈ কাকত উলিয়াব লাগে, লেখিব লাগে, চলাব লাগে, বিলাব লাগে, তাক নেজানে, দোষ লোকৰ, দোষ অসমীয়াৰ ! তেওঁলোকে চাই লওক, চাই লৈ শিকক, বেজবৰুৱাই কেনেকৈ অকন্দই লিখে"—আৰু যদিও তেওঁ মাত্ৰাতিৰিক্ত উচ্ছ্বাসৰ মুহূৰ্তত ঠিক কৰি পেলাইছিল যে তেওঁ বিনামূল্যেই সকলোকে 'জুগুলী' বিতৰণ কৰিব, কিন্তু এই আত্ম-বিশ্বাস আৰু উচ্ছ্বাস নিশ্চয় বেছি দিন স্থায়ী নহ'ল । মহাপুৰুষকো জীয়াই থাকিবৰ কাৰণে আহাৰ লাগে, আনকি বেজবৰুৱাৰ 'জুগুলী'য়েও গ্ৰাহকৰ বৰঙণি বাদ দি দীৰ্ঘকাল তিষ্ঠি থাকিব নোৱাৰে । এই সত্যটো যে বেজবৰুৱাই উপলব্ধি কৰিব লগা হৈছিল তাৰ প্ৰমাণ পোৱা যায় অন্য এখন সহযোগী আলোচনী 'উষা' মৰিবৰ আগন্তুক হোৱাত তেওঁ লিখা এখন তিক্ততাপূৰ্ণ চিঠিত ঃ সেই চিঠিত বেজবৰুৱাই লিখিছিলঃ "অসমীয়া চিৰকাল পৰৰ ওপৰত খোৱা, ভটীয়া পানীত যোৱা । এনে গতিৰে অসমীয়া যিমান দিন চলিব সিমান দিন সিহঁতৰ অৱস্থা কাউৰী-কুকুৰে নোখোৱা হৈয়েই থাকিব, তুমি সন্দেহ নকৰিবা । সিহঁতে পইচা দি বিদেশী কাকত পঢ়ে, কিন্তু অসমীয়া কাকতৰ বেলিকা সিহঁতৰ খুলশালীয়েকহঁতৰ মুৰ কেইটা খোৱা যেন শোক পায় । সিহঁতৰ অনেকে হেনো অসমীয়া কাকত দেখিলে নাক কোচায় আৰু পেংলায় কৰে । .. বাপু হে, কাকত ভাল কৰিবৰ হ'লে কাকতক পইচা দি আৰু আন অনেক প্ৰকাৰে সহায় কৰিব লাগে; দুবৰ পৰা মিছাকৈ ইতিকিং কৰি চাপৰি বজালে নহয় ।" বেজবৰুৱাৰ এই তিক্ততাৰ মূলতে যে 'জুগুলী'ৰ অকাল-মৃত্যুৰ শোক লগা স্মৃতি—সেই বিষয়ে কোনো সন্দেহ নাই ।

'জুগুলী' দীৰ্ঘজীৱী নহ'ল যদিও অতি সংক্ষিপ্ত কালৰ ভিতৰতে সি বাতৰি কাকতৰ নতুন ইতিহাস ৰচনা কৰি থৈ গ'ল । কেৱল অসমীয়া কাকতেই নহয়, পৃথিৱীৰ অন্যান্য দেশৰো বেছি ভাগ বাতৰি কাকত আজিও 'জুগুলী'ৰ প্ৰদৰ্শিত পথেৰেই চলিছে বুলি ক'ব পাৰি । আজিও পৃথিৱীৰ বেছি ভাগ

বাতৰি কাকতৰে উপজীব্য হ'ল খবৰ দবৰ আৰু পানীয়ে খোৱা দৰবৰ বিজ্ঞাপন, পূজা কৰি ধন কানি উলিয়াব পৰা আৰু নৰিয়া ভাল হ'বলৈ বিৰী-মাদলী দিব পৰা আৰু বন্ধ্যা দোষ গুচাব পৰা বাবাজী ফকিৰৰ বাতৰি, অমুকৰ ঘৰৰ ঘৈণীজনা আৰু তেওঁৰ জীয়েক কেইজনীৰ স্বভাৱৰ খবৰ, চিঠি:খেল আৰু পাশাখেলৰ বাতৰি। বাতৰি কাকত উলিয়াবলৈ গৈ অসমীয়া মানুহ সম্পৰ্কে বৰবৰুৱাৰ যি অবিমিশ্ৰ তিক্ত অভিজ্ঞতা হৈছিল আৰু তেওঁলোকৰ বিষয়ে তেওঁ যি মন্তব্য দি গৈছে, সেইবোৰো আজিও সমানেই সত্য। এই আশা কৰা অন্যায় নহ'ব যে আৰু বহুকাল ধৰি বৰবৰুৱা অসম তথা পৃথিৱীৰ বাতৰি কাকতৰ কাৰণে আদৰ্শৰ ধ্ৰুৱতৰা হৈ থাকিব।

বিশেষ তথ্য-পাতিৰ অভাৱত থূল-মূলকৈ এইটোকে সাব্যস্ত কৰিব পাৰি যে 'জুগুলী' বন্ধ হোৱাৰ পাছত বৰবৰুৱাই কিছুদিন "নিজৰ দেশ নিজৰ গাঁও-ভূঁই এৰি দেশ-দেশান্তৰে ঘূৰি-পকি ফুৰি" পৰিব্ৰাজকৰ জীৱন কটাইছিল আৰু জীৱন আৰু জগত সম্পৰ্কে বিচিত্ৰ অভিজ্ঞতা আহৰণ কৰিছিল। কোনো এঠাইত থিতাপি লাগি বহিবলৈ তেওঁৰ সংসাৰৰ বন্ধন নাছিল, কাৰণ তেতিয়া-লৈকে তেওঁ বিয়া-বাৰু কৰি গাৰ্হস্থ্য-জীৱনত প্ৰৱেশেই কৰা নাছিল। অৱশ্যে তেওঁ misogynist বা নাৰী-বিদ্বেষী আছিল বুলি ভুল কৰিবলৈ একো কাৰণ নাই। বিয়া কৰিবৰ মনেৰে তেওঁ এবাৰ কন্যা বিচাৰি এখন অভিনৱ বিজ্ঞাপনো দিছিল। কিন্তু বিয়া কৰোৱাৰ আগতেই তেওঁ ভাবী-পত্নী আৰু শহুৰ-শাহুৰ কৰ্তব্য আৰু দায়িত্ব সম্পৰ্কে এনে চৌধটা চৰ্ত আৰোপ কৰি বহিল যে জোঁৱাই হিচাপে বৰবৰুৱাৰ যোগ্যতা সন্দেহাতীত হোৱা সত্ত্বেও কোনো মানুহেই সাহ কৰি তেওঁলৈ ছোৱালী দিবলৈ আগ বাঢ়ি নাহিল। এনেবোৰ চৰ্ত মানি কোনোবাই যে তেওঁলৈ কন্যা যাচিব সেই বিষয়ে বৰবৰুৱাৰ নিজৰো নিশ্চয় সন্দেহ আছিল, সেই দেখি বিজ্ঞাপনতেই তেওঁ কৈ দিছিল: "( বৰবৰুৱাই ) মনৰ কথা ভাঙি বিয়াৰ আগেয়ে শহুৰ-শাহুবৃন্দক কৈ দিছে। দৰে-ভাৱে আহে যদি খপৰ বহাই দিলোঁ, বহাই দিলোঁ; নাহে যদি কুচ্‌ পৰোৱা নাই, বৰলা ভকত হৈ থাকিমোৱেইবা?" কিন্তু সৌভাগ্যৰ কথা যে বৰলা ভকত হৈ থাকিবলৈ বৰবৰুৱাৰ কপালত লিখা নাছিল। বয়সত অলপ দেৰিকৈ হ'লেও বৰবৰুৱাই দাৰ-পৰিগ্ৰহ কৰিব লগা হ'ল, আৰু বহুতদিন উদভটীয়া হৈ ঘূৰি ফুৰাৰ ভাগৰ পলুৱাবলৈ তেওঁ বৰবৰুৱানীৰ সৈতে মহানগৰী কলিকতাতে থানিকা পাতি বহিল। কোৱা বাহুল্য মাথোন যে বয়স হৈ অহাৰ লগে লগে দহ ঠাই ফুৰি দহজনৰ সংস্পৰ্শলৈ আহি বৰবৰুৱাৰ আগৰ মতি-গতিৰ বহুত

সন্মানি হৈছিল, নহ'লে যি বৰবৰুৱাই "ছোৱালীক কেতিয়াও পঢ়িব-শুনিব নিদিওঁ" আৰু "নিতৌ তিৰুতাক ভুকু, চকা, গোৰ প্ৰদান কৰা যাব" বুলি বিয়াৰ বহুত দিনৰ আগতেই ঠিক কৰি ৰাখিছিল, তেওঁৰেই সহধৰ্মিণী "বৰবৰুৱানীয়ে দেশ-ভ্ৰমণ কৰিবলৈ গৈ মহিলাৰ মেলত বক্তৃতা দি ফুৰিব" নোৱাৰিলেহেঁতেন, বা "বৰবৰুৱাৰ মানত বৰবৰুৱানী ব্ৰহ্মাণ্ডকৈও ডাঙৰ" বুলি অনুভৱ নহ'লহেঁতেন। বৰবৰুৱাই যে উপযুক্ত পত্নী লাভ কৰিছিল আৰু তেওঁৰ সংসাৰ সুখৰেই হৈছিল সেই বিষয়ে কোনো সন্দেহ নাই ।

বৰবৰুৱাৰ নিষ্কলংক চৰিত্ৰত এফেৰি মাথোন চেকা আছিল, যদিহে অৱশ্যে তাক চেকা বুলি ধৰা যায়। সেই চেকাটো হ'ল কানি, ভাঙ আৰু মদ— এই তিনিওবিধ ৰাগীয়াল বস্তুৰ প্ৰতি তেওঁৰ এবিধ নোৰবা আসক্তি। অৱশ্যে এই ক্ষেত্ৰত বৰবৰুৱা একেবাৰে অকলশৰীয়া নহয়; তেওঁৰ লগত একে উশাহতে নাম ল'ব পৰা আৰু কেইবাজনো কবি, দাৰ্শনিক আৰু চিন্তাশীল লোকৰ কথা আমাৰ মনলৈ আহে। কানীয়াই কানি খোৱা বা মদপীয়ে মদ খোৱা আৰম্ভ কৰিবলৈ আচলতে একো অজুহাত নেলাগে, স্বভাৱৰ তাগিদাতেই মানুহ কানীয়া বা মদপী হয়। কিন্তু তাৰ ব্যতিক্ৰমো নোহোৱা নহয়। বৰবৰুৱাই আচলতে লোভত বা কু-সংগৰ প্ৰভাৱত পৰি কানি-ভাং-মদ খাবলৈ আৰম্ভ কৰা নাছিল, দুৰাৰোগ্য কঁকালৰ বিষৰপৰা পৰিত্ৰাণ পাবৰ কাৰণেহে ভিন ভিন মানুহৰ পৰামৰ্শ শুনি তেওঁ যথাক্ৰমে কানি, ভাং আৰু মদ প্ৰথমে মুখত দিছিল। এইবিষয়ত বৰবৰুৱাৰ বিখ্যাত ইংৰাজ কবি আৰু দাৰ্শনিক ক'ল্‌ৰিজৰ লগত আচৰিত মিল দেখা যায়। ক'ল্‌ৰিজেও তেওঁৰ চিৰজীৱনৰ সংগী নিউৰেল্‌জিয়াৰ যন্ত্ৰণা পাহৰি থাকিবৰ কাৰণেহে কানিৰ আশ্ৰয় লৈছিল। ক'লৰিজৰ নিউৰেল্‌জিয়াৰ বিষ নগ'ল, গতিকে কানিও তাৰ লগৰীয়া হৈ থাকি গ'ল। আমাৰ বৰবৰুৱাৰ ক্ষেত্ৰতো ঠিক সেই একে কথাই ঘটিল। বৰবৰুৱা পিছলৈ মদৰ ওপৰত ইমান নিৰ্ভৰশীল হৈ পৰিছিল যে এবাৰ তেওঁ "খংপুৰলৈ গৈ তাত একত্ৰিশ দিন থাকিবলগীয়া হোৱাত গধুলি হ'লেই বৰ আহুকাল পাইছিল, কাৰণ মদৰ দোকান তাত মুঠেই এখন কি দুখন, আৰু তাৰ ওপৰতো নগৰৰ বাৰ অনা লোকৰ চকু।"

ক'ল্‌ৰিজৰ নাম যেতিয়া ওলালেই, তেতিয়া হ'লে এই কথাও কৈ থোৱা উচিত হ'ব যে ক'ল্‌ৰিজৰ জীৱনৰ লগত বৰবৰুৱাৰ আৰু এটা কথাত কিছু মিল দেখা যায়। বয়স বাঢ়ি অহাৰ লগে লগে ক'ল্‌ৰিজ্‌ আফিঙৰ যন্ত্ৰণা-হৰ শক্তিৰ ওপৰত একান্ত নিৰ্ভৰশীল হৈ পৰিছিল আৰু ফলত তেওঁৰ সৃষ্টি

ক্ষমতা পংগু হৈ পৰিছিল; কিন্তু তেওঁ এনে বসাল কথকী আছিল আৰু আফিঙৰ বাগীত আচ্ছন্ন হৈ থকা অৱস্থাতো কাব্য, দৰ্শন আৰু ধৰ্মতত্ত্ব আদি সম্পৰ্কে অনুপম ভংগীৰ জ্ঞানগৰ্ভ কথা ক'ব পাৰিছিল যে তেওঁৰ মুখৰ কথা শুনিবলৈকে নানা গুণগ্ৰাহী মানুহৰে তেওঁৰ বৈঠকখানা ভৰি পৰিছিল। সুদূৰ আমেৰিকাৰ পৰাও এ'মাৰ্চন আৰু কৃপাবৰ লেখীয়া মানুহ আহি তেওঁৰ বাক্যামৃত পান কৰি ধন্য মানিছিল। আমাৰ বৰবৰুৱায়ো কানি-ভাং-মদৰ প্ৰভাৱতেই হওক বা বয়সজনিত প্ৰশান্তিৰ কাৰণেই হওক, আগ বয়সৰ চঞ্চলতা, কল্পনাবিলাস আৰু অভিযান স্পৃহা পৰিহাৰ কৰি এঠাইত থিৰ হৈ বহিছিল, আৰু তেওঁৰ ব্যক্তিত্বৰ দ্বাৰা আকৃষ্ট নানা গুণগ্ৰাহীৰ আগত ধৰ্ম, দৰ্শন, ৰাজনীতি, সমাজ-নীতি আদি বিবিধ বিষয়ৰ ওপৰত মন্তব্য, ব্যাখ্যা, টিকা-টিপ্পনী আদি দি তেওঁলোকৰ কৌতূহল চৰিতাৰ্থ কৰিছিল। শেষ বয়সৰ বৰবৰুৱা পৰিব্ৰাজক, সাংবাদিক, সমাজ সংস্কাৰক বা ৰসিক-চূড়ামণি কৃপাবৰ নহয়, এই বৰবৰুৱা হ'ল বৈঠকখানাৰ ৰসালাপী, স্থিতধী, দাৰ্শনিক বৰবৰুৱা। আন দাৰ্শনিকৰ লগত বৰবৰুৱাৰ পাৰ্থক্য এয়েই যে তেওঁলোকে কানিৰ তিতা বৰি গিলাৰ দৰে মুখৰ ভংগী কৰি এনে নিৰস ভাষাত দৰ্শনৰ কথা কয় বা জীৱনৰ বিভিন্ন সমস্যা আলোচনা কৰে যে শ্ৰোতাৰ অনুভৱ হয়—জীৱন সম্বন্ধে গভীৰভাৱে চিন্তা কৰাৰ অৰ্থই হ'ল ৰ'দত তিতা কাপোৰ শুকাবলৈ দিয়াৰ দৰে হৃদয়ৰ সকলো ৰস দৰ্শনৰ উত্তাপত শুকোৱাই পেলোৱা; আনহাতে বৰবৰুৱাই ধৰ্ম, দৰ্শন, ৰাজনীতি, যি বিষয়েই কথা ক'বলৈ মুখ মেলক, তাৰ আগতেই জিভা আৰু মন দুয়োটাকে ৰসৰ বাতিত এনেকৈ জুবুৰিয়াই লয় যে তেওঁৰ মুখৰ প্ৰতিটো শব্দৰ পৰাই মৌ-বিচনী চেপিলে তাৰ পৰা চৌ চৌ কৈ মৌ-জোল ওলোৱাৰ দৰে ৰস ওলাবলৈ ধৰে। তেওঁৰ মুখৰপৰা কথাবোৰো আচলতে মৌ-জোলৰ দৰে চৌ চৌ কৈ বা পেৰা তেলৰ নিছিগা ধাৰেৰে এনেকৈ ওলায়, যেন সাক্ষাৎ সৰস্বতীয়েহে তেওঁৰ জিভাৰ আগত থিত্ দিছে। আৰু কি সেই ভাষা! বাজীকৰে যেনেকৈ একে সময়তে দুখন হাতত দহ-বাৰটা ভোপ্ লৈ এটাও হাতৰপৰা পৰিব নিদিয়াকৈ নচুৱাই খেলা কৰে, বৰবৰুৱায়ো তেনেকৈ শব্দ লৈ অবিশ্বাস্য নিপুণতাৰে খেলা কৰে আৰু এবাৰৰ কাৰণেও তেওঁ লক্ষ্যভ্ৰষ্ট নহয়। বৰবৰুৱাৰ আগতে যে আন কোনো অসমীয়াই কথিত অসমীয়া ভাষাক এনে লাস্যময়ী কিশোৰী নৰ্তকীৰ ৰূপ দিব পৰা নাছিল, অসমীয়া ভাষাত বুলনি চ'ৰাৰ ৰসালাপত এনে তেজ, ছন্দ, ৰস আৰু ব্যঞ্জনা সঞ্চাৰ কৰিব পৰা নাছিল—সেই কথা ধুৰুপ। দুটামান নমুনা

চাওক : "আজি আকৌ বুৰবুৰণিৰ প্ৰবল প্ৰতাপ। উঠিছে, মৰিছে; মৰিছে, উঠিছে। ঠিক যেন অগস্তীৰ অগাধ গম্ভীৰ-সাগৰৰ ঢৌৰ উত্থান আৰু পতন। ঠিক যেন 'উত্থায় হৃদি লীয়ন্তে দৰিদ্ৰাণাং মনোৰথাঃ।' কাৰণটো শুনা; বহাগ বিহুৰ ফেৰফেৰীয়া বতাহ, মেঘৰ মেৰমেৰীয়া আটাহ; আকাশত গুৰু গুৰু ধ্বনি, বিজুলীৰ জুইআঙনি; ভিতৰত শূন্য ভৱন, বাহিৰত কিনকিন বৰষুণ। কৰ্ব্বি জয়দেৱে ক'বৰ নিচিনা—'মেঘৈৰ্মেদুৰমম্বৰং বনভুবঃ শ্যামস্তমাল দ্ৰুমৈৰ্নক্তং।' এনে কালতো যদি বুৰবুৰণি নুপজিব, তেন্তে উপজিব কেতিয়া? কৃষ্ণদেৱ উপজিছিল কেতিয়া?—যেতিয়া—

'ঘোৰ অন্ধকাৰ শিলা বৰষিছে এ
নুশুনি প্ৰজাৰ মাত।
পালি পহৰীয়া সবে নিদ্ৰা গৈলা
উপজিলা জগন্নাথ॥'

অথবা—'বৰবৰুৱানীয়ে-ব্যাপাৰটো 'গুৰুচৰণ' দেখি ততালিকে জালুক পিপলী-এদা এই ত্ৰিকটুক মধুৰসত পাৰি য়াত কৰি দৰবৰ জাঠী জোং প্ৰস্তুত কৰি লৈ ৰহৰ বিৰুদ্ধে প্ৰচণ্ড ৰণ-ঘোষণা কৰি দিলে। ৰহপ্ৰমত্ত হস্তীবিশেষ হৈ উঠিল, আৰু সি শৰীৰৰ পকা ধাননিখন মহতিয়ানলৈ ধৰিলে। উল্লিখিত গজেন্দ্ৰই হস্তী-হস্তিনী জাকেৰে প্ৰচণ্ড বাও কাটি এফালে খেদা খাই আনফালে যায়; আৰু আনফালে খেদা খাই ইফাল পায়হি। ফলত পকা ধাননি খচকত জোল হ'ল। মই বোলো, হে আয়ুষ্মতি! হে বৰাননে! এই ৰহতকৈ মোৰ পূৰ্বাণি চিনাকি বিৰহেই মোৰ পক্ষে আছিল ভাল। এতিয়া ৰহৰ ওপৰত ৰস পৰি মোৰ শৰীৰটো ক্ষীৰ সাগৰ হ'বৰ উপক্ৰম। এই প্ৰলয় পয়োধিজলৰ পৰা বৰবৰুৱাক উদ্ধাৰ কৰিবলৈ বিষ্ণুৰ পুনৰ্বাৰ মৎস্যাৱতাৰ ধৰিবৰ আৱশ্যক হ'ব দেখিছোঁ।"

অৱশ্যে এনেবোৰ ডুখৰীয়া উদ্ধৃতিৰ দ্বাৰা বৰবৰুৱাৰ ভাষাৰ ৰস বা সোৱাদ বুজোৱা সম্ভৱ নহয়। এধাৰি মালাৰপৰা এটুকুৰা ছিডি আনিলে যেনেকৈ সি মালা হৈ নেথাকে বা গোটেই মালাধাৰেই নষ্ট হয়, ঠিক তেনেকৈ বৰবৰুৱাৰ কথা শুনি ৰস পাবলৈ হ'লে তেওঁৰ গোটেই কথাখিনি একে বহনতে শুনিব লাগিব, লোকৰ মুখত আধা-ডুখৰীয়াকৈ শুনি তাৰ একো ৰস পোৱা নেযাব। সি যি কি নহওক, ভাটি বয়সতে বৰবৰুৱাই সস্ত্ৰীক কলিকতাত থিতাপি লাগি বহি মাজে মাজে 'বাঁহী'লৈ প্ৰবন্ধ লিখিব আৰু বেছি ভাগ সময় তেওঁৰ দুই গুণমুগ্ধ সংগী লৰাই আৰু জয়ধ্বজৰ লগত আড্ডা মাৰি সময় কটাবলৈ

ধৰিলে। তেওঁৰ পৰিণত বয়সৰ শ্ৰেষ্ঠ চিন্তাৰাজি এই আড্ডাতেই প্ৰথম ব্যক্ত হৈছিল আৰু তাৰ প্ৰথম শ্ৰোতা আছিল হয় লম্বাই, নহয় জয়ধ্বজ। আৰু সেই আড্ডাত আলোচনা নোহোৱাকৈ আছিল কি বিষয়? সাহিত্য, ৰাজনীতি, প্ৰেম, স্ত্ৰী-স্বাধীনতা, ধৰ্ম-তত্ত্ব, জাতীয় ঐক্যৰ সমস্যা, যুগধৰ্ম, বিহু-সবাহ—মুঠতে প্ৰসংগক্ৰমে যেতিয়াই যি বিষয় উত্থাপিত হৈছে তাৰ ওপৰতে বৰবৰুৱাই আৰম্ভ কৰিছে তেওঁৰ "বৰ বক্তৃতা", অনৰ্গল ধাৰেৰে তেওঁৰ মুখৰপনা কথা ওলায়েই আছে, ওলায়েই আছে, আৰু তেওঁৰ কোৱাৰ অনুপম ভঙ্গীয়ে "পোন-পটীয়া কথাটোকে বেঁকাকৈ বাছকবনীয়া শব্দৰ আৱিয়া ধৰি জনাই জক্‌মকীয়া কৰি" তুলিছে, 'তস্যোপৰি' যেতিয়াই যেনে প্ৰয়োজন সেই অনুসৰি শ্ৰীশঙ্কৰ গুৰুৰ কীৰ্ত্তনৰ পদৰপৰা আৰম্ভ কৰি বেদ-বেদাঙ্গ, গীতা, উপনিষদ, জয়দেৱ, কালিদাস, ৰবীন্দ্ৰনাথ আদিৰপৰা ৰজিতা খোৱা উদ্ধৃতি উল্লেখ—মুঠতে ইয়াৰ আগতে কস্মিন্ কালেও অসমীয়া ভাষাত এনে 'ৰসে টইটম্বুৰ' বিচিত্ৰ তত্ত্ব-কথা শুনাৰ সৌভাগ্য কাৰো হোৱা নাছিল।

শেষ বয়সৰ এই পৰিণত-বুদ্ধি, শানিত-জিহ্ব, ৰসালাপী আৰু বহু-শাস্ত্ৰজ্ঞ বৰবৰুৱাৰ প্ৰশান্ত হাস্যোজ্জ্বল মূৰ্তি কল্পনা কৰিলেই ঠিক তাৰ কাষতে চকুৰ আগত ভাহি উঠে তেওঁৰ চপল ডেকা বয়সৰ সেই হাস্যকৰ মূৰ্তিটো—"ফটোগ্ৰাফ্ কৰাওনেকু ওকত্ বিলকুল্ অসমীয়া নিগাৰ, চাহাব্ লোক্‌কা ড্ৰেচ্ পিন্ধতা। তব বৰবৰুৱাকো বেলিকা হাঁহি কিহবকা? ড্ৰেচ চাইকে নাহি হাঁহতা তো ক্যা মেৰা পেট দেখ্‌কে? অসমীয়া, তোমালোক জানতা নাহি হম্ কেত্‌না দুখ কেত্‌না লেবৰ্ কৰিকে পেট্‌কু বৰা বনায়া ..." আৰু,

"কৃপাবৰ বৰবৰুৱা মহা ধনুৰ্দ্ধৰ।
বৰপেট টিকনীৰে মুৰ লৰফৰ্।
* * *
অসম গৌৰৱ-ভানু কৃপা কল্পতৰু॥
কলেবৰ শ্যাম যেন ভাত বন্ধা চৰু॥"

এনে এটা হাঁহি-উঠা মূৰ্তিৰ মুখত নিশ্চয় শোভা পায় এনেবোৰ বিশুদ্ধ বহুৱালি—"ওঃৰল অসমীয়া ঘণ্টা কোবোৱা! ভাগ্ হিঁয়াচে দাঁত চেলাও মত্। নগৰ নাহি তো বৰবৰুৱা বৰা চাহাব তোমলোক্‌কু ধৰ্‌কে খালেমে কাৰৈ মাছ সুমাই খোৱা মাফিক্ বৰা পেট্‌মে সোমাই থগা। ভাগ, ভাগ, ভাগ, ফ্ৰোইট্ ফ্ৰেট্ ফ্ৰোট ফ্ৰাট ফ্ৰোবেইট্ ফ্ৰোব্ ৰ-ৰ্ ৰেইট্।—" কিন্তু মানুহ একে বয়সতে কেতিয়াও নৈ থাকিব নোৱাৰে; বয়স বাঢ়ে, মন পকে, লগে লগে বদলি হয়

কথাৰ সুৰ আৰু হেও। এই একেজন বৰবৰুৱাৰ মুখতে আমি পিছত শুনিবলৈ পালোঁ মনৰ ভলিৰপৰা ওলাই অহা এনেবোৰ গভীৰ উপলব্ধিৰ কথাও---"ব্ৰহ্ম বা ঈশ্বৰ কেনেকুৱা এই প্ৰশ্নৰ উত্তৰত উপনিষদে কৈছে—সত্যং জ্ঞানমনন্তং ব্ৰহ্ম। অৰ্থাৎ ব্ৰহ্ম সত্য-স্বৰূপ, জ্ঞান-স্বৰূপ, অনন্ত-স্বৰূপ জ্ঞানময়, তেওঁ যদি অনন্ত, জ্ঞানো তেওঁ অনন্ত। এই অনন্ত জ্ঞানৰ এটি-দুটি পায়েই আমি নিজক পৰম জ্ঞানী বোলোঁক। লৰ্ড আৰউইনৰ খানা খোৱা হৈ গ'লে যেনেকৈ ইন্দুৰ এটাই মাজৰাতি আহি খানাৰ মেজৰ তলত পৰি থকা পাউৰুটিৰ গুৰি গুটিদিয়েক খাই যদি ভাবে যে সি ভাইচৰয় আৰু গবৰ্ণৰ জেনেৰেলে খোৱা খানা সোপাকে খাবলৈ পালে, ঠিক তেনেকুৱাই এটা কথা। .. এতেকে তোমালোকে আজিৰ পৰা বৰবৰুৱা ডাঙৰীয়াক জ্ঞানবৃদ্ধ, বয়োবৃদ্ধ, একো নুবুলিবা। বৰবৰুৱাৰ পক্ষে তেনেবোৰ বিশেষণ দেৰ্দেবীয়া চোকা অপমান।"

বৰবৰুৱাৰ পিছৰটো ৰূপ যেনেকৈ সত্য, আগৰটো ৰূপো ঠিক তেনেকৈয়ে সত্য নিশ্চয়; কিন্তু বৰবৰুৱাৰ নাম উল্লেখ কৰা মাত্ৰকতে বেছিভাগ অসমীয়াৰ মনত ভাহি উঠে তেওঁৰ আগৰ সেই বহুৱা ৰূপটোহে—

"কৃপাবৰ বৰবৰুৱা মহা ধনুৰ্দ্ধৰ।
বৰপেট টিকনীৰে মুৰ লবফৰ্॥"

পিছৰজনা বৰবৰুৱাক খুব কম অসমীয়া মানুহেহে চিনি পায়। তাৰ দ্বাৰা অৱশ্যে বৰবৰুৱাৰ শিলৰ বেখা যেন সুনামৰ একো ক্ষতি-বৃদ্ধি নহয়, কিন্তু প্ৰকাশ পায় অসমীয়া মানুহৰ পল্লব-গ্ৰহীতা, লঘুচিত্ততা, কমেডি আৰু ফাৰ্চৰ মাজত ভেদ-জ্ঞানৰ অভাৱ, বুদ্ধি-যুক্ত ৰসালাপতকৈ বজৰুৱা বহুৱালিৰ প্ৰতি আকৰ্ষণৰ আধিক্য।

মৃত্যুৰ আগতে এখন উইলৰ দ্বাৰাই বৰবৰুৱাই অন্যান্য বস্তুৰ ভিতৰত "তলত লেখা স্থাবৰ অস্থাবৰ সম্পত্তি কেইপদ" তেওঁৰ দেশবাসী অসমীয়া মানুহক দান দি গৈছিল---"(১) পৰশুৰাম কুণ্ডৰ পৰা ধুবুৰীলৈকে মাছ, মগৰ, পছ, চৰাই, বালি, চাপৰি, কহুৱা খাগৰিৰে আৰু পানীৰ ঘূৰণীত থকা নানা গঢ়ীয়া নানা বৰণীয়া শিলগুটিবোৰেৰে সৈতে ব্ৰহ্মপুত্ৰ নৈখন। (২) ভুবনেশ্বৰীৰ মন্দিৰেৰে সৈতে কামাখ্যা পৰ্বতটো। উমানন্দ, হাজো আৰু অশ্বক্লান্তৰ পৰ্বত কেইটা। গুৱালপাৰাৰ পৰ্বতৰে পৰা আৰম্ভ কৰি গুল্ম, লতা, ফল, ফুল, গছেৰে সৈতে শিঙৰি পৰ্বত, শিলঘাটৰ, বিশ্বনাথৰ আৰু তেজপুৰৰ পৰ্বতবিলাক। (৩) গোটেই অসম উপত্যকাৰ বগা, ক'লা,

হালধীয়া, ৰঙা, সেউজীয়া, মুগা, আৰু পথৰা চিতৰা চৰাইবিলাক, যি গান গাব পাৰে, কল্‌কলাব পাৰে, চেঁচেয়াব পাৰে আৰু নোৱাৰে। (৪) আসামৰ পথাৰত উৰি ফুৰা নানা বৰণীয়া পখিলাবিলাক, হাবিৰ নানা ঠগীয়া ফুলবিলাক, বতাহত ৰিব্‌ৰিব্‌কৈ লৰা জৰি আৰু অঁাহত গছৰ পাতবিলাক .. ইত্যাদি।"

গোটেই উইলখন ইয়াত সম্পূৰ্ণকৈ উদ্ধৃত কৰাৰ লোভ সামৰাও টান, অথচ তাকে কৰিবলৈ গ'লে বহুত ঠাই লাগে। মুঠতে চমুকৈ ইয়াকে ক'ব পাৰি যে এনেকুৱা দ্বিতীয় এখন উইল পৃথিৱীৰ কোনো মানুহে কেতিয়াও কৰি থৈ যোৱা নাই। কৃপাবৰ বৰবৰুৱাৰ সমগ্ৰ জীৱনৰ চিন্তা, কাৰ্য্যাৱলী, খং, অভিমান, বহুৱালি, দাৰ্শনিকতা আদি সকলোবোৰৰে গোপন ৰহস্যও এই উইলখনতে ধৰা পৰিছে বুলি ক'ব পাৰি। সেই ৰহস্যটো হ'ল স্বদেশৰ প্ৰকৃতি, মানুহ, ভাষা, সংস্কৃতি আদি সকলোৰে প্ৰতি কৃপাবৰৰ কোনেও জুখিব নোৱৰা সীমাহীন অনুৰাগ—যি অনুৰাগৰ তীব্ৰতা আৰু গভীৰতাই তাক সাধাৰণ স্বদেশ-প্ৰেমৰ উৰ্দ্ধলৈ তুলি এটা Romantic passion ৰ মৰ্য্যাদা দিছে। ৰুপাৰ্ট ব্ৰুকে যেতিয়া ফ্লেন্দাৰ্চৰ ৰণ-ভূমিৰপৰা স্বদেশৰ উদ্দেশ্যে দীৰ্ঘশ্বাস পেলাই গাইছিল—

> "There shall be
> In that rich earth a richer dust concealed;
> A dust whom England bore, shaped, made aware,
> Gave, once her flowers to love,
> her ways to roam,
> A body of England's breathing English air
> Washed by the rivers, blest by suns of home".

তেওঁৰ এই অপৰূপ বিষাদ-বঞ্জিত কবিতাত ফুটি উঠা নাছিল সেই ধৰণৰ স্বদেশ-প্ৰেম—যাৰ শিক্ষা দিয়া হয় পঢ়াশলীয়া পাঠ্য-পুথিত, যাৰ আহ্বান শুনা যায় ৰাজনৈতিকৰ বক্তৃতাত, সেনানায়কৰ ৰণ-হুঙ্কাৰত। কবিৰ মহৎ আবেগৰ মাজত ইয়াত স্বদেশৰ প্ৰতি আকুতিয়ে লাভ কৰিছে এনে এক বিশ্বজনীনতা, যি একান্তভাৱে মানুহৰ সামূহিক আৰু চিৰকলীয়া ঐতিহ্যৰ অংশবিশেষ। কৃপাবৰ বৰবৰুৱাৰ উইলতো আমি স্বদেশ-প্ৰেমৰ সেই হৃদয় মথিত কৰা কাব্যিক প্ৰকাশ দেখা পাওঁ। এজন মানুহে কি তীব্ৰতা আৰু গভীৰতাৰে স্বদেশৰ নদ-নদী, পৰ্বত-পাহাৰৰপৰা আৰম্ভ কৰি প্ৰতিডাল তৃণ-তৰুলৈকে সকলো বস্তুকে ভাল পালে আৰু কি সীমাহীন মমতাৰে স্বদেশৰ সমস্ত অতীত ইতিহাস

আৰু বৰ্তমানৰ সাধনাৰ আত্মসাৎ কৰিব পাৰিলেহে এনে এখন উইল লিখা সম্ভৱ হ'ব পাৰে—সেই কথা কল্পনা কৰিলেও মন কিবা এটা আবেগত শিহৰিত হৈ উঠে।

দুখৰ কথা যে কৃপাবৰে উইল কৰি অসমীয়া জাতিক দি যোৱা বহুতো বস্তু আজি আমাৰ অধিকাৰত নাই। তাঁতৰপৰা ওলোৱা নধনীয়া কাপোৰ, চেলেং কাপোৰ আৰু গামোচাৰে সৈতে হেঁচা পিঠা সুতুলি ইত্যাদি, "দেউতাৰ পদুলিত গোন্ধাইছে মাধুৰী, কেতেকী মলেমলায়" এই নামেৰে শেম নিশা গোৱা হুচৰিৰে সৈতে বঙালী চ'তৰ বিহুটো, পাভ মাছত টেঙা দিয়া লফা শাকৰ আঞ্জা, নৈৰ পাৰৰ হাবিত মহৰ পিঠিত উঠি বিভিন্নাই গোৱা ন'হ-গুৱালৰ গীতবোৰ, ভাওনাৰ ছালি নাচ, জুমুৰি নাচ, বৰধেমালি ইত্যাদি—কালৰ বিধানত এইবোৰ বস্তু আমি চিৰকাললৈ হেৰুৱাইছোঁ, শিল্পত নুৰ আমদানি নবিলেও আমি আৰু সেইবোৰ ঘুৰাই নেপাওঁহক। বৰবৰুৱাই আমাক আইন মতে উইল কৰি দিয়া "বগী খাচিয়ানীবিলাকেৰে জক্‌মক কৰা ফুলি থকা চিলং পৰ্বতটো"ও আমাৰ হাতৰপৰা যোৱাৰ উপক্ৰম হৈছে। কিন্তু সেই বুলি বৰবৰুৱাৰ উইলৰ মূল্য নোহোৱা হৈ যোৱা নাই; যিমান দিন মানুহে অতীতৰ স্মৃতি সুঁৱৰি দীৰ্ঘশ্বাস পেলাব, যিমান দিন এখন হেৰুৱা জগতৰ সোঁৱৰণীয়ে মানুহক পিছলৈ টানিব আৰু তেওঁৰ হৃদয় ব্যথিত কৰি তুলিব, সিমান দিনলৈকে বৰবৰুৱা আৰু তেওঁৰ অনুপম উইল অসমীয়া মানুহৰ স্মৃতিত অমৰ হৈ ৰ'ব।

# বেজবৰুৱাৰ সাধুকথা চৰ্চা

ড° প্ৰফুল্লদত্ত গোস্বামী

## এক

সাধাৰণতে শিক্ষিত লোকে আওকাণ কৰা গাঁৱলীয়া সাধুৰ সংগ্ৰহ প্ৰকাশ কৰিবলৈ বেজবৰুৱাক কিহে উদগালে সেই বিষয়ে প্ৰথমতে অলপ আভাস দিয়া যাওক। সেই সময়ত, অৰ্থাৎ ঊনবিংশ শতিকাৰ দ্বিতীয় ভাগ আৰু এই শতিকাৰ পূৰ্বভাগত, বহুতো লোকে ভাৰতীয় সাধু সংগ্ৰহ কৰিবলৈ ধৰিছিল। লালবিহাৰী দেৰ 'ফোকটেইলচ্ অফ্ বেংগল' ওলায় ১৮৮১ চনত; মেক্সমুলাৰৰ ভাৰতীয় পুৰাণ সম্বন্ধীয় ৰচনা ওলাইছেই; আৰ. চি. টেম্পলৰ 'ৱাইড এৱেক ষ্টোৰিজ' ওলায় ১৮৮৪ চনত; মেৰি ফ্ৰিয়াৰৰ 'ওল্ড ডেকান ডেইজ' ওলায় ১৮৮৯ চনত। ইয়াৰ বহুদিন আগৰেপৰা বঙালী প্ৰবাদ সংগ্ৰহ হ'বলৈ ধৰিছে। ৰবীন্দ্ৰনাথৰ 'লোক সাহিত্য' ওলায় ১৯০৭ চনত; তেওঁৰ 'বাউলৰ গান' (১৮৮৩), 'স্বদেশী সমাজ' (১৯০৪) আদি ৰচনাও উল্লেখযোগ্য। দক্ষিণাৰঞ্জন মিত্ৰ মজুমদাৰৰ 'ঠাকুৰমাৰ ঝুলি' আৰু 'ঠাকুৰদাদাৰ ঝুলি' ওলায় ১৯০৭ আৰু ১৯০৯ চনত। মুঠৰ ওপৰত, ভাৰতীয় সাংস্কৃতিক জীৱনৰ কেন্দ্ৰ কলিকতাত বাস কৰি আৰু বিশেষকৈ ঠাকুৰ পৰিয়ালৰ সংস্পৰ্শলৈ আহি বুদ্ধিমান আৰু সজাগ মস্তিষ্কৰ লোকে এই জন-সংস্কৃতিৰ ওপৰত ৰচিত মনোমোহা কিতাপবোৰৰ সংবাদ নোপোৱাটো আচৰিত কথা। দ্বিতীয়তে, এই ধৰণৰ ৰচনাই শিক্ষিত ভাৰতীয়ক নিজৰ সংস্কৃতিৰ প্ৰতি আগ্ৰহশীল কৰিও তুলিছে। তাৰ উপৰি বেজবৰুৱাৰ যি দুজন ঘাই সঙ্গী আছিল—আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামী—এওঁলোকৰো স্বদেশ-প্ৰীতি কম গভীৰ নাছিল। ক'বলৈ গ'লে অসমীয়া সাহিত্যৰ জোনাকীৰ ৰোমাণ্টিক আন্দোলন অসমৰ নৱজাগৰণৰে এটা শাখা; ই স্বদেশ-প্ৰীতিৰে নামান্তৰ। পুৰণি গীত-পদ নাইবা সাধু এই "জাতীয় জীৱনৰ অলিখিত বুৰঞ্জী"ৰ সাৰ্থকতা সম্পৰ্কে যে বেজবৰুৱাৰ সুস্পষ্ট ধাৰণা আছিল 'বুঢ়ী আইৰ সাধু'ৰ পাতনিখনৰ পৰাই বুজিব পাৰি। ইয়াত তেওঁ ঘাইকৈ সাধুকথা সম্পৰ্কেহে মন্তব্য কৰিছে।

বেজবৰুৱাই লিখিছে : "কিছুকালৰ আগলৈ সাধুকথাবোৰৰ আচল মূল্য নুবুজি সকলোৰে সেইবোৰ ল'ৰালি আৰু অকামিলা বুলি ভাবিছিল। কিন্তু প্ৰথমতে জাৰ্মান পণ্ডিতসকলে এই ভুল বিশ্বাস ভাঙি দিয়ে। প্ৰথমতে জাৰ্মানীতে সাধুকথাৰ প্ৰকৃত মূল্য নিৰ্দ্ধাৰিত হয় আৰু তাতে সেইবোৰ বৈজ্ঞানিক প্ৰণালীত আলোচিত হয়। ১৭৭৮-৯ খৃষ্টাব্দত ছপা হোৱা হাৰ্ডৰৰ প্ৰসিদ্ধ 'Collections of Popular Songs'-অত এই চেষ্টাৰ প্ৰথম উন্মেষ হয়। কিন্তু ১৮১১অৰ পৰা ১৮৩৫ খৃষ্টাব্দৰ ভিতৰত কৰা বিখ্যাত পণ্ডিত গ্ৰীমৰ (দুই ভায়েক) পৰিশ্ৰমে এই চেষ্টাৰ ফল ধৰায়। জাৰ্মানীৰ গাঁৱলীয়া কটনা-কটা বুঢ়ী তিৰোতা মানুহৰ মুখৰপৰা এনে সাধু গোটাই ছপা কৰি উলিওৱা হয়। বাস্তৱিকতে ক'বলৈ গ'লে জাৰ্মান পণ্ডিতসকলৰ পৰিশ্ৰমেহে গোনতে সভ্য জগতক দেখুৱাই দিলে যে কোনো এটা জাতিৰ এটা পুৰণি সাধুকথাৰ ইতিহাস আৰু ভাষাৰ ভিতৰত এটা শব্দৰ ইতিহাস, এখন ডাঙৰ যুদ্ধৰ ইতিহাসতকৈও মূল্যবান।"

গ্ৰীম ভ্ৰাতৃদ্বয়ৰ সংগ্ৰহ জগৎ বিখ্যাত আৰু এই সংগ্ৰহে সকলো দেশতে এক নতুন চৰ্চাৰ বাট মুকলি কৰিছে। এওঁলোকৰ সাধুৰ সংক্ষিপ্ত নাইবা পৰীয়া সংকলণ ইংৰাজী ভাষাত বহু পায় আৰু এইবিলাক কিতাপ যোৱা শতিকাৰপৰা স্কুলীয়া ছাত্ৰৰ 'প্ৰাইজ বুক' হিচাপে বৰ্তি আছে। সেইদৰে বেজবৰুৱাই স্মৰণ কৰা 'লা ফণ্টেইন'ৰ সংগ্ৰহো পঢ়িলে সোৱাদ লগা আৰু সহজে পাব পৰা।

আকৌ বেজবৰুৱাৰ কি ক'বলৈ আছে তালৈ মন কৰক : "পাঠক-সকলে দেখিব যে এই কিতাপত দিয়া কোনোটো সাধু ভাৰতবৰ্ষত আন আন দেশত, মাইকৈ বঙ্গদেশত প্ৰচলিত সাধুৰে সৈতে ঘাই কথাবিলাকত মিলে। এনে দেখি তেওঁলোকে যদি ভাবে যে সেইবোৰ বিদেশী সাধুৰ ভাঙনি বা বিদেশী সাধুৰ ছাঁ লৈ ৰচনা কৰা হৈছে, তেন্তে ভুল কৰা হ'ব। এদেশৰ সাধু আন এদেশৰ সাধুৰে মিলি যোৱাৰ কেইবাটাও কাৰণ আছে ; তাৰে প্ৰথমটো হৈছে—সাধুবোৰ ইমান পুৰণি যে অতীজৰ আৰ্যবংশীয় মানুহবোৰ একেলগে থাকোঁতেই সেইবোৰ ৰচিত হোৱা। কালক্ৰমত আৰ্যবিলাক ফাটি য়ুৰোপ আৰু এচিয়াত ভাগ হৈ পৰিলত, দেশ-কাল-পাত্ৰ অনুসৰি তেওঁলোকৰ স্বভাৱ আৰু গঢ়-গতিৰ সলনি হোৱাদি সেই সাধুবোৰৰো গঢ়-গতিৰ সলনি ঘটিছে। কিন্তু সেইবুলি সেইবোৰৰ জঁকাৰ সলনি ঘটা নাই আৰু ঘটিবও নোৱাৰে। সেই দেখি ইণ্ডো-য়ুৰোপীয়সকলৰ ভিতৰত প্ৰচলিত

অনেক সাধুৰ বাহিৰৰ আকৃতি অনেক বিষয়ত বেলেগ হ'লেও ভিতৰ ভেটি একে। সেই দেখি লা ফণ্টেইনৰ সাধুবোৰ পঢ়োঁতে বা পঞ্চতন্ত্ৰ আৰু হিতোপদেশৰ সাধুবোৰ পঢ়োঁতে সেইবোৰ আচহুৱা যেন নালাগে। সেই দেখি ভাৰতবৰ্ষৰ ল'বা-ছোৱালী ধাইমাৰ মুখত শুনা-শিকা সাধু বহুত জাৰ্মানী, নৰৱে আৰু ফ্ৰান্সৰ ধাইমাকৰ মুখত শুনিবলৈ পোৱা যায়; —বিভিন্নতাৰ ভিতৰত মাথোন তাৰ সাজপাৰ, বৰণ আৰু মাত-কথা।"

"... ওচৰচুবুৰীয়া দেশৰ পৰাও সাধু অহা-যোৱা কৰিবলৈ সুচল পায়। সেই দেখিহে আমি অসমীয়া সাধু বঙ্গদেশত, ঘাইকৈ পূৰ্ববঙ্গত, অনেক পাওঁ। আৰু এটা কথা মন কৰিবলৈ পাহৰিব নালাগে যে পূৰ্ববঙ্গ আৰু উত্তৰবঙ্গৰ এচোৰৰ পূৰণি কামৰূপ ৰাজ্যৰ ভিতৰত থকা বাবে আমাৰ বহুত কামৰূপীয়া অৰ্থাৎ অসমীয়া সাধু বঙলা হ'ল। এই কথা ভালকৈ মন কৰিলে ফট্-ফটীয়াকৈ দেখিবলৈ পোৱা যায় যে, আজিকালি যিসকল বঙালী গ্ৰন্থকাৰে সাধুকথা বা 'ৰূপকথা'ৰ কিতাপ লেখি ছপাইছে, তেওঁলোকৰ ভিতৰত যি কেইজন পূৰ্ববঙ্গীয়, তেওঁলোকৰ কিতাপত অসমীয়া সাধুকথাৰ জকা আৰু ছাঁ সৰহ, পশ্চিমবঙ্গ দেশীয় কেইজনৰ কিতাপত সিমান নহয়। আমাৰ কথাৰ প্ৰমাণ দুখন বঙলা সাধুকথাৰ কিতাপেৰে দিওঁ; যেনে—পূৰ্ববঙ্গ দেশীয় গ্ৰন্থ-কৰ্ত্তাৰ 'টুনটুনিৰ বই' আৰু পশ্চিমবঙ্গ দেশীয় গ্ৰন্থকৰ্ত্তাৰ 'ঠাকুৰমাৰ ঝুলি'।"

ওপৰত উল্লেখ কৰা ইণ্ডো-য়ুৰোপীয় লোকৰ বিস্তৃতিৰ ফলত মূল সাধু-বিলাকো যে দেশে-বিদেশে বিয়পি পৰিল এই তথ্য অসত্য নহ'লেও সমলৰ অভাৱত ভালকৈ প্ৰমাণ কৰিবলৈ টান, কিন্তু ভাৰতীয় জাতক আৰু পঞ্চতন্ত্ৰৰ সাধু যে য়ুৰোপীয় গাঁৱে-ভূঞে সোমাই পৰিছে তাৰ প্ৰমাণ পায়। এসময়ত জাৰ্মানীৰ পণ্ডিত বেন্‌ফাইয়ে এনে তথ্যও আগ বঢ়াইছিল যে সকলো য়ুৰোপৰ সাধু মূলত ভাৰতীয়হে। দূৰলৈ যাব নুখুজিলেও, ভাৰতৰ ভিতৰত যি বিভিন্ন ঠাইৰ সাধুৰ মাজত সময়ে সময়ে অদ্ভুত মিল আছে লক্ষ্য কৰিলে আচৰিত নহৈ নোৱাৰি। শিয়াল পণ্ডিতৰ সাধুটো বঙ্গদেশ, উৰিষ্যা, চাওঁতালী অঞ্চল, পশ্চিম পাকিস্তান আদি বিভিন্ন ঠাইতে পায়, অৱশ্যে সাধুৰ জঁকাটোৰ ঠাই লৈ সামান্য ইফাল-সিফাল হৈছে।

বেজবৰুৱাই কৰা মন্তব্য—"সেই দেখিহে আমি অসমীয়া সাধু বঙ্গদেশত, ঘাইকৈ পূৰ্ববঙ্গত অনেক পাওঁ"—ওফৰাবলৈ টানেই যদিহে আমি উদাহৰণ স্বৰূপে 'বুধিয়ক শিয়ালৰ সাধু'টো বিশ্লেষণ কৰোঁ। এই সাধুটো আমাৰ দুই-এজন সমালোচকে ভবাৰ দৰে বঙ্গদেশৰ নহয়, ই ভাৰতীয় সাধু। ঘাই সাধুটোৰ

নায়ক মেকুৰী নহয়, শিয়ালহে। শিয়ালে বাঘ জব্দ কৰা এই সাধু অসমৰ পৰা পঞ্জাবলৈ সংগৃহীত হৈছে। পঞ্জাবী সাধুটোত শিয়ালৰ ঠাইত আছে পাখ, যেনেকৈ বঙলাটোত মেকুৰী। সাধুটোৰ জঁকা এই ধৰণৰ—

১ (ক) শিয়ালে বাঘ-পোৱালিৰ আহাৰ খায়। (খ) বাঘে খেদা দিয়ে আৰু ফেৰেঙনিৰ মাজত চেপা খায় নাইবা গাঁতত পৰি মৰে। (গ) শিয়ালে বাঘিনীক বশ কৰি ঘৰৰ গিৰীহঁত হৈ ফুর্তি মাৰি বাস কৰে।

২ (ক) চিকাৰত শিয়ালে পহু মাৰিব নোৱাৰি ফাকি দিয়ে যে জন্তু-বিলাক তেনেই সৰু বা তেনে কিবা এটা। (খ) পানীত পৰি কৰ্কৰকাওঁতে তাক যেতিয়া উদ্ধাৰ কৰা হয় তেতিয়া কয় সি নাহুহে মাৰিছে বা তেনে কিবা চলাহি কথা।

৩। জন্তুৰ গচকত তাৰ পেটু ওলায় আৰু সি মৰে।

হিমালয়ৰ গড়োৱাল অঞ্চলত সাধুটোৰ যি ৰূপ পায় তাত শিয়ালে বাঘহঁতক ধমকি দি এজনী বাঘিনী আদায় কৰে আৰু তাইক বিয়া কৰায়। পহু, ম'হ সকলো চিকাৰ কৰে বাঘিনীয়ে, সি চলাহি কথাৰে ফাকি দি সাৰে। নৈ পাৰ হওঁতেও তাৰ কৰ্কৰক্ অৱস্থা। ওলটাই সিয়ে বাঘিনীক থপৰিয়ায়। পিছত বাঘিনীয়ে খং উঠি তাক মাৰি পেলায়। এই সাধুটোতো শিয়ালহে নায়ক।

সাধুটোৰ আন এটা অসমীয়া ৰূপ পায় নাথৰ 'ভৈয়ানৰ সাধু' কিতাপত। এই কিতাপত থকা ৰূপটোত নায়ক শিয়াল নহয়, মেকুৰীহে। ইয়াতো সাধুৰ নায়কে বাঘে তাৰপৰা ধন ধাৰে নিয়া বুলি কৈ বাঘৰ পোৱালিক ভয় দেখুৱাই সিহঁতৰ আহাৰ খায়। বঙলা সাধুটোত মজন্তালী সৰকাৰে বজাৰ খাজনা সাধিবলৈ যায়। অসমীয়া সাধু দুটাত শিয়াল বা মেকুৰীৰ পহুৰ গচকত পেট ফুটে, মৰিবৰ সময়ত সিহঁতে কয়, মই হাঁহি ৰাখিব নোৱাৰিহে মৰিলোঁ। বঙলাটোৰ সামৰণি একে ধৰণৰ, কিন্তু এটি ঘটনা ওপৰঞ্চি আছে—মেকুৰীয়ে মৰা ম'হ এটা কামুৰি নৈ আহি কয় যে সিহে সেইটো মাৰি থৈছে।

বঙলা আৰু অসমীয়া সাধু দুটাৰ মুখ্য পাৰ্থক্য হৈছে আৰম্ভণিত। বঙলা সাধুটোত এক চেৰেলা মেকুৰী গুৱালৰ ঘৰৰ ক্ষীৰ-সৰ খাই শকত হ'ল আৰু অনাই-বনাই ফুৰোঁতে সি তিনিটা বাঘ-পোৱালি লগ পালে। অসমীয়া দুটাত শিয়াল বা মেকুৰীৰ ভিতিত ফুটা দোণ বা খালৈ এটা লাগি ধৰে, সেইটো একেবাৰে নোৱাৰি সিহঁতে হাৰি পায়গৈ। ('বুঢ়ীআইৰ সাধু'ৰ থকা ৰ'ৱাগী মেকুৰীৰ ভিতিত বিৰিয়া এটি আঁৰি লৈ হাবিলৈ যোৱা এই প্ৰসঙ্গত তুলনীয়।)

## দুই

বেজবৰুৱাৰ চিন্তাধাৰাৰ ওপৰত বঙালী প্ৰভাৱ অস্বীকাৰ কৰিবৰ আৱশ্যকতা নাই। কলিকতাৰ সাংস্কৃতিক জীৱনৰ উখল-মাখলত তেওঁ নিশ্চয় হেন্দুলিছিল; তেওঁৰ দৃষ্টি-ভঙ্গীত নিশ্চয় বঙ্কিমচন্দ্ৰৰ প্ৰভাৱ পৰিছিল। বঙ্কিমচন্দ্ৰৰ হাস্যপৰায়ণতা আৰু ব্যঙ্গৰ অন্তৰালত আছিল জাতিগত অপমান-লাঞ্ছনাৰ বেদনা, তেওঁৰ সমালোচনাও আছিল সংস্কাৰ-অভিলাষী। বঙ্কিমচন্দ্ৰৰ কাল্পনিক চৰিত্ৰ কমলাকান্ত কৃপাবৰৰ যথাযথ মূল নহ'লেও ইজনৰ দৰে আদৰ্শ-বাদী। এওঁও ৰাজনীতি, সমাজনীতি, দৰ্শন সকলো বিষয়তে অনৰ্গল বকিব পাৰিছিল—আমাৰ কৃপাবৰৰ দৰেই। বঙ্কিমচন্দ্ৰৰ মেধাৰ যি বিশালতা, মানসিক কৌতূহলৰ যি ব্যাপ্তি, বেজবৰুৱাৰো সেই বিশালতা আৰু ব্যাপ্তি আছিল। বঙ্কিমচন্দ্ৰৰ মৃত্যু হয় ১৮৯৪ খৃণ্টাব্দত; বেজবৰুৱাৰ বিয়াৰ তিনি বছৰ পিছত। বঙ্গভাষাৰ বিভিন্ন ক্ষেত্ৰত আৰু ভাৰতীয় জাতীয় ভাবৰ জাগৰণত এইজন পুৰুষৰ অবদান কম নহয়। এওঁৰ কেইবাখনো কিতাপ সেই সময়ত ইংৰাজী ভাষাৰ জৰিয়তেও প্ৰচাৰ হয়। ঠাকুৰ পৰিয়ালৰ প্ৰতিভাশালী নৰ-নাৰীৰ সংস্পৰ্শলৈ আহিও বেজবৰুৱাই মানসিক ব্যাপ্তিৰ সুযোগ পালে; কিন্তু ঠাকুৰ পৰিয়ালৰ বঙলুৱা আজোৰৰপৰা মুক্ত হৈ নিজৰ অসমীয়াত্ব ৰক্ষাৰ চেণ্টাই তেওঁৰ মনৰ গতি সৰহ অসমীয়া অভিমুখী কৰিলে। 'মোৰ জীৱন সোঁৱৰণ'ত আছেঃ "তেওঁলোকৰ ইচ্ছা মই অসমীয়া ভাষাৰ হকে চেণ্টা-চৰিত্ৰ পৰিত্যাগ কৰি বঙ্গভাষাৰ উন্নতি কামনাত লাগি যাওঁ—অসমীয়া ভাষাৰ হকে মোৰ হাতত ভাঙৰ ৰাম-টাঙোনডাল দেখি তেওঁলোকৰ মন ভাগি গ'ল। দিনে দিনে ভাষাৰ তৰ্কৰ পথাৰখন বহল হৈ যাব ধৰিলে, আৰু ডেকাদলৰ সেনাপতি 'ৰবিকাকাই'ও গতি বিষম দেখি মৌনাৱলম্বন কৰিলে।" (পৃঃ ১৪২-১৪৩)

আনহাতে তেওঁৰ পিতৃৰ আহি আৰু নিজৰ পৰিয়ালৰ পৰিবেশে তেওঁক সৰুকালিৰপৰা "পুৰণি আসামৰ চিৰপ্ৰৱাহিত শিক্ষা-দীক্ষা"ৰ লগত প্ৰশিক্ষিত কৰি থৈছে। অসমীয়া গীত-ভটিমা, আচাৰ-বিচাৰ, বঙালী সংস্কৃতিৰ কোবত অসমীয়াৰ কি দুৰৱস্থা হৈছিল, অসমীয়া গদ্যৰ স্বৰূপ কেনে হোৱা যুগুত—এইবিলাক সম্পৰ্কে তেওঁ আগবয়সৰপৰাই সচেতন। আনকি পুৰণি সাধুকথাও তেওঁ আগ্ৰহেৰে নুশুনাকৈ থকা নাই। 'মোৰ জীৱন সোঁৱৰণ'ৰ এঠাইত আছে ঃ "ৰাতি তেওঁৰ (জৰাবাৰীৰ ডেকা গোসাঁইৰ) ওচৰত বহি মই ...

সাধু শুনিছা। মোৰ 'সাধুকথাৰ কুকি'ত থকা 'ঘৰ পতা কৰা' আৰু 'মূলা খোৱা বুঢ়া' তেওঁৰপৰা মই শুনা সাধু।" (পৃঃ ৭৭) মুঠৰ ওপৰত অসমীয়া সংস্কৃতিৰ ভাঁজ লৈও এটা নৈহে বেজবৰুৱা কলিকতা পাইছিলগৈ আৰু তাতো ১৮৮৮-৮৯ খৃষ্টাব্দত গোটখোৱা 'জোনাকী'ৰ ত্ৰিবেণীসঙ্গমে তেওঁৰ চিন্তা আৰু কাৰ্যৰ গতি নিৰ্ণয় কৰাত সহায় কৰিছিল।

বেজবৰুৱাৰ বাহিৰৰ কাৰ্যাৱলীৰ আঁৰত আছিল সুচিন্তিত আঁচনি। কৃপাবৰৰ বহুবালিৰ উদ্দেশ্য সুস্পষ্ট---মানুহক আমোদ দিয়াৰ চলত শুধৰাই লোৱা। ব্যঙ্গৰ কথাকে লোৱা যাওক। বেজবৰুৱা স্বাভাৱিকতে স্ফূৰ্তিবাজ স্বাস্থ্যবান মানুহ; সামাজিক মান-মৰ্যাদা, জ্ঞান-বুধি আৰু অভিজ্ঞতাও তেওঁৰ কম নহয়। এনেস্থলত তেওঁ হীনমন্য নাইবা সৰু-চকুৰা অকামিলা লোকৰ প্ৰতি উত্যক্ত হৈ ব্যঙ্গৰ আশ্ৰয় লোৱা অস্বাভাৱিক নহয়। বৰ মানুহ হ'লেই সৰু মানুহৰ প্ৰতি উপলুঙা ভাব জাগিবৰ সম্ভাৱনা। এনেস্থলত তেওঁৰ ব্যঙ্গ নাইবা বহুবালি যে ব্যক্তিগত ৰুচিৰ প্ৰেৰণাত বিৰিঙা নাছিল তাৰ প্ৰমাণ তেওঁৰ ৰচনাতে পায়, অৰ্থাৎ ব্যঙ্গৰ উদ্দেশ্যমূলকতা আৰু সাৰ্থকতা সম্বন্ধেও তেওঁৰ ধাৰণা সুস্পষ্ট:

> "আৰু এটা কথা এইখিনিতে কওঁ যে সকলো দেশৰ সাহিত্যতে এৰিষ্টফেনিচৰ দিনৰপৰা আজিলৈকে satire আৰু বিদ্ৰূপাত্মক ৰচনাৰ (অৱশ্যে গালিৰ নহয়) এটা ওখ ঠাই আছে। অসমীয়া সাহিত্যত তেনে ঠাই নাথাকিবৰ কাৰণ কি ক'ব নোৱাৰোঁ। অৱশ্যে অসমীয়া কৃপাবৰৰ উবাও গৰুগুৰ উৰাওৰ টিপচী-ভাঙৰণ হ'ব পাৰে; কিন্তু এনেদিন অসমীয়া সাহিত্য-ৰাজ্যলৈ আহিব বুলি আশা নকৰিম নে যে তেতিয়া কৃপাবৰৰূপী টেকেলাৰ পিছত অসমীয়া এডিচন-চুইফ্‌ট-ৰজাও ওলাব? সাহিত্য আৰু সমাজৰ দোষ গুচাবৰ নিমিত্তে, ভুল শুধৰাবৰ নিমিত্তে সঁচা তৰ্ক আৰু সঁচা সমালোচনা নিশ্চয় ডাঙৰ অস্ত্ৰ; কিন্তু মিছা তৰ্ক, ইংৰাজীত কবৰ নিচিনা, hydra-headed monster, অৰ্থাৎ জানিবা দহমূৰীয়া ৰাৱণ; তাৰ মূৰ যিমান কাটিবা সিমান গজি উঠিব; আৰু তৰ্ক কৰোঁতাজন though vanquished will argue still অৰ্থাৎ সেই তৰ্কবাগীশজন মৰিও নমৰে, হাৰিও নাহাৰে। এনেস্থলত বিদ্ৰূপ ব্যঙ্গ satire এ বৰ গুণ দিয়ে। সেইদেখি বিদ্ৰূপ ব্যঙ্গলৈ সকলো দেশৰ সাহিত্যই আসন পাতি থৈছে।"
> ('বাঁহী', চতুৰ্থ বছৰ, পৃঃ ৩৯১-৩৯২)

সাধুকথাৰপৰা বিদ্ৰূপ-ব্যঙ্গলৈ প্ৰসৰণ কৰিলোঁ এই কাৰণেই যে বেজবৰুৱাৰ বাহিৰৰ কাৰ্যাৱলীৰ আঁৰত এটি সুপক্ক মেধা আৰু সুপৰিকল্পিত আঁচনি আছিল এই কথা মুকলিকৈ দেখুৱাবলৈ। বেজবৰুৱাই 'বুঢ়ী আইৰ সাধু,' 'ককা দেউতা আৰু নাতি ল'ৰা' আৰু 'ঝুনুকা'ত ('জুনুকা' নাম হ'ল ১৮৭৫ শকৰপৰা। 'ঝ' উচ্চাৰণ কিয় বাদ দিবলগীয়া হ'ল? আনহাতে আমি আকৌ শ্ব/শ্য আদি উচ্চাৰণ ধাৰ কৰিবলৈ পিছ হোঁহকা নাই।) মুঠতে তিনিকুৰি দহটা সাধু প্ৰকাশ কৰে। 'সাধুকথাৰ কুকি'তো দুটা আছে— 'ঘৰ পতা ককা' আৰু 'মূলা খোৱা বুঢ়া'।

এই তিনিকুৰি দহৰ ওপৰ লেখৰ সাধুবোৰ যে যথাযথভাৱে সংগৃহীত হৈছে এই কথা মানি লোৱাৰ একো যুক্তি নাই, কিয়নো সেই সময়ত সাধুবোৰ যে যথাযথ লিখি ল'ব লাগে এনে পণ্ডিতীয়া ধাৰণা শিপাব পৰা নাছিল; দ্বিতীয়তে, 'ৰেকৰ্ড' কৰি যাবলৈ তেতিয়া যন্ত্ৰও ওলোৱা নাই। বেজবৰুৱাই কি পদ্ধতি অনুসৰণ কৰিছিল সেই সম্পৰ্কে লুক-চাক নকৰাকৈ তেওঁ নিজেই কৈ গৈছে: "শেহত কওঁ যে তলত নাম দিয়া সকলৰ পৰা আমি এই কিতাপত (বুঢ়ী আইৰ সাধু) দিয়া সৰহ সাধু পাইছিলোঁ; কিন্তু কোনটো কাৰপৰা পোৱা গৈছিল সেইটো কোৱা অসাধ্য; কাৰণ নানাৰকমকৈ লিখা একেটা সাধুকে আমি কেইবাজনৰ পৰা পাইছিলোঁ আৰু সেই আটাইবোৰ পঢ়ি মিলাই বাছি যোগ-বিয়োগ কৰি আমি নিজৰ ভাষাত সাধুবোৰ সম্পূৰ্ণ নতুনকৈ লিখিছোঁ। স্বৰূপাৰ্থত, তেওঁলোকে যি ভাষাত সাধুবোৰ লিখি পঠিয়াইছিল সেই ভাষা এই সাধুবোৰত নাই বুলিলেই হয়, দৈবাৎহে কোনোটোত এশাৰী আদশাৰী আছে। কিছুমান সাধু আমাৰ সমূলি নিজা।"

বেজবৰুৱাই দেখুওৱা এই নম্ৰতা আৰু সাধুতা আমাৰ বহুতো লিখকৰ নাই। সি যি নহওক, সাধুবিলাকৰ ভাষা বা প্ৰকাশভঙ্গীত হাত দিলেও ঘটনাৰ ক্ৰম বা জকাত ওস্তাদী নকৰা যেনেই লাগে। ধৰি লওক, 'সাধুকথাৰ কুকি'ৰ 'ঘৰ পতা ককা' সাধুটো। কোনো সন্দেহেই নাই, মূল সাধুটোত ইমান বাক্যাৰম্বৰ বা শব্দৰ ফুলজাৰি নাছিল, কাৰণ সাধাৰণতে দেখিবলৈ পোৱা যায় যে গাঁৱলীয়া সাধুত ঘটনাখিনি সজাবলৈ যিখিনি কথা আৰু গীত-পদ লাগে সেইখিনিহে থাকে, ঘটনা সৰহ হ'লে সাধুও দীঘলীয়া হয়, ভাষাৰ আড়ম্বৰৰ কাৰণে নহয়। আনহাতে, এইটোও সত্য যে যদিও সাধুবিলাক মুখে মুখে প্ৰায় একে সাঁচতে বাগৰি আহে তথাপি সাধু কওঁতাৰ ব্যক্তিগত গুণাগুণ বা সামৰ্থ্য-অসামৰ্থ্যৰ কাৰণে সেইবিলাকৰ অলপ ইফাল-সিফাল হ'বৰ

সম্ভাৱনা থাকে। সাধুতত্ত্বৰ এই ব্যক্তিগত ত্ৰুটিটোলৈ কহীয় পণ্ডিতে দৃষ্টি আকৰ্ষণ নকৰা নহয়।

এই সাধুটোৰ ঘটনাৰ ক্ৰম এই ধৰণৰ ঃ

১। বাঘে ঘৰ পতা ককাৰ ওচৰ চাপে হোৱালী বিচাৰি।

২। ককাই অঁকৰা বাঘক মোনাত সুমুৱাই কোবাই আধামৰা কৰি নৈত উটুৱাই দিলে।

৩। এক বাঘিনীয়ে মোনাখন পাই মেলি চাই দেখে বাঘ। দুয়ো সংসাৰ পাতি থাকে।

৪। বাঘ-বাঘিনীয়ে ককাক কৃতজ্ঞতা জনায়।

এইকেইটা মূল ঘটনাৰ গাঁথনিয়ে সাধুটো; তাৰ লৰচৰ হ'লেই মস্কিল। এই কেইটাচোন ঠিকেই আছে। ঘটনা সৰহ থাকিলে, তাৰ দুই এটা কেতিয়াবা কওঁতাই পাহৰিব, কোনোজনে বা এটা এৰে, আনটো ধৰে। কিন্তু মূল সাধুৰ জঁকা বা ঘটনাৰ ক্ৰমত তাবপৰা একো হানি নহয়। টেটোন শ্ৰেণীৰ সাধুত সাধাৰণতে এনে ঘটনাৰ কম-বেছি লক্ষ্য কৰিব পাৰি। অঞ্চল লৈও একেটা সাধুৰ গঢ় অলপ অচৰপ বেলেগ হ'ব পাৰে, বিশেষকৈ 'তুলা আৰু তেজা' আৰু 'চম্পাৱতী'ৰ দৰে দীঘলীয়া সাধুৰ। স্বৰ্গীয় বেণুধৰ ৰাজখোৱাই সংগ্ৰহ কৰা 'ৰমাই-ৰতনী' সাধু আৰু বেজবৰুৱাৰ 'কাঞ্চনী' বিষয়-বস্তুত একে, কিন্তু মোৰ বোধেৰে ৰাজখোৱাৰ সাধুটো বেছি নিৰ্ভৰ-যোগ্য। দুয়োটা উত্তৰ-পূৱ অসমৰ সাধু, নামনি অসমত ইয়াক নাপায়।

সাধু সম্পৰ্কে জটিল আলোচনা কৰিবৰ ইচ্ছা নাই, কিন্তু বেজবৰুৱাই যে অসমীয়া সাধু কেতবোৰ সজাই পৰাই উলিয়াই সেইবোৰ যে আদৰণীয়, পেলনীয় নহয়, এই সত্যলৈ আঙুলিয়ালে তাৰ কাৰণে আমি তেওঁৰ প্ৰতি কৃতজ্ঞ হোৱা যুগুত। আনহাতে সেই সময়ত শিশু-পাঠ্যৰ অভাৱ থকাত তেওঁৰ কিতাপ কেইখনে ল'বা-ছোৱালীবো কম হিত নাসাধিলে। বেজবৰুৱাই অনা-অসমীয়া সাধু ব্যৱহাৰ কৰিছিল নে নাই ক'বলৈ টান। তাৰ কাৰণ কম সাধুৱেহে মৌলিকতা দাবী কৰিব পাৰে—যিটো ভাবিছোঁ আমাৰহে আৰু কাৰো নহয়, সেইটোৱে দেখিব আৰু কোনো এক অঞ্চলত ওলাইছেগে তথাপি দুটি সাধুৰ নিজৰ নিজৰ অঞ্চলৰ মাজত যদি ভৌগোলিক দূৰত্ব বৰ বেছি হেতিয়া কোনো কোনো কাৰণত এটা আনটোৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে বুলি ধাৰণা কৰিব পাৰি। 'পানেশই' সাধুটো মূলতঃ অসমীয়া হয় নে নহয় সন্দেহৰ কথা; এই সাধুৰ এটি ওচৰ ৰূপ পাইছোঁ এক—ভেৰহাৰ্ডৰ মাইল আঁতৰত থকা

গোড়বিলাকৰ মাজত। বাগিচাৰ কুলিৰ জৰিয়তে এই সাধুটো অসম সোমাল নেকি? 'পানেশই'ৰ গীতবিলাকবো গোঁড় সাধুৰ গীতৰ লগত অদ্ভুত সাদৃশ্য। সেইদৰে 'পাচনি' নাটিকাত ব্যৱহাৰ কৰা সাধুটো দাক্ষিণাত্যৰ যেনহে লাগে।

বেজবৰুৱাৰ বহুমুখী প্ৰতিভাৰ ভেটি আছিল নিজৰ অসমীয়া পৰম্পৰা। সেইকাৰণেই তেওঁ আমাৰ সমাজৰ বিভিন্ন লুটিলৈ সহজে চকু দিব পাৰিছিল, তাৰ ত্ৰুটি-বিচ্যুতি সমালোচনা কৰিব পাৰিছিল আৰু তাৰ অভাৱবোৰ পূৰাবলৈ আগ্ৰহান্বিত হৈছিল। বহুত সময়ত নিজৰ অসমীয়া-প্ৰীতি তেওঁ ভেণ্ডুচালিৰে ঢাকি ৰাখিবলৈ চেষ্টা কৰিছিল, কিন্তু এনে ভেণ্ডুচালিৰ সাজ পিন্ধিয়ে ওলাইছিল 'ধনবৰ আৰু ৰতনী'ৰ দৰে মালিতা আৰু 'অ' মোৰ আপোনাৰ দেশ'ৰ দৰে অনুপম গান। তেওঁৰ জীয়েক শ্ৰীমতী অৰুণা দেৱীয়ে লিখা কথা অবিশ্বাস কৰিবৰ কাৰণ নাই: "দেশপ্ৰেম আৰু অসমৰ প্ৰতি থকা চেনেহে তেওঁৰ ধন ঘটা সকলো চিন্তা দুৰ্বল কৰিছিল। তেওঁৰ মাহেকীয়া আলোচনীৰ যদিও সামান্যহে বৰঙণি আছিল তথাপি যিসকল লোকে সময়মতে বৰঙণি পঠিয়াইছিল সেইসকললৈ সন্তৰ ভাতকৈ বেছি মূল্যৰ নিজে লিখা কিতাপ উপহাৰ হিচাপে পঠিয়াই দিছিল। মনত পৰে আমি এই বিষয়ে তেওঁক প্ৰশ্ন কৰাত চকুত লো লৈ তেওঁ কৈছিল যে অসমীয়া ৰাইজ দুখীয়া আৰু কিতাপ কিনিবলৈ সামৰ্থ্য নোহোৱা, এই কাৰণে এই ধৰণে কিতাপ পঠিওৱাটোৱে তেওঁলোকৰ পঢ়াৰ প্ৰতি ৰাপ বঢ়াবৰ উপায়।" (Fragrant Memories, পৃঃ ১৮)।

# কাহিনীকাৰ বেজবৰুৱা

## যোগেশ দাস

### এক

লক্ষ্মীনাথ বেজবৰুৱাই অসমত প্ৰচলিত ভালেমান সাধুকথা নতুনকৈ লিখি উলিয়াইছে 'বুঢ়ী আইৰ সাধু' (১৯১২) আৰু 'ককাদেউতা আৰু নাতি ল'ৰা'ত (১৯১২)। 'সাধুকথাৰ কুকি'তো দুটা সাধুকথাৰ শাৰীৰ কাহিনী আছে। শ্ৰীহেম বৰুৱাই তেওঁৰ বেজবৰুৱা সম্পৰ্কীয় ইংৰাজী পুথিত মন্তব্য কৰিছে যে বেজবৰুৱাই অসমত প্ৰচলিত সাধুকথাৰ উপৰি ৰুছ, বঙলা আদি মূলৰপৰাও ধাৰ কৰিছিল; তদুপৰি সাধুকথা লিখোতে বেজবৰুৱাই কৃত্ৰিমতা পৰিহাৰ কৰিছে আৰু সৰল, স্বাভাৱিক, স্বতঃস্ফুৰ্ত ভঙ্গী গ্ৰহণ কৰিছে। প্ৰথম মন্তব্যৰ বিষয়ত বেজবৰুৱাৰ নিজৰ কথাকে উল্লেখ কৰিব পাৰি: "ওচৰচুবুৰীয়া দেশৰ পৰাও সাধুৱে অহা-যোৱা কৰিবলৈ সুচল পায়। সেই দেখিহে আমি অসমীয়া সাধু বঙ্গদেশত, ঘাইকৈ পূৰ্ববঙ্গত অনেক পাওঁ।—আজিকালি যিসকল বঙ্গালী গ্ৰন্থকাৰে সাধুকথা বা 'ৰূপকথা'ৰ কিতাপ লেখি ছপাইছে, তেওঁলোকৰ ভিতৰত যি কেইজন পূৰ্ববঙ্গদেশীয়, তেওঁলোকৰ কিতাপত অসমীয়া সাধুকথাৰ জঁকা আৰু ছাঁ সৰহ, পশ্চিমবঙ্গদেশীয় কেইজনৰ কিতাপত সিমান নহয়। আমাৰ কথাৰ প্ৰমাণ দুখন বঙলা কিতাপেৰে দিওঁ; যেনে,—পূৰ্ববঙ্গদেশীয় গ্ৰন্থকৰ্তাৰ 'টুনটুনিৰ বই' আৰু পশ্চিমবঙ্গদেশীয় গ্ৰন্থকৰ্তাৰ 'ঠাকুৰমাৰ ঝুলি'। বিভিন্ন ঠাইৰ সাধুৰ মিলৰ আন এটা কাৰণ আকস্মিকতা; আন কি জুলুৰ কি হটেণ্টটৰ কোনো কোনো সাধুৰ সৈতেও আৰ্য জাতিৰ মানুহৰ কোনো কোনো সাধুৰ মিল ওলায়।" বেজবৰুৱাই এইবোৰ কথা 'বুঢ়ী আইৰ সাধু'ৰ পাতনিত উল্লেখ কৰিছে আৰু ১৮।১৯ শতিকাৰ জাৰ্মানীত হাৰ্ডাৰ, গ্ৰীম ভ্ৰাতৃদ্বয় আদিয়ে "কটনা-কটা বুঢ়ী তিৰোতা মানুহৰ মুখৰ পৰা" সাধুকথা সংগ্ৰহ কৰি পুৰণি সমাজৰ আচাৰ-নীতিৰ ইতিহাস ৰচনা কৰাৰ প্ৰয়াসৰ উদ্ভাৱনা সম্বন্ধে আলোচনা কৰিছে। সাধু-সন্তৰ উপদেশৰ দৰে এইবোৰ কাহিনীৰে পুৰণি

কালত অসমীয়া মানুহে ল'ৰা-ছোৱালীক নীতি-শিক্ষা দিছিল বুলিয়েই ইয়াক 'সাধুকথা' আখ্যা দিয়া হয় বুলি বেজবৰুৱাই প্ৰথমে অৰ্থ কৰে।

সাধুকথাবোৰত বেজবৰুৱা আচৰিত ধৰণে সংযত, স্পষ্ট, পোনপটীয়া। গল্পত কৰাৰ দৰে তেওঁ সাধুকথাৰ ক'তো বিষয়ান্তৰত গমন কৰা নাই। লিখাত ইমানেই মিতব্যয় কৰা হৈছে যে পাঠকৰ মুহূৰ্তলৈ ৰ'বৰ অৱকাশ নাই। বেজবৰুৱাৰ ভাষা ইয়াত সবল, ঘৰুৱা; যেন আবহমান কালৰ অসমীয়া মানুহৰ সমাজ-মানস প্ৰতিফলিত কৰাৰ পিনেহে তেওঁৰ চকু। 'মেকুৰীৰ জীয়েকৰ সাধু'ত আছে যে মেকুৰীজনী গাভিনী হ'বৰ সময়ত ঘৰৰ গিৰিহঁতনীও "গা-ভাৰী" আছিল; গিৰিহঁতনীয়ে মেকুৰী পোৱালি দুটা আৰু মেকুৰীয়ে দুজনী ছোৱালী "পালে"। ইয়াৰ উপৰি আন আন সাধুতো মাত-কথা, আচাৰ-ব্যৱহাৰ, খেতি-বাতি, খাৱন-শোৱন আদিৰ বিৱৰণত একেখন অসমীয়া সমাজৰে প্ৰতিচ্ছবি ফুটি উঠিছে। বেজবৰুৱাৰ 'জীৱন সোঁৱৰণ'ৰ প্ৰকাশভঙ্গীলৈ সাধুবোৰৰ ৰচনা-প্ৰণালীয়ে মনত পেলাই দিয়ে। আজি আৰু কোনেও এই ধৰণৰ প্ৰকাশভঙ্গী নলয়। সেই দিনো হয়তো বিগত হ'ল। কিন্তু তাৰ অসমীয়া-অসমীয়া লগা সোৱাদ আজিৰ ভাষাত আৰু পোৱা নেযায়। কোনোবাই ক'ব পাৰে যে সাধুবোৰ গ্ৰাম্য পটভূমিত ৰচিত আৰু সেয়ে তাৰ ভাষাও তাৰেই উপযোগী। ইয়াৰ উত্তৰত ক'ব পাৰি যে মুখ বাগৰি অহা সাধুবোৰতো পুৰণি কালৰ গাঁৱলীয়া সমাজৰে সৃষ্টি; তাক যিমান দূৰ পাৰি তাৰ স্বৰূপতে ফুটাই তুলিবলৈ যত্ন কৰিব লাগে। বেজবৰুৱাই তাকেই কৰিছিল আৰু ইয়াৰ কাৰণে তেওঁতকৈ উপযুক্ত লোকনো আৰু কোন হ'লহেঁতেন? বেজবৰুৱাই নানান লোকৰপৰা সাধুকথাবিলাক পাইছিল আৰু কিছুমান তেওঁৰ নিজা সংগ্ৰহ। তেজীমলা, পানেশৈ আদিৰ সাধু বেজবৰুৱাৰ চেষ্টাত প্ৰচাৰিত হৈ আজি আমাৰ সংস্কৃত মন প্ৰকাশৰ বাহন স্বৰূপ হৈ উঠিছে। তেনেকৈ বান্দৰ আৰু শিয়াল, চিলনীৰ জীয়েকৰ সাধু, চম্পাৱতী, কুকুৰীকণা আদিয়ে চামে চামে অসমীয়া ল'ৰা-ছোৱালীৰ কুমলীয়া কল্পনাত ডেউকা গজাই আহিছে। বেজবৰুৱাৰ সাহিত্যত এই সাধুবোৰৰ ভালেখিনি প্ৰভাৱ দেখা যায়; কিছুমান গল্প আৰু ধেমেলীয়া নাটত তাৰ চিন স্পষ্ট।

# দুই

লক্ষ্মীনাথ বেজবৰুৱাক অসমীয়া গল্প-সাহিত্যৰ প্ৰৱৰ্তক বা পিতৃপুৰুষ আখ্যা দিয়া হৈছে। গল্পকাৰ হিচাপে তেওঁৰ দোষ-গুণৰ আলোচনা কৰিছে ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীহেম বৰুৱা, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা আদিয়ে। এইসকল সমালোচকৰ মন্তব্য জুকিয়ালে এনেধৰণৰ হ'ব ঃ দুটি গল্পত বেজ-বৰুৱাই নিবিড়ভাৱে জনা গাঁৱলীয়া মানুহৰ সুখ-দুখ, আশা-আকাঙক্ষাৰ চিত্ৰ ফুটাই তুলিছে; তেওঁৰ আছিল পৰ্যবেক্ষণ ক্ষমতা আৰু বিশ্লেষণশীল মন; তেওঁক সৃষ্টিধৰ্মী বোলাতকৈ সমালোচনাধৰ্মী বোলাই ভাল; তেওঁ গল্প আৰু সাধু-কথাৰ মাজত পাৰ্থক্য ৰাখিব নুখুজিছিল; চৰিত্ৰ-অঙ্কনত তেওঁ "হাস্যকৰ বক্ৰোক্তি"ৰ সহায় লৈছিল আৰু "সীমাহীন উদ্দেশ্যহীনতাই" তেওঁৰ লেখাক "সাধাৰণ শাৰীলৈ" নমাই দিছিল।

যিসকলে সাহিত্যৰথীক পৰম শ্ৰদ্ধাৰে গ্ৰহণ কৰে (সৰহ ভাগ অসমীয়াই নিশ্চয় কৰে) সেইসকলৰ পক্ষে উক্ত মন্তব্যৰ কিছুমান নিষ্ঠুৰ যেন লাগিব পাৰে। সেইসকলৰ সমৰ্থনত আমিও কওঁ যে, এই গৰাকী সাহিত্যিকৰ সময়টোৰ কথা পাহৰি গ'লে নচলে। বেজবৰুৱা যদি অসমীয়া গল্প-সাহিত্যৰ বাটকটীয়া আছিল তেনেহ'লে মানি ল'ব লাগিব যে কৰ্মক্ষেত্ৰৰ সকলোখিনি সমল আৰু সা-সঁজুলি তেওঁৰ ওচৰত নাছিল। পশ্চিমীয়া বস্তু গল্প-সাহিত্যই পশ্চিমতে স্পষ্ট ৰূপ লৈছিল উনবিংশ শতিকাৰ একেবাৰে শেষৰ পিনে; বেজবৰুৱাৰ প্ৰথম গল্প-গ্ৰন্থ 'সুৰভি' প্ৰকাশিত হয় কুৰি শতিকাৰ প্ৰথম দশকত ১৯০৯ চনত; তেওঁৰ আন দুখন গল্প গ্ৰন্থও তাৰ তিনি বছৰৰ ভিতৰতে ওলায়— 'সাধুকথাৰ কুকি' ১৯১০ আৰু 'জোনবিৰি' ১৯১২ চনত। পশ্চিমীয়া গল্পৰ স্বৰূপ গ্ৰহণ আৰু অসমীয়া গল্পৰ আবিৰ্ভাৱৰ মাজত গতিকে ব্যৱধান নিচেই কম। ইংৰাজী আৰু বঙলা ভাষাৰ যোগেদি যি পৰিসীমিত আহি তেওঁৰ চকুত পৰিছিল তাকেই হয়তো অসমীয়া ভাষাৰ এই নোহোৱা-নোপজা বিধ সাহিত্য সৃষ্টিত তেওঁ প্ৰয়োগ কৰিছিল। আনহাতে বেজবৰুৱাৰ প্ৰতিভা এনে নাছিল যে তেওঁ কোনো বিষয়ত অন্ধানুকৰণ কৰিব; কিন্তু পৰিমাণে প্ৰভাৱান্বিত হোৱাটো সুকীয়া কথা। অনা-অসমীয়া জুমুধিৰ ওপৰত তেওঁ নিজ প্ৰতিভাৰ প্ৰলেপ আৰু ৰং-বহন সানিছিল। ইয়াৰ ফলত তেওঁৰ গল্পই

এনে ৰূপ গ্ৰহণ কৰিলে যে তাক আজি পঞ্চাশ বছৰৰ পিছত চাই সমালোচকৰ অলপ কেনেবা কেনেবা লাগিব পাৰে।

সময়-প্ৰসঙ্গ আন এটা কাৰণত উল্লেখযোগ্য। বেজবৰুৱাৰ দিনৰ অসমীয়া ভাষা আৰু সাহিত্য, তেওঁৰ নিজৰ ভাষাতে, "নবিয়া পাটীৰপৰা উঠা, থৰক-বৰক, নিশকতীয়া, ক্ষীণোৱা, আৰু অতীত গৌৰৱৰ আধা-ছাঁ আধা-পোহৰ মাথোন"; তাৰ কাৰণ মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ উপদ্ৰৱৰ পিছতে ইংৰাজৰ আগমনত উশাহ ল'ব খোজোতেই আকৌ বঙলা ভাষা প্ৰচলনৰ বিপৰ্যয়। অসমীয়া ভাষা—সংস্কৃতিৰ কাৰণে এমুঠি শিক্ষিত মানুহে উঠি-পৰি লাগিব লগা হৈছিল। আধুনিকতাৰ স্বাস্থ্যকৰ বতাহ বলোৱা যি 'জোনাকী' কাকত চন্দ্ৰকুমাৰে প্ৰতিষ্ঠা কৰিছিল তাৰ উৎস আৰু প্ৰেৰণা আছিল বেজবৰুৱাৰ সম্পাদকত্বত পৰিচালিত অ-ভা-উ-সা সভা। একেমুঠি সাহিত্যিকেই অসমীয়া সাহিত্যৰ সৃষ্টি, সংৰক্ষণ, প্ৰতিৰক্ষা, সকলোতে আত্মনিয়োগ কৰিছিল, ৰজনীকান্তই শিক্ষা সাং কৰি কলিকতাতে প্ৰতিজ্ঞা কৰি আহিছিল স্কট আৰু বঙ্কিমচন্দ্ৰৰ দ.ৰ উপন্যাস লিখিব; গোহাঞিবৰুৱাই সৃষ্টিধৰ্মী সাহিত্য ৰচনাৰ উপৰি পাঠ্যপুথিৰ অভাৱ মোচনত আত্মনিয়োগ কৰিছিল আৰু বান থিয়েটাৰত নাটৰ আৱশ্যক হ'লে নাট ৰচি দিছিল; বেজবৰুৱায়ো নিশ্চয় আৱশ্যক বুজি বিভিন্ন শ্ৰেণীৰ সাহিত্য ৰচনাত মনোনিবেশ কৰিছিল, নহ'লে একেখন মাত্ৰ উপন্যাস লিখি চেষ্টা এৰি দিয়াৰ কোনো কাৰণ নাছিল। এনেদৰে প্ৰয়োজন পূৰোৱা উদ্যমৰ মাজত যদি বেজবৰুৱাই গল্প লিখোতে টেক্‌নিকৰ ফালে বিশেষ মন দিবলৈ অৱসৰ নেপাইছিল তেনেহ'লে আচৰিত হ'বলগীয়া একো নাই।

বেজবৰুৱাই সাধুকথা আৰু গল্পৰ মাজত সঁচাকৈয়ে কোনো প্ৰভেদ নেদেখিছিলনে? এই বিষয়ত তিমান স্পষ্ট অভিযোগ তুলিব নোৱাৰি। সঁচা কথা, তেওঁ তেওঁৰ দ্বিতীয়খন গল্প-গ্ৰন্থক সাধুকথা বুলিছে আৰু 'সাধুকথাৰ কুকি'ত 'ঘৰ পতা ককা' আৰু 'মুলা খোৱা বুঢ়া' নামৰ দুটা "উপকথা" বা "সত্যকলীয়া সাধু"ও অন্তৰ্ভুক্ত কৰিছে। ডিম্বেশ্বৰ নেওগেও এসময়ত চুটিগল্পক চুটিসাধু আখ্যা দিছিল, যদিও তেওঁ নিজেই সাধুৰ বিপৰীত-বস্তু গল্প লিখিছিল। কিন্তু বেজবৰুৱাই তেওঁৰ আত্মজীবনীত "সৰু গল্প" কথাষাৰ স্পষ্টভাৱে উল্লেখ কৰিছে। 'সুৰভি' আৰু 'জোনবিৰি'ত এটাও সাধুকথা নাই—ৰচনাৰ শাৰীৰ লেখা থাকিলেও থাকিব পাৰে। কেনেথ কেম্পটনে তেওঁৰ চুটিগল্প বিষয়ক কিতাপত লিখিছে যে সাধুকথা-উপকথাৰ পৰাই ৰূপান্তৰ হৈ হৈ আজিৰ

চুটিগল্প হৈছে; সাধুকথাক আজো-ককা বুলি ধৰিলে চুটিগল্পক আজো-নাতি বুলিব লাগিব। ক'ব পাৰি যে আজো-নাতিৰ মাজত আজো-ককাক বিচৰাটো যেনে, চুটিগল্পৰ মাজত সাধুকথাক বিচৰাটোও তেনে হ'ব, যদিও এই দুই মেৰুৰ মাজত সম্বন্ধৰ এগছি এনাজৰী আছে। বেজবৰুৱাই নিজে সাধুকথা সংগ্ৰহ বা পুনৰ্লিখন কৰিছিল, আৰু সাধুকথাৰ অন্তৰ্নিহিত মূল তথা সৌন্দৰ্যৰ বিষয়ে এঠাইত আলোচনাও কৰিছে। দুইটাৰ পাৰ্থক্য সম্বন্ধে তেওঁ নিশ্চয় সজাগ আছিল। যদি নাছিল বুলি কোৱা হয় তেন্তে গল্প আৰু উপন্যাসৰ মাজৰ প্ৰভেদ সম্বন্ধেও তেওঁ সজাগ নাছিল বুলি ক'ব লাগিব। কাৰণ 'জোন-বিৰি'ৰ অন্তৰ্গত 'কনকলতা' কাহিনীটোকো তেওঁ ঐতিহাসিক উপন্যাস আখ্যা দি গৈছে। কিন্তু এইটোও সঁচা হ'ব নোৱাৰে। 'পদুমকুঁৱৰী'ক উপন্যাস-ৰূপেই বেলেগে লিখা হৈছে। আচল কথা এয়ে হ'ব পাৰে যে 'ঘৰ পতা ককা' আৰু 'মূলা খোৱা বুঢ়া' সংগৃহীত বা স্বলিখিত সাধুকথা হাতৰ ওচৰত আছিল, সাধুকথাৰ কুকিত তাকে তেওঁ ডবাই দিলে।

ডঃ শৰ্মাই লক্ষ্য কৰিছে যে বেজবৰুৱাই গল্প লিখোতে সাধুকথাৰ ভঙ্গী গ্ৰহণ কৰে। যেনে, চিলনীৰ জীয়েকৰ দৰে এজনী বিপন্না অসমীয়া ছোৱালীয়ে কলিকতাৰ গঙ্গাৰ ঘাটত "আগলি কলাপাত লৰে কি চৰে" বুলি ইনাই-বিনাই মাকক বিচৰাটো, নাইবা ডোমকেবোলাৰ ভেদ ভাঙিবলৈ নৈয়েদি ভিঙৰা বাই অহা সাউদে ঘাটত কাদম্বৰীক মন্ত্ৰ শিকাই দিয়াটো, অথবা দৈকলঙীয়ানীয়ে শিকাই দিয়া বুদ্ধিমতে কদাইক জব্দ কৰিবলৈ ঘৈণীয়েকক বাম পথাৰত বৌ মাছ পুতি থৈ অহাটো অসম্ভৱ আৰু অবাস্তৱ কথা। এইবিলাক অপ্ৰমাণ কৰিবলৈ উপায় নাই। সেইদৰে সপোনৰ সহায় লৈ পুৰণি মৈদাম জীৱন্ত কৰি দেখুৱা, পুৰণি পুখুৰীৰ লাওখোলাই স্বৰূপ গ্ৰহণ কৰা দেখুৱা, এৰাবাৰীৰ গছবোৰে কথা কোৱা দেখুৱা আদিকো সাধুকথাৰ শাৰীলৈ পঠাব পাৰি। পুৰণি ঐতিহ্যৰ পৰিবেশত ডাঙৰ হোৱা, সাধুকথাৰ সংগ্ৰাহক বেজবৰুৱাৰ ওপৰত ই সাধুকথাৰ প্ৰভাৱো হ'ব পাৰে। আনহাতে প্ৰথম অৱস্থাৰ পাশ্চাত্য গল্পকাৰসকলৰ মাজত বহুতেই এলিগৰী, ভৌতিক আৰু অবাস্তৱ ধৰণৰ কাহিনী লিখিছিল। ৱাছিংটন আভিঙৰ বিপ্ ভেন্ উইঙ্কল্ কুৰি বছৰমান শুই থকাটো বা তেওঁ পৰ্বতৰ মাজত সেই আচৰিত মানুহবোৰক লগ পোৱাটো সহজে কেনেকৈ ব্যাখ্যা কৰিব পাৰি? আনা কেৰেণিনাৰ লেখীয়া বাস্তৱ উপন্যাস লিখা টল্‌ষ্টয়েও নৈতিক আদৰ্শ দেখুৱাবৰ কাৰণে সাধুকথাৰ শাৰীৰ কাহিনী লিখিছিল। নিচেই আধুনিক কালত

জন্ ষ্টেইনবেকে দক্ষিণ আমেৰিকাৰ সাধুকথা এটাৰ অৱলম্বনত এখন সৰু উপন্যাস লিখিছে; লিন্ উটাঙে ৮-৯ শতিকাৰ পুৰণি চীনা কাহিনী কিছুমান নতুন ৰূপত সজাই উলিয়াইছে। এনেদৰে পুৰণি কথা বা পদ্ধতিয়ে নতুন মানুহক অনুপ্ৰাণিত কৰাটোৱেই বোধহয় কেনেথ কেম্পটনে কোৱা আজো-ককা-নাতিৰ এনাজৰী। টল্ ষ্টয়ৰ বক্তব্যটোহে যে আচল কথা হোৱাৰ দৰে বেজবৰুৱাৰো ভঙ্গী যিয়েই নহওক, তেওঁৰ বক্তব্যহে আচল কথা। 'ভদৰী' আৰু 'যেনে চোৰ তেনে টাঙোন'ত বৰমতা বোলোৱা পুৰুষৰ দোষলৈ আঙুলিয়াই দিয়া হৈছে। ভদৰী আৰু কাদাইৰ ঘৈণীয়েক দুজনী গাঁৱলীয়া তিৰোতা; দুয়ো সহনশীলা বসুমতীৰ দৰে; কিন্তু বসুমতীৰো কেতিয়াবা গা লৰে, সেয়ে অত্যাচাৰত অসহ্য হৈ তাহাঁতে বিদ্ৰোহ কৰি উঠিছিল; আকৌ কাদাইক ঘৈণীয়েকে ক্ষমা কৰি আদৰি লোৱা আৰু ভদৰীয়ে আহত দেহাৰেই শিশুৰামৰ ভাত খোৱাৰ খবৰ লোৱা তথা নিজে মৈদামৰ ওপৰত পৰি আহত হৈছিল বুলি কোৱাৰ মাজত ঐতিহ্যপূৰ্ণ ভাৰতৰ নাৰীৰ আদৰ্শকে দেখিবলৈ পোৱা যায়। 'ভোমকেৰোলা' আৰু 'আমালৈ নেপাহৰিব' গল্প দুটাত প্ৰৱঞ্চনাৰ দৃষ্টান্ত দাঙি ধৰা হৈছে বুলি কোৱা হৈছে। সেইদৰে মৈদামৰ প্ৰাণবোৰক সাৰ পোৱাই এটা পুৰণি প্ৰথাৰ অন্যায়ক উদঙাই দেখুৱা হৈছে আৰু এৰাবাৰীৰ গছবোৰৰ কথোপকথনৰ জৰিয়তে ফুলবাৰী সৰুবৌৰ নিৰুপায় দুৰ্ভাগ্যৰ কথা প্ৰকাশ কৰা হৈছে।

ভোমকেৰোলাৰ কাহিনীত বাৰু কেৱল প্ৰৱঞ্চনাই আছেনে? ভোমকেৰোলাই নদীয়ালৰ ল'ৰা হৈও দুজনী বামুণৰ ছোৱালীক বিয়া কৰাইছিল; নিজৰ মেধা শক্তিৰ কাৰণে এক পণ্ডিত ব্ৰাহ্মণৰ হৃদয় জয় কৰি বিদ্যা শিকি তেওঁ সেই ব্ৰাহ্মণ-কন্যা বাই-ভনী দুজনীৰ স্বামী হৈছিল। ইয়াক বাৰু জাত্যাভিমানৰ অৰ্থহীনতাৰ প্ৰতি লেখকৰ বক্ৰোক্তি বুলিব নোৱাৰিনে? স্পষ্ট ভাষাত এই কথা লেখকে গল্পটোত কোৱা নাই, কিন্তু ব্ৰাহ্মণ-কন্যা দুটিৰ অথাই সাগৰত পৰা অৱস্থাত যেন তাৰ এটা আভাস আছে। জাত-পাতৰ ভেদভাবক অন্যান্য ঠাইত বেজবৰুৱাই বহুবাৰ সমালোচনা কৰিছে (যদিও তেওঁৰ নিজৰ ক্ষেত্ৰতো এনেকুৱা দুই-এটা দোষৰ উদাহৰণ আছে)। 'সামাজিক' ৰচনাখনত শিচক জেঁকা মাটিত বহিবলৈ দিয়া সত্ৰীয়া এজনক যমদূতে শাস্তি দিয়া দেখুৱা হৈছে। 'ধৰ্মধ্বজ ফয়চলানবিচ'ত জাত যোৱা এঘৰীয়া জয়চন্দ্ৰৰ দহ বছৰীয়া ল'ৰা নোমলে ধৰ্মধ্বজৰ পুখুৰীত নমা কাৰণেই কুকুৰে কাঁইট নোখোৱাকৈ ধৰ্মধ্বজে গালি পাৰি দিলে; পৰিণামত জয়চন্দ্ৰই

সপৰিয়ালে ইছলাম ধৰ্ম গ্ৰহণ কৰিলে। 'জাতিৰামৰ জাত'ত মীনধৰ উকীলে জাতিৰাম শৰ্মা-বৰুৱাক হাবুডীয়া বামুণ বুলি গালি পাৰিছে পুতেকৰ জাত যোৱা বুলি মিছা কথা ৰটি ফুৰা কাৰণে; উকীলৰ খং দেখি ওচৰতে থকা স্পষ্ট বক্তা মধুৰাম নেওগে এটা দীঘল বক্তৃতাৰে উকীল সমন্বিতে আৰ্য-নামধেয় লোকসকলৰ ফোপোলা জাত্যাভিমানক থকা সৰকা কৰিছে। 'নিস্তাৰিণী দেৱী বা ফাতেমা বিবী' আগতে বৰ্দ্ধমান জিলাৰ এখন বামুণ গাঁৱৰ ব্ৰাহ্মণ-কন্যা আছিল; এদিন ওচৰৰে মুছলমান এঘৰত ঈদ খাবলৈ যোৱা কাৰণে পিতাকে এঘৰীয়া হোৱাৰ ভয়ত জীয়েকক ঘৰৰপৰা উলিয়াই দিলে; তাই নক্ষ মিঞাৰ আশ্ৰয়ত থাকি ফাতেমা হ'লগৈ। 'কাশীবাসী' গল্পৰ আশী বছৰীয়া বুঢ়ীগৰাকী একালত ৰংপুৰৰ ভৱালী বৰুৱাৰ জীয়ৰী আছিল, পৰিছিল দুলীয়া বৰুৱাৰ ঘৰলৈ; তেওঁক গাভৰু কালত নানে ধৰি নিছিল; ইংৰাজ ফৌজে উদ্ধাৰ কৰি অনা লোকৰ মাজত তেওঁও আছিল; কিন্তু ৰংপুৰত স্বামী, শহুৰ, শাহু, কোনেও তেওঁক গ্ৰহণ নকৰিলে; গতিকে জাত যোৱা বদনাম লৈ তেওঁ কাশীতে কালযাপন কৰিবলৈ গুচি গ'ল। ধৰ্মধ্বজ ফয়চলানবিচে গালি পৰা জয়চন্দ্ৰ ভূঞাৰ পিতৃ কৃষ্ণচন্দ্ৰকো মানে ধৰি নিছিল আৰু কৃষ্ণচন্দ্ৰই বাধ্য হৈ মানৰ হাতে ভাত খোৱা কাৰণেই তেওঁৰ বংশই তিনি পুৰুষেও সমাজত ঠাই নেপালে। বেজবৰুৱাই নিজৰ মনৰ ভাব এইদৰে প্ৰকাশ কৰিছে: "জয়চন্দ্ৰ মুছলমান হোৱা কথা শুনি তেওঁৰ গাঁৱৰ অনেক সহৃদয় মানুহে নিজৰ সমাজৰ কঠোৰ ব্যৱহাৰৰ ওপৰত ধিক্কাৰ দি হিন্দু সমাজে যে অন্ধ সংকীৰ্ণতাৰ আশ্ৰয় লৈ নিজৰ শৰীৰলৈ নিজে দুৰ্বলতা আনিব লাগিছে, এই কথা কৈ দুখ প্ৰকাশ কৰিবলৈ ধৰিলে।" আৰ্য শব্দৰ ব্যুৎপত্তিগত অৰ্থ হাল বোৱা বুলি দেখুৱাই মধুৰাম নেওগে মীনধৰ উকীলক কৈছে, "আপোনালোক সঁচাকৈ আৰ্য হ'বলৈ গ'লে আপোনাসকলৰ জাত যায়, আৰু অনাৰ্য হৈ থাকিলে অৰ্থাৎ পৰৰ দাসত্ব কৰিবলৈ গ'লে, বৈশ্যৰ ব্যৱসায় বেহা-বেপাৰ কৰিলে, নাইবা অনাৰ্যৰ ব্যৱসায় বা ব্যসন অৰ্থাৎ চিকাৰ কৰি চৰাই পহু আদি মাৰি ফুৰিলে জাত নেযায়।" সাহিত্য সভাৰ সভাপতি ৰূপে তেওঁ এবাৰ কৈছিল: "এইটো ধ্ৰুৱ যে জগতত এনে জাতি নাই, যি জন্মৰপৰা আজিলৈকে নিজৰ তেজ বিশুদ্ধ আৰু অবিমিশ্ৰ কৰি ৰাখিব পাৰিছে। বৰ্ণসঙ্কৰৰ ভয়ত আমাৰ শাস্ত্ৰকাৰসকল সশঙ্কিত, কিন্তু এইটোও ঠিক যে বৰ্ণসঙ্কৰে নতুন নতুন সবল জাতি সৃষ্টিৰ গুৰি"। এই সবল মনোভাৱ আওপকীয়াকৈ ডোমকেবোলাৰ কাহিনীত প্ৰকাশ পোৱাটো আচৰিত নহয়।

বেজবৰুৱাই কাক লৈ গল্প লিখিছিল? নিশ্চয় নিজ অভিজ্ঞতাৰ পৰিসৰৰ

ভিতৰতে থকা মানুহৰ কথাই লিখিছিল। অসমীয়া চহা, অসমীয়া আমোলা-ভাওৰীয়া, কলিকতাৰ বঙালী মধ্যবিত্ত সমাজ, উৰিষ্যাৰ প্ৰকৃতি-সন্তান কোল-মুণ্ডা জাতিৰ লোক ইত্যাদিৰ বিশ্বাসযোগ্য চিত্ৰ তেওঁ অংকন কৰি গৈছে। ভদৰী, শিৱৰাম, ৰূদাই, ৰূদাইৰ ঘৈণীয়েক—এইবিলাক চৰিত্ৰ অসমীয়া গাঁৱলীয়া সমাজৰ প্ৰতিভূ; সেইদৰে ভোকোন্দাই আৰু ভুৰভুৰীৰ মাকো কথাই-কামে গাঁৱলীয়া সাধাৰণ শ্ৰেণীৰ মানুহ। ভমৰুধৰ, চক্ৰধৰ ফুকন, গঙ্গাৰাম, জয়োদৰ শৰ্মা-বৰুৱা, ভেমপুৰীয়া মৌজাদাৰ, শম্ভু ইত্যাদি ইংৰাজ শাসনৰ ব'দ-কাচলিত গা টঙোৱা আধুনিক আমোলা-শ্ৰেণীৰ মানুহ। পুত্ৰবান পিতা কৃষ্ণচন্দ্ৰ মুখুয্যা 'ভাক্তৰবাবুৰ সাধু'ৰ পূজাৰ সময়ত গাড়ীত যোৱা লোকসকল, জমিদাৰৰ ল'ৰাক হত্যা কৰা পণ্ডিত মশাই, নাওলুচন্দ্ৰ আৰু ভোকেন্দ্ৰ বৰুৱাই কলিকতাত লগ পোৱা মেছবাসীসকল বঙালী সমাজৰ প্ৰতিনিধি। নেপুৰ কিনিব নোৱাৰা জুমুৰী আৰু তাইৰ বাপেক ভোল গৈ দু-অনা দামত ভেলটকা দামৰ নেপুৰ দিবলৈ ওলোৱা ৰতন মুণ্ডা, কন্যা নদীৰ পাৰত দিনৰ পিছত দিন বৈ নীৰৱে মন বিলোৱা ডেকা-গাভৰু হাস কোল-মুণ্ডা জাতিৰ লোক। এইসকল লোক আৰু তেওঁলোকৰ সমাজৰ একোটা আভাস বেজবৰুৱাই এই গল্পবোৰৰ মাজেদি দিছে। পূজাৰ সময়ত বেলগাড়ীত উঠা গৃহাভিমুখী বঙালী লোকসকলৰ আচৰণ-কথোপকথন বৰ্ণনা কৰি তেওঁ যেনেকৈ এফালে নিজৰ সূক্ষ্ম পৰ্যবেক্ষণ ক্ষমতাৰ পৰিচয় দিছে, আনফালে তেনেকৈ সেই দৃশ্যৰ সজীৱ পৰিৱেশ পুনৰ সৃষ্টি কৰিও কলাসুলভ দক্ষতাৰ পৰিচয় দিছে। অসমীয়া সমাজৰ ক্ষেত্ৰত তেওঁ সামান্য পৃথক দৃষ্টি-ভঙ্গী গ্ৰহণ কৰিছে। বঙ্গ-উৰিষ্যাৰ মানুহক তেওঁ বস্তুনিষ্ঠভাৱে লক্ষ্য কৰি বৰ্ণনা কৰিছে আৰু অসমীয়া মানুহৰ আচৰণৰ ভিতৰত সোমাই, হয়তো কিছু প্ৰয়োজনবোধত, ঠাট্টা-মস্কৰা বা সমালোচনাৰ ভঙ্গীৰে বৰ্ণনা কৰিছে। 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী'ত হেমচন্দ্ৰ বৰুৱাৰ সামাজিক সমালোচনা অতিশয় চেঙা দিয়া ভাবৰ; তেওঁ মৰি যোৱাকৈ গোবৰ্দ্ধন দেউহঁতক মাৰিব খোজে। তেওঁৰ তুলনাত বেজবৰুৱা ইমান উগ্ৰ নহয়। কিন্তু বেজবৰুৱাই হাঁহি হাঁহিয়েই যি কেইষাৰ গাত লগা কথা কয় সেই কেইষাৰেই বাৰুকৈ পাই যায়গৈ। ভেমপুৰীয়া মৌজাদাৰৰ কথাষাৰেই সূচায় জয়োদৰ শৰ্মা-বৰুৱাক লেখকে কি চকুৰে চায়: "পত্ৰাশালিত বছৰ-চেৰেক মৰোঁ নামেৰেই তেওঁ শব্দ সাধি" কাছাৰীৰ কামত সোমালগৈ—সেয়া মৌজাদাৰৰ বিদ্যাৰ দৌৰ; "ভাওৰীয়াৰ প্ৰাতঃসন্ধ্যা, একাদশী-আভিনীত ঘটি হ'লেও, পুৰা-গধূলি বৰচাহাবক চালামৰ খতি নহয়"; এনে হেনো বৰচাহাবৰ

জোভাও সোলোকাই দিছিল, তেওঁ মৌজাদাৰ গ'লে তলৰ মাটি ওপৰ হয়, "অন্ততঃ তেনে হয় বুলি ডাঙৰীয়াই নিজে ভাবে", আৰু বৰচাহাব মফস্বললৈ গ'লে মৌজাদাৰৰ এবছৰলৈ নিজ খোৰাকৰ দুখ গুচে ; "ৰাজভক্তি ডাঙৰীয়াৰ গাত সোতৰ অনা (১৬ অনাতকৈ বেছি !) বিদ্যমান। মন গ'লে চাহাবৰ চাপ্ৰাচীষ্টাৰেও ডাঙৰীয়াৰ হতুৱাই তাৰ ভৰিৰ ফটুৱাইবিলাকত তপত তেল দিয়াই ল'ব পাবে।"——ইত্যাদি ;গোটেইছোৱা বৰ্ণনাই ইমান ঠাট্টা-সুৰীয়া যে মৌজাদাৰৰ ক'লা অন্তৰখন আমাৰ দেখিবলৈ আৰু একো বাকী নেথাকে। 'চোৰ' গল্পৰ "চক্ৰধৰ ফুকন শিৱসাগৰৰ এজন ডাঙৰ লোক ("ডাঙৰ লোক" কথাষাৰ মন কৰক); কাছাৰীৰ আমোলা (কিমান ডাঙৰ !)। তেওঁৰ আমোলাপটিত ঘৰ ; এগোহালি গৰু; এভঁৰাল ধান; এবাৰী তামোল-পাণ; এধাৰি বাঁহ; এপুখুৰী পানী; আৰু সকৰে-বৰে বাৰটা ঘৰ। অৱশ্যে বতাহত তিনিটা ঘৰৰ মুধচ, আজি এবছৰ হ'ল, উৰি গৈছে; দুটাৰ চালেদি সৰগ দেখি ; পাঁচোটাৰ বেৰা মেৰামতৰ অপেক্ষাত আছে; এটাৰ বেৰে চকুৱাৰ তাপলি পাইছে; আৰু এটাই পিৰালিৰ পৰা চুৱাপাতনি বঁটা পাইছে।" ফুকনক বেজবৰুৱাই (দুয়ো শিৱসাগৰৰ) কিমান ডাঙৰ লোক পাতিলে দেখিলে ? এনেকুৱা শ্লেষাত্মক বৰ্ণনাৰে ঠাট্টা-মস্কৰা কৰি অসমীয়া মানুহৰ দোষ ত্ৰুটিবোৰলৈ হয়তো তেওঁ আঙুলিয়াই দিব খুজিছিল। এনে ধৰণৰ "হাস্যকৰ বক্ৰোক্তি"ৰ সহায়ত তেওঁ হয়তো, খুহুতীয়া ৰচনাৱলীত কৰাৰ দৰে, সমাজ সংস্কাৰৰ চেষ্টাও কৰিছিল। জগৰা মণ্ডলে নগৰত নভেলৰ সোৱাদ পাই আহি ঘৰত মণ্ডলনীৰ সৈতে প্ৰেমাভিনয় কৰিবলৈ যোৱাটো অল্প-বিদ্যা-ভয়ঙ্কৰীৰ দৃষ্টান্ত স্বৰূপ। নাঙলুচন্দ্ৰ দাস আৰু ভোকেন্দ্ৰ বৰুৱাই সামান্য অৱস্থাৰপৰা বিদ্যা-বুদ্ধিৰ বলত উচ্চ-শিক্ষা লভিবলৈ গৈ কাব্য ৰচনাৰ অপচেষ্টা কৰা, নাইবা নোম-নেওৰ-বৰ্জিত স্ববংশক মৰ্যাদা দিবলৈ যোৱাটো বেজবৰুৱাৰ দিনৰ ন-কৈ গঢ়ি উঠিব খোজা অসমীয়া সমাজৰ কিছুমান লোকৰ দুৰ্বলতাৰ উদাহৰণ হ'বও পাৰে। এইবিলাক চিত্ৰ সকলো সময়তে সম্ভৱপৰ আৰু বাস্তৱ হৈ উঠা নাই। ৰাম পথাৰত বৌ মাছ পুতি থৈ ৰূদাইক বিশ্বাস কৰোৱাটো যদি সাধুকথাৰ শাৰীৰ কল্পনা, তেন্তে জগৰা মণ্ডলৰ প্ৰেমাভিনয় আৰু প্ৰবঞ্চক ভোকেন্দ্ৰই শদিয়াৰ সভাত দান-ৰৰঙণি তোলোতে এজনী বুঢ়ীয়ে ওকণি এটাকে দি দিয়াটোও দেখ দেখ অবাস্তৱ কথা। এনে বাস্তৱতাৰ কাৰণ এয়ে যে হাস্যৰস সৃষ্টিৰ আকাঙ্ক্ষাই বেজবৰুৱাক বহু সময়ত বহু বহু দূৰলৈ উটুৱাই লৈ গৈছিল। কোৱা হৈছে যে লঘু হাস্যৰসাত্মক ভাষাই বেজবৰুৱাৰ সৃষ্টিধৰ্মী সাহিত্যত গভীৰ

বেদনা প্ৰকাশত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে। সৰল হওক, বুদ্ধিদীপ্ত হওক, হাস্যৰস তেওঁৰ অন্তৰৰপৰা গৈ কাপৰ আগ পালেই তেওঁ আৰু থিবেবে ৰ'ব নোৱাৰা হয় ঃ সাহিত্য সম্বন্ধে বলিষ্ঠ অভিমত থকা অভিভাষণতো তেওঁ লঘু হৈ পৰে, কৱিতাত বাৰেভচহ ভাষা আৰু শব্দৰ খিচিবি বান্ধে, নাটকত পাচনিয়নীয়ে ঢেকীথোৱাৰ কথা উত্থাৱন কৰি আলহী খেদি গিৰিয়েকৰ আচহুৱা মানসিক ৰোগ জাৰে ! সেইকাৰণে হাস্যৰস ৰসৰাজৰ যেনেকৈ এটা গুণ তেনেকৈ ই এটা দোষো। হাস্যৰসে তেওঁৰ গল্পক প্ৰথম অৱস্থাত সুখপাঠ্য কৰি তুলিলেও জীৱন আৰু চৰিত্ৰৰ স্বাদ বিচাৰিবলৈ গৈ পিছত বহুত সময়তে নিৰাশ হ'বলগীয়া হয়। ব্যক্তিগত দোষ-ত্ৰুটিৰ কাৰণে সমসাময়িক সমাজৰ মলক গুইন গুইন, ডম্বৰুধৰ, চক্ৰধৰ ফুকন, ভেমপুৰীয়া মৌজাদাৰ, মীনধৰ উকীল ইত্যাদি চৰিত্ৰৰ প্ৰতি বক্ৰোক্তি কৰাটো আমাৰ বোধগম্য; কিন্তু নতুন সভ্যতাৰ পোহৰত নতুন জীৱন গঢ়িবলৈ গাঁও-নগৰৰপৰা ওলাই অহা সৰ্বসাধাৰণ মানুহৰ আশা-আকাঙ্ক্ষাৰ কথা বেজবৰুৱাই ক'তো ভাল চকুৰে চাই প্ৰকাশ কৰি যোৱা নাই; এখন সম্পূৰ্ণ নতুন জগতত ভৰি দি কেতিয়াবা নাঙলুচন্দ্ৰ বা ভোকেন্দ্ৰ বৰুৱাই নিজকে ভুচুংপহটো সাজি হাঁহিয়াতৰ পাত্ৰ হোৱাই স্বাভাৱিক; কিন্তু তেওঁলোকৰ নিচিনা হাতীৰ ফান্দী বা ম'হ-গুৱালৰ ল'ৰাই গণতান্ত্ৰিক উন্মেষৰ দিনত উন্নতিৰ কাৰণে কৰা প্ৰচেষ্টাক তেওঁ প্ৰশংসাৰ চকুৰে চাব পৰা নাই। এইবিলাক কাৰণতে হয়তো শ্ৰীহেম বৰুৱাৰ নিচিনা লেখকে তেওঁক বুৰ্জোৱা শ্ৰেণীৰ প্ৰতিভূ বুলিবলৈ গৈছে। এনে হোৱাৰ কাৰণে সমসাময়িক সামাজিক অৱস্থাকে, অন্ততঃ বেজবৰুৱা ডাঙৰ-দীঘল হোৱা পৰিৱেশকে, জগৰীয়া কৰিব লাগিব। দীননাথ বেজবৰুৱাৰ ঘৰখন প্ৰায় প্ৰাচীনপন্থী আছিল। তেওঁৰ ল'ৰাই ইংৰাজী শিক্ষা লভিছিল যদিও বিলাতলৈ যোৱা বা ডাক্তৰী পঢ়াত তেওঁৰ জাত যোৱাৰ ভয় আছিল—লক্ষ্মীনাথক বিলাতলৈ যাবলৈ দিয়া নহ'ল আৰু ডাক্তৰী পঢ়া বাবে গোলাপক পৰাচিত কৰাই লোৱা হৈছিল; ৰজা পুৰন্দৰ সিংহই পৰীক্ষা কৰাই ৰজাঘৰীয়া বেজ পতা ডাঙৰীয়া দীননাথ বেজবৰুৱাই আয়ুৰ্বেদীয় চিকিৎসা পদ্ধতিত অগাধ বিশ্বাস ৰাখিছিল; তেওঁৰ শিৱসাগৰৰ ঘৰখন পুৰণি আচাৰ-পদ্ধতিত, সকলো ধৰ্মানুষ্ঠান পাতি চলোৱা হৈছিল। সেইখন ঘৰে ইংৰাজৰ শাসনৰ লগত অহা শিক্ষা-শাসনৰ সকলো সুবিধা লৈছিল; ইংৰাজৰ হাকিম দীননাথ বেজবৰুৱাই নিজে ইংৰাজী স্কুল স্থাপন কৰিছিল আৰু এজন পুতেকে পতা চাহ বাগিচাৰ তদাৰকো কৰিছিল। কিন্তু সামাজিক চাল-চলনত তেওঁলোক পুৰণি ডাঙৰীয়া শ্ৰেণীয়েই হৈ আছিল।

সেইবাবে প্ৰাচীনপন্থী দৃষ্টি-ভঙ্গীৰে সাধাৰণ খাটিখোৱা মানুহক যথেষ্ট মৰমৰ চকুৰে চালেও তেনে লোকৰপৰা তেওঁলোকৰ ব্যৱধান আছিল বহুত। 'জীৱন সোঁৱৰণ'ত বেজবৰুৱাই লিখিছে যে ইংৰাজে আহি অসমৰ ভাওৰীয়া শ্ৰেণীৰ লগুৱা-লিগিৰী ৰখা প্ৰথা উঠাই দিছিল, তেনেকুৱা বন্দা মানুহ সৰহ ভাগেই নৱলব্ধ স্বাধীনতা ভোগ কৰিবলৈ ভাওৰীয়াসকলক এৰি এৰি গৈছিল; কিন্তু কিছুমানে পুৰণি বাপ্পোন এৰিবলৈ টান পাই ৰৈও গৈছিল আৰু তেনেকুৱা দুজনমান মানুহৰ লগত বেজবৰুৱাৰ ঘৰৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। বেজবৰুৱাৰ নিজৰ ভাষাত: "ধনী নামৰ আমাৰ এটা লগুৱা আছিল। তাৰ ঘৰ যোৰহাটৰ ওচৰত চাওখাট মৌজাত। বাস্তৱিক পক্ষত সেই কালত চাওখাটক আমাৰ ঘৰৰ পক্ষে লগুৱাৰ ৰবভঁড়াল বুলিলে বঢ়াই কোৱা নহয়। বেঙ্কলৈ চেক পঠিয়াই দিলে টকা পোৱাৰ দৰে আমাৰ দেউতা আৰু ককাইদেওসকলে আৱশ্যকমতে চাওখাটলৈ বাতৰি পঠিয়াই তাৰপৰা লগুৱা পাইছিল।" আত্ম-জীৱনীৰে আন এঠাইত আছে: "বৃটিছ গৱৰ্ণমেণ্টে অসমত ভদ্ৰলোকসকলৰ বন্দী-বেটীবোৰক মুক্তি দিয়াত পোন্ধৰ-অনা বন্দী-বেটীয়ে সেই সুবিধা লৈ ওলাই স্বাধীনতাৱলম্বন কৰিলে; যি এক অনাই পুৰণি প্ৰভুৰ পুৰণি মায়া-মমতাৰ ডোল কাটি নগ'ল বা যাব নোৱাৰিলে, সেই এক অনাৰ ভিতৰত আমাৰ ঘৰৰ এঘৰ আছিল—গিৰিয়েকৰ নাম মথন, ঘৈণীয়েকৰ নাম ঘিণলাগী। সিহঁত দুজনী জীয়েকৰে সৈতে এঘৰ ডাওৰ গৃহস্থ। মথনক আমি ল'ৰা তৰ:প মথন বুলি নাম কাঢ়ি নামাতি 'মথন ঘৰগিৰি' বুলিছিলোঁ আৰু ঘিণলাগীক'ঘিণলাগী বাই' বুলিছিলোঁ। সিহঁতৰ ডাওৰজনী ছোৱালীৰ নাম আহিনী আছিল। এই আহিনীয়েই মোৰ মাতৃদেৱীৰ লগত বিদেশত ফুৰি, মোক কোলাত লৈ আলপৈচান ধৰি ডাওৰ-দীঘল কৰিছিল।" বেজবৰুৱাই 'বাপিৰাম' কাহিনীত নিশ্চয় নিজৰ জীৱনত পোৱা এনে এটা লগুৱাৰ কথাকে লিখিছে: "আজিকালি লগুৱা বুলিলে তুমি আমি যি বুজোহঁক বাপিৰাম লগুৱাৰ কথাত তেনে বুজিলে নিশ্চয় ভুল হ'ব। ইংৰাজ ৰজাই অসমত পুৰুষানুক্ৰমিক লগুৱা-লিগিৰাৰ প্ৰথা বা দাসত্ব প্ৰথা তুলি দিয়াৰ আগেয়ে গিৰিহঁত আৰু লগুৱা-লিগিৰাৰ মাজত যেনে সম্বন্ধ আছিল, তেনে সম্বন্ধীয় লগুৱা এই বাপিৰাম। সি যদিও লগুৱা, তথাপি খাটনিয়াৰ পৰিয়ালৰ ভিতৰত সিও এটা কটা-ছিঙা কৰিব নোৱাৰা মানুহ। সকলো বিষয়তে সকলো দিনে খাটনিয়াৰৰ ঘৰেই তাৰ ঘৰ, খাট-নিয়াৰৰ মানুহেই তাৰ আপোন মানুহ, যদিও তাৰ নিজা ঘৰ চাওখাটত ল'ৰা-তিৰোতা, আওহী-বাওহী, দদাই-খুৰাৰ অভাৱ নাছিল।" 'নকও" গল্পৰ নিৰ্জন

দুপৰীয়া জয়াৰ হাবিৰ মাজত পলাই লুকাই থকা লওৱা "জ" আৰু জিগিৰী "জা" নিশ্চয় বেজবৰুৱাৰ একেই বাস্তৱিক অভিজ্ঞতা-প্ৰসূত চৰিত্ৰ; সেইদৰে এই গল্পৰে "আমাৰ আমুকী বেটী মূচী বাই" হ'ব পাৰে ঘিণলাগী বাই, মৰি যোৱা "আহোম লওৱাটো" হ'ব পাৰে চাওখাটৰ ধনী নাইবা তাক মাজে মাজে বদলি দিবলৈ অহা ককায়েক গোজৰ নাইবা ভায়েক সিদ্ধিবাম।

কিন্তু কেৱল দেখা বা চিনি পোৱা মানুহক লৈয়ে যে গল্প লিখিব লাগিব এনে কোনো কথা নাই। ষ্টিভেনচনে তিনি প্ৰকাৰে গল্প লিখিব পাৰি বুলি কৈছিল: প্লট এটা লৈ কিছুমান চৰিত্ৰ খাপ খুৱাই দিব লাগে; চৰিত্ৰ এটা লৈ ঘটনা, পৰিস্থিতি আদিৰে তাক ফুটাই তুলিব লাগে; কিবা এটা পৰিবেশ ভাবি লৈ তাক অনুভৱ কৰিবলৈ কিছুমান মানুহ আৰু কাৰ্য-কলাপ সৃষ্টি কৰি দিব লাগে। এই পদ্ধতিৰ কেউটাকে বেজবৰুৱাই প্ৰয়োগ কৰা যেন লাগে। চক্ৰধৰ, গঙ্গাৰাম আৰু বাণেশ্বৰ, নাঙলুচন্দ্ৰ, ভোকেন্দ্ৰ বৰুৱা, ৰুদাই, বাপিৰাম, ভূধৰ, মলক গুইন, ভদ্ৰকধৰ ইত্যাদিৰ চৰিত্ৰইহে প্ৰধানকৈ লেখকক প্ৰেৰণা যোগাইছে; ইবিলাকৰ কাৰ্য-কলাপ কেৱল সহায়ক বস্তুহে, যাক সকলো সময়তে বিশ্বাসযোগ্যকৈ বাস্তৱ কৰি তুলিবলৈ লেখকে যত্ন কৰা নাই। 'নকও', 'কন্যা' আৰু কিছু পৰিমাণে 'লাওখোলা'ত পৰিবেশ ফুটাই তোলাটোৱেই ঘাই কথা যেন লাগে: প্ৰথমটোত নিৰ্জন দুপৰীয়া হাবিৰ মাজৰ ভয় লাগিব খোজা পৰিবেশটো—যিহক তলত পৰি থকা নৰকঙ্কালটোৱে আৰু ওপৰত চিঁচিঁয়াই বনাই ফুৰা চিলনীবোৰে আৰু ভয়াবহ কৰি তুলিছে; দ্বিতীয়টোত প্ৰকৃতিৰ কোমল প্ৰভাৱ কাহিনী কওঁতাৰ (লেখকৰ?) প্ৰাণত পৰিছে; তৃতীয়টোত ভৌতিক কাণ্ডৰ গাব লোম ডাল ডাল হোৱা পৰিস্থিতিৰ সৃষ্টি কৰা হৈছে—য'ত পাপিনী বিধৱা গৰাকীয়ে কলিকতাৰ 'বাগানবাড়ী'ৰ পুখুৰীৰপৰা তোলা লাওখোলাৰপৰা স্বৰূপ গ্ৰহণ কৰি ৰাতি বাহিৰত শোৱা গল্পৰ নায়কক বৰজনাকৰ সৈতে কৰা পাপাচৰণৰ কাহিনী বৰ্ণনা কৰিছে। ভদৰী আৰু শিৱৰামৰ সম্পৰ্কত থকা শ্ৰেষ্ঠ সম্পদখিনি, প্লট, বাকীখিনি গল্পৰ খাতিৰত তৈয়াৰ কৰা ঘটনা মাত্ৰ। 'গীত' গল্পত গীতাৰ "ক্ৰোধাদ্ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্ৰমঃ" শ্লোকে কয়দী এটাৰ পাপৰ পৰিণাম উপলব্ধিখিনি প্লট, তাকে বুজাবৰ কাৰণে বাকী ডাল-পাতবোৰ লেখকে জোৰা দিছে মাথোন। বিধৱা ভতিজাকক চাহাবত বেচিব খোজা ভূধৰৰ মাজত বাপিৰামৰ কাৰ্যই উদ্ৰেক কৰা নৈতিকবোধটো প্লট, বাকী খিনি

ঘটনা মাত্ৰ। এনেকৈ পঢ়াশলীয়া কচবৎ কৰি গৈ থাকি গুৰ পোৱা নেযায়। কিন্তু বোধহয় টেকনিকৰ বিষয়ত কৈ থোৱা ভাল হ'ব যে বেজবৰুৱাৰ কিছুমান গল্পত প্লট, চৰিত্ৰ, পৰিবেশ, একোকে আধাৰ কৰি লোৱা হোৱা নাই। 'ভাড়িব্যামৰ ভাত' ভাত বিচৰাৰ বিষয়ে চোকা সমালোচনা থকা এখন ৰচনা মাথোন। 'মিষ্টৰ ফ্রিপসন'ত ভাল চৰিত্ৰ-বিশ্লেষণ আছে: ফিৰিঙ্গী ফ্রিপসনে জীৱনৰ আগভাগতে বাগিচাৰ চাহাব পিতৃয় বিচ্ছিন্ন কৰি থোৱা অসমীয়া মাতৃ গৰাকীৰ কাৰণে বেলৰ ডবাতো দুখভৰা হিয়া উবুৰিয়াই দিছে, কিন্তু ঘটনা বা কাৰ্য-কলাপৰ সহায়ত এই চৰিত্ৰকে ফুটাই তোলা হোৱা নাই। 'মৈদামৰ ঘটনাবোৰ বাস্তৱত ঘটিব নোৱাৰে; 'এবাবাৰী'ৰ গছবোৰে কথা ক'ব পাৰিব নেলাগিছিল; 'লাওখোলা'তো মৰা মানুহজনী জীৱন্ত হৈ ওলাব নেলাগিছিল। সপোনৰ আশ্ৰয় লৈ বেজবৰুৱাই এইবিলাকৰ যোগেদি একোটা বিশেষ বক্তব্য প্ৰকাশ কৰিছে আৰু সেই সেই বক্তব্যই আচল কথা। চেনিচম্পাৰ প্ৰেমত পৰিবৰ বেলিকা মিলাবামে কানি খাই এৰাতি যিবোৰ কাণ্ড কৰি ফুৰিছিল পঢ়ি আচৰিত হৈ ভাবিব লগা হয় সিনো ক'ব পৰা আনি কোন বিধ কানি খালে? মিলাবামৰ কাৰ্য-কলাপ বৰ্ণনাৰ দৰে আন ভালেমান ঠাইতে বেজবৰুৱাই কেৱল সৰল ধেমালি কৰি গৈছে। 'যেনে চোৰ তেনে টাঙোন'ৰ কটীয়া মোমাইজন সাধু কোৱাৰ মাজতে শুই পৰা, ডম্বৰুধৰৰ আধা-কেচেলুৱা প্ৰেম নিবেদন, 'প্ৰথম দৰ্শনত ওপজা প্ৰেম'ৰ প্ৰেমিক প্ৰবৰৰ উমা আৰু প্ৰথম দৰ্শনতে প্ৰেমত পৰি ভুল ঠাইত কৰা বিয়াৰ বন্দবস্ত, 'ফিৰিঙতিৰ পৰা থাণ্ডৱ দাহ'ৰ পৰম্পৰ-বিচ্ছিন্ন উদাহৰণ কেইটা ইত্যাদি কেৱল ধেমালিৰ কাৰণে উদ্ভাৱন কৰা হৈছে। মিলাবামৰ ক্ষেত্ৰত অৱশ্যে বেজবৰুৱাই এটা নতুনত্ব কৰিছে: একেটা চৰিত্ৰকে লৈ চেনিচম্পা, কেকো ককা, আজি, আমাৰ কানীয়া সভাৰ এক অধিবেশন, দদায়েক পদো আৰু ভতিজাক ডদো—এই কেইটা কাহিনী লিখিছে। অসমীয়া গল্প-সাহিত্যত এনে কৰা দেখা নেযায়। 'সাধুকথাৰ কুকি'ত থকা এই কেউটা কাহিনীয়েই 'মিলাৰামৰ আত্মজীৱনী'ৰ পৰৱৰ্তী পৰিণতি স্বৰূপ; আত্মজীৱনীত মিলাৰামে নিজৰ বিষয়ে একোকে নকলে; সেইকাৰণেই যেন বেজবৰুৱাই পিছত এই কেইটা কাহিনীৰ অৱতাৰণা কৰিলে। অৱশ্যে স্বৰূপাৰ্থত এই কেইটাক গল্প বুলিব নোৱাৰি; কানীয়া, অযৰী মিলাৰামৰ বিচিত্ৰ অভিজ্ঞতাৰ অসলংগ্ন ডায়েৰী মাথোন বুলিব পাৰি; এইবোৰক লেখকে সুসমঞ্জস কাহিনী ৰূপত গঢ়ি তোলা নাই।

'আধুনিক গল্প-সাহিত্য'ত শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীয়ে বেজবৰুৱাৰ গল্প সম্বন্ধে মোটামুটিকৈ শুদ্ধ সিদ্ধান্ত কৰিছে এইদৰে : "অসমীয়া সমাজৰ এদল লোকৰ গাত দেখা পোৱা দোষ-ত্ৰুটি, ভেম-ভণ্ডামিৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হোৱা বাবে বেজবৰুৱাৰ গল্পত জৈৱিক আৰু অৰ্থনৈতিক সমস্যা বিশ্লেষণৰ চেষ্টা নাই।—চোকা চোকা বাক্যবাণেৰে এক শ্ৰেণীৰ লোকক থকা-সৰকা কৰাৰ পৰিবৰ্তে তেওঁ লোকৰ ভুল-ত্ৰুটি বসঘন পৰিবেশৰ মাজত ফুটাই তুলি আৰু কেতিয়াবা সেইবোৰ অতিৰঞ্জিত কৰি এক উপাদেয় সৃষ্টিৰে তেওঁ আমাক হঁহুৱাইছে আৰু লগতে ভেম-ভণ্ডামিৰ স্বৰূপো উদ্ঘাটন কৰিছে। —জীৱনৰ জটিলতা, অনুভূতিৰ গভীৰতা, মানৱৰ ক্ষুদ্ৰত্ব আৰু মহত্ত্ব বেজবৰুৱাৰ গল্পৰ মাজেদি ফুটাই তোলাৰ আদৰ্শ নাই। তথাপি তেওঁৰ গল্প ৰসাল, মনোগ্ৰাহী। ভাষাৰ সাৱলীলতা আৰু হাস্যৰসৰ মাদক-তাৰে তেওঁ পাঠকৰ মন আকৰ্ষণ কৰে। অসমৰ গ্ৰাম্য আৰু নগৰীয়া জীৱন দুয়োটাৰে লগত তেওঁৰ সম্বন্ধ আছে। কিন্তু সৰহ ভাগ গল্প-চৰিত্ৰ গ্ৰাম্য জীৱনৰ পৰা অনা। এই চৰিত্ৰবোৰ সমাজৰ পৰা আঁতৰি যোৱা নাই কিন্তু সংস্কাৰকামী মনোভাৱে সমাজৰ দোষ-দুৰ্বলতাৰ প্ৰতি তেওঁৰ সচেতনতা বঢ়াই দিয়াত ব্যঙ্গাত্মক বাক্যবাণেৰে সমাজৰ ভবিয়ালসকলক জৰ্জৰিত কৰাৰ আকাঙ্ক্ষা তেওঁৰ গল্পত বেছিকৈ পৰিস্ফুট হৈছে। অতিৰঞ্জন আৰু অতি-শয়োক্তিয়েও তেওঁৰ গল্পত স্থান পাইছে। গল্পৰ মাজেদি সুকুমাৰ অনুভূতি প্ৰকাশৰ চেষ্টা তেওঁৰ হয়তো নাছিল।"

গল্প ৰচনাত সাহিত্যৰথীৰ অন্যান্য দক্ষতা কিছুমানো লক্ষ্য কৰিবলগীয়া : বাগাড়ম্বৰ আৰু পৰিস্থিতি সৃষ্টিৰে পাঠকক হঁহুৱাব পৰাত তেওঁৰ সমকক্ষ নাই; 'পুত্ৰবান পিতা'ত কৰাৰ দৰে ইচ্ছা কৰিলে মানুহৰ গভীৰ বেদনা ভৰা দুৰৱস্থা অতি সজীৱ কৰি তেওঁ দেখুৱাব পাৰিছিল; সৰ্বসাধাৰণ মানুহৰ সৰু সৰু দুৰ্বলতাবোৰ তেওঁৰ দৃষ্টিৰপৰা সাৰি নগৈছিল,—যিবোৰে তেওঁৰ চৰিত্ৰবোৰক আমাৰ চকুত জীৱন্ত মানুহ কৰি তুলিছে; সাধাৰণ মানুহৰ মুখৰ মাত-কথাক সাহিত্যৰ ভাষা ৰূপে প্ৰয়োগ কৰাৰ পৰীক্ষা তেওঁ গল্পবোৰতে কৰিছে; পৰৱৰ্তী কালত অতিশয় জনপ্ৰিয় হৈ উঠা গল্প-সাহিত্যৰ বাট জোনাকী যুগত তেওঁ মুকলি কৰি দিলে।

# তিনি

প্ৰায় সকলো সমালোচনাশীল পাঠকে ভাবে যে বেজবৰুৱাই উপন্যাস লিখাটো সহজ নেপালে। সেইকাৰণে একেখন মাত্ৰ উপন্যাস লিখিয়েই তেওঁ চেষ্টা এৰি দিলে। কথাটো হ'বও পাৰে, যদিও এই বুলি ক'তো কোনেও লিখি থৈ যোৱা নাই। এই প্ৰসঙ্গত তিনিটা কথা স্মৰণযোগ্যঃ (১) 'পদুম-কুঁৱৰী' ১৯০৫ চনত প্ৰকাশিত হয়, কিন্তু তাৰ ভালেমান আগতেই ইয়াক লিখা হৈছিল, কিয়নো তৃতীয় বছৰৰ 'জোনাকী'ত ছোৱা ছোৱাকৈ ইয়াক উলিওৱা হৈছিল ; গতিকে ভালেখিনি কম বয়সত বেজবৰুৱাই এই উপন্যাসখন লিখিছিল। (২) ডঃ সত্যেন শৰ্মাৰ মতে স্বৰ্ণপাৰ্থত অসমীয়া ভাষাত এইখনেই পোন প্ৰথম বুৰঞ্জীমূলক উপন্যাস। গতিকে উপন্যাস ৰচনাৰ ক্ষেত্ৰত তেতিয়াও বেজবৰুৱাই মাটি ভাঙিব লগা অৱস্থা হৈয়ে আছিল। (৩) চুটি চুটি ৰচনাৰ প্ৰতি লেখক বেজবৰুৱাৰ মনোযোগ বেছি পৰিমাণে আকৰ্ষিত হৈছিল— সম্পাদকৰ ব্যস্ততা বা আলোচনীৰ প্ৰভাৱ যি কাৰণতে নহওক। উপন্যাসৰ দৰে দীঘলীয়া ৰচনাৰ প্ৰতি নিজক প্ৰস্তুত কৰিবলৈ তেওঁ হয়তো অৱসৰ নেপালেই।

উপন্যাসৰ অভিনৱত্ব আৰু জনপ্ৰিয়তা সম্বন্ধে বেজবৰুৱা সজাগ আছিল। সাহিত্য সভাৰ সভাপতি ৰূপে দিয়া অভিভাষণত সাহিত্যৰ অন্যান্য অঙ্গৰ লগত উপন্যাসৰ কথাও তেওঁ উল্লেখ কৰিছিল। 'জয়ৰা মণ্ডলৰ প্ৰেমাভিনয়'ত শিক্ষিত সমাজত উপন্যাসৰ জনপ্ৰিয়তাৰ ইঙ্গিত পোৱা যায়। কিন্তু ইচ্ছা থাকিলেও বেজবৰুৱাই সম্ভৱতঃ উপৰোক্ত তিনিটা কাৰণত উপন্যাস লিখাত একান্তমনে মনোনিবেশ কৰিব নোৱাৰিলে। ঐতিহাসিক পটভূমিত লিখা কেইটিমান ক্ষুদ্ৰ কাহিনীকো উপন্যাস আখ্যা দিব খোজাৰপৰা অনুমান হয় তেওঁ উপন্যাস-কলা সম্বন্ধে এটা ধাৰণা কৰি লোৱা নাছিল। কিন্তু লিখো বোলা হ'লে, অলপ অভিজ্ঞতাপূৰ্ণ বয়সত চেষ্টা কৰা হ'লে যে তেওঁ ৰজনীকান্ত বৰদলৈৰ দৰে উপন্যাস লিখিব নোৱাৰিলেহেঁতেন এনে কথা ক'ব নোৱাৰি। পদুমকুঁৱৰীৰ কাহিনী যি ধৰণে তেওঁ জুৰিছিল তাক যুক্তিযুক্তভাৱে পৰিণতিৰ পিনলৈ লৈ যাবলৈ চেষ্টা কৰা হ'লে এখন লেখৰ উপন্যাসেই হৈ উঠিলহেঁতেন। হৰদত্ত-বীৰদত্তৰ বিদ্ৰোহ আৰু তাৰ কাৰণে তেওঁলোকৰ আয়োজন, কোচবেহাৰৰ

কোঁৱৰকো তাত কৌশলেৰে সংযুক্ত কৰাৰ চেষ্টা, কলীয়া ডোমোৰা বৰফুকন আৰু হৰদত্ত-বীৰদত্তৰ সংঘৰ্ষৰ সৈতে সূৰ্য-পদুমফুলৰ ঘটনাক অঙ্গাঙ্গীভাৱে সংযুক্ত কৰা, ঘটনাচক্ৰত পৰি প্ৰণয়াত্মক ঘটনাটোত আউল লগা, বৰফুকনৰ কূট-কৌশল আৰু দত্তদ্বয়ৰ পৰাভৱ—এই গোটেইখিনিয়ে এখনি মনোৰম উপন্যাসৰ কাৰণে যথেষ্ট সমল যোগালেহেঁতেন। বেজবৰুৱাৰ কল্পনাত এই কাহিনীৰ সৌধটোও ঠিক এই ধৰণেই ৰূপ গ্ৰহণ কৰিছিল যেন লাগে। কিন্তু চৰিত্ৰ সৃষ্টি বা ঘটনাচক্ৰ এটাকো তেওঁ উপযুক্তভাৱে ফুটাই নুতুলিলে। হৰদত্তক নিষ্ঠুৰ, ক্ৰূৰ বুলি উল্লেখহে কৰিলে মাত্ৰ, কাৰ্যৰ প্ৰমাণ কৰি নেদেখুৱালে। ৰঘুৰ ঔদ্ধত্য, কিছু প্ৰকাশ পালেও বীৰদত্তৰ চৰিত্ৰ কেৱল কৃপাৰৰীয়া বৰ্ণনাতে সীমাবদ্ধ হৈ থাকিল। পদুম আৰু ফুলৰ প্ৰেমৰ প্ৰাবল্য যথেষ্টৰূপে দেখুৱা হৈছে; কিন্তু পদুমৰ ধৈৰ্যশীলতা যুক্তিপূৰ্ণ হৈ নুঠিল, সেই-কাৰণে তেওঁৰ বলীয়া অৱস্থা প্ৰাপ্তিও বিশ্বাসযোগ্য হৈ উঠা নাই; বিপৰীতে ফুলৰ নীৰৱ প্ৰেমৰ গভীৰতা, সংযত আচৰণ, ইচ্ছা পূৰণাৰ্থে পিতাকৰ ওচৰত মিথ্যাকথনৰ দুষ্টবুদ্ধি ইত্যাদি বেছ আকৰ্ষণীয়—ফুলৰ শৱ-সাধনাৰ দৃশ্যটোৱে ৰোমিঅ'-জুলিয়েটৰ শেষ অৱস্থাৰ কথা সোঁৱৰাই দিয়াৰ বাহিৰে একো মহত্ত্বৰ ভাব জগাই নোতোলে। সূৰ্য-পদুমৰ প্ৰেম আৰু সূৰ্যৰ প্ৰতি ফুলৰ অনুৰাগ এটাকো যথেষ্টৰূপে বিকশিত কৰি দেখুৱা নহ'ল; সুখত উঠা ছোৱালী পদুম কষ্টত পৰি, পৰ্বতত মাকক হেৰুৱাই বলীয়া হোৱাটো মানি ল'ব পাৰি; কিন্তু মৰাৰ আগতে ক্ষন্তেকৰ কাৰণে সূৰ্যক দেখি সন্তোষ প্ৰকাশ কৰিও টপ্ কৰে বিষডোখৰ গিলি পেলোৱাৰ কোনো অৰ্থ বিচাৰি পোৱা নেযায়—দুখ সহিব নোৱাৰি আগতে আত্মহত্যা কৰা হ'লেও এটা কথা আছিল। শেষ দৃশ্যত ভুটান পাহাৰত পদুম, সূৰ্য, কুমী সকলোৱে এটাৰ পিছত এটাকৈ আত্মহত্যা কৰাটো বৰফুকন, ফুল আদিয়ে নিলিপ্ত হৈ চাই থকাটো বিসঙ্গতিপূৰ্ণ। পাঠকৰ কল্পনাক খেলিবলৈ সুবিধা দি এইখিনি কথাকে সঙ্গতিপূৰ্ণ কৰি তোলা হ'লে 'পদুমকুঁৱৰী'য়ে অসমীয়া উপন্যাস সাহিত্যৰ আগশাৰীত ঠাই ল'ব পাৰিলেহেঁতেন।

যি কাৰণতে নহওক, অতীত জীৱন আৰু সমাজৰ পৰিবেশ বেজবৰুৱাই ফুটাই তুলিব পৰা নাই। একেটা কাহিনীকে লৈ ৰজনীকান্তই লিখা 'দন্দুৱা-দ্ৰোহ' উপন্যাসত কিন্তু সেই পৰিবেশ অনুভৱ কৰা যায়। এই বিষয়ত ৰজনীকান্তৰ কৌশল প্ৰায় সফল হৈ আহিছে। বৰ্তমানৰপৰাই তেওঁ কল্পনাৰ পথেৰে পাঠকক গোনে গোনে অতীতলৈ লৈ যায়। ৰৰনগৰ, যুগীৰ গাম,

মানাহ-চাউলখোৱা, মইনবৰী গাঁও আদিৰ বিস্তাৰিত বিৱৰণ নিজা অনুসন্ধানলব্ধ অভিজ্ঞতাৰে তেওঁ ‘মনোমতী’ত দিছে। ‘দুন্দুৱা-দ্রোহ’তো তেওঁ জিকেৰীয়া বকস্বাহঁতৰ গাঁও থকা জাৱণিত সোমাই পুৰণি ঘৰ-বাৰীৰ চিন চাই তাৰ ওপৰতে বৰ্ণনাক প্রতিষ্ঠা কৰিছে, পুৰণি ইতিহাসৰ কথা গ্রহণ কৰিছে, মানুহৰ মুখত শুনা কিংবদন্তীৰো সহায় লৈছে। বেজবৰুৱাৰ যে প্রত্নতাত্ত্বিক পাণ্ডিত্য কম আছিল এনে নহয়, কিন্তু ৰজনীকান্তৰ দৰে তেওঁ তাক খুচৰি খুচৰি অতীতটোক বিচাৰি নালাগিছিল—অন্ততঃ ‘পদুমকুঁৱৰী’ৰ কাহিনী ক’বৰ বেলিকা। পদুমৰ শোৱনি কোঠাৰ বিস্তাৰিত বিৱৰণৰ বাহিৰে এই পৰিৱেশ সৃষ্টিৰ আন কোনো চেষ্টা উপন্যাসখনত নাই।

বিদ্রোহ আৰু বিদ্রোহ দমনৰ ঘটনাটো মোটামুটিভাৱে সত্য। জনশ্রুতি মতে কুমেদান বঙালে পদুমক লৈ গৈছিল (যি কাৰণে উপন্যাসত সূৰ্যই কুমেদানক হত্যা কৰিছিল) আৰু কিছুমানৰ মতে তেওঁ আত্মহত্যা কৰিছিল। এই ফালৰপৰা বেজবৰুৱাই পদুমৰ আত্মহত্যা দেখুৱাটোও যুক্তিযুক্ত হৈছে। অৱহেলিত আৰু অপমানিত কামৰূপীয়া প্রজাৰ ক্ষোভৰ ভাব বেজবৰুৱাই যথেষ্ট-ৰূপেই প্রকাশ কৰিছে। তেওঁৰ স্বাভাৱিক হাস্যৰসো সঞ্চাৰিত নোহোৱাকৈ থকা নাই, কিন্তু গল্প আৰু ৰচনাত হোৱাৰ দৰে ইয়াত তিমান মাত্রাধিক্য ঘটা নাই। বৰ্ণনাৰ বাহুল্য ঠায়ে ঠায়ে আছে, কিন্তু উপন্যাসত সেইটো থাকেই; অথচ মূল ঘটনাৰ ভিতৰতে নিজক আবদ্ধ কৰি ৰাখি লেখকে পাঠকৰ মনক বিক্ষিপ্ত হ’বলৈ দিয়া নাই—সাধুকথাৰ বাহিৰে আন কল্পনাধৰ্মী সাহিত্যত তেওঁ এনে কৰা দেখা নেযায়; অৱশ্যে কাহিনীটো চমু কৰা কাৰণেও এনে হ’ব পাৰে।

# সাংবাদিক বেজবৰুৱা

## অমিয়কুমাৰ দাস

এশ বছৰৰ আগতে এনে এটা সময়ত সাহিত্যৰথী বেজবৰুৱাৰ জন্ম হৈছিল। বেজবৰুৱাৰ দেউতাক চৰকাৰী বিষয়া আছিল। সেই সময়ত লুইতেদি জাহাজ চলাচলৰ ব্যৱস্থা নথকাত নাৱেৰে অহা-যোৱা কৰিবলগীয়া হৈছিল; আৰু পিতৃ-মাতৃ নাৱেৰে আহিবলগীয়া হোৱাত তেওঁৰ জন্ম নাৱতেই হৈছিল। 'জীৱন সোঁৱৰণ'ত বেজবৰুৱাই জন্মৰ কথা নিজৰ স্বভাৱ-সুলভ ভাষাৰে "ভূমিষ্ঠ" নিলিখি "নৌকাষ্ঠ" বুলি লিখিছিল। এনে এটা ঋতুত লুইতৰ শোভা অতি বিতোপন; বাৰিষাৰ দোকোল-টকা ফেনে-ফোটোকাৰে সিতে লুইতৰ তাণ্ডৱ মূৰ্তি নাথাকে। লুইতৰ গতি শান্ত। ঠায়ে ঠায়ে চক্ চক্ কৰে বগা বালি ওলাই লুইতত এটা নতুন সৌন্দৰ্যৰ বহন সানি দিয়ে।

ভাৰতৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক বুৰঞ্জীবিদ অৰ্থনীতিজ্ঞ ৰমেশচন্দ্ৰ দত্তই তেজপুৰলৈ আহি লুইতৰ সৌন্দৰ্যত মুগ্ধ হোৱা বুলি আমাৰ এনে অৱস্থাত এজন শিক্ষকে আমাক কৈছিল—এফালে বৰফৰ শুকুলা মুকুট পিন্ধা উচ্চ শৃঙ্গৰে সৈতে হিমালয়ৰ পৰ্বতমালা, আনফালে গছ-গছনিৰে ঢকা চিৰসেউজীয়া পৰ্বতশ্ৰেণী, তাৰ মাজেদি লুইত বৈ গৈছে। "এনে প্ৰাকৃতিক সৌন্দৰ্য চুইজাৰলেণ্ডতহে দেখিছিলোঁ।" স্বৰ্গীয় দত্তই কোৱা বুলি আমাক শিক্ষক জনাই কোৱা কথা এতিয়াও মোৰ মনলৈ আহে। স্বৰ্গীয় দত্ত আহিছিল তেওঁৰ জোঁৱায়েক বনীনাৰায়ণ বৰুৱাৰ ওচৰলৈ। বৰুৱা সেই সময়ত তেজপুৰত এক্জিকিউটিভ ইঞ্জিনিয়াৰ আছিল।

১৯৩৭ চনৰ ডিচেম্বৰ মাহত পণ্ডিত জৱাহৰলাল নেহৰুক তেজপুৰৰপৰা শিলঘাটলৈ নাৱেৰে নিবলগীয়া কথাও মোৰ মনলৈ আহে। পুহমহীয়া পুৱা কুঁৱলীৰে ঢকা লুইতেদি নাও লাহে লাহে উজাই গৈ আছে। এনেতে কুঁৱলী আঁতৰ হ'ল। বেলিৰ পোহৰত লুইতৰ পানী জিক্‌মিকাই উঠিল। উত্তৰে হিমালয়ৰ গিৰিশৃঙ্গ আৰু দক্ষিণৰ পৰ্বতমালা দেখি প্ৰাকৃতিক সৌন্দৰ্যপ্ৰিয় নেহৰু আৰু থিৰেৰে নাৱত ব'ব নোৱাৰিলে। তেওঁ বালিত নামি গুদা ভৰিৰে লৰিবলৈ ধৰিলে আৰু লগতে লগৰীয়াসকলকো লৰুৱালে। আমি ভাবিব নালাগে যে

প্ৰাকৃতিক সৌন্দৰ্যই কেৱলমাত্ৰ কবিৰ মনতে স্পৰ্শ কৰে। কিছুমান মনস্তাত্ত্বিকে কয়, এন্ধাৰ নিশা আকাশত জিলিকি থকা তৰাৰ সৌন্দৰ্যই যিদৰে কবিৰ মন আপ্লুত কৰে, সেইদৰে অজলা বৰ্বৰ এজনৰ মনলৈকো বিস্ময়ৰ ভাব আনে। মাকৰ বুকুত থকা কেঁচুৱাকো বিস্ময়ত পুলকিত কৰে। সেইবাবে মই ভাবোঁ যে এনে প্ৰাকৃতিক সৌন্দৰ্যৰ পৰিবেশত জন্ম লৈ সাহিত্যৰথী বেজবৰুৱাৰ মনলৈ অসম, অসমীয়া ভাষা, অসমীয়াৰ নিভাজ মাত-কথা, অসমীয়াৰ পিন্ধা-উৰা, অসমীয়াৰ ৰীতি-নীতি, অসমৰ মহাপুৰুষীয়া ধৰ্ম, সকলোলৈকে ইমান এটা শ্ৰদ্ধা আৰু মৰম উপজিছিল যে কোনোবাই এইবিলাক লৈ অশ্ৰদ্ধাৰ ভাব দেখুৱালে তেওঁ অসহিষ্ণু হৈছিল আৰু ইয়াৰ বিৰুদ্ধে যুঁজ দিবলৈ কঠুৱা আৰু নিষ্ঠুৰ ভাষা প্ৰয়োগ কৰিবলৈকো পাছ নুহুহকিছিল। সাংবাদিক জীৱনতেই বেজবৰুৱাৰ এই যুঁজাৰু বেশ আমি ভালকৈ দেখিবলৈ পাওঁ। এই সময়ত প্ৰতিপক্ষজন তেওঁৰ নিত্ৰ বুলি কোনো দুৰ্বলতা তেওঁৰ অন্তৰত নাথাকে। হাতশপৰা কাপকপী গাম্ভীৰ্য খহি নপৰে।

কোনোবা এগৰাকী অসমীয়া লিখকে দামোদৰদেৱৰ তিথিৰ দিনা বৰপেটাৰ নগৰ সংকীৰ্তনৰ আৰ্হিলে সংকীৰ্তনৰ দ'ল গঠন কৰি সংকীৰ্তন কৰা এখন অসমীয়া কাগজ পঢ়ি সন্তোষ লভি লিখিছিল: "অসমীয়া মানুহৰ এতিয়া চকু মুকলি হৈ মিছা মহাপুৰুষৰ পৰা সঁচা মহাপুৰুষ বাছি উলিয়াব পৰা হৈছে।" ইয়াতেই বেজবৰুৱাই লিখকক "ভুজলুকীয়া পণ্ডিত প্ৰত্নতত্ত্বজ্ঞ" বুলি আখ্যা দি প্ৰবন্ধ লিখিলে।

সাংবাদিকৰ জীৱনটোৱেই যুদ্ধ বাদ-প্ৰতিবাদৰ জীৱন। সাংবাদিকে নিজৰ দৃষ্টি-ভংগীৰে তেওঁৰ সমুখত উপস্থিত হোৱা সমস্যাবিলাক আলোচনা নকৰাকৈ নাথাকে। আজি প্ৰায় ৩০ বছৰ আগতে জন গান্থাৰ নামৰ আমেৰিকান সাংবাদিক এজনে পৃথিৱীৰ নানান দেশ ভ্ৰমি তেওঁৰ দৃষ্টি-ভংগীৰে তেওঁ যোৱা দেশবিলাকৰ সমস্যা সেই দেশৰ নেতাসকলক নিজৰ দৃষ্টি-ভংগীৰে সমালোচনা নকৰাকৈ নাছিল। ভাৰতবৰ্ষলৈ আহি জন গান্থাৰে সেই সময়ত মাদ্ৰাজ প্ৰদেশৰ মুখ্যমন্ত্ৰী ৰাজাগোপালাচাৰীক চোকা বুদ্ধিৰ "শিয়ালৰ দৰে টেঙৰ ব্ৰাহ্মণ" বুলি মন্তব্য কৰিছিল। সাংবাদিকৰ কঠোৰ ভাষাত ধৰিব-লগীয়া একো নাই।

সাহিত্যৰথী বেজবৰুৱাই বিদ্ৰূপাত্মক ভাষা প্ৰয়োগ কৰা বাবে কোনোবাই জগৰ ধৰাত (আমি সেই সময়ত ছাত্ৰ) তেওঁ প্ৰত্যুত্তৰত লিখিছিল: "সকলো দেশৰ সাহিত্যত এৰিষ্টফেনিছৰ দিনৰপৰা আজিলৈকে Satire আৰু বিদ্ৰূপাত্মক

ৰচনাৰ (অৱশ্যে গালিৰ নহয়) এটা ওখ ঠাই আছে। অসমীয়া সাহিত্যতো তেনে ঠাই নাথাকিবৰ কাৰণ কি ক'ব নোৱাৰোঁ। অৱশ্যে অসমীয়া কৃপাবৰৰ উৰাও গৰুগুৰ উৰাও টিপনী স্থাপন হ'ব পাৰে। কিন্তু এনে এটা দিন অসমীয়া সাহিত্য-বাজ্যলৈ আহিব বুলি আশা নকৰিমনে যে তেতিয়া কৃপাবৰ-বাপী টেকেলাৰ পিহুত অসমীয়া এডিশ্যন ছুইফট্ ৰজাও ওলাব? সাহিত্য আৰু সমাজৰ দোষ গুচাবৰ নিমিত্তে, ভুল শুধৰাবৰ নিমিত্তে সঁচা তৰ্ক, সঁচা সমালোচনা নিশ্চয় ভাওৰ অস্ত্ৰ। কিন্তু মিছা তৰ্ক ইংৰাজীত কৰৰ নিচিনা Hydra-headed monster— অৰ্থাৎ জানিবা দহমুখীয়া বাৰণ; তাৰ মুৰ যিমান কাটিবা সিমান গজি উঠিব। তৰ্ক কৰোতাজনে "though vanquished will argue still"—অৰ্থাৎ সেই তৰ্কবাগীশজন মৰিও নমৰে, হাৰিও নাহাৰে। এনে স্থলত বিদ্ৰূপ-ব্যঙ্গ satire এ বৰ গুণ দিয়ে। সেই দেখি বিদ্ৰূপ-ব্যঙ্গলৈ সকলো দেশৰ সাহিত্যই আসন পাতি থৈছে।" ('বাঁহী', চতুৰ্থ বছৰ, সপ্তম সংখ্যা)। এয়া হৈছে বেজবৰুৱাৰ নিজৰ কথা।

বেজবৰুৱা যি সময়ত উপজি যি পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত জীৱনৰ বাটেদি আগ বাঢ়িবলগীয়া হৈছিল তাৰ কথা ভাবিলে মনলৈ আহে অসম দেশখন তেতিয়া কি অৱস্থাত আছিল। ইংৰাজে আহি আমাৰ দেশত ৰাজত্ব পাতি মানৰ দিনৰ অশান্তি বিশৃঙ্খলতাৰ ওৰ পেলাই শান্তি প্ৰতিষ্ঠা কৰি অসমীয়া ৰাইজৰ মনলৈ সুখ আনিলেও আৰু কৰিয়ে—

"সুঁৱৰিলে মান দিন কঁপি উঠে ধনী দীন
বৃটিশৰ পোহৰত দুখ নিশা আঁতৰে।"

বুলি গালেও ইংৰাজৰ লগত ভাৰতৰ আন প্ৰদেশৰ কৰ্মচাৰী হিচাপে অহা লোকসকলৰ অসমীয়া ভাষা, ৰীতি-নীতি, শিক্ষা-উৰা, সকলোলৈকে আক্ৰমণাত্মক ভাব। আনফালে ইংৰাজ ৰজাৰো অসমলৈ আওহেলা (যি আওহেলাৰ মনো-ভাবক সমালোচনা কৰি অসমৰ চীফ্ কমিশ্যনাৰ ছাৰ হেনৰী কটনৰ দৰে লোক এজনে নিজৰ জীৱন সোঁৱৰণত লিখিবলগীয়া হৈছিল যে ইংৰাজ ৰজাই অসমক এলাগী ছোৱালীৰ দৰে ব্যৱহাৰ কৰিছে)। এইবিলাকে বেজবৰুৱাৰ দৰে স্বদেশানুৰাগী পুৰুষৰ মনলৈ বেজাৰৰ ভাব নানাকৈ কেনেকৈ থাকে?

বেজবৰুৱা যি সময়ত কলেজত পঢ়িবলৈ বুলি কলিকতালৈ গ'ল সেই সময়ত গোটেই ভাৰতত এটা নৱ-জাগৰণৰ ঢৌ উঠিছিল। প্ৰতীচ্য জগতৰ নতুন শিক্ষাৰ প্ৰভাৱত ভাৰতবৰ্ষ সাৰ পাই উঠিছে। সাহিত্য, কলা, সকলোতে

এই নৱ-জাগৰণৰ প্ৰভাৱ । এই প্ৰভাৱে স্বদেশানুৰাগী বেজবৰুৱাক স্পৰ্শ নকৰাকৈ কেনেকৈ থাকে ? তেওঁৰ অন্তৰঙ্গ সাহিত্যিক বন্ধু কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ লগ হৈ 'জোনাকী' নাম দি মাহেকীয়া আলোচনী এখন কলিকতাৰ পৰা উলিওৱাত লাগিল ।

ক'বলৈ গ'লে, ছাত্ৰ জীৱনৰ পৰাই সাংবাদিক জীৱনৰ অভিজ্ঞতা তেওঁ লাভ কৰিবলৈ ধৰিছিল । ছাত্ৰ জীৱনৰে পৰা তেওঁৰ অন্তৰৰ হেঁপাহ কেনেকৈ এখন অসমীয়া বাতৰি কাকত প্ৰকাশ কৰিব পাৰে । সেইবাবে ১৯১৮ চনত যেতিয়া বন্ধু কবি আগৰৱালাদেৱে 'সাদিনীয়া অসমীয়া' কাকতখন উলিওৱাত লাগিল, প্ৰবাসৰ পৰা বেজবৰুৱাই লিখিলে, "কাকতখনৰ নামেই প্ৰাণ আকুল কৰে । ... .. .. আজি কত বছৰ কালৰ বুকুত মাৰ গ'ল । এই অসমীয়া নাম দি এখন অসমীয়া সাদিনীয়া বাতৰি কাকত উলিয়াবলৈ আমি কত আলচিছিলোঁহক, কত পাতিছিলোঁহক, সময়ৰ সোঁতত আমি কোন কেনি উটি গলোঁহক । পাৰিপাৰ্শ্বিক অৱস্থাৰ পহোৰা বতাহত আমি কেনি ছেদেলী-ভেদেলী হৈ পৰিলোঁহক । মনৰ আশা মনতে বৈ গ'ল । .. .. .. সেই অসমীয়া আজি চকুৰ আগত । কি আনন্দ ! কি সন্তোষ !" এয়ে বেজবৰুৱাৰ অন্তৰৰ পৰা ওলোৱা সন্তোষৰ বাণী ।

সাংবাদিক জীৱনত বেজবৰুৱাই সেই সময়ত অসমীয়া পঢ়ুৱৈ সমাজ সম্পৰ্কে যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল । হাস্যৰসিক বেজবৰুৱাই "জুগুলী কাকতৰ ফৌজদাৰী গোচৰ আসামৰ ল জাৰ্নেলৰ পৰা উদ্ধৃত"—শীৰ্ষক এটা ৰচনাৰ মাজেদি প্ৰকাশ কৰিছিল । তিতাৰাম কনিষ্টবলে টেলেকা শৰ্মা, বজু মুক্তিয়াৰ, ঘিনাই কেৰেণী, ঠানুৰাম বেন্দৰ, গোপাল চৰ্ ডেপুটি, যদু মুনচুপ, বকত চন্দ্ৰ উকিল, গোলোক মহন্ত, থোৎপাৰা গোস্বামী, গেলেন্দ্ৰ চৌধাৰী জমিদাৰ, এই দহজন আচামীক আদালতত হাজিৰ কৰালে । তেওঁলোক হেনো লইডা কলিতানীৰ ঘৰত ৰাতি অসৎ অভিপ্ৰায়ে সোমাইছিল । আদালতৰ জেবাত বকত চন্দ্ৰ উকিলে কলে, "মই এওঁলোকৰ কথা ক'ব নোৱাৰোঁ । কিন্তু মই এওঁলোকৰ লগ লাগিলোঁ কেনেকৈ তাকো ক'ব নোৱাৰোঁ । মই উধাতু খাই লৰি যাওঁতে দেখিলোঁ, এওঁলোকে মোৰ দৰে উধাতু খাই লৰি আহিছে আৰু মই যোৱা ফাললৈকে গৈছে । মই লৰি পলাই যাওঁতে লুকাবলৈ ঠাই নাপাই সমুখতে লইডাৰ ঘৰটোকে দেখি তাতে সোমালোঁ । আচৰিত কথা, এওঁলোকেও দেখোন মোৰ দৰে তাত সোমাল । এওঁলোকক সেইদৰে মোৰ পিছে পিছে অহা দেখি মোৰ ভয় আৰু সৰহকৈ লাগি মই

চাওঁৰ তলত সোমালোঁ। কিন্তু হজুৰ কি অদ্ভুত কথা, এওঁলোকো চাওঁৰ তলত সোমাল। মোক এওঁলোকে ধৰিব খুজিছে ভাবি মই ৰৰকৈ ভয় খাই চিঞৰ মাৰি দিলোঁ। এওঁলোকেও মোক সিয়াঁবিবলৈ নেকি, সেই দ'ৰেই চিঞৰি গছৰ পাত সৰুৱালে। লইভা ক'ত আছিল ক'ব নোৱাৰোঁ। তাৰো দেখোন কৰবাৰপৰা আহি আমাৰ ওচৰ পাই চিঞৰিবলৈ ধৰিলে। মই তেতিয়াই বুজিলোঁ আজি মোৰ গতি বিষম। কিবা এটাই মোক পালে। তাৰ অলপ পিছতে এই কনিষ্টবলটো আহি ওলালহি। সি আমাক ধৰি থানালৈ লৈ গ'ল। আগৰপৰা শুৰিলেকে এইটোৱেই ঘটনা হজুৰ।"

ইয়াৰ পাছত আদালতৰ জেৰাত বৰুৱা উকিলে ক'লে, "কথাটো ভাঙিয়েই কওঁ হজুৰ। হজুৰে জানে বোধকৰোঁ 'জুগুলী' বুলি বৰ চোকা কাকত এখন আছে। ডাকহৰকৰাই 'জুগুলী' কাকতৰ ভি. পি. এটা লৈ আহিছিল। সেই কাকতৰ ভি. পি. পঠিয়াইছোঁ বুলি ইয়াৰ আগেয়ে কাকতৰ মেনেজাৰৰপৰা এখন কাৰ্ড পাই সশঙ্কিত হৈ আছিলোঁ। ধন দি ভি. পি. টো ৰাখিব লাগিব বুলি জানি দূৰৰপৰা ডাকহৰকৰাক মোৰ ফালে অহা দেখি সেইদৰে লৰি পলাই গৈছিলোঁ।"

বৰুৱা উকিলে আদালতত স্বীকাৰ কৰিলে যে তেওঁ দহ সংখ্যালৈকে কাকতখন পইচা নিদিয়াকৈ লৈ আছিল। আৰু কাকত আহিলেই মেলি চাওঁ, কি লিখিছে, কাক কি বুলিছে, সেই দেখি ওভোটাই দিয়া নহয় বুলিও বৰুৱা উকিলে স্বীকাৰ কৰিলে। এইদৰে পাছত ওলাল যে আটাই-কেইজনে ভি. পিৰ ভয়ত গধূলি পৰত লইভাৰ ঘৰত সোমাইছিল।

এইদৰে তেওঁ সেই সময়ৰ অসমীয়া পঢ়ুৱৈ সমাজৰ ছবি এখন দাঙি সকলোকে হঁহুৱাইছিল। এই সম্পৰ্কে কেৱল এনেবিধৰ ৰচনাৰেই নহয়, ব্যঙ্গ-চিত্ৰৰেও (cartoon) বুজাবলৈ যত্ন কৰিছিল। "টেঁট-টেঁট, ভি. পি. কাইটে খেদি আহিছে ঐ" এই শীৰ্ষক এখন ছবিয়ে আমাৰ ছাত্ৰাৱস্থাত আনন্দ নিদিয়াকৈ থকা নাছিল। সাময়িক পৰিস্থিতি বুজাবলৈ ব্যঙ্গ-চিত্ৰৰ আশ্ৰয় লোৱাটো বাতৰি কাকতৰ এটা প্ৰধান নিয়ম। ৰচনাৰে কথাষাৰ বুজোৱাতকৈ এনেবিধৰ ব্যঙ্গ-চিত্ৰই অশিক্ষিত লোককো বুজাবলৈ সক্ষম হয়। কাকত পৰিচালনাত এইটোও এটা প্ৰশস্ত উপায়। হাস্যৰসিক বেজবৰুৱাই এনে এটা উপায় নোলোৱাকৈ নাছিল। আমাৰ ছাত্ৰাৱস্থাত ব্যঙ্গ চিত্ৰবিলাকে পঢ়ুৱৈ সমাজত আমোদৰ সৃষ্টি কৰিছিল। গোৱালপাৰা জিলাখন লৈ তেতিয়া টনা-আজোৰা চলি আছিল। গোৱালপাৰাৰ জমিদাৰ-

সকলোৰ কৰ্মচাৰীসকলৰ সৰহভাগেই বঙ্গদেশৰ লোক আছিল। অসমীয়া ভাষা বঙ্গভাষাৰ বিকৃত ৰূপ বুলি যেতিয়া তেওঁলোকে প্ৰমাণ কৰিব নোৱাৰিলে, তেতিয়া তেওঁলোকে গোৱালপাৰা জিলাখনক কেনেকৈ বঙ্গদেশৰ লগত চামিল কৰিব পাৰি তাৰ বাবে কঁকালত টঙালি বান্ধি লাগিল। এই পৰিস্থিতি বুজাবলৈ ৰসৰাজ বেজবৰুৱাই এখন ব্যঙ্গ-চিত্ৰ 'বাঁহী'ত প্ৰকাশ কৰিলে। এই ছবিখনে আমাৰ মাজত কিদৰে হাঁহিৰ সৃষ্টি কৰিছিল সেই কথা আজিলৈকে মনত আছে। ছবিখনৰ বিষয়-বস্তু আছিলঃ এজনী পোহাৰীৰ হাতখন ধৰি টনাত পোহাৰীজনীয়ে চিঞৰি কৈছে, "হামকো বাঙালী বাবু টানাটানি মত কৰোঁ।" বঙালীসকলৰ গোৱালপাৰা জিলা লৈ টনা-আজোৰাৰ পৰিস্থিতিটো এনে এটা হাস্যৰসাত্মক ছবিৰে প্ৰকাশ কৰি তেওঁলোকৰ প্ৰচেষ্টাক বাধা দিবলৈ সাংবাদিক বেজবৰুৱাই যত্ন কৰিছিল।

চতুৰ্থ বছৰৰ (১৮৩৫ শক) 'বাঁহী'ত বেজবৰুৱাই লিখিলে, "বঙলুৱা পাপৰ আমদানি"। অসমীয়াৰ ৰীতি-নীতি, সাজ-পাৰৰ অলপমানো ত্ৰুটি-বিচ্যুতি দেখিলে দেশপ্ৰেমিক বেজবৰুৱাই কেনেকৈ সহ্য কৰে? বেজবৰুৱাই লিখিলেঃ "আমি ভাবিছিলোঁ অসমীয়া ডেকাসকলে বঙালীৰ পাৰি দিয়া পাতল চুৰীয়া আৰু পাতল সাড়ী আসামলৈ আমদানি কৰিয়েই ক্ষান্ত থাকিব। উঁহু, তেওঁলোক তেনে ভকত নহয়। বঙলা মানুহৰ ডাঙৰ বেহানী এটাও আসামত সুমুৱাইহে এৰিব।-------কোনে ভাবিছিল যে আমাৰ এই পুনাৰাম আৰু সোনেশ্বৰসকলৰ মানসিক ক্ৰমবিকাশ ঘটি তেওঁলোক অচিৰতে প্ৰফুল্ল আৰু সুৰেন্দ্ৰ হৈ পৰিব! কিন্তু হ'ল!-------বঙালীৰ ভিতৰত প্ৰচলিত মহাপাপ শহুৰ-শাহুৰপৰা ধন লৈ ছোৱালী বিয়া কৰোৱাটোকো তেওঁলোকে অসমলৈ আনিলে। বঙালীৰ সমাজ এই ঘৃণনীয় প্ৰথাৰ বিষত জৰ্জৰিত হৈ মনুষ্যত্ব হেৰুৱাই আহিব লাগিছে। তেওঁলোকৰ ভিতৰত চিন্তাশীল নেতাসকলে প্ৰাণপণে এই পাপ প্ৰথাৰ উচ্ছেদ সাধন কৰিবলৈ চেষ্টা কৰিছে, অথচ আমাৰ ইংৰাজী-শিক্ষিত গ্ৰেজুৱেট, আণ্ডাৰ—গ্ৰেজুৱেটসকলে বঙালীৰ এই সামাজিক পাপৰে ক'লা ফটাকানিখন মূৰটিত পিন্ধিছে। কি ঘিণৰ কথা! কি লাজৰ বিষয়-------অসমীয়া ডেকাসকলৰ ইয়াতকৈ আৰু কি অধঃপতন হ'ব পাৰে ক'ব নোৱাৰোঁ। এনে দস্তুৰ পিছত ওলাব, এনে কথা ২০ বছৰ আগেয়ে অসমীয়াই ভাবিব পাৰিছিলনে? আসামৰ আশা-ভৰসাৰ স্থল শিক্ষিত অসমীয়া ডেকাসকলে অসমক টানি নি উন্নতিৰ ওখ শিমলু গছৰ আগত কেনেকৈ ভুৰি দিবলৈ ধৰিছে চোৱা!-----

"অৱশ্যে আমি এনে নাই কোৱা যে সমর্থবান শহুৰেকে জোঁৱায়েকক লেখা-পঢ়াৰ খৰচ-পাতি দি সহায় কৰিব নাপায়। কিন্তু সেইটো শহুৰেকৰ মন আৰু ইচ্ছাৰ ওপৰত ৰখা আৰু পুণ্যৰ কন্যাদানটো ৰঙলুৱা বেচা-কিনা দৰদস্তুৰৰ ওপৰত নৰখাটোহে সজ আৰু ভদ্ৰলোকৰ কাম। শহুৰেক-শাহুৱেকে মৰম কৰি জোঁৱায়েক আৰু জীয়েকক যি পাৰে, যিমান পাৰে দিয়ক, কিন্তু জীৱনৰ পবিত্ৰ কাৰ্য বিবাহটো বঙালীৰ নিচিনাকৈ বিয়াৰ বজাৰৰ সমল কৰা বৰ বেজাৰৰ কথা।"

এইদৰে বেজবৰুৱাই লিখিলে।

এই বিষয়টোৰ আলোচনা এই ৰচনাতেই বেজবৰুৱাই শেষ কৰা নাছিল। ব্যঙ্গ-চিত্ৰৰেও পচুৰৈ সমাজত হাস্যৰসৰ সৃষ্টি কৰি এনে এটা কথাত গৰিহণা দিবলৈ যত্ন কৰিছিল। বেজবৰুৱাই বৰবৰুৱাৰ কথা লৈয়েই হাস্য-ৰসাত্মক ৰচনা ছবিৰে সৈতে অৱতাৰণা কৰিছিল। সেইবাৰে "বৰবৰুৱাৰ বিয়াৰ উদ্যোগ" শীৰ্ষক ৰচনাৰ লগতে এখন ব্যঙ্গ-চিত্ৰও প্ৰকাশ কৰিলে "পহিলা ফটো চাই লোৱা; তৎপশ্চাৎ দৰদস্তুৰ।" ("বাঁহী', ৪ৰ্থ বছৰ, ১০ম সংখ্যা)

ছবিখনৰ তলত ৰচনাৰ দুআষাৰমান কথা উদ্ধৃত কৰি দিলোঁ: "মোৰ নাম মহামান্য কৃপাবৰ, উপাধি বৰবৰুৱা। ১৯০৩ চনটো নাপাহৰিবা, পাহৰিলেই গ'ল। সেই চনতে মোৰ বয়স ৩০ বছৰ হ'ল। মস্কিলৰ কথা! মই নিৰুপায়!!! কৰোঁ কি? মোৰ গুৰুৰ ঘৰলৈ গ'লোঁ। গৈ যে মই গুৰুৰ ওচৰত আঠু লৈ প্ৰাৰ্থনা কৰিলোঁ কি কম? প্ৰভু ঈশ্বৰৰ দুখানি চৰণ সাবটি ধৰি চকুলোৰে তিয়াই প্ৰভু জগন্নাথক কলোঁ, 'মোক জীয়াই থকা কাল ডোখৰ এই বয়সতে থাকিবলৈ আজ্ঞা দিব লাগে'। প্ৰভু জগন্নাথে তুষ্ট হৈ ঈষৎ হাস্য কৰিলে। কবি কৃপাকবি সেৱকৰ প্ৰতি সেই আজ্ঞাফেৰা দিলে। তেখেতৰ আজ্ঞা পাই আৰু আশীৰ্বাদ লভি মই আজিলৈকে কঁহকহীয়া ত্ৰিছ বছৰীয়া ডেকাটো হৈ আছোঁ আৰু আগলৈকে থাকিম বুলি থিৰ কৰিছোঁ। তুমি অবিশ্বাস কৰিছা যদি লবি আহি চাই যোৱাহি। বচ্।"

এইদৰে শিমলুগুৰিৰ মৌজাদাৰলৈ এখন চিঠি লিখিছে। তেওঁৰ বাৰ বছৰ বয়সৰ এটি কন্যা আছে। কামৰূপৰ কোনোবা এখন গাঁৱৰ এঘৰলৈ আলহী অহাত বৰ কাঁহীত এদ'ম ভাত দিয়া দেখি আলহীয়ে হে হে কৰে হাঁহি 'বাপা, সেই চাৰটি মোৰ না" বুলিছিল। কৃপাবৰেও সেইদৰে বাৰ বছৰ বয়স বুলি হাঁহি লিখিছে: "মাই ডিয়েৰ উড্-বি ফাদাৰ-ইন-ল---। নিবেদনং বিশেষণং। মোৰ নাম শ্ৰীমান কৃপাবৰ। উপাধিটো বৰ সৰু ভাল নকৰিব,

কৰিলে উগ খাব। যথা—বৰবৰুৱা। মোৰ আধি ব্যাধি একো নাই। মই সুস্থ সবল। মোৰ ঘৰ ক-ক-ক কলাবাৰীত। (মই এচিকটীমান খোনা দেই ; you won't mind it, I hope) মই কুলত ব্ৰাহ্মণ, শৰীৰক ঠেকত পেলাই ল'ব পাৰিলে নস্য গুৰি কৰি উৰাই থওঁ। বিদ্যাত উড্-বি- বি. এ.। আপোনাৰ কন্যাৰ যহত আপুনিও উড্-বি এফ. আই.। এতেকে এই মিল যুগনীয়া কৰি ৰাখিবৰ অভিপ্ৰায় কৰি আপোনাৰ কন্যাৰ পাণি গ্ৰহণ কৰিবলৈ ইচ্ছুক হৈছোঁ। মোধ অভিভাৱক নাই। মই স্বতন্ত্ৰবীয়া। সেইবাবে নিজৰ বিয়াৰ প্ৰস্তাৱ নিজেই কৰিলোঁ। লোকৰ মুখে শুনিছোঁ বোলে আপোনাৰ নন্দিনী 'মহা সুলক্ষণী কন্যা, অতি বৰ বালা। দিনে দিনে বাঢ়ে যেন নৱ চন্দ্ৰ কলা।' (হেঃ হেঃ বাপা সেই চাৰটি মোৰ না) নিজৰ কথা নিজে কোৱাটো উচিত নহয়, কিন্তু কি কৰোঁ মোৰ অভিভাৱক নাই। সেই দেখি নিৰুপায় হৈ কওঁ যে ময়ো তেনে-কুৱাই। মোৰ বয়স ত্ৰিছ ; কিন্তু শুনিলে আচৰিত মানিব, গুৰুৰ আভাত আৰু কৃপাত বয়সত মই নাঁবাঢ়োও, নুটুটোও।

"মোৰ বিবাহৰ পক্ষে এফেৰি চৰ্ত আছে। আপোনাক কৈ থওঁ। কিজানি পিছত ভুলেই হয়—মোক দুহেজাৰ টকা লগা হৈছে। সেই টকা মই অপব্যয় নকৰোঁ নিশ্চয়। মাত্ৰ তাৰে বিলাতলৈ গৈ কিবা এটা হৈ আহিব খুজিছোঁ, এইমাত্ৰ। চিঠিৰ উত্তৰ প্ৰত্যাশা ৰাখি আজিলৈ বিদায় ললোঁ।

শ্ৰীকৃপাবৰ বৰবৰুৱা উড্-বি. বি. এ."

ইয়াৰ উত্তৰত মৌজাদাৰ ভাওৰীয়াই লিখিলে—

"মাই ডিয়োৰ উড্-বি. বি. এ. ইন্-ল।

"নিবেদনং অংশষং। মোৰ নামটো তুমি জানাই। উপাধিটোও দেখিছোঁ জানিছাই ; গতিকে উল্লেখ নিষ্প্ৰয়োজন। মই উড্-বি. এফ. আই. গতিকে মোৰ আধি ব্যাধিৰ কথা অবান্তৰ। মোৰ ঘৰ কুল বিদ্যা সকলোকে তুমি জানিছা দেখিছোঁ। তোমাৰে সৈতে মোৰ কন্যাটিৰ পাণি নিবহ নিপানী কৰিব পাৰিলে অৰশ্যে বেয়া নহয়। কাৰণ তুমি উড্-বি. বি. এ. আৰু ময়ো দুৰ্দৈব বশতঃ উড্-বি. এফ. আই.। তোমাৰ গুৰুৰ প্ৰতি ভকতি আৰু গুৰুৰ বাক্যত বিশ্বাস দেখিও তুমি সুচৰিত্ৰৰ বুলি বুজিছোঁ। কিন্তু মোৰো এফেৰি চৰ্ত এচুকত লাগি আছে। সেই ফেৰি হৈছে, যথা—মই দুহেজাৰ ৰূপ দি তোমাক নিকিনো। কাৰণ ছোৱালী বেচা-কিনা দস্তুৰ আমাৰ ভিতৰত চলিত নাই আৰু নচলাওঁ বুলিয়েই মই স্থিৰ কৰি থৈছোঁ। তাৰ উপৰিও তুমি কৈছা যে

বিলাতলৈ গৈ তুমি কিবা এটা হৈ আহিব খুজিছা। সেই কিবাটোলৈ মোৰ ভয় লাগে। এতিয়া ছোৱালী বিয়া কৰাবলৈ প্ৰস্তাৱ কৰিয়েই তুমি তোমাৰ যি ফটোগ্ৰাফ বা মূৰ্তি বা পট্ মোলৈ পঠিয়াইছা সেইটি দেখিয়েই মোৰ পেটৰ ভাত গোট মাৰি আকৌ চাউল হৈছে। বোলো বোপাদেও, তোমাৰ মূৰত সেইটি কি? তাহানি বঙ্গদেশত বিয়া এখন দেখিছিলোঁ। তাৰ দৰাটিৰ মূৰত তেনেকুৱা বহৰাৰ টুপী যেন কিবা এটা দেখা মনত আছে। তুমি এতিয়াৰে পৰা সেইটি পিন্ধি বঙালী দৰা সাজি আছা নেকি? বঙালী দৰাৰ দৰে তুমি দুহেজাৰ ৰূপো বিচাৰিছা—এইটোনো কেনে কথা? তুমি বিলাতলৈ গৈ কিবা এটা হৈ আহিবা বুলি কৈছা। কিন্তু এতিয়াই যেনেকৈ তুমি সাজত বহৰা আৰু "দাবী-দাৱাত" বঙালী দৰাৰ ভেশ লৈছা, দেখিলে তুমি যে বিলাতৰপৰা হনুমন্ত হৈ মোৰ আগত জঁপিয়াই নপৰিবা তাৰেই বা আটক কি? সেই দেখি তোমাৰ নিচিনা উড্ বি. বি. এ. নিকিনো বুলি থিৰ কৰিছোঁ।" এইদৰে শিমলু-গুৰীয়া মৌজাদাৰে কৃপাবৰলৈ উত্তৰ দিলে।

এই ৰচনা আৰু ব্যঙ্গ-ছবিৰে অসমৰ কিছুমান ডেকাই বিয়াৰ সময়ত শহুৰেকৰ পৰা ধন বিচৰা নিয়ম যাতে অসমীয়া সমাজত নচলে তাৰ বাবে সাংবাদিকৰ দৰে বেজবৰুৱাই অসমীয়া পঢ়ুৱৈ সমাজৰ দৃষ্টি আকৰ্ষণ কৰিলে। এইদৰে বেজবৰুৱাই সমাজৰ নানান কথা লৈ প্ৰকৃত সাংবাদিকৰ দৰে আলোচনা কৰিছিল।

বেজবৰুৱাৰ সাংবাদিক জীৱনত তৰ্ক-যুদ্ধ তেওঁৰ এটা ডাঙৰ বিশেষত্ব আছিল। "দামোদৰী, মহাপুৰুষীয়া" ভাষাৰ শুদ্ধতা ইত্যাদি নানান কথা লৈয়ে তেওঁ তৰ্ক-যুদ্ধত নামিছিল।

আমাৰ এজনা শিক্ষকে আমাক পঢ়াওঁতে 'সাধুকথাৰ কুকি'ৰ প্ৰত্যেক শাৰীত দাগ দি বেজবৰুৱাই ব্যৱহাৰ কৰা গাঁৱলীয়া জীৱনত প্ৰযোজিত উপমাৰ সমালোচনা কৰিছিল। লগতে তেওঁ কালিদাসৰ উপমা ৰিজাই বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা খৰ্ব কৰিবলৈ প্ৰয়াস পাইছিল। অসমীয়া ভাষা সম্পৰ্কে কিছুমান অসমীয়া কাকততো আলোচনা হৈছিল। এইবিলাকৰ উত্তৰ দিবলৈ বেজবৰুৱাই 'বাঁহী'ৰ চতুৰ্থ বছৰৰ ৩য় সংখ্যাত বঙ্গদেশৰ সুপণ্ডিত শ্ৰীযুক্ত প্ৰমথ চৌধুৰীয়ে 'ভাৰতী' নামৰ বঙ্গ ভাষাৰ মাহেকীয়া কাকত এখনত 'বঙ্গভাষা বনাম বাবুভাষা ওৰফে সাধুভাষা' শীৰ্ষক প্ৰবন্ধ এটাত লিখা কথা সম্পাদকীয় টোকাত আলোচনা কৰিছিল : "ভাষা যদি কোৱা কথাৰ অনুৰূপ হয়, অলঙ্কাৰ শাস্ত্ৰৰ মতে এইটো দোষ বুলি গণ্য কৰাটো মোৰ ভাল নালাগে।....লেখাৰ

ভাষা কোৱা মাতৰ প্ৰতিধ্বনি মাত্ৰ। অনিত্য শব্দক নিত্য কৰিবলৈকে অক্ষৰৰ সৃষ্টি।....কোৱা ভাষা যে জীৱন্ত ভাষা তাত কোনো সন্দেহ নাই।" এইদৰে প্ৰমথ চৌধুৰীৰ বহুতো কথা উদ্ধৃত কৰিছিল। কাৰণ সেই সময়ত নব্য বঙ্গ-সাহিত্যতো এই লৈ বাদানুবাদ চলি আছিল। সংস্কৃতজ্ঞ পণ্ডিতসকলে লিখা ভাষা মুখৰে কোৱা ভাষাৰপৰা আঁতৰাই ৰাখিবলৈ যত্ন কৰিছিল। "চৌধুৰী মহাশয়ৰ উত্তৰটো পঢ়িলে আমাৰ উঠি অহা সাহিত্যিকসকলে উপকাৰ পাব পাৰে বুলি ভাবি আমি তাৰ ভিতৰৰ আমাৰ লাগতিয়াল ভাগ দিলোঁ।" এইদৰে সেই টোকাটোত চৌধুৰী মহাশয়ৰ প্ৰবন্ধৰ আলোচনা কৰিছিল। সাধু-ভাষাৰ জাল বুলি এখন ব্যঙ্গ-চিত্ৰও বাঁহী'ত প্ৰকাশ কৰিলে। ('বাঁহী', ৪ৰ্থ বছৰ)।

এটা সময়ত অসমত মহাপুৰুষ দামোদৰদেৱ আৰু শঙ্কৰদেৱক লৈ বৰ বাদানুবাদৰ সৃষ্টি হৈছিল। যিসকলে এই বাদানুবাদত অংশ লৈছিল সেইসকলৰ ভিতৰত বেজবৰুৱা প্ৰধান আছিল। 'প্ৰদীপিকা'ৰ লগত 'বাঁহী'ৰ বাদানুবাদ হোৱাৰ আগতেও 'বাঁহী' উলিওৱাৰ প্ৰথম অৱস্থাতে এই বাদানুবাদ আৰম্ভ হৈছিল। 'বাঁহী'ৰ চতুৰ্থ বছৰ ১০ম সংখ্যাত পোৱা যায়—সম্পাদকৰ চৰাত বেজবৰুৱাই মহাপুৰুষসকলৰ কথা আলোচনা কৰি লিখিছিল ঃ

"এনে অভেদ অমায়িক মহাপুৰুষ দামোদৰ আৰু শঙ্কৰৰ ভিতৰত আছে বুলি ভাবি আমি দামোদৰীয়া মহাপুৰুষীয়া জনচেৰেকে কেলেই ওফাইদাং মাৰি কৈ ফুৰো ক'ব নোৱাৰোঁ। শঙ্কৰদেৱো আমাৰ, মাধৱদেৱো আমাৰ, দামোদৰদেৱো আমাৰ। শঙ্কৰদেৱো মহাপুৰুষ, দামোদৰদেৱো মহাপুৰুষ, মাধৱদেৱো মহাপুৰুষ। সেইসকলক তুলনা কৰি ওখ চাপৰ পাতিবলৈ যোৱা —'ভোমকেৰোলা', 'ভজলুকীয়াহঁত' কীটানুকীট। এই বাওনাহঁতে বুজি নাপায় যে শঙ্কৰ, মাধৱ, দামোদৰক সিহঁতে চুকি নাপায়। আৰু দূৰৰপৰা বামকৰ দৰে হেপ মেলি সিহঁতে তেওঁলোকক কোনো কালে ভঙা-পতা কৰিবলৈ নাপায় আৰু কৰিবলৈ গৈ সিহঁত হাস্যাস্পদ হ'ব মাথোন।

"শঙ্কৰদেৱৰ চৰিত্ৰত থকা দামোদৰদেৱে কোৰ মাৰি খেতি কৰি জীৱিকা নিৰ্বাহ কৰা কথাত বেয়া পাই ৰাজমৰ্যাদা, ৰাজসন্মান লুভীয়া পাখিৱ সুখকে সাৰোগত কৰি লোৱা কোনো কোনোৱে সেইটো গালি বুলি ভাবি শঙ্কৰদেৱক 'হালোৱা শঙ্কৰ' বুলি বোধ কৰো গালিক গালিৰে শুভাবলৈ ইচ্ছা কৰি আমালৈ লিখা চিঠি খনচেৰেক আমাৰ হাতত আছে। আমি কিন্তু এটা কথা অনুমান কৰি ক'ব পাৰোঁ যে এই চিঠি কেইখন মহাপুৰুষ শঙ্কৰদেৱে দেখাহেঁতেন বৰ সন্তোষ পালেহেঁতেন। কাৰণ তেওঁৰ নিচিনা সৰ্বশাস্ত্ৰ-পাৰ্গত

লোকে নিশ্চয় জানিছিল আৰু এই সামান্য বাঁহীৰ সম্পাদকেও জানে যে শঙ্কৰদেৱে যদিও নিজে হাল বাবৰ আৱশ্যক নাছিল কাৰণ শিৰোমণি ভূঞাৰ পোৱালি, নিজেও শিৰোমণি ভূঞা, সেইবোৰ কাম কৰিবলৈ দাস-দাসী, লগুৱা-লিকচৌ তেওঁৰ একোৰে অভাৱ নাছিল। তথাপি তেওঁৰ একৈশ পুৰুষ হালোৱা আৰু ,এই বাঁহী কাকতৰ বামুণ সম্পাদকৰো কিজানি একৈশ পুৰুষ বেছি হালোৱা, আৰু শঙ্কৰদেৱক 'হালোৱা' বুলি গালি পাৰিবৰ ইচ্ছা কৰা বামুণ চিঠি লিখোতাসকলৰো সেই অৱস্থাই নিশ্চয়। কাৰণ এওঁলোক সকলো আৰ্য বা এৰিয়ান আৰু এওঁলোক সকলোৱেই আৰ্য বুলি নিজক গৌৰৱান্বিত বিবেচনা কৰে। 'আৰ্য' শব্দৰ ধাতুৰ অৰ্থ স্কুলীয়া লৰাইও জানে। ব্ৰাহ্মণ কায়স্থসকলেই শ্ৰেষ্ঠ আৰ্য অৰ্থাৎ ওপৰ শ্ৰেণীৰ ভাল হালোৱা। এতেকে বামুণ আৰ্য হালোৱা চিঠিৰ লেখকসকলে মহাপুৰুষক গালি পাৰিবলৈ গৈও গালি পাৰিব নোৱাৰিলে !!!—আমি কওঁ হালোৱা শব্দটো নমা নাই তুমিহে নামিছা। আকৌ তুমি আৰ্য-গুণসম্পন্ন হ'ব পাৰিলে অৰ্থাৎ পৃথু ৰজাই চুহি ৰস বাহিৰ কৰি নিজৰ নাম যুগমীয়া কৰি পৃথিৱী নাম দি যোৱা ভূমিক আঁজুৰি পিঁজুৰি তুমি খাবলৈ শিকি, দাসত্ব বা পৰৰ গোলামী এৰি দিব পাৰিলেই নামত ব্ৰাহ্মণ আৰু কামত শূদ্ৰত্বৰ পৰা উঠি গৈ আৰ্যত্ব পাই উন্নত হবা।" এইদৰে বেজবৰুৱাই এই বিষয়ত হোৱা তৰ্কৰ প্ৰত্যুত্তৰ দিছিল। এই সম্পৰ্কে বেজবৰুৱাৰ বহুতো লেখা 'বাঁহী'ত সিঁচৰতি হৈ আছে। 'সৎসম্প্ৰদায়ৰ কথা', 'ভৱিষ্যৎ কথা বা সন্ত চৰিত' নাম দি দুখন কিতাপ ৪০ বছৰমান আগতে প্ৰকাশিত হৈছিল। এই কিতাপ দুখনত মহাপুৰুষ মাধৱদেৱক জঘন্য ভাষাৰে আক্ৰমণ কৰা হৈছিল। বেজবৰুৱাই ষষ্ঠ বছৰৰ 'বাঁহী'ত (১২শ সংখ্যা, কাতি) এই সম্পৰ্কে আলোচনা কৰিবৰ লগা হৈছিল। এইখন কিতাপৰ ভাষা ইমান জঘন্য আছিল যে বেজবৰুৱাই পোনতে "beneath notice" বুলি এই দুখন কিতাপৰ আলোচনা কৰিবলৈ মন দিয়া নাছিল। ৰবৰ্ঞ ফটা কাকতৰ পাচিতহে পেলাই থৈছিল। কিন্তু যেতিয়া দেখিলে যে আসামবাসী কোনোবা এজন "ভুজুলুকীয়া প্ৰত্নতত্ত্বজ্ঞই" সেই কিতাপৰে প্ৰমাণ উদ্ধাৰ কৰি তেওঁৰ ভুজুলুকীয়া বিদ্যা জাহিৰ কৰিব লাগিছে, তেতিয়া একো নামাতিলে তেওঁৰ শাৰীৰ সকলে তাৰেই "কিল্লা ফতে" চেষ্টা কৰি হাস্যাস্পদ হৈ থাকিব। গতিকে "তেওঁলোকক ৰক্ষা কৰিবলৈ আমি অস্ত্ৰ ধৰিবলগীয়াত পৰি আমাৰ বন্ধুবৰৰ ওচৰত ক্ষমা মাগিছোঁ।" এই বুলি তেওঁ যুক্তিৰ অৱতাৰণা কৰিছিল। এইদৰে 'বাঁহী' চলোৱা কালছোৱাখৰৰ

সৰহভাগ এনেবিধৰ বহতো প্ৰবন্ধ লিখাতেই ব্যস্ত থাকিবলগীয়া হৈছিল। বেজবৰুৱাই নিজে সম্বলপুৰৰপৰা হ'লেও নিজৰ দায়িত্বত 'বাঁহী' চলোৱা কালছোৱাৰ শেষৰ ফালে 'প্ৰদীপিকা'ৰ লগত যুঁজত নামিবলগীয়া হৈছিল। এই যুঁজত ডক্টৰ বাণীকান্ত কাকতীদেৱেও তেওঁক সহায় কৰিছিল। কাকতীদেৱে 'বেজবৰুৱাৰ সাহিত্য প্ৰতিভা' শীৰ্ষক পুস্তিকাখনত লিখিছে: "ভাষাৰ ফালৰপৰা নোৱাৰি প্ৰবাসীয়ে নতুন ছিদ্ৰ বিচাৰিব ধৰিলে আৰু আগেয়ে যি কন্দল নামনি অসমত আৰম্ভ আছিল তাৰ গুটি অসমৰ ইমূৰৰপৰা সিমূৰলৈ ছতিয়াই দিলে। ইবাৰৰ ঘোষণা হ'ল অসমৰ বৈষ্ণব ধৰ্ম বঙ্গদেশী চৈতন্যদেৱৰ বৈষ্ণৱ মতৰেই এটা নীচ ভাৱৰ উদ্‌গিৰণ। শঙ্কৰদেৱ, চৈতন্যদেৱৰ শিষ্য নহ'লেও অদ্বৈতাচাৰ্য্যৰ শিষ্য যদিওবা শঙ্কৰদেৱ নহয়, দামোদৰদেৱ চৈতন্যদেৱৰ শিষ্য হ'বই লাগিব। বিদেশী সমাজনীতি, বিদেশী সাধনাৰ প্ৰতি যি বিৰাগ, মোৱামৰীয়াসকলে গাৰ তেজেৰে বুৰঞ্জীত লিখি গৈছে। বেজবৰুৱা আকৌ ৰণক্ষেত্ৰত- আকৌ অসমীয়া ৰীতি-নীতিৰ বিশুদ্ধতা প্ৰতিপন্ন কৰিবলৈ লাগি গ'ল। আমাৰ জাতীয় সাধনা নীতি যে লোকৰ এধাপকা ভাৱৰ উদ্‌গিৰণ নহয়, আমাৰ জাতীয় চৰিত্ৰৰ লগত খাপ খোৱা আৰু লোকৰ সামাজিক ৰীতি-নীতিতকৈ যে আমাৰ সামাজিক নীতি উন্নত নহ'লেও হীন নহয়, এইবোৰ নানান যুক্তি, নানান তৰ্ক, নানান শাস্ত্ৰালোচনাৰে প্ৰতিপন্ন কৰিলে। এইবোৰ তৰ্কৰ ফলস্বৰূপে আধুনিক প্ৰণালীৰে মহাপুৰুষসকলৰ চৰিত ৰচনা আৰু সমসাময়িক আচাৰ নীতিৰ উল্লেখ থকা পুৰণি অসমীয়া সাহিত্যৰ আলোচনাৰ সূচনা কৰিলে।"

সাংবাদিক বেজবৰুৱাৰ ই এটা ডাঙৰ অৱদান।

বেজবৰুৱাৰ 'বাঁহী'ৰ এটা যুগ আছিল যি সময়ত মহাপুৰুষীয়া ধৰ্মৰ কথা লৈ আলোচনাৰ বাহিৰে আন আন বিষয় বৰ কম আছিল আৰু এইবাৰে উঠি অহা নতুন পঢ়ুৱৈসকলৰ মনলৈ অসন্তোষ নহাকৈ নাছিল। কিন্তু মই ভাবোঁ, বেজবৰুৱাই অসমীয়া জাতি গঠনৰ দৃষ্টি-ভঙ্গীৰেই এই বিষয়ত ইমান জোৰ দিছিল। "কোনো এটা জাতিক ভালকৈ একেটা কৰিবলৈ কিছুমান বান্ধোন লাগে—যেনে ধৰ্মৰ বান্ধোন, ৰাজনৈতিক বান্ধোন ইত্যাদি"—এই বিষয়টো বেজবৰুৱাই 'বাঁহী'ৰ চতুৰ্থ বছৰৰ দ্বাদশ সংখ্যাত আলোচনা কৰিছিল। ভাষাৰ বান্ধোন কটকটীয়া হ'লেও একে ভাষাৰে সৈতে আমেৰিকাৰ বৃটিছ উপনিবেশ বৃটিছ সাম্ৰাজ্যৰপৰা আঁতৰি গ'ল। তেওঁ বিশ্বাস কৰিছিল যে ধৰ্মৰ বান্ধ যুগমীয়া, আচ্ছেদ্য অভেদ্য। তেওঁ মনতে কল্পনা কৰিছিল যে ধৰ্মৰ

প্ৰাণসঞ্চাৰিণী শক্তিৰ বাক্সোনেৰে অসমীয়া বাঙ্ক খালে অসমীয়া মানুহ হৈ উঠিব আৰু ভাৰতৰ জাতিবিলাকৰ মাজত প্ৰথম শাৰী ল'ব। তেওঁ ভাবিছিল, সংখ্যাত অসমীয়া এনুঠিয়েই হওক ভাৰত অসমীয়াৰ প্ৰভাৱত প্ৰভাৱান্বিত হ'ব। ৰাজসিক আৰু তামসিক ধৰ্মৰ বিশ্বব্যাপী বিশ্বজনীন শক্তি নাই আৰু হ'ব নোৱাৰে। 'সাৰ্বভৌম সাৰ্বজনীন চিৰন্তন সেই ধৰ্ম কেইটা হৈছে বুদ্ধৰ ধৰ্ম, খৃষ্টৰ ধৰ্ম আৰু মহম্মদৰ ধৰ্ম।" তেওঁ হিন্দু ধৰ্মক যে এই শাৰীৰ বাহিৰত থৈছিল এনে নহয়। হিন্দুধৰ্ম অজৰ অমৰ হ'লেও ৰাজসিক আৰু তামসিক আবৰ্জনাত পোত খাই আছে। এই আবৰ্জনা গুচাবলৈ পৰমেশ্বৰে মাজে মাজে ভাৰতলৈ একোজন মহাপুৰুষ পঠাই আছে। অসমত মহম্মদীয় ভাই-সকলক বাদ দিলে নচলিব। মহম্মদৰ সাত্বিক শিক্ষাত আৰবত শান্তি স্থাপিত হৈছিল। "মূৰ্তিপূজা বিগৰ্হিত শঙ্কৰ ধৰ্মৰ প্ৰতি মুছলমানসকলে সন্মান প্ৰদৰ্শন কৰি হিন্দুৰ সৈতে মিলিবৰ সুগম অনেক। প্ৰায় একে ভাবাপন্ন একে স্বভাৱৰ এই দুই ধৰ্মাৱলম্বী অসমীয়া দুই জাতিয়ে নিজৰ সাম্প্ৰদায়িকতা সঙ্কীৰ্ণত পৰিহাৰ কৰি জাতীয় ভাবত অনুপ্ৰাণিত হৈ বিৰাট অসমীয়া জাতি গঠন কৰক"—এয়ে বেজবৰুৱাৰ সপোন আছিল।

# অসমৰ নাট্যজগতত বেজবৰুৱা

## অতুলচন্দ্ৰ হাজৰিকা

সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ জীৱনৰ সৰহ-ভাগ অৰ্থাৎ ওৰে কৰ্ম-জীৱন অসমৰ বাহিৰত অতিবাহিত হৈছিল। সেইকাৰণে নাট্যশিল্পী জীৱনে পুলি-পোখা মেলি ফুলে-ফলে জাতিষ্কাৰ হ'বলৈ সুযোগ নেপালে যদিও নাট্যকাৰ হিচাপে তেওঁৰ আসন অসমীয়া সাহিত্যত সুপ্ৰতিষ্ঠিত, অভিনেতা হিচাপেও তেওঁৰ অসমৰ ৰঙ্গমঞ্চলৈ বৰঙণি নিচেইকৈ নাই বুলি ক'ব পৰা নেযায়। ল'বা-কালত অঙ্কুৰ মেলা আবেগ-অনুভূতিবোৰেই উপযুক্ত ক্ষেত্ৰ আৰু আপডাল পালে পিছৰ জীৱনত ঠন ধৰি উঠাটো স্বভাৱসিদ্ধ কথা। বেজবৰুৱাৰ শিশু-জীৱনত কেনেকৈ শিল্পী-জীৱনৰ গজালি মেলিছিল তাৰ বিতং বিৱৰণ তেওঁৰ 'মোৰ জীৱন সোঁৱৰণ' গ্ৰন্থত পোৱা যায় এইদৰে ঃ

"কমলাবাৰী সত্ৰৰ ভকতসকলে এবাৰ কি দুবাৰ পিতৃদেৱতাৰ আহ্বানত আহি লক্ষীমপুৰত ভাৱনা কৰিছিল। সেই ভাৱনা চাই যে আমাৰ কি মহানন্দ হৈছিল, কৈ শেষ কৰিব নোৱাৰোঁ। ভাৱনা হৈ যোৱাৰ এবছৰমান পিছলৈকে আমাৰ মুখৰ পৰা ভাৱনাৰ ভাৱৰীয়াৰ বচনবোৰ নুগুচিছিল আৰু সময় অসময় থল-অথল বিবেচনা নকৰি আমি ভাৱৰীয়াৰ ভাও দি ফুৰিছিলোঁ। এটা ভাৱনা বোধকৰোঁ 'জৰাসন্ধ-বধ' আছিল। মই আৰু মোৰ ককাইদেউ শ্ৰীনাথ, দুয়ো কল-ঠহুৰাৰ দুডাল গদা কৰি লৈ ঘৰৰ চোতালত বীৰৰসাত্মক বচন মাতি পৰম বিক্ৰম প্ৰকাশ কৰি যুঁজি ফুৰিছিলোঁ আৰু দুয়োৰো পিঠিত কল-ঠহুৰাৰ গদাৰে দুয়ো ধুপ্ ধুপ্ কৰে কোবাই গদা দুডাল ঘুণুলা-পচলা কৰিছিলোঁ। আমাৰ দুইৰো তুমুল যুদ্ধত প্ৰদৰ্শিত বল বিক্ৰম দেখি ঘৰুৱা তিৰোতাসকল আৰু চাকৰ-নাকৰবোৰে পৰম বিস্ময় মানি তধা লাগিছিল আৰু সেই দৰ্শকসকলৰ উচ্চাৰিত শলাগ আৰু উছাহ বাক্যত আমি দুই ভাই ভীম জৰাসন্ধ ওফন্দি পৰি দুয়ো বেগেৰে তয়াময়া যুঁজ লগাই দিছিলোঁ। লাহে লাহে এই জাল আৰু বাওনা ভীম-জৰাসন্ধবোৰৰ যুঁজৰ কোব ইমান বাঢ়ি উঠিছিল যে আমাৰ 'টুপৰ্ ভাইজৰ' ককা ৰবিনাথে 'নাম নহে কোঁদোৰ বাহ' হ'বগৈ বুলি আশঙ্কা কৰি, to preserve law and order, অৰ্থাৎ আইন

আৰু শান্তিৰক্ষাৰ নিমিত্তে, এক মাথোন তেওঁৰ দ্বাৰাই সঙ্কলিত, প্ৰচাৰিত আৰু প্ৰচলিত দণ্ডবিধি আইনৰ কোনো এটা section বা ধাৰামতে কৰা হুকুম জাৰি কৰি further যুদ্ধ বন্ধ কৰি দিলে। কোনো সোঁত বা বেগৰ স্বাভাৱিক outlet অৰ্থাৎ বাট বন্ধ কৰি দিলে, যেনেকৈ সি বাস্তৱিকতে বন্ধ নহৈ under-ground হয়, অৰ্থাৎ আত্মগোপন কৰি অন্তঃসলিলা হয়, সেইদৰে ইয়াৰ পিছত এই ক্ষুদ্ৰ যোদ্ধা দুটিয়ে শাসকৰ চকু এৰাই বাৰীৰ পিছফালে, নাইবা ঘৰৰ পিছ-চোতালত নাইবা গৰু-গোহালিত ছেগ বুজি একো-একোখন ক্ষুদ্ৰ যুদ্ধ সংঘটন কৰিবলৈ ধৰিলোঁ। ভেকুৰি-গুটীয়া যুঁজাৰু দুটিৰ গাত লম্বা ভইৰ ভীম-জৰাসন্ধ দুটা কালক্ৰমত স্বভাৱতে বিলয়প্ৰাপ্ত হ'লতহে প্ৰকৃতপক্ষত সম্বৎসৰব্যাপী সেই দুৰ্ঘোৰ মহাৰণৰ ওৰ পৰিল। ইয়াৰ পিছত বছৰত 'নৃসিংহ-যাত্ৰা' ভাৱনা দেখিছিলোঁ। আকৌ দুই ভাইক ভাৱনাৰ ভূতে পালে। বচন মাতি মাতি আকৌ দুয়ো যুদ্ধ-ক্ষেত্ৰত প্ৰৱেশ কৰিলোঁ। মনত আছে এদিন মই হিৰণ্যকশিপু হৈ—

"ৰহ ৰে ৰহ ৰহ
ভ্ৰাতৃবৈৰী হৰি ।
হাতে শূল ধৰি
পঠাইবো যম নগৰী।"

"—এই বচন মাতি হাতত লাখুটি এডাল লৈ নৰসিংহ হোৱা শ্ৰীনাথ ককাইদেওৰ ফালে চোচা লওঁতেই কলিৰ হিৰণ্যকশিপুতকৈও ডাঙৰ ককা শ্ৰীযুত ৰবিনাথ মাজুদলৰ বৰুৱা আহি কৰবাৰপৰা হিৰণ্যকশিপুৰ ওচৰত জপংকৈ পৰিল। নিমিষতে নৰসিংহ ফিৰিঙতি ভগাদি ভাগি অদৃশ্য হৈ সাৰিল, কিন্তু হিৰণ্যকশিপুৱে কাণ-মলা খালে।".

এইদৰেই লক্ষ্মীনাথৰ কোমল মনত অসমীয়া নাট্যসাহিত্যৰ বীজ ৰোপণ হৈছিল আৰু এই গজালিটিয়ে তেওঁৰ পিছৰ জীৱনত বৰগছ হৈ পত্ৰে-পুষ্পে বিকশিত হৈ উঠিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে সেই সময়ত আমাৰ দেশত আজিৰ নিচিনা থিয়েটাৰী পৰিবেশ নাছিল। দেশত এফালে অসমীয়া নাট-ভাওনাৰ কলডোপ কলডোপ অৱস্থা আৰু আনফালে বঙলা নাট্য-সংস্কৃতিৰ প্ৰভাৱৰ ফলত অসমীয়া সাহিত্য সংস্কৃতিয়ে বিজতৰীয়া ৰূপ ধাৰণ কৰিছিল। অসমীয়া তিথিবাম বায়নৰ বঙলা যাত্ৰাৰ ঘিটঘিটনি শুনি কোমল-মতি লক্ষ্মীনাথৰ মন বিদৰি গৈছিল আৰু এনে এটা যুগৰ সন্ধিক্ষণতে লক্ষ্মীনাথ, পদ্মনাথ প্ৰভৃতি অসমীয়া সাহিত্যৰ ভবিয়ালসকলৰ আবিৰ্ভাৱ হৈছিল। সেই

কালত অসমীয়া সাহিত্যৰ জোনাকী যুগৰ ধনুৰ্দ্ধৰসকলে হাতত কাৰ্ফাই ধনু লৈ ভাষাৰক্ষা, দেশৰক্ষা নকৰা হ'লে হয়তো আজি অসমত অসমীয়াৰ অস্তিত্বই নেথাকিলহেঁতেন'।

যোৱা শতিকাৰ শেষ দশকৰ কথা। তেতিয়া যিচাম অসমীয়া ছাত্ৰৰে কলিকতাৰ কলেজত পঢ়িছিলগৈ তেওঁলোকে নিজৰ কথাৰ বাহিৰেও দেশৰ কথা চিন্তা কৰিছিল, অসমীয়া ভাষা-সাহিত্যৰ উন্নয়ন আৰু প্ৰতিৰক্ষাৰ কাৰণে কেৱল যে চিন্তাই কৰিছিল তেনে নহয়, হাতে-কামে লাগিছিল। তাৰ ফলতেই ১৮৮৮ চনৰ ২৫ আগষ্টৰ দিনা কলিকতাৰ অসমীয়া ছাত্ৰ বাহৰ এটাত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ ( অ-ভা-উ-সা ) জন্ম হৈছিল। প্ৰকৃতপক্ষে সেইদিনাই প্ৰকৃত আধুনিক অসমীয়া নাটৰ পুনৰ্জন্মৰ সূচনা হৈছিল। সেইসকল ছাত্ৰই ভাবিছিল—ভাষাৰ প্ৰসাৰ আৰু প্ৰচাৰত নাটকেই হৈছে উত্তম মাধ্যম। মহাপুৰুষ দুজনাই যেনেকৈ অঙ্কীয়া নাটৰ মাধ্যমেৰে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য লৈ লোক সংগ্ৰহ কৰিছিল সেইদৰে কলিকতাৰ অ-ভা-উ-সাৰ সদস্য-সকলেও নাট লিখি, নাটৰ অভিনয় কৰি মুডুৰাপৰা অসমীয়া সাহিত্যলৈ সকলোৰে দৃষ্টি আকৰ্ষণ কৰি আগ্ৰহ জন্মাবলৈ চেষ্টা কৰিছিল। এই বিষয়ত লক্ষ্মীনাথ আৰু পদ্মনাথ দুইজন সাহিত্যৰথীৰ অৰিহণা বিশেষ মূল্যবান।

সেইকালৰ নাটসমূহৰ ভিতৰত 'ভ্ৰমৰঙ্গ' নাটে যুগান্তৰ সৃষ্টি কৰিছিল। এই নাটখনৰ বিষয়ে বেজবৰুৱাই নিজে এইদৰে লিখি থৈ গৈছে—"২নং ভবানী দত্তৰ লেনত থাকোতেই আমি 'ভ্ৰমৰঙ্গ'ৰ ভাওনা কৰোঁহক। ভ্ৰমৰঙ্গ ছেক্সপীয়েৰৰ 'কমেডি অৱ এৰৰ্ছ'ৰ অসমীয়া ভাঙনি। স্বৰ্গীয় ৰত্নেশ্বৰ বৰুৱা, শ্ৰীযুত ৰমাকান্ত বৰকাকতী, শ্ৰীযুত গুঞ্জানন বৰুৱা আৰু স্বৰ্গীয় ঘনশ্যাম বৰুৱা এই চাৰিজনে গোটখাই এই ভাঙনি কৰে। শ্ৰীযুত শিৱৰাম বৰদলৈ আৰু এই লেখক সহায়ক হয়।" নকলেও হ'ব যে এই 'ভ্ৰমৰঙ্গ' নাট জাতে-পাতে অসমীয়া ঠাচত ফুটাই তোলা হৈছিল। লিখক নহ'লেও সহায়ক হিচাপে লক্ষ্মীনাথৰ কৃতিত্বৰ সহজে উমান পোৱা যায়। এই নাট অসমীয়া ছাত্ৰ-সকলে কলিকতাত অস্থায়ী নাটশাল সাজি অনেকবাৰ অভিনয় কৰিছিল আৰু এবাৰ নে দুবাৰ লক্ষ্মীনাথে নিজেও কামপুৰীয়া নিৰঞ্জনৰ ভূমিকাত অৱতীৰ্ণ হৈছিল।

ইয়াৰ পিছত বিখ্যাত ঠাকুৰ পৰিয়ালৰ লগত লক্ষ্মীনাথৰ বৈবাহিক সম্বন্ধ ঘটাত সোণ-সুৱগাৰ মিলন হ'ল। কলা-সংস্কৃতিত ঠাকুৰ পৰিয়ালৰ জন্মগত অধিকাৰিণী প্ৰজ্ঞাসুন্দৰীয়ে অসমীয়া সত্ৰীয়া সংস্কৃতিৰ অধিকাৰী

লক্ষ্মীনাথক বৰণ কৰাত অসমৰ কলা-সংস্কৃতিয়ে তৃপ্তিৰ হাঁহি মাৰিছে। অসমীয়া লক্ষ্মীনাথে আৰু তেওঁৰ জীয়াৰী শ্ৰীমতী অৰুণাই বঙালীৰো বঙালী ঠাকুৰ পৰিয়ালৰ লোকসকলৰ লগত বঙলা ভাষাতো অভিনয় কৰি কলিকতা হেন মহানগৰীতো নাম কৰিলে। এই 'বাল্মীকি-প্ৰতিভা' নাটৰ অভিনয় হৈছিল কলিকতাৰ ৰয়েল থিয়েটাৰত। বেজবৰুৱা অৱতীৰ্ণ হৈছিল দস্যু-সৰ্দাৰৰ ভূমিকাত আৰু তেওঁৰ জীয়াৰী অৰুণা দেৱী বনদেৱীৰ ভূমিকাত। এই অভিনয় সম্পৰ্কে বঙলা আৰু ইংৰাজী কাকতত উচ্চ প্ৰশংসা প্ৰকাশ হৈছিল। 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰেও 'অসমীয়া নাট্যপ্ৰতিভা' নাম দি 'বাঁহী'ত এটা প্ৰবন্ধ লিখিছিল আৰু অভিনেতা বেজবৰুৱা আৰু তেওঁৰ জীয়াৰীক অভিনন্দন জনাইছিল। য়ুৰোপীয় আৰু বঙালী দৰ্শকৰ মনৰপৰা এই অভিনয়ৰ স্মৃতি বহুত দিনলৈকে মাৰ যোৱা নাছিল। তাৰ ফলতেই বহুদিনৰ পিছত বেজবৰুৱাই সম্বলপুৰত 'বাল্মীকি-প্ৰতিভা' অভিনয় নিজৰ পৰিচালনাত পাতিবলগীয়া হৈছিল। এই সম্পৰ্কে তেওঁ জীৱন সোঁৱৰণত লিখি থৈ গৈছে এইদৰে ঃ "সিদিনা মহাযুদ্ধৰ শান্তিপৰ্বৰ আৰম্ভণত ( peace celebration ) সম্বলপুৰত নানাবিধ উৎসৱ আনন্দৰ দিহা কৰা হৈছিল। সম্বলপুৰৰ ডিপুটি কমিশ্যনৰ মিষ্টৰ ইংগোলছ্ ( A. L. Ingless ) চাহাবে, কলিকতাৰ ৰয়েল থিয়েটাৰত ডাক্তৰ ৰবীন্দ্ৰনাথ ঠাকুৰ বিৰচিত 'বাল্মীকি-প্ৰতিভা' নাটৰ ভাৱনাত মোৰ অভিনয়ৰ কথা কেনেবাকৈ আন য়ুৰোপীয়সকলৰপৰা শুনিছিল। তেওঁ মোক ধৰিলে, যেন সম্বলপুৰৰ ভিক্টোৰিয়া মেমোৰিয়াল হলত মই সেই 'বাল্মীকি প্ৰতিভা' ভাৱনা কৰোঁ। মই অগত্যা মোৰ ছোৱালী তিনিজনী আৰু গৃহিণীৰে সৈতে, আৰু লগত আন চাৰি পাঁচজন ভদ্ৰলোকক লগত লৈ সেই ভাৱনা কৰিছিলোঁ। তালৈ কালীৰ প্ৰতিমা দৰকাৰ। সম্বল-পুৰত সেই প্ৰতিমা দুৰ্লভ হোৱাত, মই দুদিনৰ ভিতৰতে নিজ হাতে মাটিৰ কালীমূৰ্ত্তি সাজি লৈ সেই কাৰ্য সুন্দৰৰূপে সমাধা কৰিলোঁ।"

মুঠতে এই কথা ধৰি ল'ব পাৰি যে অসমৰপৰা দূৰ-দূৰণিত থাকিলেও বেজবৰুৱাৰ অন্তৰৰপৰা কোনোদিনে নাট্যৰসে বিদায় লোৱা নাছিল। শঙ্কৰী নাট, আধুনিক অসমীয়া নাট আৰু বঙলা নাট্যৰসৰ ফল্গু সুঁতিয়ে তেওঁৰ পৰিয়ালৰ মাজত জিৰ জিৰকৈ বৈ আছিল। বেজবৰুৱাৰ বৰ জীয়াৰী অৰুণা দেৱীৰ কন্যা ৰিণা দেৱীয়ে অলপতে বিলাতততো বিভিন্ন মঞ্চত সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰি বিপুল যশস্যা আৰ্জিব পৰাটো আমাৰ পক্ষে গৌৰৱৰ কথা। বেজবৰুৱাৰ মাজু জীয়াৰী ৰত্না দেৱীয়ে তেওঁৰ স্বামী ৰোহিণী বৰুৱাৰ লগত

তৃতীয় অসমীয়া বোলছবি 'মনোমতী' উলিয়াইছিল আৰু নিজে প্ৰমীলাৰ ভূমিকাত ৰূপদান কৰিছিল। জীয়াৰী আৰু নাতিনীবিলাকৰ নাট্য-প্ৰতিভাৰ অন্তৰালতো বেজবৰুৱাৰ অনুপ্ৰেৰণা অনুমেয়।

অভিনেতা হিচাপে বেজবৰুৱাক সততকাই পোনপটীয়াভাৱে দেখা পাবলৈ টান হ'লেও খ্যাতিমান নাট্যকাৰ হিচাপে তেওঁ আমাৰ আগত জল জল পট পটকৈ জিলিকি আছে। অসমৰ নাট্য জগততো এই গৰাকী সাহিত্যৰথীক আমি এখন সন্মানৰ আসন নিদি নোৱাৰোঁ। এইখিনিতে আনি টলকি চাব লাগিব বেজবৰুৱাই কোনটো যুগত নাটক ৰচিছিল আৰু সেই যুগত অসমীয়া নাটশালৰ অৱস্থা কেনেকুৱা আছিল। ইয়াৰ উত্তৰত চমুকৈ ইমানকে ক'ব পাৰি যে সেইটো আছিল অসমীয়া নাটকৰ, অসমীয়া নাট্যান্দোলনৰ পুনৰুত্থানৰ যুগ। সেই সময়ত অসমীয়া ভাষা-সাহিত্যই বঙলা ভাষা-সাহিত্যৰ সৰ্বনশীয়া গৰাহৰপৰা গা টঙাই থিয়-দঙা দিব পৰা হৈছিল যদিও নিটোল স্বাস্থ্যৰ অধিকাৰী হ'ব পৰা নাছিল। চুবুৰীয়াবিলাকে বহু আগতে ইংৰাজী শিক্ষা লাভ কৰি ইতিমধ্যে ভালেখিনি বাট আগ বাঢ়ি গ'ল। অসমীয়া ভাষা-সাহিত্যৰ তেতিয়া নানা বিষয়ত পাছপৰা অৱস্থা সৃষ্টি হৈছিল। সত্ৰীয়া নাট-ভাওনাৰ বেলিৰাম আৰম্ভ হৈছিল। বিজতৰীয়া প্ৰভাৱ পৰি তাৰ কেনে পুতৌ লগা অৱস্থা হৈছিল তাৰ ফটফটীয়া ছবি বেজবৰুৱাৰ 'নোমল' নাটৰ আঠীয়াবাৰীৰ সত্ৰাধিকাৰৰ বৰচ'ৰাত দেখা পোৱা যায়। মুঠতে এইটো থিবাং যে বেজবৰুৱা, গোহাঞিবৰুৱা, মজিন্দাৰ বৰুৱা প্ৰমুখ্যে নাট্যকাৰসকলে নাট ৰচনা কৰাৰ পূৰ্বতে আধুনিক অসমীয়া নাট্য-সাহিত্যৰ ভেটিটো তোলা হৈছিল যদিও সি বৰ নিশকতীয়া আছিল আৰু সেইকালৰ বেছিভাগ নাট সাময়িক প্ৰয়োজনতহে সৃষ্টি কৰা হৈছিল। নাটলিখকসকলে সেই নাটবোৰ সাহিত্য-ভঁৰাললৈ আগ বঢ়োৱাৰ কথাটো ভবা নাছিল। তাৰ ফলত সেই সময়ৰ কেবাখনো সৰবৰহী নাটকেই ছপাৰ পোহৰ দেখা নোপোৱাকৈয়ে বিলুপ্ত হ'ল। সেই কালৰ জনপ্ৰিয় মঞ্চাভিনয়-বোৰৰ ভিতৰত বেজবৰুৱাৰ 'পদুমকুঁৱৰী'ও আছিল। বেজবৰুৱাই 'পদুমকুঁৱৰী' নাম দি কোনো নাট ৰচনা কৰা নাছিল যদিও তেওঁৰ একে নামৰ উপন্যাসখনকেই নাট্যৰূপ দি অসমৰ বহুত ঠাইৰ মঞ্চত তোলা হৈছিল। পদুমকুঁৱৰী'ক নাটকীয় ৰূপত আজি ক'তো পোৱা নাযায়। স্বৰূপাৰ্থত 'লিতিকাই'খনেই বেজবৰুৱাৰ প্ৰথম নাট। এই নাটখনি 'জোনাকী'ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাতে প্ৰকাশিত হৈছিল। ইয়াৰ পিছত 'নোমল',

'পাচনি' আৰু চিকৰপতি নিকৰপতি' নামৰ আন তিনিখন নাট তেওঁ ৰচনা কৰি প্ৰকাশ কৰে। এই চাৰিওখন ধেমেলীয়া নাটতে হাস্যৰসিক বেজবৰুৱাৰ হাস্যৰস উপচি চপচপীয়া হৈ আছে। নাট কেইখনৰ বিষয়-বস্তু সাধুকথা-ধৰ্মী আৰু অবাস্তৱ হ'লেও তাৰ মাজতে লিখকৰ নাট্য-প্ৰতিভাৰ সোণৰ চেকুৰাৰ চিক্‌মিকনি ঠায়ে ঠায়ে অনুভৱ কৰিব পৰা যায়। সেই কালৰ অসমীয়া সমাজখনৰ হুবহু ৰূপ ফুটাই তোলাত বেজবৰুৱা সিদ্ধহস্ত আছিল। এই নাট কেইখনতো আমি আমাৰ সমাজৰ সন্ত-সাধু, গোসাঁই-মহন্ত, চোৰ-ৰৰচোৰ, আদি নানাপ্ৰকাৰ গঞা চৰিত্ৰৰ কুণ্ডত কটা ছবি দেখা পাওঁ। নাট কেইখনত কৃপাবৰ বৰবৰুৱাৰ টিঘিলঘিলনি যিদৰে আছে সেইদৰে সংস্কাৰবাদী বেজবৰুৱায়ো ঠায়ে ঠায়ে গা দেখা নিদিয়াকৈ থকা নাই। উদাহৰণ স্বৰূপে 'নোমল' নাটৰ সাধুৰামৰ মুখৰপৰা আষাৰচেৰেক তুলি দিছোঁ ঃ

"বন্দীয়ে প্ৰভু জগন্নাথক সেইদেখিয়ে কৈছিলোঁ বোলোঁ, আগৰ কালৰ দস্তুৰবোৰত ৰৰকৈ ধৰি থাকিলে আজিকালি নচলিব। পুৰণি দস্তুৰ, পুৰণি কালৰ লগতেই যোৱা উচিত। সেইবোৰ ধৰি ৰাখিবলৈ গ'লেও নাথাকে, আগৰ ৰামো নাই, ৰামায়ণো নাই, অসমৰ ৰজাও নাই, পুৰণি অসমীয়াও নাই। আজিকালিৰ ভাল মানুহ শিষ্যসকল প্ৰভুৰ ওচৰলৈ আহিলে তেওঁলোকক বহিবলৈ আসন দিব লাগে, নিদিলে জেকা মাটিত লেপেটা কাঢ়ি বহি পচি থাকিবলৈ আজিকালিৰ উঠি অহা ভদ্ৰলোকসকল আহিব কিয়? প্ৰভু জগন্নাথে অকল ওজা, পাঠক, নাম-লগোৱা, বায়ন, ভাগৱতী, আমধৰাসকলক লৈয়েতো থাকিব নোৱাৰে। হাকিম, উকিল, মুক্তিয়াৰ সকলোকে প্ৰভু ঈশ্বৰক সততে লাগি থাকে।"

আজিকালি একাঙ্কিকা নামৰ এশ্ৰেণী নাট আমাৰ মাজত জনপ্ৰিয় হৈ উঠিছে। একাঙ্কিকা নামটো নতুন হ'লেও অসমীয়া সাহিত্যত আগেয়েও এইবিধ নাটৰ প্ৰচলন নথকা নহয়। তদুপৰি প্ৰথম আধুনিক অসমীয়া একাঙ্কিকা হিচাপে বেজবৰুৱাৰ 'পাচনি' নাটখনকে আগ বঢ়াই দিব পাৰি। তদুপৰি ১৯১৮ চনতে চ'ৰাঘৰীয়া নাম দি 'বাঁহী'ত প্ৰকাশিত আৰু বৰ্তমানে পুথিৰ আকাৰত প্ৰকাশ হোৱা বেজবৰুৱাৰ 'গদাধৰ ৰজা' নামৰ নাটিকা-খনতো আধুনিক একাঙ্কিকাৰ সকলো লক্ষণ বিদ্যমান। অসমীয়া চুটি গল্পৰ দৰে বেজবৰুৱাক অসমীয়া একাঙ্কিকাৰ কৃতী জনক হিচাপেও আমি অভিনন্দন জনাব পাৰোঁ। কিতাপৰ আকাৰত এতিয়াজেকে প্ৰকাশ নোহোৱা

এই শ্ৰেণীৰ আৰু ধনচেৰেক চুটি নাটিকা পুৰণি 'বাঁহী'ৰ পাতত মৰহি আছে।

ইয়াৰ উপৰিও আৰু অনেক চুটি গল্প আৰু কৃপাবৰ বৰুৱাৰ ৰচনা আছে যিবোৰ অতি সহজে একোখনি একাঙ্কিকা নাইবা অনাতাঁৰ নাটিকালৈ ৰূপান্তৰিত কৰি ল'ব পাৰি। লক্ষ্মীধৰৰ 'চিৰাজ' আৰু কমলেশ্বৰ চলিহাৰ 'ৰূপহী' নামৰ এটা চুটি গল্পৰ আলমত যেনেকৈ দুখনি বোলছবিৰ পূৰ্ণাঙ্গ নাটৰো আহিলা-পাতি যোগাব পাৰে আৰু তেনে নাটত উৰলি যোৱা অসমীয়া সমাজখনৰ উপৰিও বঙালী সমাজ আৰু চাওতালী সমাজৰো টুকুৰা চিত্ৰ পোৱা যাব। উদাহৰণ স্বৰূপে 'ভাক্তাৰ বাবুৰ সাধু', 'পণ্ডিত মশায়', 'জয়ন্তী', 'ভদৰী', 'কনা' আদি গল্পবোৰৰ নাম উল্লেখ কৰিব পাৰি। কটনৰ ছাত্ৰসকলে 'মুক্তি' নামৰ গল্পটো নাটলৈ ৰূপান্তৰিত কৰি সফল অভিনয় কৰি দেখুৱাইছে। চৰকাৰী প্ৰচাৰ বিভাগে 'ভদৰী' গল্পটো বোলছবিত ৰূপায়িত কৰিবলৈ কুৰুং কাৰাং কৰিছে। 'চেনিচম্পা', 'ভোকেন্দ্ৰ বৰুৱা' আদি কেইটামান গল্প অনাতাঁৰ নাটিকাৰ ৰূপত প্ৰচাৰিত হৈছে। এইবোৰ নিশ্চয় শুভ লক্ষণ। কিন্তু এইখিনিয়েই যথেষ্ট হৈছে বুলি আমি নকওঁ। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই আৰু কাহিলি পাৰাত কাহিলি কাহিলি পোহৰ পেলোৱা ষ্টুডিঅ'টোৱে এই বিষয়ত আগভাগ ল'বলৈ বেজবৰুৱাৰ গল্প-ৰচনাৰ এখন অনাবাদী পথাৰ মুকলি হৈ পৰি আছে আৰু এই বিষয়ত প্ৰথমে জ্যোতিপ্ৰসাদৰ 'জয়মতী'য়ে ফুলাম চানেকি বাছি থৈ গৈছে।

ডঃ বাণীকান্ত কাকতিদেৱৰ ভাষাৰে ন-দি ক'ব পাৰি—"জাগ্ৰত স্বদেশানুৰাগ, অপূৰ্ব ৰচনা পদ্ধতি আৰু প্ৰকৃত হাস্যৰস—এই তিনিটা উপাদান লৈ বেজবৰুৱাৰ প্ৰতিভাই আধুনিক অসমীয়া সাহিত্যৰ সকলো বিভাগতেই বিকাশ লাভ কৰিছে।" বেজবৰুৱাৰ ধেমেলীয়া নাটতেই হওক বা গহীন বুৰঞ্জীমূলক নাটতেই হওক, ঘাইকৈ এই তিনিবিধ উপাদানকেই বিচাৰি পোৱা যায়। লক্ষ্মীনাথৰ গহীন নাট তিনিখনৰ পাত লুটিয়াই চালেও দেখা যায় যে 'জয়মতী-কুঁৱৰী', 'চক্ৰধ্বজ সিংহ' আৰু 'বেলিমাৰ' এই তিনিওখন নাটকেই বিষয়-বস্তু অসম বুৰঞ্জীৰ তিনিটা বৈশিষ্ট্যপূৰ্ণ কাহিনীৰ আলমত ৰচনা কৰা হৈছে। এই নাটসমূহ লিখিবলৈ বেজবৰুৱাই আহি লৈছিল কাৰপৰা? অনুপ্ৰেৰণা পাইছিল ক'ত? ইয়াৰ গম খেদি আমি দুটাইলৈ যাব পাৰোঁ। প্ৰথমতে হৈছে অসমৰ সত্ৰীয়া সংস্কৃতি—অঙ্কীয়া নাট-ভাওনাৰ পৰম্পৰা। আৰু 'জীৱন সোঁৱৰণ'ৰ পৰাই তাৰ নিদৰ্শন দাঙি ধৰিছোঁ ঃ

"ভাদ মাহত শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু বদুলা আতাৰ তিথি হয়।

এই তিনি তিথিক 'ভাদৰ তিনি কীৰ্তনা' বোলে। আমাৰ ঘৰত এই তিনি কীৰ্তন দিনে-ৰাতিয়ে তিনি দিন ব্যাপি মহাসমাৰোহেৰে কৰা হৈছিল। তিথিৰ দহ-ৰাৰদিন আগৰেপৰা উছাহত আমাৰ তৎ নাথাকে। তিথিৰ থাপনিৰ দিনাৰেপৰা নাম-প্ৰসঙ্গত থাপনাৰ আগত শৰাইত দিবলৈ কল বিচাৰি শিৱসাগৰৰ মানুহৰ কলবাৰী চলথ কৰি ফুৰোঁহক, আৰু থোকা-থোকে কেচা কল কাটি আনি জাগ দি পকাবৰ দিহা কৰোঁহক। গাজি প্ৰসাদৰ শৰাইৰ পৰা আৰম্ভ কৰি আঠ দহখন শৰাই মাহ চাউল কলেৰে কেনেকৈ উপচি পৰিব, এইটো আমাৰ মহা ভাবনাৰ বিষয় হৈ পৰে। আমাৰ ঘৰতে তিনি-চাৰিযোৰ ভোৰতাল, তথাপি আৰু পাঁচ-ছয়োৰ ভোৰতাল আমি গণকপটিৰ-পৰা গোটাই আনি বজাই নাম-প্ৰসঙ্গৰ ধ্বনিৰে গোটেইখন চহৰ খলক লগাই দিওঁহক। তিথিৰ দিনা ৰাতিয়ে দিনে গীত ভটিমা নাম-প্ৰসঙ্গ অখণ্ডভাৱে চলে। পিছদিনা অৰ্থাৎ তৃতীয় দিনা, যাত্ৰা-ঘোষা আৰু তাৰ অন্তত চৰিত্ৰ তোলা হৈহে তিথি-মহোৎসৱৰ ওৰ পৰে। চৰিত্ৰ তোলা মানে শ্ৰীশঙ্কৰদেৱৰ তিথিত শ্ৰীশঙ্কৰদেৱৰ, শ্ৰীমাধৱদেৱ আৰু বদুলা আতাৰ তিথিত মাধৱদেৱ আৰু বদুলা আতাৰ আবিৰ্ভাৱৰ আগৰেপৰা তিৰোভাৱলৈকে গোটেইবোৰ ঘটনা মালিনীয়ে ফুলৰ মালা গঁথাদি গাঁথি সূক্ষ্মাতিসূক্ষ্মৰূপে বৰ্ণনা কৰি যোৱা হয়। পুথি চাই নহয়, নিজৰ মনৰপৰা সুঁৱৰি। আমাৰ ঘৰৰ তিথিত এই চৰিত্ৰ তোলা কাৰ্য পিতৃদেৱতাই নিজে কৰিছিল, আৰু আমি সকলোৱে অতি সন্তৰ্পণে ভক্তিভাৱে শুনিছিলোঁ। দুইজন গুৰুৰ শিষ্য বাৰজন আতাৰ (যেনে মথুৰা দাস বা বুঢ়া আতা, বৰবিষ্ণু আতা, ভাটৌকুছি আতা ইত্যাদি) তিথিও বছৰে বছৰে নিয়মমতে আমাৰ ঘৰত কৰা হৈছিল, আৰু সেই সকলবো চৰিত্ৰ তুলি তিথিৰ সামৰণি মৰা হৈছিল।"

দ্বিতীয়তে, বিশ্ববিখ্যাত ইংৰাজ নাট্যকাৰ ছেক্সপীয়েৰৰ প্ৰভাৱ। এই সম্পৰ্কে 'মোৰ জীৱন সোঁৱৰণ'ত বেজবৰুৱাই নিজেই কৈছে এইদৰে : 'ছেক্সপীয়েৰৰ 'হেমলেট', 'কিং জন', 'হেনৰি' আৰু 'মিড্-ছামাৰ নাইট্ ছ্ ড্ৰিম' কলেজত মোৰ পাঠ্য আছিল। ভাবিলোঁ মযো তেনে অপূৰ্ব নাট খনচেৰেক অসমীয়াত ৰচনা কৰি অসমীয়া সাহিত্য ভঁৰালত যুগমীয়া কীৰ্তি থৈ যাম। ইয়াকে ভাবি প্ৰথমতে 'হেমলেট'ৰ আহিত 'হেমচন্দ্ৰ' নাম দি নাট এখন লেখিবলৈ মনস্থ কৰি, ভাৰতীয়া ভাৰতীয়ানীৰ নাম স্থিৰ কৰি প্ৰথম অঙ্কৰ দুটা কি তিনিটা দৰ্শন লেখি পেলালোঁ। আকৌ ভাব-সাগৰত আন ঢৌ উঠিল, 'হেমচন্দ্ৰ'ক সেইখিনিতে দম ল'বলৈ এৰি থৈ 'মিড্-ছামাৰ নাইট্ ছ্ ড্ৰিম'ৰ

নিচিনা আন এখন নাট ৰচনাত হস্তক্ষেপ কৰিলোঁ। এইখনৰ নামকৰণ কৰা হ'ল "দিনৰ সপোন"। ইয়াবো এটুকুৰা বাছি লৈ এৰি আন কিবা এটা ভৌত খৰ মাৰিলোঁ।" বেজবৰুৱাৰ দ্বাৰা ছেক্সপীয়েৰৰ কোনো এখন নাট অসমীয়ালৈ ৰূপান্তৰিত নহ'লেও ছেক্সপীয়েৰে তেওঁক এৰা নিদিলে। ছেক্সপীয়েৰৰ নাটৰ 'ফুল' বা বহুত্বাক বেজবৰুৱাই তেওঁৰ নাটত মেলি দিলে। গজপুৰীয়া, গজপুৰীয়ানী, টকৌ, টোকোৰা আদি চৰিত্ৰবোৰ ছেক্সপীয়েৰৰ নাটৰ চৰিত্ৰবেই অসমীয়া পুলি-পোখা।

বেজবৰুৱাৰ বুৰঞ্জীমূলক নাট কেইখনৰ আতিগুৰিৰ পম খেদিলে তাত অসম বুৰঞ্জীৰ সম্পূৰ্ণ প্ৰতিফলন হোৱা দেখা নেযায়। নাট্যকাৰে সেই কালত যিখিনি বুৰঞ্জীৰ সমল বিচাৰি পাইছিল তাৰ ওপৰতে ভেজা দি নাট ৰচিছিল। বুৰঞ্জীৰ ঘটনাৰ সত্যাসত্য বিচাৰ কৰিবলৈ তেওঁ যত্ন কৰা নাছিল। পিছৰ কালত দৃষ্টিগোচৰলৈ অহা বহু কথাত তেতিয়া বুৰঞ্জীৰ পোহৰপৰা নাছিল। 'চক্ৰধ্বজসিংহ'ৰ পাতনিত নাট্যকাৰে লিখিছে: " শ্ৰীযুত গোহাঞিদেৱৰ মতে ১৫৯০ শকৰ কাতি মাহত এই যুদ্ধ শেষ হয়। চক্ৰধ্বজসিংহ ৰজাৰ মৃত্যু আৰু উদয়াদিত্য ৰজাৰ ৰাজপাটত উঠাৰ আৰম্ভ হয় ১৬৭০ খৃষ্টাব্দত অৰ্থাৎ ১৫৯২ শকত। তেনেহ'লে চক্ৰধ্বজৰ দিনতে এই যুদ্ধ যেনেকৈ আৰম্ভ হয় তেনেকৈ গেইটৰ বুৰঞ্জীৰ মতে আৰু আন কোনো কোনো লেখকে উদয়াদিত্যৰ দিনতহে এই যুদ্ধ শেষ হোৱা বুলি কয়। মোৰ হাতত আন বিশেষ সঁজুলিৰ অভাৱত মই কোনটো ঠিক, কোনটো বেঠিক তাৰ হিচাপলৈ নগৈ, গোহাঞিদেৱৰ মতকে অনুকৰণ কৰিলোঁ।" এনেদৰে বুৰঞ্জীৰ তাকৰীয়া তথ্য-পাতিৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাত 'চক্ৰধ্বজসিংহ' নাটত লাচিতৰ সৌঁহাত স্বৰূপ বাহগড়ীয়া আতন বুঢ়াগোহাঞে ন্যায্য স্থান নেপালে। 'জয়মতী কুঁৱৰী' নাটত সেই কাহিনীৰ অন্যতম নায়ক লালুকসোলা বৰফুকনে টুপাই বুৰ মাৰিলে। নাট্যকাৰৰ ঘাই উদ্দেশ্য আছিল অসমৰ অতীত গৌৰৱ-কাহিনী নাটৰ আকাৰেৰে তেতিয়াৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে— নাট লেখি যছ আৰ্জিবলৈ যোৱাটো নহয়। নাট্যকাৰৰ ঘাই উদ্দেশ্য সিদ্ধি হৈছে আৰু যছ আৰ্জনো আপোনা আপুনি হৈছে। পিছৰ কালত 'জয়মতী কুঁৱৰী'ক বোলছবিলৈ ৰূপান্তৰিত কৰোঁতে জ্যোতিপ্ৰসাদে নাটখনৰ আধা-আধি নকৈ লেখি আগৰ বুৰঞ্জীৰ অসম্পূৰ্ণতা ভালেখিনি দূৰ কৰিছিল আৰু ৰূপ-কোঁৱৰৰ কাপৰ পৰশত বেজবৰুৱাৰ জয়মতীত সোণত সুৱগা চৰিছিল। আজিকালি কোনো কোনোৱে ল'বা ৰজাই জয়মতীক শাস্তি দিয়া কাহিনী-

টোকে ফুটুকাৰ ফেন বুলি উৰাই দিব খোজে। মাজমূৰত যদি শিয়ালৰ শিঙেই নেথাকে অৰ্থাৎ জয়মতীক শাস্তি বিহা কথাটো অমূলক হয় তেন্তে মহাসতী জয়মতীকো দেখোন আমি হেৰুৱাব লগীয়া হওঁ। এইবোৰ বুৰঞ্জীৰ বাক-বিতণ্ডাৰ মাজত সোমাবলৈ আমাৰ ধৃষ্টতা নাই—মাথোন জনা কথা এটা কৈছোঁ। জ্যোতিপ্ৰসাদে 'জয়মতী' বোলছবি উলিয়াবলৈ যো-জা কৰি এই বিষয়ে সহায় কৰিবলৈ ডঃ সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াৰ কাষ চাপিছিল আৰু ভূঞা ডাঙৰীয়াৰপৰা যথাবিহিত দিহা-ভৰসা লাভ কৰিবলৈকো সমৰ্থ হৈছিল। ভূঞা ডাঙৰীয়াই বুৰঞ্জীৰ পাত লুটিয়াই চাই জনাইছিল বোলে জয়মতীক জেৰেঙা পথাৰত জীয়াতু ভুগোৱা চাওদাঙৰ মুখিয়ালজন আছিল দক্ষিণপটীয়া হাজৰিকা। বুৰঞ্জীত তেওঁৰ নামটো অশ্লীল শব্দ এটা হোৱাৰ বাবে জ্যোতিপ্ৰসাদে গাথি হাজৰিকা নামকৰণ কৰিছিল আৰু সেই গাথি হাজৰিকাৰ নিৰ্মম ভূমিকা শ্ৰীফণী শৰ্মাই দক্ষতাৰে ৰূপায়িত কৰিছিল।

বেজবৰুৱাৰ গহীন নাট তিনিখনে আমাৰ নাটঘৰবোৰত বিশেষ সমাদৰ লাভ কৰা নাছিল সঁচা। 'জয়মতী কুঁৱৰী'য়ে ছপা পুথিৰ আকাৰত প্ৰকাশ হোৱাৰ কেইবছৰমান পিছতহে তেজপুৰৰ বাণমঞ্চ, গুৱাহাটীৰ কুমাৰ ভাস্কৰ আদি নাটশালবোৰত আলোড়নৰ সৃষ্টি কৰিছিল। অসম সাহিত্য সভাৰ পোন প্ৰথমে ধুবুৰীত বহা অধিবেশন উপলক্ষে সদৌ অসমৰ বাছা বাছা শিল্পীৰ দ্বাৰা সেই চহৰত 'জয়মতী কুঁৱৰী' বিপুল কৃতকাৰ্যতাৰে মঞ্চস্থ কৰা হৈছিল। গদাপাণিৰ ভূমিকাত নামিছিল নাট্যাচাৰ্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু জয়মতীৰ ভূমিকাত সঙ্গীতজ্ঞ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা। দৰ্শকৰ মাজত থকা নাট্যকাৰ বেজবৰুৱায়ো সেই অভিনয় দেখি বিমোহিত হৈছিল। গুৱাহাটী আৰু ধুবুৰীৰ ৰঙ্গমঞ্চত ডালিমীৰ ভাও ৰূপায়িত কৰি গোৱালপাৰাৰ প্ৰবোধচন্দ্ৰ দাসে সুখ্যাতি আৰ্জিছিল আৰু বোলছবিৰ ডালিমী স্বৰ্গজ্যোতিয়েও শিল্পীৰ পৃথিবীত যশস্বিনী হ'ব পাৰিছিল।

'চক্ৰধ্বজসিংহ' নাটত কামতকৈ কথা বেছি হোৱাত আৰু দীঘলীয়া সংলাপবোৰ বক্তৃতাৰ নিচিনা হোৱাত নাটখনে ৰঙ্গমঞ্চক আকৰ্ষণ কৰিব পৰা নাছিল। এই নাটখনৰ ভিতৰতে মূল কাহিনীক তল পেলাই গজপুৰীয়া আৰু তাৰ লগৰীয়া লগৰীয়ানীবোৰ এপেট হৈ সোমাই আছে। গজপুৰীয়াৰ পঁজাটো আঁতৰাই আনিলে নাটখনৰ কাহিনীৰ হানি-বিঘিনি নঘটে কিন্তু তেতিয়াহ'লে সি আৰু নাট হৈ নেথাকে। ইফালে আকৌ গজপুৰীয়াৰ দৃশ্য কেইটাক লগ লগাই এখন সুকীয়া ধেমেলীয়া নাট নিজে নিজেই সৃষ্টি হৈ আছে। সেয়ে

হ'লেও সন্থাই পৰাই যেনেকৈ বাল্দৰীকো সুন্দৰী কৰি তুলিব পাৰি সেইদৰে এদল একনিষ্ঠ শিল্পীয়ে আন্তৰিকতাৰে লাগিলে এখন ভাল নাটৰ মঞ্চসফল অভিনয় কৰিব পৰা যায়। বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' আৰু 'চক্ৰধ্বজসিংহ' নাটৰ অভিনয়ত তাৰ নিদৰ্শন পোৱা গৈছিল। সেই নাটৰ গীতবোৰতো এসময়ত কোনেও বিশেষ মূল্য আৰোপ কৰা নাছিল আৰু সেইবোৰত বহু দিনলৈকে যথাযোগ্য সুৰ-তাল সংযোজিত হোৱা নাছিল। জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদ আদিয়ে অসমীয়া সংগীত নিজৰ জাতত তুলি লোৱাৰ সময়তে লক্ষ্মীনাথৰ গীতবোৰতো জতুৱা সুৰ দিয়া হৈছিল আৰু তাৰ ফলত সেইবোৰে যেন নতুনকৈ সাৰ-পানী পাই জীপাল আৰু ৰসাল হৈ উঠিছিল—বিশেষকৈ ডালিমীৰ গীতবোৰে বনগীতৰ দৰে অসমীয়াৰ মন-আকাশত বিচৰণ কৰিবলৈ সক্ষম হৈছিল।

দৰ্শকৰ ৰুচি সলনি কৰি আমাৰ নাটশালত জ্যোতিৰ 'শোণিত-কুঁৱৰী'য়ে বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী'কো পুনৰ্জীৱন দিলে বুলি ক'লে বঢ়াই কোৱা নহয়। চিত্ৰলেখাৰ দৰে ডালিমীয়ে দৰ্শকৰ মন মুহিব পাৰিলে। ৰূপকোঁৱৰে তেওঁৰ বাহুকবনীয়া নাটকেইখনৰ ৰচনাত হাড়ে-হিমজুৰে জাতে-পাতে অসমীয়া লক্ষ্মীনাথৰ নাট কেইখনৰপৰা যে প্ৰচুৰ অনুপ্ৰেৰণা পাইছিল সেই বিষয়ে সন্দেহৰ থল নাই। বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী'ত খোপনি পুতিবলৈ সুবিধা নোপোৱা হ'লে জ্যোতিপ্ৰসাদৰ যুগান্তকাৰী 'জয়মতী' বোলছবি সৃষ্টি হোৱাটো হয়তো সম্ভৱ নহ'লহেঁতেন।

'চক্ৰধ্বজসিংহ' নাটৰ আটাইতকৈ সুখ্যাতিপূৰ্ণ অভিনয় হৈছিল শিৱসাগৰ নাটশালত। এই সম্পৰ্কে পাৰ্বতি বৰুৱাই লিখি থৈ গৈছে এইদৰে: 'বেজবৰুৱা ডাঙৰীয়াৰ 'চক্ৰধ্বজসিংহ' নাটত কোনো কোনোৱে দুই-এঠাইত নাটৰ ব্যাকৰণৰ অলপ ভুল দেখে বুলি আৰু ৰঙলাৰ আহিত বেজবৰুৱাৰ সংলাপ প্ৰকাশ কৰিবলৈ সহজ নহয় কাৰণে অসমৰ ক'তো সেই নাটৰ অভিনয় সম্পূৰ্ণ কৃতকাৰ্য হোৱা নাছিল। এই নাট শিৱসাগৰৰ নাট্য সমাজে আমাৰ দিনত কৰোঁতে বৰ ভাল হৈছিল বুলি সকলোৱে কৈছিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে অভিনয় চাই বৰকৈ শলাগিছিল। শ্ৰীদেৱকান্ত বৰুৱাই (প্ৰাক্তন শিক্ষামন্ত্ৰী) হেনো কৈছিল—'অসমীয়া থিয়েটাৰ কাক বোলে চাবলৈ হ'লে শিৱসাগৰলৈ যাবা'। মুঠতে সেই অভিনয়ত অসমীয়া ধৰণে অভিনয় কৰাৰ চূড়ান্ত প্ৰদৰ্শন হৈছিল। এই অভিনয় দুবছৰৰ ভিতৰত পাঁচবাৰমান কৰা হৈছিল।"

'বেলিমাৰ' নাটখন অসমৰ কোনো নাট্য-মঞ্চতে কৃতকাৰ্যতাৰে অভিনীত হোৱা বুলি জনা নেযায়। ইয়াৰ কাৰণ হৈছে নাটৰ বিষয়-বস্তুৰ ব্যাপকতা। চৰিত্ৰবহুল আৰু ঘটনাবহুল এই নাটত মানৱ তিনিওটা আক্ৰমণকে জপটিয়াই সাঙুৰি লোৱাত চৰিত্ৰবোৰ এটাৰ পিছত আন এটা আহিছে গৈছে, কোনোটোৱে ভাল দৰে থানথিত লাগিব পৰা নাই। প্ৰকৃততে নাটখনৰ নায়কো নাই, নায়িকাও নাই। নাট্যকাৰে ধাৰাবাহিকভাৱে বুৰঞ্জীৰ কেইখনমান ছবি দেখুৱাবলৈ চেষ্টা কৰা যেনহে লাগে। সেইকাৰণেই পিছৰ কালত এই নাটৰ সমলকে দুভাগত ভগাই 'বদন বৰফুকন' আৰু 'চন্দ্ৰকান্ত সিংহ' নাম দি নকুলচন্দ্ৰ ভূঞাই ৰচনা কৰা দুখন নাটে আমাৰ নাট্যশালাবোৰত সমাদৰ লাভ কৰে।

অসমত অসমীয়া নাটৰ প্ৰচলন হ'ল সঁচা, কিন্তু এই শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত আকৌ শনিৰ দশা পৰিল। অসমীয়া নাটশালবোৰত অনুবাদিত বঙলা নাটবোৰে ৰঘুমলাৰ দৰে ছাটি পেলালে আৰু তাৰ ফলত মূল অসমীয়া নাটৰ গজালিটো ঠিহিৰা মাৰি থাকিবলৈ বাধ্য হৈছিল। অনুবাদৰ আৱশ্যকতা আমি নুই নকৰো। কিন্তু সেইকালৰ তৰ্জমা কৰি আমদানি কৰা বেছি ভাগ অসমীয়া নাটৰ ভাব-ভাষা বাৰে-বঙলুৱা হোৱাৰ উপৰিও ঠায়ে ঠায়ে বান্দৰৰা অনুকৰণো কৰা হৈছিল। দুখৰ বিষয় আজি পুনৰ সেই ব্যাধিয়ে উক দিয়া দেখা গৈছে। এই সম্পৰ্কত বেজবৰুৱাই 'বাঁহী'ত তেওঁৰ মনোভাৱ ব্যক্ত কৰিছিল এইদৰে:

"ডিবুৰুৰ জৰ্জ্জ সাহিত্য সভাই বাইজৰ ওচৰত অনুৰোধ জনাইছে যে আমাৰ নাট্যমন্দিৰবিলাকত অনুবাদিত নাটবোৰৰ বৰ বেছিকৈ অভিনয় কৰা হৈছে। অনুবাদিত নাটে আমাৰ জাতীয় সাহিত্যৰ পুষ্টি সাধন নকৰে বৰং জাতীয়তা বিপথগামীহে কৰে। এতেকে এই সভাই বিবেচনা কৰে যে এনে অনুবাদিত নাটৰ অভিনয় বেয়া আৰু দৰ্শক হিচাপে অভিনেতাসকলক উৎসাহিত কৰাটো অন্যায়। গতিকে অনুবাদিত নাটৰ অভিনয় নেচাবলৈ ছাত্ৰসকলক আৰু বাইজক অনুৰোধ জনায়। আমি যদি আজি অসমত থাকিলোঁহেঁতেন তেন্তে দেশপ্ৰাণ ডেকাসকলৰ এই অনুৰোধ হাজাৰ ক্ষতি স্বীকাৰ কৰিও ৰক্ষা কৰিলোঁহেঁতেন। তেওঁলোকৰ অন্তৰৰ কি মৰ্মভেদী বিপদত এই অনুৰোধ কৰিছে আমি বুজিব পাৰিছোঁ আৰু আমাৰ সহ-অনুভূতি আৰু অতি মৰম, অতি শ্ৰদ্ধাৰে তেওঁলোকক আমি জনাইছোঁ। সময়ৰ সলনি হৈছে। 'বসুধৈৱ কুটুম্বকং' সম্প্ৰতি স্থগিত ৰাখিবৰ সময় পৰিছে। নিজৰ ভৰিত ভৰ দি সৰ্ব্বলোৱে থিয় হ'বৰ সময় উপস্থিত নতুবা কাতি। অৱশ্যে কাতি বিছৰ আগ-

পৰতহে, পিছ পৰলৈ থ'লে কাতি, মাটি আৰু বাতি এই তিনিওটা তুলসীৰ তল। খাব খোজা অসমীয়াক আলমগীৰ, দেৱলাদেৱী অভিনয় দেখুৱাই উদ্ভ্রমনৰ কৰিবলৈ যোৱাসকলক তেওঁলোকৰ গাঁৱলৈ, ঘৰলৈ, বঁহালৈ, পামলৈ, পঁজালৈ উভতি যাবলৈ উপদেশ দি কওঁ যে তাতো পাবা যদি অসমীয়া আঁৰ-কাপোৰৰ ভিতৰত বন্ধা বওলা 'ভুনিখিচিৰী' অসমীয়া হেতাৰে বিলাই বাইজৰ ভোজত বিলনীয়া উঠাহঁক। সেই দিল্লীকা লাড্ডু যি খায় খাওক, যি নাখায় নাখাওক, কিন্তু তোমালোকৰ যহত দুয়ো পক্ষই যে 'পস্তাব' এইষাৰ কথা ফটা মুখেৰে আজি কৈ থলোঁ—তেহেলৈ তোমালোকে লাগে যদি মোক গালিকে পাৰাহঁক। অৱশ্যে এইটোও জানি থবা মোৰ বোপাহঁত! যে তোমালোকৰ দেৱলা দেৱী, আলমগীৰ, চন্দ্রগুপ্তৰ এধা সিজা তাণ্ডৱণতকৈ গালি এই লেখকে নাগার্জুনৰ বা মহাশঙ্খ বটিকাৰ সহায় নোলোৱাকৈয়ে সহজে জীণ নিয়াব। বহুৱেকে হুমাহে, এখন আদখন বিদেশী নাট অসমীয়া থিয়েটাৰ মঞ্চত তুলিব পাৰা—তাকো মানুহৰ অভিৰুচি বুজি। কিন্তু দিনৌ বিদেশী নাটৰ হ য ব ৰ ল ভাওনি কৰি বাবেমতৰা নাট্যকলাৰ অভিনয় কলা বা ভীমকলা হ'ব পাৰে, কিন্তু অসমীয়া সোন্দাকলা নহয় জানি থবা। যদি উপযুক্ত নাট নাই, নাট্যমঞ্চৰ গবাকীসকলে উৎসাহ দি, বঁটা দি বা নাট লিখোঁতাৰ নাট ছপোৱাৰ ব্যয় বহন কৰি অসমীয়া নাট উলিয়াই ভাওনা নকৰে কিয়? চেষ্টাৰ অসাধ্য কি আছে? Honest চেষ্টাও যদি বিফল হয়, তেওঁলোক বহি থকাও ভাল কিন্তু লাজতে তলমূৰ কৰিব নালাগিব। এইখন বড়াবড়ি কৰি দেশৰ মানুহৰ মনৰপৰা দেশীয় ভাব, ভাষা আৰু কৃষ্টি চতুর্দশ বৎসৰ ব্যাপী বনবাসলৈ পঠিওৱাতকৈ তেওঁলোকে নাট্যমঞ্চ পৰিত্যাগ কৰি কাণখোৱাৰ কীর্তন পঢ়াও ভাল; কাৰণ তাত আত্মসন্মান আছে।

"আমাৰ লেখা চোকা হৈছে বুলি আমি বুজিছোঁ কিন্তু চোকা নৰিয়াত চোকা দৰব নপৰিলে নচলে। আমি দেখিছোঁ, লাহে লাহে নৰিয়াৰ অৱস্থা এনে হৈ আহিছে যে ৰঙা লাও সিজোৱা বা আটাগুৰি সিজোৱাৰ 'পুলটিছ' বা প্রলেপ তাত কোনো প্রভাৱকে প্রকাশ কৰিব পৰা নাই। সেইদেখি এতিয়া এলোপাথি মতে অস্ত্র-চিকিৎসাৰ সময় উপস্থিত আৰু কবিৰাজী সম্প্রতিকলৈ স্থগিত। এয়ে বেজৰ ঘৰৰ ল'ৰা বেজবৰুৱাৰ ব্যৱস্থা। এনে অৱস্থাত পৰিয়েই ইংলণ্ডত আজি Buy British হৈছে আৰু ভাৰতত তাৰ প্রতিধ্বনি Buy Indian উঠিছে। আমিও কওঁ Buy Assamese! Buy Assamese আৰু By Assamese!" ('বাঁহী', ২১শ বছৰ, ২য় সংখ্যা)

এই আলচত আমি বেজবৰুৱাৰ নাটৰ সাহিত্যিক মূল্যাঙ্কন কৰিবলৈ বিচৰা নাই। এই বিষয়ে দুই-এটা প্ৰাসঙ্গিক কথা উল্লেখ কৰা হৈছে মাথোন।

এই কথা স্বীকাৰ্য যে বেজবৰুৱাৰ নাটৰ পুৰুষ-চৰিত্ৰবোৰতকৈ নাৰী-চৰিত্ৰবোৰ অধিক উজ্জ্বল আৰু মনোগ্ৰাহী। তৰাৰ ভিতৰত ডোটাতৰা জিলিকি থকাৰ নিচিনাকৈ এই সকলো নাৰী-চৰিত্ৰৰ ভিতৰত আৰৌ ডালিমীৰ চৰিত্ৰ জাকত জিলিকা। সমগ্ৰ অসমীয়া নাট্য সাহিত্যতে ডালিমী নাট্যকাৰৰ এক অতুলনীয় সৃষ্টি। ডালিমীয়েই লক্ষ্মীনাথৰ নাট্য-প্ৰতিভাক ষোল কলাই বিকশিত কৰি তুলিছে। কবিৰ ভাষাৰে ক'বলৈ হ'লে ডালিমী যেন 'অৰ্দ্ধেক মানৱী, অৰ্দ্ধেক কল্পনা'। অসম বুৰঞ্জীত এই চৰিত্ৰটোৰ অস্তিত্ব নাম মাত্ৰ। আজিৰপৰা বহু বছৰৰ পূৰ্বে আমি এবাৰ নগাপৰ্বতৰ নাগিনীমৰা অঞ্চলত সাদিনমান আছিলোঁগৈ। তেতিয়া সেইবোৰ ঠাইত আজিৰ দৰে আধুনিক-কৰণ হোৱা নাছিল। প্ৰকৃতি আছিল তাত পূৰ্ণ-যৌৱনা, চিৰ সেউজীয়া। বনফুলে তাত হাঁহিছিল, নিজৰাই দিনে-নিশাই নাচিছিল, নাগিনীমৰাৰপৰা বুৰজানলৈ যাওঁতে বাটত অমিতা গছৰ নিচিনা ডাঙৰ একোজোপা ঢেকীয়া গছ দেখি আমাৰ ছাট কৰি মনত পৰিছিল ঃ

"পৰ্বতৰ ঢেকীয়া লিহিৰী পতীয়া
বতাহত হালে জালে,
ক'লা আকাশত বগে জাক পাতি
উৰা মাৰে কৰবালে।
পখিলী উৰিলে উৰিব ডালিমী
লগৰে লগৰী পাই
মনৰ ঘোঁৰাটো চুটি মেলি যাব
কলৈনো উৱাদিহ নাই।"

পৰ্বতৰ ওপৰলৈ যিমানে উঠি গৈছিলোঁ সিমানে অনুভৱ কৰিছিলোঁ সেইখন সঁচাকৈয়ে ডালিমীৰ দেশ। নিজৰ ওপজা ঠাই ৰংপুৰ নগৰৰ গাতে লাগি থকা এই ঠাইলৈ বেজবৰুৱা নিশ্চয় আহিছিল—সেয়েহে তেওঁ ইমান হুবহুকৈ ডালিমীৰ ছবি আঁকিব পাৰিছিল, নগাপৰ্বতৰ প্ৰাকৃতিক পৰিবেশ ফুটাই তুলিব পাৰিছিল—এনে আমাৰ অনুভৱ হৈছিল। বেজবৰুৱাৰ বৰ্ণিত দৃশ্যবোৰ আমাৰ চকুৰ আগত জীৱন্ত হৈ ভাহি উঠিছিল। সেই ঠাইৰ মানুহৰপৰা

শুনিছিলোঁ—নগাবিলাকে হেনো সেই অঞ্চলতে এজন আহোম ৰজা পলাই থকা বুলি কয় আৰু তেওঁৰ লগত হেনো এজনী নাগিনী ছোৱালীৰ প্ৰণয় হৈছিল। সেই নাগিনীয়ে গদাধৰা নাগিনীজান আৰু নাগিনীয়ে ধান খুন্দা শিলৰ উৰালো তেওঁলোকক দেখুৱাইছিল। আৰু এটা কিংবদন্তী মতে গদাপাণিয়ে হেনো অজ্ঞাতবাস শেষ কৰি উভয়মনে যেতিয়া গৈছিল—তেওঁৰ পাছে পাছে হেনো সেই নাগিনীজনীও আহিছিল। নাগিনীজনীক লগত আনিবলৈ গদাপাণি অমান্তি হ'ল। নাগিনী কিন্তু নেবোপাণি। তাই আহিবই। অৱশেষত গদাপাণিয়ে খং উঠি—'ঘূৰি নেযাবনে?' বুলি তাইৰ বুকুত টোকৰ এটা মাৰি দিলে। ভাঁমকায় গদাধৰৰ সেই ধনঞ্জয় টোকৰতে নাগিনীজনী পৰি গ'ল আৰু তাতে তাইৰ মৃত্যু হ'ল। তেতিয়াৰপৰা হেনো সেই ঠাইৰ নাম হ'ল 'নাগিনী মৰা'। লক্ষ্মীনাথে এই নাগিনীৰ সাধু শুনিব পায় আৰু সজাই মৰমৰ উম দি ৰখা সেই নাগিনীজনীকে তেওঁ ডালিমী নাম দি মানস-কন্যা হিচাপে জয়মতী কুঁৱৰী নাটত তুলিতালি লৈছিল। নিজৰাৰপৰা বাঁহৰ চুঙাত পানী লৈ যোৱা নাগিনী ছোৱালী আমি দেখা পাইছিলোঁ আৰু সিহঁতৰ খিল খিল হাঁহি শুনি ডালিমীৰ হাঁহিলৈ মনত পৰি গৈছিল। সেয়েহে আমি এটা কবিতাত লিখিছিলোঁ—

"কাষত কলহ লোৱা নহয় ৰাধিকা
তাতোকৈ অপৰূপা পাহাৰী বালিকা।"

এই অপৰূপা পাহাৰী বালিকা নাগিনী ছোৱালীৰ মাজতে 'ডালিমী'ক আমাৰ মনত সশৰীৰে দেখা পোৱা যেন লাগিছিল—অজানিতভাৱে নাট্যকাৰ বেজবৰুৱালৈ শ্ৰদ্ধাত মূৰ দোৱাই গৈছিল। এই ডালিমী চৰিত্ৰ অঙ্কনতে নিপুণ নাট্যকাৰ লক্ষ্মীনাথৰ দক্ষতা প্ৰকাশ পাইছে।

'বেলিমাৰ' নাটৰ পিজৌ গাভৰু আৰু 'চক্ৰধ্বজসিংহ' নাটৰ চেনেহী আৰু কপহীও বেজবৰুৱাৰ সৃষ্টিৰ মনোৰমা নাৰী-চৰিত্ৰ। এফালে দেশ আৰু আনফালে জন্মদাতা পিতৃ—এই দুটাৰ কোনটো ডাঙৰ? এই সমস্যাৰ সমাধান কৰিবলগীয়া হৈছিল বদনৰ জীয়াৰী আৰু পূৰ্ণানন্দৰ বোৱাৰী পিজৌ গাভৰুৱে। সমস্যাৰ দোমোজাত পৰি পিজৌৰ মনত অশান্তি আৰু উদ্বেগৰ থৌকিবাথৌ ঢৌ উঠিছিল। এই ভাৱৰ মনস্তাত্ত্বিক বিশ্লেষণত বেজবৰুৱাই কৃতিত্বৰ চিনাকি দিছে। দুই ম'হৰ যুঁজত বিৰিণাৰ মৰণ হোৱাৰ নিচিনাকৈ সমান প্ৰতাপী আৰু সমান খিতাপী দেউতাক আৰু শহুৰেক বদন-পূৰ্ণানন্দৰ প্ৰতিদ্বন্দ্বীতাৰ চাকনৈয়াত পৰি কুমলীয়া পিজৌ গাভৰুৱে

দুই নাওত দুই ভৰি দি চকুৰে সৰ্বিয়হৰ ফুল দেখিছিল। প্ৰথমতে তেওঁ দেউতাকক গুপুতে সহায় কৰিছিল যদিও দেউতাকৰ দেশদ্ৰোহিতাৰ ফলত উদ্ভৱ হোৱা ভয়াবহ পৰিণাম, নিৰ্মম মানৱ অত্যাচাৰ চকুৰ আগতে দেখা পাই তেওঁৰ অন্তৰ চুৰ্ণ হৈ ভাগি গৈছিল আৰু মগজুৰ বিকৃতি ঘটিছিল। এনে অৱস্থাত এনে হোৱাটো স্বাভাৱিক কথা। পিজোৱে পাগলী হৈ মনৰ দুখত গোৱা গীতবোৰো ভাৱগম্ভীৰপূৰ্ণ। এনে গীতে কাঠবুকুৱাৰো চকুলো উলিয়াব পাৰে। পাগলী পিজোৱে গাইছিল ঃ

"আৰু কাকো নোবালোঁ পিতা
[illegible] বুলি
গোটেই হিয়া [illegible] চিন্তা।
নকল পিতাৰ আচল পিতা
সকলোৰে পৰম পিতা
আশ্ৰয় মাগোঁ, অভয় মাগো
দুখুনী তোমাৰ দুহিতা।"

আৰু এটা দাৰ্শনিক তথ্যপূৰ্ণ গীত ঃ

"হায় জীৱনটো জলৰ ৰেখ
এটি চমুনিয়া, এঠানি সন্দেহ
চকুলো এটুপিৰ ৰেখ।"

এই নাটৰ সোৱণশিৰী আৰু ধনশিৰী লিগিৰীৰ চৰিত্ৰ দুটাও উপভোগ্য হৈছে। জয়মতীৰ লিগিৰী তৰবৰীৰ নিচিনাকৈ সোৱণশিৰী-ধনশিৰীয়েও দৰ্শক বা পাঠকৰ মনত ৰেখাপাত কৰিব পাৰে।

'চক্ৰধ্বজসিংহ' নাটৰ দুটা নাৰী-চৰিত্ৰ বৰফুকনৰ জীয়াৰী চেনেহী আৰু ৰূপহীকো এটি থোপাত ফুলি থকা দুপাহ ফুলৰ নিচিনাকৈ নাট্যকাৰে মনমোহনীয়াকৈ সজাইছে। শদিয়াখোৱা গোহাঁইক কেন্দ্ৰ কৰি ৰং ৰহইচ, চুপতা-চুপতি আৰু মুখত আঁখে ফুটা দিয়া যোজনা-ফকৰাই চৰিত্ৰ দুটাৰ ৰূপত ৰং চৰাইছে। চেনেহীয়ে গায় ঃ

"নিকুঞ্জলতা সপোন মগন
বাঁহীৰ অমিয়া পি,
বসন্তই বতাহে সপোনৰ বাগি
মুৰত হাত বুলাই দি।

মলয়া বতাহে লতাটি জগালে
মেলিলে ফুলৰ চকু
জোনায়ে ঢালিলে সুধাৰ নিজৰা
উপচি পৰিলে বুকু।"

দৰাচলতে চেনেহী আৰু ৰূপহী দুয়ো দৰ্শক-পাঠকৰ আগত যেন সুধাৰ নিজৰাহে ঢালি দিছে। কোনো কোনো সমালোচকে এই বচকী, বাংচালী ছোৱালী দুটি কলিকতীয়া ব্ৰাহ্ম সমাজৰপৰা আমদানি কৰা হৈছে বুলি মন্তব্য কৰিছিল। পিছে এই কথা হ'লে থিবাং যে ফুলৰ কলম যি ঠাইৰ পৰাই অনা নহওক অসমৰ মাটি পানীৰ জীপ পাই সি অসমৰ আকাশ-বতাহ আমোলমোলা কৰিবলৈ সমৰ্থ হৈছে। মুঠতে এই কথা নদি ক'ব পাৰি যে গুৰি গছ যৰেই নহওক নাইবা বাহিৰৰ ঘৰে পৰা ছাঁ নপৰক, বেজবৰুৱা নাটৰ সৰু-বৰ প্ৰতিটো চৰিত্ৰই হাড়ে-হিমজুৰে অসমীয়া হৈ আমাৰ আগত দেখা দিছে। সেইদেখি সেইবোৰক আমি নিজৰ মানুহ বুলি ক'বৰ মন যায়।

পুৰুষ চৰিত্ৰৰ ভিতৰত বেজবৰুৱাই খুহটীয়া চৰিত্ৰ কেইটা অঙ্কনত অধিক সফল হৈছে—বেজবৰুৱাৰ মাজত লুকাই থকা কৃপাবৰে তেওঁক যেন এই বিষয়ত ভিতৰৰপৰা অনবৰত হেচুকি আছিল। 'জয়মতী-কুঁৱৰী'ৰ পৃথু চাংমাই, লিটিপ চিপাদাৰ, নেলাই চমুৱা, 'চক্ৰধ্বজসিংহ' নাটৰ গজপুৰীয়া, টকৌ, টোকোৰা, জপৰা, সিদ্ধিৰাম আৰু 'বেলিমাৰ'ৰ ভুমুক বহুৱাক লগ পালে মৰাৰ মুখতো হাঁহি বিৰিঙি ওলাব। বহুৱালিৰ মাজতো ভুমুক বহুৱাই গাজত লাগি যোৱাকৈ দেশৰ ভৱিষ্যৎবাণী কৰিছিল এইদৰে ঃ

"বৈকুণ্ঠৰ কৃষ্ণ আৰু কৈলাসৰ শিৱ !
লাহে লাহে দেশখন মৰিবলৈ থিয়।
নিজৰ ভিতৰত হিংসা-হিংসি
আনক অত্যাচাৰ
ৰাইজে ৰজাৰ কাষলৈ আহি
নাপায় সুবিচাৰ।
দুখীয়াক দুখ দি ৰং পায়
প্ৰজাক কৰে ঘিণ
সেই ঘৰ ৰজা, সেইখন দেশৰ
আয়ুস কেই দিন ?"

সামৰণিত আমি ইমানকে ক'ব খোজো যে অসমৰ নাট্য-জগতত আমি বেজবৰুৱাক য'তে বিচাৰো, ত'তে পাব পাৰোঁ। নাট্য-সাহিত্যতে হওক বা ৰঙ্গমঞ্চতই হওক, বা অনাতাঁৰতে হওক বা বোলছবিতে হওক, সকলো ক্ষেত্ৰতে বেজবৰুৱাৰ বেজালিয়ে আমাক সাংস্কৃতিক ৰোগ-ব্যাধিবপৰা নিৰাময় কৰিব পাৰে, সাহিত্যৰথী গৰাকীয়ে আমাক বাট দেখুৱাই আগ বঢ়াই লৈ যাব পাৰে।

# বেজবৰুৱাৰ নাটকাৱলী

বাৰ্হান শাহ

## এক

বেজবৰুৱাৰ নাটকসমূহ এতিয়াও তেওঁৰ লেখাসমূহৰ সম্পদৰ প্ৰধান। তেওঁৰ প্ৰবন্ধাৱলীত যি পাওঁ, আৰু পুনৰ, সমাজ নাইবা ৰাজনৈতিক সমস্যাবোৰৰ বিশ্লেষণ আৰু সংগঠনৰ যি শক্তি আৰু তাৰ প্ৰয়োগ দেখা যায়, সেইবিলাক তেওঁৰ নাটকসকলত বহু পৰিমাণে অতিৰাই ৰাখিছে। প্ৰথমতে প্ৰকাৰ যুক্তত আৰু নাটকৰ প্ৰভাৱ অনুভূত, এই কথাষাৰি বেজবৰুৱাই সুন্দৰকৈ উপলব্ধি কৰিছিল। ভাষাৰ জ্ঞান আৰু তাক ব্যৱহাৰৰ কৌশল তেওঁৰো আন আন লেখাতকৈ নাটকত বেছি পৈণত ধৰণৰ, কিন্তু নাটকৰ শব্দ আৰু বাক্যবিন্যাস গল্প-প্ৰবন্ধতকৈ সম্পূৰ্ণ বেলেগ ধৰণৰ হোৱা বাবে এই বিশেষত্বটিও আমাৰ গমি-পিতি নোচালে সহজতে চকুত নপৰে। তথাপিও আলোচনা কৰিবৰ লাগিব, বেজবৰুৱাৰ শক্তিশালী লিখনিৰ সকলোতকৈ সুন্দৰ বাহন আছিল তেওঁৰ প্ৰকৃতি-পাতি আৰু হাস্যৰসাত্মক ছবি আৰু পৰিস্থিতিক।

স্বাভাৱিকতে আমাৰ মনত এটি প্ৰশ্ন উঠিব পাৰে যে, বেজবৰুৱাই কিয় নাটক লিখিছিল বা লিখিবলগীয়া হৈছিল? ইয়াৰ উত্তৰ অতি সহজ। আমাৰ দেশৰ সাহিত্য, "বিশেষজ্ঞৰ কৰ্মস্থলী" নহয়, আৰু তাতোকৈ ডাঙৰ কথা হ'ল যে, য'ত আঙুলিৰ মূৰত লিখিবপৰা কেইজনমান লিখকে দেশৰ সাহিত্য চহকী কৰিবৰ বাবে তাৰ সকলো বিভাগলৈকে চকু দিবলগীয়া হয় তাত নিজৰ ৰুচি-অৰুচি বা অক্ষমতা পাৰ্গতালিৰ বিচাৰ কৰিবৰো সময় নেথাকে। এওঁ-লোক হ'ল বাট দেখুৱাওঁতা, নিজকে উৎসৰ্গ কৰি দিয়া লোক। এওঁলোকৰ প্ৰধান উদ্দেশ্য হ'ল দেশৰ সাহিত্যৰ ভঁৰাল চহকী কৰা। হেমচন্দ্ৰ বৰুৱা আৰু গোহাঁঞি বৰুৱায়ো তাকে কৰিছিল। বেজবৰুৱাৰ বিশেষত্ব আছিল সুললিত গদ্য ৰচনাত। কবিতাও তেখেতে লিখিছিল, যদিও সি খুব উচ্চ ধৰণৰ নহয়। শেষ বয়সত ডিব্ৰুগড়ত তেখেতে এবাৰ মোক কৈছিল, "কবিতা মই লিখিব নেজানো হেঁ। মই লিখোঁ পদ্য।" নিজে কিমানখিনি ডাঙৰ

হ'লে নিজকে এইদৰে ক'ব পাৰে সেইটো ভাবি চাবলগীয়া। কিন্তু তথাপিও তেখেতে লিখিছিল, আৰু তাৰে এটি কবিতা অসমীয়া আৰু অসমীয়া সাহিত্য থাকেমানে জীৱিত থাকিব। জগতে বৈষ্ণৱ সাহিত্যৰপৰা ভাৰত বুৰঞ্জীলৈকে, সাধুকথাৰপৰা ৰাজনৈতিক আলোচনালৈকে, শিশুৰ কবিতাৰপৰা ব্যঙ্গ-কবিতালৈকে কোনো বিষয়কে বাদ দিয়া নাছিল। তেখেত সাহিত্যৰ প্ৰত্যেক অঙ্গ চহকী কৰিবলৈ এনে বিৰাট ব্যক্তিত্বৰ জন্ম সঁচাকৈয়ে সেই যুগত অসমীয়াৰ প্ৰতি আশীৰ্বাদ স্বৰূপ আছিল। সাংবাদিকৰ কঠোৰ কৰ্তব্য পালন কৰিও তেখেতে শুই থকা অসমীয়াক জগাই তুলিবলৈ চেষ্টা কৰিছিল। নাট্য ৰচনাতো ওপৰত কোৱাৰ বাহিৰেও বেজবৰুৱাৰ আৰু এটি উদ্দেশ্য আছিল, সেইটো হৈছে অসমৰ উজ্জ্বল অতীত নিজকে পাহৰি যোৱা অসমীয়াৰ আগত দাঙি ধৰাটো। পিছত 'চক্ৰধ্বজসিংহ' নাটক প্ৰসঙ্গত কথাষাৰ বেজবৰুৱাৰ ভাষাতে দোহাৰিছোঁ।

বেজবৰুৱাই যি সময়ত নাটক লিখিবলৈ ধৰিছিল, সেই সময়ত অসমৰ মঞ্চ আৰু অভিনয় দুয়োটাৰে অতি দীনহীন অৱস্থা। বহুকালৰ আগতে মহাপুৰুষৰ অঙ্কীয়া-নাট ভাওনা আদিয়ে স্বাধীন অসমৰ আকাশ-বতাহ ৰজন-জনাই আছিল, গাঁৱৰ নামঘৰবিলাকত আৰু সামৰিক ভাওনাৰ আখৰাবোৰত ৰাইজে হিল-দ'ল ভাঙি আহি সেই সুৱদী নাটকবোৰৰ সোৱাদ লৈছিলহি। সময়ত ভাওনাৰ দুদিনমান আগৰপৰাই অভিনেতাৰ গা উঠি যোৱাৰ কথাই নেলাগে গাঁৱৰ উৎসাহী ৰাইজৰো একো চামে ভাওনা-ঘৰ সজোৱা, মণ্ডপ সজা, দূৰণি গাঁৱৰপৰা ভাওনা চাবলৈ অহা মানুহৰ বাবে অস্থায়ী বাহৰ সাজি ৰখা (এবা, এইটোও আছিল) ইত্যাদি কামৰ দ্বাৰা সেই ঠাই ভুখৰি উৎসৱ-মুখৰ কৰি ৰাখিছিল। কিন্তু অসমৰ গৌৰৱ-বেলি মাৰ যোৱাৰ লগে লগে সেই সকলো উৎসাহ উদ্দীপনা তল গ'ল। স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহৰ দিনৰে পৰা গোটেই ঊনবিংশ শতাব্দীটো অসমৰ ৰাজনৈতিক আকাশ ক'লা ডাৱৰে ঢাকি ৰাখিলে। আৰু তাৰ পিছত যেতিয়া এই কাল-নবিয়াৰপৰাও নিৰাময় হৈ অসমীয়াই কোনোমতে গা-টঙাই উঠিল, অসম তেতিয়া পৰাধীন, জাতি দুৰ্বল আৰু এলেহুৱা, দেশত হাহাকাৰ। স্বাধীনতাৰ যুগৰ উন্নত গাঁও আৰু দ'ল দেৱালয় নাহে নাহে হাবিৰ মাজত এৰি দি মানুহে নতুন নতুন ঠাইত গাঁও-চহৰ পাতিবলৈ ধৰিলে। মহাপুৰুষৰ নাট আৰু ভাওনা সত্ৰবিলাকত কোনোমতে খোপনি পুতি ৰ'লগৈ, কিন্তু সমূহ অসমীয়াই তাৰ চৰ্চা পাহৰিবলৈ ধৰিলে।

তাৰ পিছত আহিল কৰ্মচাৰী হিচাপে বঙ্গদেশৰ মসীজীৱীসকল। এওঁলোকৰ আকৌ এটি গুণ এই যে, তেওঁলোক য'লৈকে যায় ত'লৈকে নিজৰ ভাষা, সংস্কৃতি আৰু সমাজ তুলি নিবলৈ নেপাহৰে। অসমৰ সেই দুদিনৰ সময়ত তেওঁলোকে অসমীয়া ভাষাৰো জীৱন বিপন্ন কৰি তুলিছিল, কিন্তু লগে লগে পূজা-পাতল দৌল-দুৰ্গোৎসৱত বঙালী নাটকৰ অভিনয় কৰিবলৈকো পাহৰা নাছিল। এই বিলাকতে অসমীয়া ৰাইজে আমোদ-প্ৰমোদৰ এটি নতুন খোৰাক পালে। নতুন অসমীয়া সমাজৰ ৰুচিও সলনি হ'ল। মহাপুৰুষৰ অঙ্কীয়া নাট লাহে লাহে ধৰ্মীয় অনুষ্ঠানৰ অঙ্গ হৈ কোনোমতে তিষ্ঠি ৰ'লগৈ। সমূহ ৰাইজ এই বঙালী নাটকৰ অভিনয়ত মুগ্ধ হ'ল আৰু সুযোগমতে বঙালী নাটক অনুবাদ কৰি হ'লেও অভিনয় কৰিবলৈ আৰম্ভ কৰিলে। এই বঙালী নাটকবোৰৰ বেছি ভাগেই আছিল ঐতিহাসিক ঘটনাৰ আলমত লিখা আৰু কিছু পৰিমাণে সামাজিক। এতেকে এই নাটকৰ সোৱাদো হ'ল পুৰণি অসমীয়া নাটকৰপৰা সম্পূৰ্ণ ৰূপে বেলেগ।

এইদৰেই অসমীয়া সাহিত্যলৈ পুনৰ নাটক ঘূৰি আহিল, কিন্তু এটি সম্পূৰ্ণ বেলেগ ধাৰাৰপৰা। সেইবাবেই আমি অসমীয়া সাহিত্যত পুৰণি আৰু নতুন দুটা বেলেগ ধাৰা দেখা পাওঁ। তাৰে প্ৰথমটোৰ সোঁত মৰি স্তব্ধ হৈ ৰ'ল, তাত আৰু সালসলনি নচলে; আৰু দ্বিতীয়টোৱে আজিৰ অসমীয়া নাটক-প্ৰহসনৰ ৰূপ লৈছেহি। কিন্তু এই ক্ৰমবিকাশ এইখিনিতে বৈ নেথাকে, থাকিব নোৱাৰেও। অতি ক্ষীণভাৱে হ'লেও ই আগ বাঢ়ি গৈ থাকিব। আজিৰ অসমীয়া বোলছবি, একাঙ্কিকা আৰু অনাতাঁৰ নাটকেই তাৰ প্ৰমাণ।

এই নতুন ধাৰা অনুকৰণ আৰু অনুবাদতে (ইংৰাজী আৰু বঙলাৰ-পৰা) আবদ্ধ হৈ থকা হ'লে সঁচাকৈ বৰ আক্ষেপৰ কথা হ'লহেঁতেন, কিন্তু অসমীয়া সাহিত্যৰ ভাওৰ সৌভাগ্য যে সেই দুদিনত লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে ওজাই অসমীয়া বুৰঞ্জী, অসমীয়া সমাজৰপৰা সম্বল গোটাই নিজৰ অতুলনীয় ভাষাৰে অসমীয়া নাট্য-সাহিত্যক এটি সম্পূৰ্ণ নিজাৰূপ দান কৰিলে। এই গুৰুৰ পদাঙ্ক অনুসৰণ কৰি আজি আমি ভাৰতত নিজৰ বিশিষ্ট নাট্য-সাহিত্যৰ দাবী কৰিব পাৰোঁ।

বেজবৰুৱাৰ সকলোতকৈ অসহ্য লাগিছিল অসমীয়াই নিজৰ গুৱলা ভাষা আৰু মাত কথা আওহেলা কৰি বঙালী প্ৰেমী হৈ বহবৰালি কৰাটো। বাঁহীৰ পাতে-পাতে, কৃপাবৰ বৰবৰুৱাৰ নামত লিখা খুহুটীয়া ৰচনাৱলীত আৰু কিছুমান চুটি গল্পতো ইয়াৰ চোকা সমালোচনা অসমীয়া পাঠকৰ অবিদিত

নহয়। তেখেতৰ নাটকৰ ভাষা আৰু কাহিনী সম্পূৰ্ণৰূপে অসমীয়া; অভিনয়ৰ বাবে সম্পূৰ্ণৰূপে নহ'লেও পথ প্ৰদৰ্শকৰূপে তাৰ মূল্য কম নহয়।

## দুই

নাটকৰ গঢ় আৰু বিষয়-বস্তু সম্বন্ধে বেজবৰুৱাৰ এটি নিজা আৰু সুচিন্তিত ধাৰণা আছিল। তেখেতে কৈ গৈছে, "প্ৰকৃত নাট কাক বোলে এইটো আমাৰ ভিতৰত অনেকে ভালকৈ নুবুজে যেন দেখা যায়। দুই-চাৰিটা খুহতীয়া কথাৰ বাক্য বচনেৰে, দুখন-চাৰিখন নাচ-বাগেৰে এখন কিতাপ লেখা থাকিলেই তাকে নাট বুলি অনেকৰ ভ্ৰম ওপজে। অৱশ্যে আসামত আজিকালি নাটকৰ সম্পৰ্কে এনে ভুল ধাৰণা কলিকতাৰ বঙালী থিয়েটৰবোৰৰ পৰা, আৰু সেই থিয়েটৰত অভিনয় কৰা 'নাটক' বোৰৰপৰা যে সোমাইছে সেইটো নিশ্চয়। নাট যে এবিধ কাব্য, এইটো নেজানিলেই গোলমাল হয়। প্ৰকৃত কাব্য বা কবিতা যেনেকৈ দুৰ্লভ, প্ৰকৃত নাটো সেইদৰে দুৰ্লভ, অকল rhyming, আখৰ লেখি লেখি মিলাই পদ্য লিখায়েই যে কবিতা নহয়, এইটো যেনে সঁচা, ওপৰত কৈ অহা বিধৰ 'নাটক'ও যে তেনেকৈ নাট (drama) নহয় সেইটো তেনে সঁচা। চমুকৈ ক'বলৈ গ'লে নাটকৰ দুটা কাম— এটা, প্ৰকৃতক চিত্ৰ কৰি দেখুৱা, (holding the mirror up to nature), আনটো বৰ্তমানক (educate) শিকনি দি চলাই তুলি আগ বঢ়াই ideal অৰ ফালে অৰ্থাৎ আদৰ্শৰ ফালে লৈ যোৱাটো। দুটাৰ সম্মিলন নহ'লে প্ৰকৃত নাট নহয়। অকল কল্পনা বাজ্যই যদি নাটৰ ঠাই হ'লহেঁতেন, তেনেহ'লে Arabian Nights (আৰব্য উপন্যাস)ৰ সাধুবোৰো নাটৰ শাৰীলৈ আহিলহেঁতেন, আৰু অকল প্ৰকৃতৰ চিত্ৰই যদি নাট হ'লহেঁতেন, তেন্তে ইতিহাস বুৰঞ্জীয়েই সেই ঠাই অধিকাৰ কৰি থাকিলহেঁতেন, নাটলৈ আৰু ঠাই নেথাকে।"

ওপৰৰ 'আজিকালি' শব্দটিৰ টীকা হ'ল যে এই কথাখিনি ১৯১৫ খৃষ্টাব্দৰ ডিচেম্বৰ মাহত লিখা হৈছিল। "আদৰ্শৰ ফালে লৈ যোৱা" কথাষাৰিৰ অৰ্থ বেজবৰুৱাই জয়মতী কুঁৱৰীৰ পাতনিত সামান্য বহলাই কৈছে, "চিৰকলীয়া সত্য আৰু সকলো দেশৰ, সকলো মানুহৰ সাধাৰণ সম্পত্তি মহৎ প্ৰবৃত্তিবোৰ উদগোৱাটোহে নাটৰ কাৰ্য।"

দেখা গ'ল যে, বেজবৰুৱাৰ মতে (১) নাটক এবিধ কাব্য আৰু

(২) নাটকৰ কাম হ'ল, "প্ৰকৃতক চিত্ৰ কৰি দেখুৱা" আৰু "বৰ্তমানক শিকনি দি আদৰ্শৰ ফালে লৈ যোৱা" এই দুইটাৰে সংমিশ্ৰণ। ইয়াৰে দ্বিতীয়টোক নাটকৰ কাম নুবুলি উদ্দেশ্যৰ অংশহে বুলিব পাৰি। নাটকৰ আন উদ্দেশ্য, যেনে, অনুকৰণৰ দ্বাৰা আনন্দ দান কৰা, সাময়িকভাৱে এখন কল্পনাৰ দেশলৈ লৈ যোৱা, সহানুভূতিৰ দ্বাৰা মানসিক গ্লানি দূৰ কৰা ( katharsis ) ইত্যাদি সম্বন্ধে তেখেতে কোনো কথা ইয়াত কোৱা নাই,—আন ঠাইতো কোৱা নাই অৱশ্যে। নাটকৰ বাহন কথোপকথনৰ ভাষা, বৰ্ণনাৰ ভাষা আৰু কাব্য বা কবিতাৰ ভাষা সম্বন্ধে আৰু এই তিনিটাৰ পাৰ্থক্য সম্বন্ধে তেখেতে কি মতামত পোষণ কৰিছিল তাক জনা নেযায়। এতেকে প্ৰমাণ দি ক'ব নোৱাৰিলে তেখেতে এনে ভাবিছিল, তেনে ভাবিছিল বুলি অনৰ্থক ভেদ্ কৰি কিবা এটা নোকোৱাই ভাল। নাটক অভিনয়ৰ উপযুক্ত হ'বলৈ কি কি বিশেষত্ব তাত থাকিব লাগিব সেই সম্বন্ধেও তেখেতে দুৰ্ভাগ্যবশতঃ কোনো আলোচনা নকৰিলে। তদুপৰি বুৰঞ্জীমূলক নাটকৰ বিশেষত্বৰ মাজতে তেখেতে নিজৰ উক্তিটো আবদ্ধ ৰাখিছে, কাৰণ কথাখিনি বুৰঞ্জীমূলক নাটকৰ হে পাতনি। যিখিনি কৈছে সেইখিনিকে লৈ আমি সন্তুষ্ট থাকিব লাগিব।

## তিনি

বেজবৰুৱাৰ নাটক হৈছে মুঠতে আঠখন। তাৰে তিনিখনি বুৰঞ্জীমূলক —বেলিমাৰ, চক্ৰধ্বজসিংহ আৰু জয়মতী কুঁৱৰী; আৰু প্ৰহসন হ'ল চাৰিখনি— লিতিকাই, পাচনি, নোমল আৰু চিক্ৰপতি নিকৰ্‌পতি। 'গদাধৰ ৰজা' নামে একাঙ্কিকাখনি ঠিক বুৰঞ্জীমূলকো নহয় আৰু প্ৰহসনো নহয়। বেজবৰুৱাই তাৰ নাম দিছে চ'ৰাঘৰীয়া ভাওনা—"A drawing-room play"। প্ৰায় সকলোখিনি নাটকেই ১৮৩৫ শকৰ পৰা ১৮৪০ শকৰ ভিতৰত থূলমূলকৈ ১৯১৩-১৯১৮ ইংৰাজী চনৰ ভিতৰতে লিখা হয়; অৰ্থাৎ প্ৰথম মহাসমৰৰ কালৰ ৰচনা। প্ৰথমখনি নাটক 'লিতিকাই' 'জোনাকী'ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশ হৈছিল। যুদ্ধৰ সময়ত সকলো সাহিত্যতে নাটৰ আৰু খণ্ড-কবিতাৰ প্ৰাচুৰ্য দেখা যায়। ইয়াৰ কাৰণো অৱশ্যে আছে, কিন্তু সমালোচনা-সাহিত্যৰ সেই অধ্যায়ৰ অৱতাৰণা কৰিবৰ ঠাই ইয়াত নহয়। শুনা যায় যে বেজবৰুৱাৰ 'পদুম কুঁৱৰী' নামৰ উপন্যাসখনিৰো এটা নাট্যৰূপ দিয়া হৈছিল। কিন্তু সেইটো লিখকে নিজেই কৰিছিল নে আন কোনোবাইহে সেইৰ [illegible]

কৰি লিখি উলিয়াইছিল সেইটো মই ক'ব নোৱাৰোঁ। তাৰ সেই কপো মই দেখা নাই আৰু বেজবৰুৱাকো সুধিবলৈ নহ'ল। মোক এই বাতৰি দিওঁতা যতীন্দ্ৰনাথ দুৱৰা ডাঙৰীয়াও আজি বেজবৰুৱাৰ ওচৰ পালেগৈ। কেতিয়াবা যদি সেই নাট্যৰূপ ওলায় তেতিয়া এই সমস্যাৰ সমাধান হ'ব সেই আশাতে এই প্ৰচলিত কথাষাৰ লিপিবদ্ধ কৰি থোৱা হ'ল।

বুৰঞ্জীমূলক নাটকসমূহত বেজবৰুৱাই সাধাৰণ প্ৰচলিত বুৰঞ্জীৰ আখ্যানকে নাটকৰ মূল কাহিনীৰূপে গ্ৰহণ কৰিছে। তিনিওখনি নাটক প্ৰকাশিত হয় ইংৰাজী ১৯১৫ চন অৰ্থাৎ ১৮৩৭ শকত। প্ৰথমখনি, জয়মতী কুঁৱৰী, ১৮৩৭ শকৰ ১লা বহাগত প্ৰকাশিত হয় (এপ্ৰিল ১৯১৫), চক্ৰধ্বজসিংহ সেই বছৰৰে ভাদত (আগষ্ট, ১৯১৫), আৰু বেলিমাৰ আঘোণ মাহত (নৱেম্বৰ, ১৯১৫)।

'বেলিমাৰ' আৰু 'জয়মতী কুঁৱৰী' আহোম ৰাজত্বৰ বিপ্লৱ আৰু পতনৰ যুগৰ ইতিহাস। 'জয়মতী'ৰ চুলিকফা বা ল'ৰাৰজাৰ দিনত ক্ষমতালোভী অপদাৰ্থ পুৰুষৰ হাতত দেশৰ অধঃপতন সূচাইছিল মাত্ৰ; 'বেলিমাৰ'ৰ পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু বদনচন্দ্ৰ বৰফুকনৰ অৱিয়া-অৱিৰ মাজত সেই পতন সম্পূৰ্ণ হয়।

জয়মতীৰ আখ্যানভাগ সকলোৰে জনাজাত কিন্তু সেই আখ্যানত ডালিমীৰ স্থান নাই। এই পৰ্বত-জীয়াৰী ডালিমী হ'ল বেজবৰুৱাৰ মানস-কন্যা। কিন্তু বেজবৰুৱাৰ নাটক আৰু বিশেষকৈ সেই নাটকৰ আৰ্হিমতে তৈয়াৰী ৰূপকোঁৱৰৰ 'জয়মতী' কথাছবিৰ কল্যাণত এই আখ্যানৰ সৈতে ডালিমী এনেদৰে গাঁথা হৈ গৈছে যে হয়তো কিছুদিনৰ পিচত অসাৱধান মানুহে ডালিমীকো ইতিহাসৰ মাজত সুমুৱাই ল'ব।

জয়মতীৰ ঘটনাবিন্যাস আৰম্ভ হৈছে গদাপাণি পলাই যোৱাৰ আগৰাতি আৰু শেষ হৈছে নানান যাতনা আৰু অত্যাচাৰৰ অন্তত হোৱা জয়মতীৰ মৃত্যুৰ দিনা। এই অত্যাচাৰ কেইদিন চলিছিল বুৰঞ্জীত তাৰ কোনো উল্লেখ নাই। বেজবৰুৱাৰ মতে চৈধ্যদিন—"এদিন নহয়, দুদিন নহয়, আজি হেনো ১৩ দিন এই যমৰ যাতনা চলিছে।—আকৌ কাইলৈ এবাৰ যাম। আকৌ জয়াক দেখা দি মোৰ কথা কৈ দিবলৈ কম।" (গদাপাণি, 'জয়মতী কুঁৱৰী'ৰ পঞ্চম অঙ্ক, দশম দৰ্শন)। এই এপষৰ বুৰঞ্জীতে বেজবৰুৱাই যিদৰে সেই সময়ৰ সমাজ, ৰাজনীতি, দেশৰ অৰাজকতা বাইজৰ ৰাজ-শাসনৰ প্ৰতি অনাস্থা ইত্যাদি ফুটাই তুলিছে তাক দেখিলে এনেহেন লাগে যেন এইখনি বেজবৰুৱাৰ প্ৰথম পূৰ্ণাঙ্গ নাটক নহয়, বৰং বহু অভিজ্ঞতাৰ ফল

সমাজৰ তল খাপৰ আৰু ওপৰ খাপৰ প্ৰেমালাপ তেখেতে দেখুৱাইছে প্ৰথম অঙ্কৰ প্ৰথম আৰু দ্বিতীয় দৃশ্যত পিথু-তৰবৰী আৰু গদাপাণি-জয়মতীৰ মাজত। এই দৃশ্যতে জয়মতীৰ চৰিত্ৰৰ "দ্বিজেন্দ্ৰলাল ৰায়ৰ 'সাজাহান' নাটকৰ পিয়াৰাৰ অলপ ছাঁ পৰা"ৰ কথাটো সংকোচে স্বীকাৰ কৰিছে। নাটকৰ বুৰঞ্জীত এইটো কোনো ভাওৰ কথা নহয়। ইয়াৰপৰা কেৱল ইমানখিনিকে স্থিৰ কৰিব পাৰি যে বেজবৰুৱাৰ মতে মাত্ৰ সেই অংশত পিয়াৰাৰ আচৰণ আৰু অসমীয়া ৰাজকুঁৱৰীৰ আচৰণত হয়তো কিছু পৰিমাণে মিল আছে; এই ছাঁয়াপতনত আচৰিত হ'বৰ একো নাই। সেই একে দৃশ্যতে অলপ পিছতে জয়মতীয়ে পলাই যাব খোজা গদাপাণিক কৈছে, "এই দাসীকো লগতে নিয়াক। আপোনাৰ অবিহনে দাসীৰ সুকীয়া জীৱন নাই।" আৰু গদাপাণিয়ে বাধা দিয়াত পুনৰ কৈছে, "প্ৰিয়তম, মোৰ নিজৰ নিমিত্তে এখুদমানো ভাবি, মই আপোনাৰ লগত যাবলৈ প্ৰস্তাৱ কৰা নাই। আপোনাৰ লগত থাকি আপোনাৰ সকলো বিপদ আপদত সহায়কাৰিণী হ'ব পাৰিম, এই আশাত এনে প্ৰস্তাৱ।" খুঁত বিচাৰি ফুৰা সকলে ইয়াকো বাল্মীকিৰ সীতাৰ অনুকৰণ বুলি ক'ব পাৰে, কিন্তু তেনে দোষাৰোপ সঁচা হ'বনে?

দেশৰ ৰাজনীতিৰ কথা গোটেই নাটকতে বিয়পি আছে কিন্তু সি যে কিমান বিকৃত হৈ গৈছে সেইটো দ্বিতীয় অঙ্কৰ প্ৰথম দৰ্শনৰ পৰাই ওলাই পৰিছে। আকৌ বুঢ়াগোহাঁই আৰু বৰপাত্ৰগোহাঁইৰ ক্ষমতাৰ বাবে আৰু ৰজাৰ প্ৰিয়পাত্ৰ হ'বলৈ ভিতৰি ভিতৰি থকা অৰিয়া-অৰিৰ কথা প্ৰকাশ কৰিছে এই অঙ্কৰ দ্বিতীয় দৰ্শনত। ৰজাৰ বিচাৰ হৈ পৰিছে অবিচাৰ। গদাপাণি পলাই গ'ল চোৰাংচোৱাৰ চকুত ধূলি দি। দেশৰ ৰজাই কোনো বিচাৰ নকৰাকৈ আদেশ দিছে "সিহঁতক ধৰি আটাইকেইটাৰে চকু কঢ়াব লাগে, আঁঠুৰ খিলা কঢ়াব লাগে; নাইত কুমটি মেলাব লাগে; পটাওটিৰে খুন্দাই মাৰিব লাগে; তুৰন্তে, তুৰন্তে।" অসমখন যেনিবা মধ্যযুগৰ বিভীষিকা প্ৰকোষ্ঠ ( horror chamber ), নাইবা হিটলাৰৰ বেলছেন ( Belsen )।

এনে অৱস্থাত ৰাইজৰ ৰাজশাসনৰ প্ৰতি অনাস্থা আহিবই। সামান্য প্ৰজা মনাই কাঁড়ীৰ মুখেদি বেজবৰুৱাই কোৱাইছে, "দেশখনত কি অন্যায় অধৰ্মবোৰ হ'বলৈ ধৰিছে, ৰাক চাচোন। যাওক, আৰু সৰহ একো নকওঁ। আজিকালি আকাশে-পাতালে চোৰাংচোৱাৰ ৰাজ। ক'ত কোনবাই কি শুনিব, আৰু চুকীয়া জনাই দিবহি। ৰাজত মনাই কাঁড়ী আওমৰণে মৰিব

জাগিব।" ইয়াকে বোলে "ওস্তাদৰ হাত"। নিপুণ খনিকৰৰ হাতৰ এটা আঁচেই যে মুখৰ চেহেৰা সলাই পেলাব পাৰে, কথাষাৰ মিছা নহয়। তৃতীয় অংকৰ তৃতীয় দৰ্শনত এই অৱস্থা আৰু বহলাই বৰ্ণনা কৰা হৈছে।

এই সকলোবিলাকৰ মাজে মাজে দেখা পাওঁ নগা-পৰ্বতৰ ধুনীয়া প্ৰাকৃতিক দৃশ্য (বৰ্ণনাত), সৰল সুন্দৰ পাহাৰী জীৱন, আৰু সুন্দৰী অপ্সৰা কন্যাৰ দৰে ডালিমী। এই নতুন এটি চৰিত্ৰই 'জয়মতী কুঁৱৰী' নাটকৰ জেউতি দুগুণে চৰাইছে।

'জয়মতী কুঁৱৰী'ৰ কম-বেছি চাৰিমাহমানৰ পিছত প্ৰকাশ হয় বেজবৰুৱাৰ দ্বিতীয় বুৰঞ্জীমূলক নাটক 'চক্ৰধ্বজসিংহ'। নাটকৰ বিষয়-বস্তু হ'ল অসমৰ সোণালী বুৰঞ্জীৰ এটি পাহৰিব নজগীয়া অধ্যায়। লিখকৰ প্ৰধান উদ্দেশ্য হ'ল মোগলৰ বিৰুদ্ধে যুদ্ধত দেশপ্ৰাণ অসমীয়া যুঁজাৰুৱে কেনেকৈ প্ৰাণকো পণ কৰি দেশৰ গৌৰৱ আৰু স্বাধীনতা ৰক্ষা কৰিছিল তাক অসমীয়াৰ চকুৰ আগত দাঙি ধৰা। বেজবৰুৱাৰ ভাষাতঃ "এই কিতাপ ৰচনা কৰাৰ মোৰ ঘাই উদ্দেশ্য—আসামৰ অতীত গৌৰৱ-কাহিনী নাটৰ আকাৰেৰে আজিকালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে, নাট লেখি যছ আৰ্জিবলৈ যোৱাটো নহয়।"

এই উদ্দেশ্য সিদ্ধি কৰিবলৈ যাওঁতে যদি ইতিহাসৰ সামান্য অপলাপো হয়, যদি উদয়াদিত্যৰ দিনত শেষ হোৱা যুদ্ধ চক্ৰধ্বজসিংহৰ দিনতে শেষ কৰি পেলোৱা হয় নাইবা লাচিতৰ ককায়েক লালুকসোলা বৰফুকনৰ উল্লেখ পৰ্যন্ত নেথাকে, তেন্তে তাতে কোনো হানি-বিঘিনি নঘটে। শ্বেক্সপীয়েৰৰ জুলিয়াছ চীজাৰৰ ব্ৰুটাছ যে বুৰঞ্জীৰ ব্ৰুটাছ নহয়, সেইটো সকলোৱে জানে, কিন্তু সেইবুলি শ্বেক্সপীয়েৰৰ নাটকৰ সন্মানৰ অকণমানিও লাঘৱ হৈছে জানো?

'চক্ৰধ্বজসিংহ' নাটকৰ এটা ডাঙৰ অংশ গজপুৰীয়া, গজপুৰীয়ানী, জপৰা টকৌ, টোকোৰা আদিৰ ধিতিঙালি, ৰহৰাসি আৰু গীত-মাতেৰে ভৰা। এতেকে এই অংশ নাটকৰ ঘটনাবিন্যাসৰপৰা বাদ দিলে নচলিব। বেজবৰুৱাই এই অংশৰ লগত বুৰঞ্জীৰ ঘটনাৰ যোগাযোগ ৰাখিছে প্ৰিয়ৰাম ডেকাফুকনৰূপী সুত্ৰৰ সহায়েৰে। এই সকলোখিনি লৈ 'চক্ৰধ্বজসিংহ'ৰ ঘটনা-বিন্যাস। বেজবৰুৱাই নিজে কোৱা মতে প্ৰিয়ৰাম, গজপুৰীয়া আৰু তেওঁলোকৰ সঙ্গীসকলক "শ্বেক্সপীয়েৰৰ প্ৰিন্স হেনৰি ( Hal ), ফল্‌ষ্টাফ্ ( Falstaff ) আৰু তেওঁলোকৰ লগৰীয়াসকলৰ চৰিত্ৰৰ চানেকিৰ কিছুদূৰ অনুসৰণ কৰি" গঢ়া হৈছে অৰ্থাৎ শ্বেক্সপীয়েৰৰ 'কিং হেনৰী দি ফোৰ্থ' নামৰ নাটকৰ দুখনত থকা চৰিত্ৰ

কেইটাৰ । হেনৰী দি ফিফ্‌থ'ত যদিও কৰাসটাফ আৰু হেনৰী দুয়ো আছে তথাপি সামান্য ইংগিতৰ বাহিৰে তাৰ ছাঁয়া বৰাকৈ পৰা নাই যেন লাগে ।

বুৰঞ্জীৰ অংশটো নিচেই চুটি । গুৱাহাটীৰ থানাদাৰ ফিৰুজ খাঁই বাকী থকা হাতী আৰু টকা আনিবলৈ দূতৰ হাতত পঠিওৱা চিঠি, অসমৰ সভাই তাৰ উত্তৰ দিয়াৰ ফলত যুদ্ধৰ সম্ভাৱনা আৰু তাৰ বাবে প্ৰস্তুতিৰ বাতৰি । এয়া হ'ল প্ৰথম অঙ্কৰ প্ৰথম দৰ্শনৰ । তাৰ পিছত দ্বিতীয় অঙ্কৰ দ্বিতীয় দৰ্শনত বাহিৰাবাঁত বৰফুকন যুঁজৰ বাবে সাজু, পঞ্চম দৰ্শনৰ চাৰিখন যুঁজত জিকাৰ বাতৰি আৰু শেষৰ দুটা অঙ্কত পুনৰ ৰাজসভা আৰু বৰফুকনৰ কোঁঠত খণ্ড খণ্ডকৈ যুদ্ধৰ আৰু যুদ্ধ জয়াৰ বাতৰি । সহজেই বুজিব পাৰি যে বেজবৰুৱাই কেৱল "গৌৰৱ কাহিনী নাটৰ আকাৰত" লিখিয়েই ক্ষান্ত থকা নাই, বৰং সেই গৌৰৱময় যুগৰ অসমীয়া জীৱনৰ ছবি এখনো আমাৰ আগত দাঙি ধৰিছে ।

বেজবৰুৱাই কৈছিল, "সমাজনীতি বা ৰাজনীতিৰে সৈতেও নাটৰ সম্বন্ধ নাই । যি সময়ৰ ঘটনা লৈ নাট ৰচিত সেই সময়ৰ কথা আৰু ব্যক্তিগত চৰিত্ৰহে নাটৰ বিষয়" । এই কথা তেখেতে নিজৰ নাটকত সদায় অনুসৰণ কৰিছে । আহোম স্বৰ্গদেউসকলে কেনেকৈ তিনিজনা ডাঙৰীয়াৰ সৈতে আলোচনা কৰি ৰাজ্য শাসন কৰিছিল তাক দেখুৱাইছে, অতি স্বাভাৱিকভাৱেই তিনিওজনা ডাঙৰীয়া যে একেমত নহ'বও পাৰে তাকো দেখুৱাইছে, (বৰগোহাঁইৰ যুদ্ধত লিপ্ত নহ'বলৈ ইচ্ছা) ; সেই সময়ৰ যুদ্ধৰ ধৰণ আৰু প্ৰস্তুতি কেনে আছিল তাকো দেখুৱাইছে । সেই সময়ত ৰাজনৈতিক দূতৰ মৰ্যাদা কেনে আছিল তাকো দেখুৱাইছে । যুদ্ধৰ আগতে আহোম ৰাজসভাত মোগল দূতৰ বৰকথা শুনি বৰপাত্ৰগোহাঁয়ে এসেকা দিবলৈ চিঞঁৰি উঠা সত্ত্বেও বুঢ়াগোহাঁয়ে বাধা দিছে ঃ "হৈছে হৈছে, আৰু একো ক'ব নেলাগে। দূত অবধ্য, অদণ্ডনীয় ।" (১, ১) আৰু যুদ্ধৰ আৰম্ভণিতে মোগল সেনাপতি ৰামসিংহৰ আগত আহোম দূতৰ বৰকথা শুনি নচৰৎ খাঁই "ইমান ডাঙৰ কথা । ইয়াক কাটি থওঁ ।" বুলি তৰোৱাল খোলোতে ৰামসিংহই বাধা দিছে ঃ "মিৰ্জা চাহাব, দূত অবধ্য ।" দ্বিতীয় অঙ্কৰ ৫ম দৰ্শনত কটকীয়ে আহি ৰজাক কৈছেহি ঃ "মুছলমানৰ বিস্তৰ সেনা ৰণত পৰিল স্বৰ্গদেও । বন্দী কৰা বহুত মুছলমানক বৰফুকনে গুৱাহাটীতে কটালে ।" যুদ্ধৰ আইনে ক'ব যে যুদ্ধ-বন্দীক বধ কৰা আইনবিৰুদ্ধ । কিন্তু বেজবৰুৱাই লিখিছে সপ্তদশ শতাব্দীৰ শেষ ভাগৰ কথা । এনেকৈ নিজৰ জ্ঞান অনুসৰি তেওঁতে সেই

কালৰ ছবি হে আঁকিছে, আহোম ৰাজনীতিত চেকা পৰে নে নপৰে সেই বিচাৰৰ ভাৰ তেখেতৰ নহয়।

আনহাতে সেই কালৰ তল খাপৰ সমাজৰ ছবিও তাত আছে, আৰু সেই ছবিয়ে অনেকাংশে হাস্যৰসো পৰিবেশন কৰিছে। গজপুৰীয়া, জপৰা, টকৌ আদি হ'ল এই ছবিৰ অংশ গ্ৰহণকাৰী। তেওঁলোকৰ যেনিবা জীৱনত কোনো কৰিবলগীয়া কাম নাই। ভাং-ফটিকা খাই আৰাম-আয়সত কাল কটোৱা লোক। কিন্তু যিহেতু তল খাপৰ, বিবাহিতা গজপুৰীয়ানীয়ে আপচু গজপুৰীয়াক পাহৰি ধুনীয়া ডেকা প্ৰিয়ৰামৰ প্ৰেমত পৰিছে আৰু তল খাপৰ তিৰোতাৰ দৰেই আহুদি কৰি তেওঁক পাবলৈ যত্নপৰ হৈছে। আহুদিত এনে বিশ্বাসো বেজবৰুৱাৰ তুলিকাৰ এটি সুন্দৰ পৰশ। ভাল ঘৰৰ প্ৰেমৰ ছবি হ'ল বৰফুকনৰ জীয়েক চেনেহী আৰু শদিয়াখোৱা গোহাঁইৰ মাজত। এই প্ৰেমৰ স্থিৰতা আৰু গাম্ভীৰ্য আছে, আই-বোপাইৰ আশীৰ্বাদ আছে আৰু অনাৱশ্যক লুক-ঢাক নাই। তাত বহুন সানি জেউতি চৰাইছে নানান ধেমালি আৰু মৰমৰ অত্যাচাৰ কৰি বৰফুকনৰ সৰু জীয়েক ৰূপহীয়ে। ৰূপহী যেন এটি আনন্দৰ জিলিকনি; যতে দেখা দিয়েহি তাতে পোহৰ হৈ উঠে।

'জয়মতী কুঁৱৰী' আৰু 'চক্ৰধ্বজসিংহ'ত চৰিত্ৰৰ ক্ৰমবিকাশ নাই, (এক প্ৰিয়ৰামৰ হঠাৎ পৰিৱৰ্তনৰ বাহিৰে), আৰু এপয বা এমাহৰ ঘটনাৱলীৰ বৰ্ণনা কৰোঁতে সেইটো সম্ভৱো নহয়, উচিতো নহয়। কিন্তু 'বেলিমাৰ'ত সেইটো আছে। সতৰাম আৰু চন্দ্ৰকান্তসিংহ পূৰ্ণানন্দ বুঢ়াগোহাঁই ভাঙৰীয়াৰ সমুখত ভাঙৰ হৈছে। গতিকে সতৰাম কিদৰে এখোজ এখোজকৈ বুঢ়াগোহাঁইৰ প্ৰতিদ্বন্দ্বী হৈ থিয় দিছেগৈ আৰু বুঢ়াগোহাঁয়েও কিদৰে নিজে বজাৰ সঙ্গীৰূপে বাচি অনা সতৰামক প্ৰাণদণ্ড দিবলৈ বাধ্য হৈছে সেইখিনি দেখুৱা সম্ভৱ হৈছে। যি বুঢ়াগোহাঁয়ে ৰাজমাওক কৈছিল, "ভূত কুকুৰাচোৱা বৰাৰ পুতেক এটা আছে, তাৰ নাম সতৰাম। ল'ৰাটো দেখিবলৈ বৰ শুৱনি, হাঁহি-ধেমালিতো বৰ চতুৰ। ......তাকে আমাৰ সৰ্গদেৱৰ মিলিনা কৰি দিওঁ" বুলিছে।" (১'১) সেই বুঢ়াগোহাঁয়েই পুনৰ ৰাজমাওক কৈছে, "......সতৰামে সৰ্গদেৱৰ মাই পাই মোৰ তিতিৰাৰক জঁপিয়াব খোজে। তাৰ যিখন হাতে গাখীৰ খুৱাই তুলিলে সেইখন হাততে সি এতিয়া কামোৰ মাৰি দিব খোজে দেখোন। ......আৰু আহাইতকে মন্ত্ৰিণৰ কথা হৈছে, যে সি মোৰে সৈতে স্বৰ্গদেৱৰ মন ভাঙিবলৈ উপক্ৰম কৰিছে, কদুৰু, বাহুকৰ্মতো

হাত দিবলৈ, ধৰিছে।" (৯'৩) ইয়াৰ পিছত ৰাজমাওৰ নিজৰ সন্তানৰ প্ৰতি উদ্বেগ বেজবৰুৱাই সুন্দৰৰূপে চিত্ৰিত কৰিছে।

কিন্তু বুঢ়াগোহাঁইৰো যে ক্ষমতাৰ লোভ আছিল আৰু তেওঁ যে চন্দ্ৰকান্তক হাতত ৰাখি দেশ চলাবৰ ক্ষমতা বিচাৰিছিল তাক তেওঁতেৰ বৰগোহাঁই আৰু বৰপাত্ৰগোহাঁইৰ সৈতে আলোচনাৰ পৰা টিং কৰিব পাৰি। (৯'৬) আনকি ৰাজমাৱে দেশখন "আসামৰ ভবিষ্যত মঙ্গলৰ অৰ্থে" ইংৰাজৰ শাসনাধীন কৰি দিব খোজাত তেওঁতে উত্তৰ দিছে: "আমাৰ দেশখন ইংৰাজক 'লাট বন্দী' কৰি দিবলৈ গ'লে দেশখন বন্দী কৰি দিয়াৰ অপবাদে মোক পাব। এনেই লোকে যিহকে পায় তাকে মোৰ বিপক্ষে ক'বলৈ নেৰে"। অৰ্থাৎ দেশৰ মঙ্গল-অমঙ্গল লৈ কোনো যুক্তি নাই, নিজৰ বদনামটো হ'ল ডাঙৰ কথা, অথচ বদন বৰফুকনেও এই প্ৰস্তাৱ দিছিল আৰু এই বদনামটো ল'বলৈ সাজু আছিল। মাত্ৰ দুই তিনিটা বাক্যত বেজবৰুৱাই যেন গোটেই ক্ষমতালোভীৰ চক্ৰান্তটো ইঙ্গিতেৰে বুজাই দিলে। এয়ে হৈছে সক্ষম লিখকৰ পৰিচয়। তাৰ পিছতো ৰাজমাৱে একে কথাকে দোহাৰি কোৱাত বুঢ়াগোহাঁয়ে সেই সম্বন্ধে কোনো মতামত নিদি কাশীত মন্দিৰ সজাৰ হে কথা উলিয়ালে (৯'৯)

দেশৰ ডা-ডাঙৰীয়াসকলৰ যেতিয়া এই অৱস্থা, তেতিয়া ৰজাৰ লাই পোৱা সতৰাম চাৰিঙ্গীয়া ফুকননো ক্ষান্ত থাকিব কিয়? তেওঁ কানি-ফটিকাৰ খোলাত স্বৰ্গদেৱ চন্দ্ৰকান্ত আৰু বন্ধুসকলৰ সৈতে লিগিৰীৰ আলপৈচান লৈ, গীত শুনি স্ফূৰ্তি চলাই থাকোঁতে কৈছে, "মইনো কলৈ গৈছোঁ হে? ময়ো আছোঁ......পূৰ্ণানন্দয়ো এই কথা বুজিছে। অচিৰে মই স্বৰ্গদেৱক এই বাহৰ গৰাহৰপৰা একৰাম, চাই থাকিবাইক। ......ইয়াৰ ভিতৰতে ভালেমান মানুহক আমাৰ ফলীয়া কৰিছোঁ। বোলো গুৱাহাটীৰ বদনচন্দ্ৰ বৰফুকনক একা? (টিলিকি মাৰি) তেওঁকো। ......এপাল ভাল চিপাহীও সংগ্ৰহ হৈ গৈছে। এই চাৰিঙ্গীয়া ফুকনৰ বৰ হেঁপাহ তেওঁ স্বহস্তে পূৰ্ণানন্দৰ মস্তপাত কৰে।"

এইসবেই মাৰ মাৰ খোজা বেলি বঙা হৈ আহিবলৈ ধৰিলে। ইয়াৰ পিছৰ তোখৰ ক্ষমতালোভী ডা-ডাঙৰীয়াসকলৰ অৰিয়া-অৰি, মানৰ আক্ৰমণ, বদন আৰু পূৰ্ণানন্দৰ মৃত্যু ইটোৰ পিছত সিটোকে দেখুৱা হৈছে কচিনাথ বুঢ়াগোহাঁই হৈছে, পুৰন্দৰ সিংহ ৰজা হৈছে, আকৌ মানে তৃতীয় বাৰলৈ আহি যোগেশ্বৰ সিংহক ৰজা পাতিছেহি, কিন্তু সকলো পুতলা। মাৰ খোৱা

বেজিয়ে টানি অনা এক্তাৰত বাদুলিৰ খকমকনি। অৱশেষত চন্দ্ৰকান্তৰ মাতৃ ৰাজমাওৰ কথাই জাগিউঠে। পুৰন্দৰ সিংহই ৰুচিনাথ বুঢ়াগোহাঁইৰে সৈতে যুক্তি কৰি মান-বিজয়ী ইংৰাজ "কুম্পানীৰে সৈতে আমাৰ দেশৰ বন্দবস্ত" কৰিলে।

বুৰঞ্জীমূলক নাটক সম্বন্ধে বেজবৰুৱাৰ মত আছিল ঃ "ঐতিহাসিক প্ৰকৃত ঘটনা লৰ-চৰ নকৰি আৰু ইতিহাসৰ প্ৰকৃত ব্যক্তিসকলৰ চৰিত্ৰ যেনে আছিল, যিমানদূৰ পৰা যায়, তেনে ৰাখি চিত্ৰিত কৰি, গত আৰু মৃত ঘটনা আৰু ব্যক্তিসকলৰ শৰীৰত পুনৰ প্ৰাণ দি সেইবোৰ সজীৱ কৰি লৈ বৰ্ত্তমান কালত দেখুৱাটো . বুৰঞ্জীমূলক প্ৰধান নায়ক-নায়িকাৰ গাত ৰহণ সানি তেওঁলোকক ideal hero, ideal heroine কৰিবলৈ গ'লে, সেই নাট ঐতিহাসিক নাটকৰ শাৰীৰ পৰা যায় বুলি মোৰ বিশ্বাস। যি কেইজন কাল্পনিক ব্যক্তি সেই কেইজনৰ চৰিত্ৰত তোমাৰ ক্ষমতা অনুসাৰে যিমান পাৰা ৰহণ সানিব পাৰা; অৱশ্যে তাকো এনেকৈ সানিব লাগিব যাতে তাৰ দ্বাৰাই মূল ঘটনা আৰু নায়ক-নায়িকাৰ চৰিত্ৰৰ অঙ্গহানি নহয়। ঐতিহাসিক নাটকতো প্ৰকৃত ব্যক্তিসকলৰ কাষে কাষে নানা ৰৰণীয়া কাল্পনিক ব্যক্তিৰ অস্তিত্ব আৰু কাৰ্য আৱশ্যক, নতুবা সি নাট নহৈ উকা বুৰঞ্জীৰ ভঁৰাহে হ'ব। এই কাল্পনিক ভাৱৰীয়াসকল প্ৰকৃত ঐতিহাসিক ভাৱৰীয়াসকলৰ গাত বিচিত্ৰ বসন-ভূষণৰ নিচিনা; অৱশ্যে এইটো পাহৰিব নেলাগে যে, সেই বসন-ভূষণ তেওঁলোকক শুৱনি কৰিবৰ নিমিত্তে হে, হেঁচা মাৰি ধৰি মাৰিবৰ নিমিত্তে নহয়।"

বুৰঞ্জীমূলক নাটক কেইখনিত বেজবৰুৱাই এই নীতি নিষ্ঠাৰে সৈতে অনুসৰণ কৰিছে, যদিও জালিমীৰ চৰিত্ৰই 'জয়মতী কুঁৱৰী'ত নাট্যকাৰৰ অনুগ্ৰহ বেছিকৈ লাভ কৰিছে যেন দেখা যায়। কিন্তু এই নাটকতো দৰ্শকৰ চকু জয়মতীৰ ওপৰত আবদ্ধ থাকে, নাটকৰ আৰম্ভণি জয়মতীত আৰু জয়মতীতেই ইয়াৰ শেষ।

এইখিনিতে বোধহয় 'গদাধৰ ৰজা'ৰ উল্লেখ কৰা ভাল হ'ব। এইখনি পূৰ্ণাঙ্গ নাটক নহয়। গদাপাণি ল'ৰাৰজাৰ ভয়ত পলাই ফুৰাৰ সময়ত ভেখেতৰ অনুগত শিমলুগুৰীয়া বৰুৱাৰ ঘৰত, বৰুৱাৰ জীয়েক কমলা আৰু বিমলাই এজনক গদাপাণি বুলি ভাবি ভ্ৰমত পৰা এটি আমোদজনক ঘটনা (episode) মাথোন। তেওঁলোকে গদাধৰ ৰজা বুলি ভবা মানুহজন হ'ল মেজেঙা কাঁড়ী মেজেঙাই হয়হে কয় যে সি হবুঙা কাঁড়ী, দুখীৰাম মেধিৰ পুতেক মেজেঙা

বায়ন, কিন্তু আইটু সেউতাহঁতে তাক ৰৰণীৰা পাৰি বহিবলৈ দি, হাত-ভৰি ধুবলৈ লোটা-চৰিয়া যতনাই, জলপান খুৱাই, স্বৰ্গদেউ বুলি মাতি চুতি হেকৰাই দিয়ে। উপায় নেপাই বপুৰা গেজেলাই ভাবিছে, "মই কাৰ ঘৰত সোমালোঁহি, মোক খেতৰণীয়ে পালে নেকি?" তাৰ পিছতো আকৌ বাহিৰৰ হাই-উৰুমি শুনি ল'ৰাবজাৰ চোৰাংচোৱা আহিছে বুলি ভাবি দুয়ো বায়েক-ভনীয়েকে গেজেলাক টানি-আজুৰি তাঁতৰ পাটৰ তলত সুমুৱাই কৰিলে এক আধ্যা। শেষত যেনিবা গদাপাণিয়ে গেজেলাৰ হাতত লিখি দি পঠিওৱা চিঠিখন ওলাই পৰিলত হে ৰক্ষা। গল্পটো অৱশ্যে বুৰঞ্জীমূলক নহয় কিন্তু ইয়াৰ বোধহয় প্ৰধান মূল্য হৈছে ইমানতে যে ই আমাৰ প্ৰথম আধুনিক একাঙ্কিকা। নাটিকাখনি প্ৰথমে প্ৰকাশ হৈছিল ৯ম বছৰৰ 'বাঁহী'ৰ ৩য় আৰু ৪ৰ্থ সংখ্যাত।

## চাৰি

বেজবৰুৱাৰ প্ৰহসনসমূহ কেৱল আনন্দৰ বাবেই লিখা। কোনোখনিৰেই গল্প বা মূল ঘটনা বেজবৰুৱাৰ নিজা ৰচনা নহয়। সাধুকথা বা সেই সময়ত প্ৰচলিত দুই এটা হাঁহি উঠা গল্পকে লৈ সজাই-পৰাই লিখি উলিওৱা একোখনি ধেমেলীয়া নাটক মাথোন। অৱশ্যে সকলোৱে জানে যে গল্পৰ মূল ক'ত সেইটো কোনো ডাঙৰ কথা নহয় আৰু নাটকৰ গল্প যে লিখকৰ মৌলিক ৰচনা হ'ব লাগিব সিও নহয়। পুৰণি গল্পক নাটকৰ ৰূপ দিয়াটো গ্ৰীক নাটকৰ ওজা Æschylus-অৰ দিনৰ পৰাই চলি আহিছে। Racine, Goethe ইত্যাদিৰো নাটক পুৰণি গল্পৰ ওপৰত প্ৰতিষ্ঠিত। শ্বেক্সপীয়াৰৰো সেয়ে। প্ৰধান কথা হ'ল গল্পটো ব্যৱহাৰ কৰা হৈছে কেনেকৈ?

আগতে কৈছোঁ, বেজবৰুৱাৰ প্ৰথম নাটক হ'ল 'লিতিকাই'। ইয়াৰ সাধুটো মূলতে বঙালী, কিন্তু তাৰ বঙালী আৰু অসমীয়া দুটা ৰূপ আছে। বঙালী ৰূপত এজন বামুণে এটা মানুহক চাকৰ ৰাখি তাক কথাত বান্ধ খুৱাই টকা-পইচা নিদি কাম কৰাৰ পিছত খেদি পঠিয়ায়, কিন্তু তাৰে ভায়েকক একেদৰেই চাকৰ ৰাখি নিজৰ কথাতে বান্ধ খাই মাকৰো হেকৰাৰ জগাত পৰে। এই চাকৰে বাবীখন পৰিষ্কাৰ কৰিবলৈ ক'লে লাগতিয়াল গছ-

গছনি কাটি তাক একেবাৰেই পৰিষ্কাৰ কৰি পেলায়। শেষত "কম্‌লি ছোড়্‌তা নেহী"ৰ অৱস্থাত পৰি বামুণৰ অশেষ দুৰ্গতি। অসমীয়া প্ৰচলিত ৰূপটোত চাকৰ চাৰিটা, বেজবৰুৱাই কৰিছে সাতোটা। অসমীয়া ৰূপত শিমলু গছৰ আগত হাল বাবলৈ কওঁতে চাকৰে গৰু-নাঙল শিমলু গছজোপাৰ আগটোলৈ টানি তোলাৰ কথা আছে, বেজবৰুৱাই সেইটোৰ উল্লেখ কৰিছে মাথোন। কিন্তু বঙালী গল্পৰ বুঢ়ীৰ মূৰত কাঠ পেলাই হত্যা কৰাটো সাতো ভায়েকে বুঢ়ীৰ মূৰত ধানৰ ডাওৰী পেলাই মৰাৰূপে ব্যৱহাৰ কৰিছে। বঙালীৰ দৰে 'পৰিষ্কাৰ' কথাটো আমি 'সমূলঞ্চে নাইকিয়া কৰাৰ' অৰ্থত ব্যৱহাৰ নকৰোঁ; এতেকে সেইটো বেজবৰুৱাই ব্যৱহাৰ কৰা নাই, তাৰ ঠাইত ঠিক একেদৰে উচ্চাৰিত হোৱা কিন্তু দুটা অৰ্থত গোলমাল লগোৱা আন এটা শব্দ ব্যৱহাৰ কৰিছে; লগুৱাইঁতক একঠাকৈ (মাটিৰ জোখ) মাটি কুৰিবলৈ কওঁতে সিহঁতে একঠা ওজনৰ (চাউলৰ জোখ) মাটি কোৰাৰ কথা আনি গল্পটো নিভাঁজ অসমীয়া কৰি পেলাইছে। নাটৰ শেষত বাপুৰ লগুৱা ৰ'ল মাত্ৰ এজন— আমাৰ লিতিকাই তিতাই। বাপুৱে নিৰুপায় হৈ তাক জেঠেৰীয়েকৰ তালৈ পঠিয়াই দিলে, লগতে চিঠি এডুখৰি দি যাতে তিতাইক "সেইখিনি পহুঁচা মাত্ৰে বিষ প্ৰদান বা অপৰ কোনো বিশিষ্ট উপায়ৰ দ্বাৰা বধ" কৰা হয়। সি কিন্তু চিঠি পঢ়ি আন এখন চিঠি লিখি আগৰখনৰ সৈতে সলাই বাপুৰ খুলশালীয়েকক বিয়া কৰি ঘৰলৈ উভতি আহিল। এই চিঠি সলোৱা কৌশলটো, গ্ৰীক সাহিত্য, আৰব্য উপন্যাস, পুৰণি জাৰ্মান সাহিত্য আদি সকলোতে পোৱা যায়। শ্বেক্সপীয়াৰেও তেখেতৰ 'হেমলেট'ত এনে এটি কৌশল প্ৰয়োগ কৰিছে।

'নোমল' আৰু 'পাঁচনি' ১৯১৩ খৃষ্টাব্দৰ এপ্ৰিল আৰু ডিচেম্বৰ মাহত প্ৰকাশিত হয়। 'নোমল'ৰ আখ্যান ভাগো এটি প্ৰচলিত সাধুকথাৰ ভেটিত সজা। এজন হোজা বুঢ়াই গোসাঁইৰ ঘৰৰ পৰা পুতেকৰ বাবে নাম খুজি অনা, বাটত পাহৰিবৰ ভয়ত সেই নাম গাই গাই অহা, গাওঁতে গাওঁতে নামটো বিকৃত হৈ অন্যৰূপ ধৰা আৰু সেই বিকৃত নাম অস্থানত উচ্চাৰণ কৰি বুঢ়া নগুৰ-নাগতি হোৱা, এয়ে হ'ল গল্পৰ মূল কথা। কিন্তু প্ৰহসনৰ এটি মূল উদ্দেশ্য লিখকে পাহৰি যোৱা নাই। 'লিতিকাই'ত তেখেতে দেখুৱাইছে যে পৰক যিজনে ঠগিবলৈ যায় তেওঁ নিজেও ঠগত পৰিব লাগে। 'নোমল'ত কৰা হৈছে সমাজৰ প্ৰচলিত কেৰোণৰ তীব্ৰ সমালোচনা, কিন্তু ব্যঙ্গ-বিদ্ৰূপৰ ছলেৰে। নাহৰফুটুকা বুঢ়াই আঠিয়াবাৰী সত্ৰৰ গোসাঁই প্ৰভুৰ ওচৰলৈ যোৱাৰ সুৎ ধৰি তেখেতে দেখুৱাইছে, সত্ৰতো অৰ্থলিপ্সুৰ দলে কেনেকৈ হোজা মানুহৰ-

পৰা উৎকোচ সংগ্ৰহ কৰিবলৈ খোকা পাতি থাকে। সত্ৰাধিকাৰৰ বৰ চ'ৰাত বুঢ়াই পোৱা ব্যৱহাৰ যে অতি অনুচিত তুচ্ছ-তাচ্ছিল্য, তাক পোনে পোনে নোকোৱাকৈয়ো বেজবৰুৱাই তীব্ৰ সমালোচনা কৰি দেখুৱাইছে। গোসাঁই প্ৰভুৰ আগত সাধুৰামে বহিবৰ আসন আৰু সকলোৰে ধৰ্মশাস্ত্ৰ পঢ়িবৰ অধিকাৰ সম্বন্ধে কোৱা কথা আন একো নহয়, সত্ৰৰ ব্যৱহাৰ ওপৰত বেজবৰুৱাৰ চোকা সমালোচনা। সুবিধামতে প্ৰভু জগন্নাথৰ সংস্কৃতজ্ঞান যে নিচেই কেঁচা তাকো দেখুৱাই দিবলৈ পাহৰা নাই। তাৰ পিছতো ব্যঙ্গ কৰিছে গোসাঁই প্ৰভুৰ অহৈতুকী বঙ্গালীপ্ৰীতিক। প্ৰভু ঈশ্বৰ নিজৰ "বঙলা নাটক দধিমথন" লিখাৰ কৃতিত্বত মচ্‌গুল। খোছামোদকাৰী কেহোঁৰাম গায়নে আকৌ তাৰে প্ৰশংসা কৰি কৈছে, "বঙ্গলা নাটৰ বৰ তেজ। অসমীয়া নাটৰ নিচিনাতো আৰু সি মেৰমেৰীয়া নহয়।" প্ৰভু জগন্নাথে আনন্দত আপ্লুত হৈ নিজে লিখা বঙলা গীতৰ নমুনা শুনাইছে:

> "আৰে নন্দ আইল, নন্দ আইল, নন্দ আইল হৰা।
> আৰে দুজন লোক দাড়ায় আছে খাই কি নেখায় গুৰা॥"

আৰু কেহোঁৰাম গায়নে তাকে শুনি আনন্দত আকুল হৈ উঠিছে। কি তীব্ৰ মৰ্মস্পৰ্শী অথচ হিংসাবৰ্জিত ব্যঙ্গ! (প্ৰসঙ্গতঃ ক'ব পাৰি যে, বেজবৰুৱাই নিজে সুন্দৰ বঙলা ক'ব আৰু লিখিব পাৰিছিল।)

'পাঁচনি'ৰ গল্পাংশৰ প্ৰচলিত ৰূপ হৈছে: এজন ভকতৰ সদায় একোজন আলহীক সজিয়া মাতি আনি এসাঁজ ভাত খুওৱা আৰু আলপৈচান ধৰাৰ অভ্যাস আছিল। অভ্যাসটো অৱশ্যে ভালেই আৰু "গধূলিৰ অতিথিক সাক্ষাৎ দামোদৰ" বুলি জ্ঞান কৰাও কোনো অপকৰ্ম নহয়। কিন্তু ভকতনীয়ে সদায় এইদৰে আলহী সুধি সুধি উত্যক্ত হ'ল আৰু সুবিধা চাই এদিন মাতি অনা আলহীকো গিৰিয়েকে ঢেকী-খোৰাৰে বধ কৰিব বুলি ভয় খুৱাই খেদি পঠালে। কিন্তু বেজবৰুৱাই এইখিনিতে সন্তুষ্ট থকা নাই। এই গল্পৰ সহায়েৰেই তেখেতে আমাক কৈছে, মানুহৰ হৃদয়ত যেনেকৈ ভগৱন্ত আছে মেকুৰীৰ হৃদয়ৰ ভিতৰতো তেনেকৈ ভগৱন্ত নাইনে? এই কথাষাৰিকে আমি সদায় পাহৰোঁ। তেখেতে লগতে গুৰুজনাৰ উক্তিও তুলি দিছে,

> "কুকুৰ, শৃগাল, গাধৰো আত্মা ৰাম।
> জানি জানি সকলোকে কৰিবা প্ৰণাম॥"

চিংকৰ্‌পতি নিকৰ্‌পতি'ৰ মূল চৰিত্ৰ কেইটা আৰু লোটা চুৰ কৰাৰ কথাটো পুৰণি সাধুকথাৰ। এই সাধুটোৰ জগতে আমাৰ "এতেও, দুতেও

সেইহে লোটা নিবৰ হেও" এই প্ৰবচন ফাকিৰ জন্ম জড়িত আছে। কিন্তু চোৰৰ বিচাৰৰ দৃশ্যকেইটাৰ প্ৰথমটো আধুনিক, পিছৰটো পৌৰাণিক; মুঠতে সময় আৰু অৱস্থাৰ এটা অদ্ভুত সংমিশ্ৰণ। ই যেন অকল প্ৰহসনেই নহয়, নাট্য ৰচনাৰো প্ৰহসন।

এই প্ৰহসনতো হাকিমে ভেটিখোৱা অভ্যাসৰ স্পষ্ট ব্যঙ্গ কৰা হৈছে। মিনাৰাম হাকিমৰ কথাই নেলাগে, আচামী চতুৰ হ'লে ৰজাকো ভেটি দেলেকাব পাৰে, এইবাৰৰ উল্লেখ কৰি বেজবৰুৱাই দেখুৱাব খুজিছে যে মানুহৰ মন সৰু হ'লে সি যিমান কি ওখ আসনত বহি নেথাকক সৰু কাম কৰিবই।

প্ৰহসনৰ দ্বিতীয় দৰ্শনত বেজবৰুৱাই পুৰণি আৰু নতুনৰ ( conservatism and modernism ) কাজিয়াও দেখুৱাইছে পুৰণি উকিল গঙ্গাৰাম আৰু আধুনিক শিক্ষিত উকিল বিশ্বেশ্বৰ দুৱৰাৰ মাজেদি। গঙ্গাৰামৰ "এই পিলিকা ল'ৰাখনে দুপাত আইন মুখস্থ কৰি উকিল হৈ আহি পৃথিৱীখন কুটাগছ যেন দেখিছে! আমি ভাড়ি-চুলি পকালোঁ, আমাক মানুহ যেনকে নেদেখে।" এই কথাষাৰি সকলো প্ৰাচীনপন্থীৰ সকলো আধুনিকপন্থীৰ বিৰুদ্ধে অভিযোগ। সেই একে দৰ্শনতে আৰু এজন প্ৰাচীনপন্থী সুতুলি গোহাঁইদেও আকৌ অন্যৰকমৰ। এওঁৰ ৰৰমানুহৰ ধাৰণা হ'ল সদায় ৰোগী বোলোৱা, সেইদৰেই আনৰ সহানুভূতি আকৰ্ষণ কৰিব খোজে। এওঁলোকৰ আৰু এটা মূৰ্খামি আছে। বেছি দামত বস্তু কিনি তাকে যহাই ক্ৰুৰা যেন তেওঁ বৰ ভাল বস্তুহে ব্যৱহাৰ কৰে, তেহেলে সি গেলা ফেকুন্দাই নহওক। সুতুলি গোহাঁইৰ গৰু ঘিউ আৰু মধ্যম নাৰায়ণ তেলো সেয়ে। গঙ্গাৰাম উকিল, জহৰমল বেপাৰী, সকলোৱে তেওঁৰ এই দুৰ্বলতাৰ সুবিধা লয়, এওঁ ৰৰলোক যহাওঁতেই যায়। তেওঁলোকৰ মত হ'ল, "ডাঙৰ মানুহলৈ ডাঙৰ দামৰ বস্তু, সৰু মানুহলৈ নৰম দামৰ বস্তু।"

এই প্ৰহসনৰ খুদমন আৰু ৰঙাই কোঁচৰ মোকৰ্দমা আন এটা পাৰস্য দেশীয় সাধুকথাৰ পৰা লোৱা। ই এটা কাজীৰ বিচাৰ। গল্পটো প্ৰায় ৬০০ বছৰৰ পুৰণি, কিন্তু ভাৰতীয় ভাষাত সম্ৰাট আকবৰৰ দিনৰ পৰাহে প্ৰচলিত।

# পাঁচ

আগতে কৈছোঁ যে নাটকত বেজবৰুৱাৰ ভাষা ব্যৱহাৰৰ কৌশল আন আন লেখাতকৈ বেছি পৈণত ধৰণৰ। কিন্তু এই বিশেষত্ব উপলব্ধি কৰিবলৈ হ'লে দুটা কথালৈ চকু দিব লাগে। প্ৰথম, নাটকৰ ভাষা প্ৰবন্ধৰ ভাষা নহয়, কথা ভাষা। দ্বিতীয়, নাটকীয় ভাষাই বুদ্ধিতকৈ অনুভূতিক হে বেছিকৈ স্পৰ্শ কৰে। ইয়াৰ উপৰি আৰু এটা কথা আছে। নাটকৰ কথা এবাৰ শুনিয়েই (পঢ়ি নহয়) সম্পূৰ্ণৰূপে ৰস গ্ৰহণ কৰিব পৰা ধৰণৰ হ'ব লাগিব। এই তৃতীয় বিশেষত্বটোলৈ বেজবৰুৱাই সকলো সময়তে চকু দিয়া নাই যেন লাগে। তাৰ উদাহৰণ 'লিতিকাই', 'পাঁচনি' আৰু 'চক্ৰধ্বজ সিংহ'তে সকলোতকৈ বেছি, যদিও আন নাটকবোৰতো নোহোৱা নহয়।

কথা ভাষাত বেজবৰুৱা ইমান সিদ্ধহস্ত আছিল, যে কেৱল সুললিত অসমীয়াই নহয়, দেশ-কাল-পাত্ৰৰ লগত মিলাকৈয়ো তেখেতে লিখিব পাৰিছিল। তৰবৰী লগিবীয়ে পিথু চাংমাইক কৈছে, "যনৰ ঘৰত কোনোবা শাঁখিণী মখিণী আছে যদি তাইৰে সৈতেই তোৰ চকলংখন পাতগৈ যা।" কথাষাৰ অন্য সময়ত, আন দেশ নহ'লেও অসমতে, লিগিৰী নহে আন কোনোবা ছোৱালী বা গদাপাণিৰ যুগৰ নহে আজিৰ ছোৱালীৰ মুখত দি চাওক, কিমান অসঙ্গত আৰু বিসদৃশ লাগিব!

জয়াই গদাপাণিক কৈছে, "নিদিলে সঁচাকৈ কৈছোঁ চিয়ঁৰি দিম। সকলোৰে শেষত বোহ পাতিম।" কেৱল ভাষাতে কি সুন্দৰকৈ জয়া আৰু তৰবৰীৰ পাৰ্থক্য ওলাই পৰিছে! গোটেই নাট্যাৱলীৰ পৰা এনে উদাহৰণ গোটাব পাৰি।

গদাধৰ সিংহৰ দিনৰ পৰা (১৬৮১-১৬৯৬), চন্দ্ৰকান্ত সিংহৰ দিনলৈকে (১৮১০-১৮১৭) কম-বেছি ডেৰশ বছৰত অসমৰ বহুতো সাল-সলনি হ'ল, অসমীয়া জাতি আগতকৈ বেছি মিশ্ৰিত হ'ল, বাহিৰৰ প্ৰভাৱো ভাষাত ভালেখিনি পৰিল। হিন্দুধৰ্ম বিশেষ প্ৰতিপত্তিশালী হৈ উঠিল। এইবিলাকৰ প্ৰতিচ্ছবি ভাষাতো যে প্ৰতিফলিত হ'ব সেইটো বেজবৰুৱাই পাহৰা নাই। 'বেলিমাৰ'ত মাজুমেলীয়া বৰুৱাই সতৰামক কৈছে, "আমি তাম তুলসী গঙ্গাজল লৈ শপত খাইছোঁহঁক" (১.৪)। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বৰগোহাঁইক

কৈছে, "মই লাজত আৰু অপমানত মৰণাস্তিক হৈ তাৰ পৰা ভুচি আহিলোঁ" (১.৬)। আকৌ কৈছে, "সিও বৰফুকনৰ মোৰ ওপৰত বাহাদুৰী দেখুৱাহে।" ৰাজমাৱে চন্দ্ৰকান্ত সিংহক কৈছে, "মই খবৰ পাইছোঁ" (৪.৭) আকৌ "নৰৰাজনৰ নিমিত্তে সকলো উপায়েই আষুধি।" কলিবৰ বুঢ়াগোহাঁয়ে মিঙ্গিমাহা তিলুৱাক কৈছে, "তোমাৰ খাহীটো মন গ'লে মুৰৰ ফালৰ পৰাও কাটি খাব পাৰা; নেজৰ ফালৰ পৰাও সেই কৰ্ম কৰিব পাৰা।" (৫.২)।

অসমত শিৱদ'ল, দেৱীদ'লেই কেৱল হোৱা নাছিল, মহাপুৰুষৰ বৈষ্ণৱ প্ৰভাৱ ঠেলি শাক্ত প্ৰভাৱ ৰজা-প্ৰজা সকলোৰে মাজত বিয়পি পৰিছিল, বেজবৰুৱাই তাকো পাহৰা নাই। লাচিত বৰফুকনে ৰজালৈ চিঠি লিখিছিল, শিৰোনামাৰ ওপৰত দেৱপ্ৰণতি "শ্ৰীশ্ৰীৰাম" আৰু "শ্ৰীশ্ৰীহৰি" ('চক্ৰধ্বজসিংহ' ৪.১ আৰু ৪.৯ ) বুলি আৰম্ভ কৰি। কিন্তু খাবঘৰীয়া ফুকনে ৰুচিনাথ বুঢ়াগোহাঁইলৈ চিঠি লিখিছে, তেওঁ স্মৰণ কৰিছে "শ্ৰীশ্ৰীদুৰ্গা" ('বেলিমাৰ' ৫.৩)। বৰুতিয়াল ফুকনে মানৰ সৰ্বনাশ কামনা কৰিছে: "হে ত্ৰিপুৰাৰি, অসুৰাৰি, পিণাকপাণি দেৱাদিদেৱ কাণি মহাদেৱ! তুমি যেনেকৈ আসামত আমাৰ মাজত সোমাই তোমাৰ ত্ৰিশূলেৰে আমাক বধিলা, এই মানবৰ মাজংতো সেইদৰেই তোমাৰ ত্ৰিশূলডাল ঘূৰোৱা।" ('বেলিমাৰ' ৫.২)।

এইদৰেই বেজবৰুৱাৰ সমূহ নাটকৰ পৰা বুৰিয়ে বুৰিয়ে উদাহৰণ তুলি দেখুৱাব পাৰি ভাষা-ব্যৱহাৰত বেজবৰুৱা কিমান ডাঙৰ ওজা আছিল। তদুপৰি একেটা ভাব প্ৰকাশৰ বাবে কেইবাটাও বিশেষ ভঙ্গীৰ মাজত বেজবৰুৱাই একোটা ভঙ্গী কিয় বাছি লৈছিল, সেই ভঙ্গীৰ মনৰ ওপৰত প্ৰভাৱ কেনেকৈ আনবোৰ ভঙ্গীৰ পৰা পৃথক, কেনেকৈ একোটা শব্দ নিৰ্বাচনে একোটা বাক্য শক্তিমন্ত কৰি তুলিছে সেই বিকলনো কৰিব পাৰি, কিন্তু বাহুল্য হোৱাৰ ভয়ত এই ইংগিত মাত্ৰ দি তাৰ সামৰণি মাৰিলোঁ।

অৱশ্যে সময়ে সময়ে যে 'হস্তীৰো পাও পিছলা' নাই তেনে নহয়, শুধ অসমীয়া শব্দৰ ভঁৰালৰ পৰা তেখেতে আনিছে মকৰা বিদ্যা' ( outdated knowledge ), ধৰম পখী (কুকুৰা), জপৰা আলু, চীনা আলু, মোৱা আলু, পানী আলু (চক্ৰধ্বজসিংহ, ১.২); (ইয়াৰ কেইটা আজিৰ নগৰীয়া অসমীয়াই চিনি পায় ? ), মাহৰ ভুলি ( idiot, চক্ৰধ্বজসিংহ, ১.২), ঘটীয়া পিওৰা, কামায়ণ (ক্ৰাটী কামান শব্দৰ সেই কালৰ উচ্চাৰণ)। আনহাতে বিদেশী শব্দও সময়ে সময়ে সুমুৱাইছে, বিশেষ অসঙ্গত নেদেখিলে জাহিৰ (চক্ৰধ্বজসিংহৰ মুখত ১.১), অলবৎ ( গজপুৰীয়া ১.২), তেজৰ মুটুকী ( প্ৰিয়ৰাম ১.২ ); খাইল

(জাচিত ১.৩, গজপুৰীয়া ৩.৪), আহমোকজনী (জোঁকবীজনী, গজপুৰীয়া ২.৪), খিভাগ (জাচিতৰ ভাৰ্যা ১.৩), হাইবাগ (চেনেহী ৪.৩), কলিয়াকানুৰ ঘাধাৰাণীৰ (ৰূপহী ৪.৩)। কিছুমান কথা আকৌ বেজবৰুৱাৰ হাতে হিমন্তৰে সোমাই থকাত অতৰ্কিতে নাটকতো সোমাই গৈছে, যেনে 'চক্ৰধ্বজসিংহ'ত গজপুৰীয়াই কৈছে, "তোমাৰ পুহমাহ, গজপুৰীয়াৰ হে সৰ্বনাহ" (১.২)। ই বঙালী প্ৰবচন "কাৰো পৌষমাস, কাৰো সৰ্বনাশ"ৰ অসমীয়া ৰূপ। 'বেলিমাৰ'ত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৰাজমাওক কৈছে, "মই ভালকৈ বুজিছোঁ, মোৰ পিছত বান।" ( After me the Deluge ) যেনিবা পোনে পোনে বাইবেলৰ পৰা টানি অনা হৈছে। ভালিমীয়ে গদাপাণিক কৈছে, "পুতৌ! ( It's a pity ) মানুহেও মানুহক মাৰিবলৈ বিচাৰে" (৩.২)।

ভালকৈ অধ্যয়ন কৰিলে বেজবৰুৱাৰ সমূহ ৰচনাৱলীৰ বিশ্লেষণৰ পৰা তেখেতৰ ভাষা, ৰচনা-শৈলী আৰু ভাৱধাৰাত আমি বহুতো গোহৰ পেলাব পাৰোঁ।

## ছয়

নাটকত হাঁহি উঠা কথা বা এটা ধেমেলীয়া দৃশ্য থকাটো এটা সাধাৰণ নিয়ম, যদিও একেবাৰেই হাঁহিৰ দৃশ্য নথকা কিন্তু অতি সফল নাটকৰো সাহিত্যত অভাৱ নাই। অসমীয়া তথা ভাৰতীয় সাহিত্যত সমূলি হাস্যৰস নথকা নাটক নাইয়েই বুলিব পাৰি। এতেকে স্বাভাৱিকতে আমি বেজবৰুৱাৰ বুৰঞ্জীমূলক নাটক কেইখনিতো (প্ৰহসনৰ কথা বেলেগ) খুহটীয়া কথা বা হাস্যোদ্দীপক দৃশ্যৰ আশা কৰিব পাৰোঁ।

এই বিষয়ে বহলাই লিখিবলৈ হ'লে এটি সুকীয়া প্ৰবন্ধৰ আৱশ্যক। মানুহৰ হাঁহি উঠিবৰ কাৰণ, বেলেগ বেলেগ প্ৰকাৰে হাঁহি তুলিবৰ উপায়, হাঁহিৰ উৎস অনুসৰি ভাব প্ৰকাৰভেদ ইত্যাদি সকলোখিনি বিচাৰ বিশ্লেষণ কৰিবৰ ঠাই ইয়াত নাই। চমুকৈ কৈ থ'ব পাৰি যে হাঁহিৰ মূল কাৰণ হ'ল নিয়মৰ ব্যতিক্ৰমক উপলব্ধি কৰা। মানুহে হঠাৎ পিছল খাই পৰিলে দেখা জনৰ সহানুভূতিৰ লগতে হাঁহিও উঠে, কাৰণ পিছল খাই পৰাটো স্বাভাৱিক নিয়মৰ ব্যতিক্ৰম। পৰ্বোতাজনেও অৱশ্যে এই ব্যতিক্ৰম উপলব্ধি কৰে আৰু বেছি

দুখ নেপালে হাঁহেও। সেইদৰে এটা ভাষা কৈ থাকোঁতে অভ্যাসবশতঃ আন এটা ভাষাৰ মিহলি দিয়া শুনিলেও মানুহৰ হাঁহি উঠে (কিছুমান অসমীয়াই ৰাষ্ট্ৰভাষা কোৱাৰ দৰে)। কাপোৰ—কানি পিন্ধা, কাম কৰা, সকলোতে নিয়মৰ ব্যতিক্ৰম হ'ব পাৰে আৰু এই সকলোবিলাকেই হাঁহিৰ খোৰাকো যোগাব পাৰে।

কেনেকৈ হাঁহি তোলা হ'ল সেইটো লৈয়ো ৰস সৃষ্টিৰ প্ৰকাৰ ভেদ আছে। নিজকে হাঁহিয়াতৰ পাত্ৰ কৰি আনৰ হাঁহি তোলাটো অতি সাধাৰণ তৰপৰ হাস্যোদ্ৰেকৰ প্ৰচেষ্টা। আকৌ এজনক হাঁহিয়াতৰ পাত্ৰ কৰি আন কিছুমানক হঁহুৱাবলৈ যোৱাটো ৰুচিবিগৰ্হিত। এইবিলাকৰো দুই এটা উদাহৰণ বেজবৰুৱাত আছে, কিন্তু অতি বিৰল।

বেজবৰুৱাৰ নাটকবিলাকত নানান কৌশলেৰে দৰ্শকক হঁহুৱাবলৈ চেষ্টা কৰা হৈছে। তাৰে কিছুমানে হয়তো আজিৰ দৰ্শকৰ হাঁহি নুতুলিব পাৰে। সেইটো একো আচৰিতো নহয়। এটা যুগৰ হাঁহি উঠা কথাই যে আন এটা যুগত হাঁহি তুলিব নোৱাৰা হৈ পৰে তেনে উদাহৰণ কেৱল অসমীয়া সাহিত্যতে কিয়, পৃথিৱীৰ আন আন সাহিত্যতো বহুতো আছে। কিন্তু এতিয়াও বেজবৰুৱাৰ নাটকত হাঁহি উঠা কথা-বতৰা বা অৱস্থাৰ অভাৱ নাই। তদুপৰি মনত ৰাখিবলগীয়া কথা যে যি কোনো অভিনয়ৰ দৰ্শকমণ্ডলী হ'ল মিশ্ৰিত। শিক্ষিত-অশিক্ষিত, ডেকা—বুঢ়া-ল'ৰা, পুৰুষ-মহিলা সকলোৱে অভিনয় উপভোগ কৰে। এতেকে এওঁলোকৰ কোনো এটা শ্ৰেণীয়ে কোনো এটা উপভোগ কৰিব নোৱাৰিলেও বাকীবিলাকেও তাত আনন্দ লাভ কৰাটো সম্পূৰ্ণ সম্ভৱ।

## সাত

সৰ্বশেহত বহুজনে মোৰ আগত তোলা এটা প্ৰশ্নৰ উত্তৰ দিয়েই এই প্ৰবন্ধৰ সামৰণি মাৰিম।

প্ৰশ্নটো হ'ল : যোৱা অৰ্দ্ধ শতাব্দীতকৈ বেছি কাল বেজবৰুৱাৰ নাটকাৱলী আমাৰ সমুখত আছে, কিন্তু তথাপিও সেইবিলাকৰ অভিনয় আমি সহজে দেখা নেপাওঁ কিয়? আনকি কেইবছৰমান আগতে এই নাটকসমূহ লোপ পাবলৈকে ধৰিছিল। লোপ পাবৰ এটা ডাঙৰ কাৰণ অৱশ্যে অসমীয়া পাঠকৰ

আওহেলা বা কিতাপ কিনিবৰ শক্তিৰ অভাৱ, কিন্তু নাটকৰ অভিনয় নহয় কিয় ? কিয়া বেজবৰুৱাৰ জীৱন কালতে অসমীয়া নাট্য-সমাজে বঙলা নাটক অনুবাদ কৰি কৰি অভিনয় কৰিছিল ।

ইয়াৰ দুটা কাৰণ হ'ব পাৰে । প্ৰথম, সমূহ কলানুমোদী অসমীয়া ৰাইজৰ ৰুচি এনেদৰে বিকৃত হৈ গৈছিল যে, তেওঁলোকে বঙলা নাটকৰ হে সোৱাদ পাবলৈ ধৰিছিল, অসমৰ ঐতিহ্য, অসমীয়া পৰিবেশ, অসমীয়া সাংসাৰিক জীৱনত তেওঁলোকৰ বিতৃষ্ণা উপজিছিল । দ্বিতীয়, অসমীয়া ভাৱৰীয়াসকলে বেজবৰুৱাৰ নাটক মঞ্চত তুলিবলৈ টান পাইছিল আৰু তুলিলেও দৰ্শকৰ প্ৰেৰণা নেপাই হতাশ হৈছিল ।

মোৰ বোধেৰে এই দ্বিতীয় কাৰণটিহে বেছি সম্ভৱ । এজন ইংৰাজ সমালোচকে কৈছিল বোলে শ্বেক্সপীয়াৰৰ 'Lear' অভিনয় কৰিব নোৱাৰি । তেখেতৰ বক্তব্যৰ অৱশ্যে প্ৰধান অৰ্থ আছিল যে শ্বেক্সপীয়াৰে 'বুঢ়া লীয়াৰ'ৰ চৰিত্ৰ যেনেকুৱাকৈ ভাবিছিল সেইটো অভিনয়ত ফুটাই তুলিব নোৱাৰি । বেজবৰুৱাৰ নাটকতো সেই কথা অলপ আন ফালৰ পৰা খাটে । তেখেতৰ নাটকৰ অভিন কৰোঁতে তেখেতে নিৰ্দেশ দিয়া মতে মঞ্চ সজা, আনকি, ঠায়ে ঠায়ে অভিনয় কৰাও অসম্ভৱ । নাটকৰ নিৰ্দেশৰ পৰা ফালৰি কাটি আৰু কিছু পৰিমাণে যোগ-বিয়োগ কৰি অভিনয় কৰা অৱশ্যে সম্ভৱ, কিন্তু তেনে কৰিলে লিখকৰ প্ৰতি বিশ্বাসঘাতী হোৱা হয় আৰু বোধহয় এইবিলাক কাৰণতে সাধাৰণ নাট্যামোদী সমাজে এইবিলাক নাটকত অভিনয় কৰিব নোখোজে ।

নাটকত এনে দোষ দেখা দিয়াৰ এটা কাৰণ হ'ল নাট্যকাৰৰ মঞ্চ সম্বন্ধে অভিজ্ঞতা নথকা । কিন্তু বেজবৰুৱাৰ এই অভিজ্ঞতা আছিল বুলিয়ে শুনিছোঁ। এসময়ত বোলে কলিকতাত 'ভ্ৰমৰঙ্গ' নামে এখনি নাটকত (শ্বেক্সপীয়াৰৰ 'Comody of Errors' অৰ অসমীয়া ভাঙনি) অভিনয়ো কৰিছিল । তথাপিও তেখেতৰ নাটকৰ কিছুমান দৃশ্য তেখেতে লিখা ধৰণে মঞ্চত তোলা অসম্ভৱ। তদুপৰি নাটকৰ বচন-গাঁথনি, শ্ৰোতাৰ ওপৰত তাৰ প্ৰভাৱ আদি লৈয়ো অসুবিধা আছে । কেনেকৈ, সেইটো পিছত কৈছোঁ ।

এটা কথা পাহৰিলে নচলিব, যে নাটক যদি বেজবৰুৱাই কোৱা দৰে কাব্য'ই হয় (মই এই সম্বন্ধে একে মত নহওঁ) তথাপিও সি দৃশ্যকাব্য । সকলো কলা সৃষ্টিত এটা উদ্দেশ্য নিহিত থাকে, সেইটো হৈছে উপভোগৰ । ছবিয়েই হওক, কবিতাই হওক, বা সঙ্গীতেই হওক, তাক আনে শুনি বা চাই যদি উপভোগ কৰিব নোৱাৰে তেন্তে সেই কলাসৃষ্টি সাৰ্থক নহয় । ছবি যদি

আনে চাব নোৱৰাকৈ ঢাকি ৰখা হয়, সঙ্গীত যদি নেগাই কেৱল লিপিবদ্ধ কৰি থোৱা হয়, তেন্তে সেই কলাসৃষ্টি অসম্পূৰ্ণ। নাটকৰো সেইদৰে দুটা দিশ আছে আৰু সেই দুয়োটাৰেই শিল্পী আৰু তেওঁৰ গুণগ্ৰাহীসকলৰ মাজত সম্বন্ধ স্থাপনা হয়, তাৰে প্ৰথমটো হৈছে নাটকখনি পঢ়ি উপন্যাসৰ দৰে স্বাদ গ্ৰহণ কৰা আৰু দ্বিতীয়টো হৈছে অভিনয় চাই তাৰ জীৱন্তৰূপ উপভোগ কৰা। মোৰ বোধেৰে এই দ্বিতীয়টোৰেই নাট্যকাৰ আৰু নাট্যামোদীৰ মাজত প্ৰকৃত যোগাযোগ।

অভিনয়ৰ ব্যৱস্থা আকৌ নিৰ্ভৰ কৰে মঞ্চৰ সুবিধা, দৃশ্যপট, পোহৰ, নাটঘৰ, শব্দ বিস্তাৰ ব্যৱস্থা, ধ্বনি-বিজ্ঞান আদি এশ এটা বাহিৰা বস্তুৰ ওপৰত— যিবিলাকৰ লগত নাটকৰ গঠনৰ কোনো সম্বন্ধই নাই। কিন্তু নাট্যকাৰে সদায় নিজৰ পৰিবেশত এই সুবিধা অসুবিধাবোৰৰ কথা মনত ৰাখে। আকৌ একেবাৰেই দৃশ্যপট আৰু মঞ্চসজ্জা নোহোৱাকৈয়ো নাটক মঞ্চস্থ কৰিবৰ এটি ৰীতি আছে। গ্ৰীকবিলাকে তিনি হেজাৰ বছৰৰ আগতে এইটো কৰিছিল। চীনাবিলাকে প্ৰায় এহেজাৰ বছৰ আগৰ পৰা কেৱল এখন বগা পৰ্দাৰ সমুখত নাটক পৰিবেশন কৰি আহিছে। অসমতো এই ৰীতি আজি কিছুদিন ধৰি চলিব লাগিছে। (চীনাসকলৰ অৱশ্যে লগতে অতি উচ্চ খাপৰ দৃশ্যপটযুক্ত মঞ্চও আছে, য'ত তেওঁলোকে ছায়া-ছবিৰ দৰে পূৰ্ণ সুবিধাৰে অভিনয় কৰিব পাৰে।) পিছে অকল বগা পৰ্দাৰ সমুখত অভিনয় কৰা নাটকৰো এটা বিশেষ ৰচনা-কৌশল আছে। যেই সেই নাটক বগা পৰ্দাৰ সমুখত অভিনয় কৰিবলৈ গ'লে দৰ্শকৰ ওপৰত তাৰ প্ৰভাৱ আশানুযায়ী নোহোৱাটোৰেই সম্ভৱ।

এতিয়া বেজবৰুৱাৰ নাটকলৈকে অহা যাওক। বেজবৰুৱাৰ সময়ৰ পৰা এতিয়ালৈকে অভিনয়ৰ সময়ত দৰ্শকৰ মনোৰঞ্জন আৰু প্ৰধানতঃ কল্পনাৰ সহায় কৰিবৰ বাবে দৃশ্যপটৰেই সহায় লোৱা হৈ আহিছে। এতেকে প্ৰথমে দৃশ্য সজোৱাৰ কথাকে ধৰা যাওক। মনত ৰাখিব লাগিব, অসমীয়া মঞ্চাধ্যক্ষই তেওঁৰ সীমিত শক্তিৰে এই নাটকবোৰ মঞ্চত তুলিব লাগিব।

'জয়মতী কুঁৱৰী'ৰ তৃতীয় অঙ্কৰ দৃশ্যকেইটা হ'ল (১) ল'ৰাৰজাৰ শোৱা-খোটালী, (২) নগা পৰ্বত, টাবলুং, (৩) ৰাজআজিৰ কাষৰ বৰগছ, (৪) ৰাজ-মাওৰ অন্তেষপুৰ আৰু (৫) নগা পৰ্বত, টাবলুং, মানামা বুঢ়া গামৰ ঘৰ (২য় দৃশ্যৰ পৰা বেলেগ)। এতেকে এই পাঁচোটা দৃশ্যৰ বাবে পাঁচখন দৃশ্যপট লাগিব। তদুপৰি পঞ্চম দৰ্শনৰ মঞ্চ নিৰ্দেশ ( stage direction ) হ'ল : "মানামা গামে খৰাহী সাজিছে। ঘৈণীয়েক গামনীয়ে মওহ, আলু, কচু জুইত পুৰিছে।" অতি সুন্দৰ পৰিবেশ! কিন্তু মঞ্চাধ্যক্ষই চাব, পইচা কিমান লাগিব, যথাযথ-

ভাৱে মঞ্চত তুলিব নোৱাৰিলে নাট্যকাৰৰ পৰা কিমান দূৰ আঁতৰি যাব লাগিব আৰু তেনে কৰিলে নাট্যকাৰে যি ছবি আঁকিছে বুলি ভাবিছিল সি ফুটি উঠিবনে নুঠে আৰু সৰ্বশেষত ভাবিব—এইখন নাটক অভিনয় কৰিবলৈ হাতত তুলি লয় নে নলয় ?

এই নাটকৰে চতুৰ্থ অঙ্কৰ দৃশ্যকেইটা হ'ল : (১) লাই লেচাইৰ বুঢ়ীমাকৰ ঘৰ ; (২) জয়মতীক থোৱা বন্দীশাল ; (৩) নগা পৰ্বত, চাবলুং, এটা জুৰিৰ পাৰ ; (৪) বুঢ়াগোহাঁইৰ শোৱনি ঘৰ আৰু (৫) বন্দীশাল (জয়মতীৰ) । অন্ততঃ আৰু তিনিখন দৃশ্যপট হ'লেই চলাই নিব পাৰি । তাৰে তৃতীয় দৃশ্যটো যথাযথ-ভাৱে দেখুৱাব নোৱাৰি আৰু দৰ্শকৰ কল্পনাৰ ওপৰত বেছি দাবী কৰি আনন্দৰ অংশ কমাই পেলোৱাৰো সম্ভাৱনা আছে । চতুৰ্থ দৃশ্যটোৰ আৱশ্যকেই নাছিল । গোটেই দৃশ্যটো কেৱল এজন মানুহেই শুই শুই দিয়া দুই-পিঠীয়া এটা দীঘল বক্তৃতা । তদুপৰি মঞ্চাভিনয়ৰ লগত সম্বন্ধ থকা সকলোৱেই জানে যে শুই শুই কোৱা কথা প্ৰেক্ষাগৃহত ভালকৈ শুনা নেযায় । বেজবৰুৱাই অৱশ্যে "শোৱা পাটীত" হে বুলিছে, শুই শুই কথা কোৱাৰ নিৰ্দেশ নাই । কিন্তু শোৱা পাটীত বহি কথা ক'লেও (থিয় হৈতো নকয়েই) সি কম আমনি লগা নহয় । তদুপৰি এনেকৈ এজন মানুহক অকলে অকলে মঞ্চ অধিকাৰ কৰিবলৈ দিব পাৰি যদিহে তেওঁৰ কথাৰ সহায়েৰে নাটকৰ ঘটনা আগুৱাবলৈ, অনাৱশ্যক কথা চমুৱাই নিবলৈ নাইবা নাটকৰ কোনো এটি চৰিত্ৰ ভালকৈ বুজিবলৈ সুবিধা হয় । উল্লেখ কৰা দৃশ্যটোত তেনে কোনো কথাই নাই, বৰং বুঢ়াগোহাঁয়ে ইমানখিনি অন্তৰ্দ্বন্দ্বৰ পিছত ভৱিষ্যতৰ যি কৰ্মপন্থা নিৰ্দ্ধাৰণ কৰিলে সেইখিনি তেওঁ কৰিব বুলি আগৰ কাৰ্যৰ পৰাই পৰিষ্কাৰ হৈ আছে ।

'জয়মতী কুঁৱৰী'ৰ কথা বিশেষকৈ উলিয়াই লোৱাৰ কাৰণ হৈছে যে এই সম্বন্ধে মোৰ এটি ব্যক্তিগত সোঁৱৰণি আছে । বহুতৰে বোধহয় জনা আছে যে 'জয়মতী' কথাছবি ১৯৩৫ চনৰ দহ মাৰ্চত কলিকতাত প্ৰথমে মুক্তিলাভ কৰে । সেইদিনা বেজবৰুৱা ডাঙৰীয়া নিজেই ছবি উদ্বোধন কৰিবলৈ ধৰ্মতলাৰ ছবিঘৰত আহি উপস্থিত হৈছিলহি । আমি, অৰ্থাৎ সেই সময়ত কলিকতাত থকা অসমীয়া ছাত্ৰসকলে মহা উৎসাহেৰে প্ৰথম অসমীয়া বোলছবিৰ প্ৰথম প্ৰদৰ্শনী চাবলৈ গৈছিলোঁ । মই আগনিশা 'জয়মতী কুঁৱৰী' পঢ়ি আগবঢ়ালাই নো তাক কেনেকৈ চিত্ৰৰূপ দিছে তাকে ভালকৈ চাই কিবা শিকিব পাৰোঁ নেকি বুলি আশা এটাও কৰি গৈছিলোঁ । ওপৰত উল্লেখ কৰা আৰু লগতে আন দুটামান খুত তেতিয়াই মোৰ চকুত পৰিছিল ।

উদ্বোধনী বক্তৃতাত বেজবৰুৱা ভাওৰীয়াই কৈছিল যে বুৰঞ্জীৰ বেলিকা তেখেতে সাধাৰণ "প্ৰচলিত কাহিনী"কে অৱলম্বন কৰিছে; কিন্তু তালিমী হ'ল তেখেতৰ নিজা জীয়াৰী। ("প্ৰচলিত কাহিনী" শব্দকেইটা তেখেতে তাৰি চিত্তিয়েই ব্যৱহাৰ কৰিছিল, কিন্তু মই তাৰ অৰ্থ বুজি পাইছিলোঁ বহুত দিনৰ পিছত, সাহিত্য সভাৰ সভাপতি ভূতপূৰ্ব শ্ৰীযুত বেণুধৰ শৰ্মা ভাওৰীয়াৰ লগত কথা পাতোঁতে)।

অভিনয়ৰ অন্তত 'ৰওনক মহল' চিনেমা ঘৰৰ বাৰাণ্ডাত (এতিয়া নামটো সলনি হৈছে) কথা-বতৰা পাতি থাকোতে মই বেজবৰুৱাক ওপৰত কোৱা আৰু লগতে আন কিছুমান খুঁত দেখুৱাই তেখেতৰ জয়মতীক মঞ্চত তোলাৰ অসুবিধাৰ কথা উনুকিয়াইছিলোঁ। তেখেতে মোক চিনি নেপাইছিল, চিনাকি কৰি দিলে জয়মতী নাটক লিখিবৰ প্ৰেৰণা যোগোৱা ৺যতীন্দ্ৰনাথ দুৱৰাদেৱ আৰু এইবাৰৰ অসম সাহিত্য সভাৰ সভাপতি শ্ৰীজ্ঞাননাথ বৰা ভাওৰীয়াই। তীক্ষ্ণধী বেজবৰুৱাই এক মুহূৰ্ত মোৰ ফালে চাই উত্তৰ দিলে, "এইষাৰ তুমি আজিহে এনেদৰে ভাবিছা, তোমাৰ ওপজাৰ সময়ত আমি সেইবোৰ ভবাই নাছিলোঁ।" কথাষাৰ অদ্ভুতভাৱে মিলি গ'ল। 'জয়মতী' নাটক মই ওপজাৰ ঠিক এবছৰ আগতে প্ৰকাশ হৈছিল। সকলোৱে হাঁহি পেলালে। ৰূপকোঁৱৰে ৺কুমাৰ প্ৰমথেশ বৰুৱাক গাড়ীলৈ আগ বঢ়াই থ'বলৈ গৈছিল; তেখেতেও ঘূৰি আহি হাঁহিত যোগ দিলেহি। বেজবৰুৱাৰ কথা শুনি শ্ৰীযুত অম্বিকানাথ বৰা ভাওৰীয়াই মাত লগালে, "পালানে উত্তৰটো? সেইটোৱেই তোমাৰ সমালোচনাৰ জবাব।" বেজবৰুৱাই হাঁহি হাঁহি যোগ দিলে, "হতাশ নকৰিবা, তেওঁ যে পইচা খৰচ কৰি মোৰ 'জয়মতী'খন কিনি মন দি পঢ়িছে!" বৰাদেৱে মোৰে সৈতে চকুৰাচকি কৰি টভক মাৰি মনে মনে থাকিল। কাৰণ আচলতে সেই মুহূৰ্তত আমিহে বেজবৰুৱাক হতাশ নকৰাকৈ থাকিলোঁ। প্ৰকৃতপক্ষে মই যে 'জয়মতী' পইচা দি কিনি পঢ়া নাই, বৰং দুদিন আগতে সেই বৰাদেৱৰ ঘৰৰ পৰাই ধাৰ কৰি আনিছিলোঁ সেই কথা ভাঙি ক'বলৈ মোৰো সাহস নহ'ল, বৰাদেৱৰো নহ'ল। মাত্ৰ দুটা বাক্যেৰে সেইদিনা অসমীয়া সাহিত্যৰ এই ওজাই তেখেতৰ তীক্ষ্ণ বুদ্ধি আৰু ৰসসৃষ্টি ক্ষমতাৰে মোক অভিভূত কৰি গ'ল।

আন এখন বুৰঞ্জীমূলক নাটক লোৱা যাওক। 'চক্ৰধ্বজসিংহ'ৰ পঞ্চম অঙ্কৰ ষষ্ঠ দৰ্শন হৈছে: আহোমৰ ৰাজিত বৰফুকনৰ কোঠা। বৰফুকনে প্ৰথমে শয্যাত বহি আৰু পিছত তাই বুঢ়াগোহাঁইৰে সৈতে কথা পাতিছে। কিছুপৰ

কথা-বাৰ্ত্তা চলাৰ পিছত যুদ্ধৰ বেয়া খবৰ পাই হঠাৎ উঠি ফুকনে কয়, "——হেৰ প্ৰিয়ৰাম, নগুৱাইতক মাত, বেগতে মোক এই ছালপীৰাৰে সৈতেই বাহিৰলৈ নিয়ক——" ইত্যাদি। তাৰ পিছতে মঞ্চ নিৰ্দেশ, "সকলোৱে হতাহতি কৰি ধৰি ছালপীৰাৰে সৈতে বৰফুকনক বাহিৰলৈ নিয়ে।" ক'লৈ নিলে বাৰু? দৃশ্যপট কিন্তু সলনি হোৱা নাই। তাৰ পিছত বৰফুকনে (বাহিৰলৈ ওলাই নৈৰ ফালে চাই——) কয়, "মোৰ ছালপীৰা নাচিত নথবি, নথবি, একেবাৰেই নাৱঁলৈ নে!- - -" [তেনে কৰা হ'ল।] "তেনে কৰিলে" ক'ত? দৃশ্যপটতো সলনি হোৱা নাই। তাৰ পিছত বৰফুকনে নাৱৰ পৰা কৈছে, সেই একে দৃশ্যতে,——"বাইজসকল! শুনাইক!——" ইত্যাদি। এই বিখ্যাত কথাখিনি আকৌ বাদ দিবও নোৱাৰি। সেই কথাৰ শেষতে বৰফুকনে নাৱৰীয়াইতক কৈছে, "মোৰ নাও এই মুহূৰ্ত্ততে ব্ৰহ্মপুত্ৰৰ মাজলৈ মেলি দে!" মঞ্চ নিৰ্দেশ --"তেনে কৰা হয়"। অৰ্থাৎ নাও মেলি দিয়া হয়।

এই দৃশ্যটো সম্পূৰ্ণ ছায়া-ছবিৰ উপযুক্ত। অসমীয়া পৰিচালকে অসমৰ ৰঙ্গমঞ্চত তাক যথাযথভাৱে কেতিয়াও তুলিব নোৱাৰে। আমেৰিকাত হ'লে পাৰিব---projection technique এৰে। সালসলনি কৰি বেজবৰুৱাৰ ওপৰত হাত চলাই অৱশ্যে এক প্ৰকাৰে কৰিব পৰা যাব; কিন্তু তাৰ দ্বাৰা দৃশ্যটোৰ তেজ বহু পৰিমাণে নষ্ট হৈ যাব। সি আৰু বেজবৰুৱাৰ হৈ নেথাকে।

ঠিক তাৰ পিছৰ সপ্তম দৰ্শনটো হ'ল গড়গাঁৱৰ ৰজাৰ বৰচ'ৰা। ইয়াত আকৌ কটকীৰ মুখে আগৰ দৃশ্যৰ সকলোখিনি কথা বাতৰি হিচাপে ৰজাক দিয়া হৈছে আৰু লগতে ফুকনৰ কাৰ্য্যৰ ফলাফল জনোৱা হৈছে। অৰ্থাৎ বহু পৰিমাণে পুনৰুক্তি দোষত দূষিত।

এখন প্ৰহসনকে চোৱা যাওক। 'নোমল' মাত্ৰ দুটা দৃশ্যৰ এখনি সৰু প্ৰহসন। তাৰে চতুৰ্থ দৰ্শন হ'ল নৈৰ কানৰ আলি, লগতে দেখুৱাব লাগিব ঘাট আৰু বান্ধি থোৱা নাও। কথা মাত্ৰ এজনৰ। সদাগৰে মাত্ৰ আধা মিনিট সময় কথা ক'ব আৰু তাৰ পিছত বুঢ়া নাহৰ ফুটুকাক মাৰধৰ কৰি গুচি যাব। পিছ মুহূৰ্ত্ততে এটা ৰাজআলি য'ত নৈ নাই, বৰং কেঁকোৰা দোলাত উঠি বৰবৰুৱা ফুৰিবলৈ আহিছে। কথা আধা মিনিটতকৈয়ো কম, তাৰ পিছত বুঢ়াক মাৰধৰ। পুনৰ গোধা আৰু গৰৱীয়াৰ প্ৰৱেশ। কথা আধা মিনিট-মান আৰু পুনৰ বুঢ়াক মাৰধৰ। এনেদৰে একে অভিনয়ৰ পুনঃ সংস্থাপনে অভিনয়ৰ সোৱাদ কমাই নিয়ে আৰু তাকো প্ৰায় ৩৪ মিনিটৰ ভিতৰত বাৰে বাৰে পট সলনি কৰি (লগতে মঞ্চসজ্জা) কোনো পৰিচালকে মঞ্চস্থ

কৰিবলৈ সাহস নকৰিব। অথচ এই দৃশ্যকেইটা ছায়া-ছবিৰ সহায়েৰে কিমান মনোগ্ৰাহী কৰি দেখুৱাব পাৰি। অৰ্থাৎ নাটকীয় বচন, ভাবা, পৰিস্থিতি সকলো আছে, কেৱল মঞ্চত তুলিবলৈ অসুবিধা।

বেজবৰুৱাৰ নাটকত দৰ্শক অমনোযোগী হ'বৰ সম্ভাৱনা বহুতো বেছি। অনেক সময় একোজন ভাৱৰীয়াই দুই তিনি পৃষ্ঠা বিয়পা দীঘল বচন মাতি দৰ্শকৰ ধৈৰ্য হেৰুৱাইছে, অথচ সেই কথাখিনিয়ে নাটকৰ কাহিনী হয়তো অকণো আগ বঢ়াই নিয়া নাই বা দৰ্শকক কোনো নতুন বাতৰি দিয়া নাই। 'জয়মতী'ৰ চতুৰ্থ অঙ্কৰ চতুৰ্থ দৃশ্যৰ কথা আগতে কৈছোঁ। 'চক্ৰধ্বজ সিংহ'ৰ দ্বিতীয় অঙ্কৰ তৃতীয় দৰ্শন কেৱল লাচিত ফুকনৰ চাৰি পৃষ্ঠা বিয়পা (প্ৰথম সংস্কৰণ) এটা দীঘল বক্তৃতা আৰু তাৰ অন্তত প্ৰিয়ৰামৰ পাঁচোটা শব্দ। অথচ ফুকনৰ সেই পুৰণি ইতিহাস দৰ্শকক আন প্ৰকাৰেও জনাব পৰা গ'ল-হেঁতেন, আৰু প্ৰিয়ৰামকো তাৰ দ্বাৰা অচেতন কৰিব পৰা গ'লহেঁতেন ('চক্ৰধ্বজ সিংহ'তে তাৰ ঠাই আছে)। তেনে কৰিলে নাটকৰ কলেবৰো কমিলহেঁতেন আৰু কাহিনীও সংক্ষেপ ( compressed ) হ'লহেঁতেন। আনহাতে সেউতাকৰ বক্তৃতা শুনিবলৈ প্ৰায় দহ-বাৰ মিনিট সময় প্ৰিয়ৰামক একো নকৰাকৈ মঞ্চত থিয় কৰাই ৰাখিবৰ আৱশ্যক নহ'লহেঁতেন। 'চক্ৰধ্বজ সিংহ'ত এনেকুৱা বক্তৃতা আৰু কেইবাটাও আছে। প্ৰকৃততে কিন্তু কেৱল 'চক্ৰধ্বজ সিংহ' বা বুৰঞ্জীমূলক নাটক কেইখনিয়েই নহয়, প্ৰহসনবোৰো এই দোষৰ পৰা হাত সাৰিব পৰা নাই।

সৰ্বশেষত আৰু এটা কাৰ্যাৱলীত দেখা দিব পৰা ব্যৱহাৰিক অসুবিধাৰ কথা কওঁ। এইটো অৱশ্যে ব্যৱসায়ী অভিনেতা দলৰ বেলিকা নেখাটে, কিন্তু মই কৈছোঁ যোৱা ৪০ বছৰৰ অসমীয়া থিয়েটাৰ আৰু ভাৱৰীয়া, ভাওনাই বেজবৰুৱাৰ নাটক সম্বন্ধে লোৱা ভঙ্গীৰ কথা। কথাটো হ'ল, বেজবৰুৱাৰ নাটকবিলাকত (বিশেষকৈ বুৰঞ্জীমূলক ) ভাৱৰীয়া ভাৱৰীয়ানীৰ সংখ্যা বৰ বেছি। 'জয়মতী কুঁৱৰী'ত ৪৪ জন (তিৰোতা দহ); 'চক্ৰধ্বজ সিংহ'ত ৩৪ জন ( তিৰোতা পাঁচ ), 'বেলিমাৰ'ত ৪৭ জন (তিৰোতা ন) অভিনেতা, অভিনেত্ৰী লাগে; কিন্তু নাচনী, নাৱৰীয়া, ওমৰাহসকল আদি বাদ পৰি গৈছে। দেখাতেই বুজা যায় যে কিছুমানক দুটাকৈ ভাও দিলেও মানুহ ভালেখিনি লাগে। গতিকেই নাটৰ পৰিচালকে "মই-চাৰিখন-মেখেলা-গোটাই দিম-মোকো-এটা-পাৰ্ট-দিবি"ৰ দলক লৈয়ো মহা বিব্ৰত হ'বলগীয়াত পৰিব।

এইবাৰেই এই সোণৰ টুকুৰা যেন নাটকবিলাকো ইমান দিনে আদৰ নোপোৱা হৈ হেৰাবৰ মুখত পৰিছিলগৈ।

# বেজবৰুৱাৰ সাহিত্যত জনগণৰ ৰূপায়ণ

## ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

লক্ষ্মীনাথ বেজবৰুৱা ভাণ্ডাৰীয়া দীননাথ বেজবৰুৱাৰ সুযোগ্য পুত্ৰ আৰু ঊনৈশ শতিকাৰ ক্ষয়িষ্ণু অসমীয়া সমাজৰ এজন উজ্জ্বল প্ৰতিনিধি। আহোম স্বৰ্গদেউসকলৰ কায়মনৰ কুশল বিহিবলৈ থাপিত-সঞ্চিতকৈ ৰখা আৰু বেজবৰুৱাৰ বিষয়-বাব পোৱা লক্ষ্মীনাথৰ পূৰ্বপুৰুষসকলে স্বৰূপতে ৰাজসন্মান আৰু আভিজাত্যৰ মহা পৰোভৰৰ মাজত জীৱন নিৰ্বাহ কৰিছিল। পিছত, হাকিমৰ বিষয়-বাব পাই বৃটিছ চৰকাৰৰ পৰা স্বীকৃতি পোৱা দীননাথ বেজবৰুৱা ভাণ্ডাৰীয়াই —নিজ হাতে লিখা 'বংশাৱলী'ত এই কথাৰ সত্যতা আছে ঃ

> "মহাৰাজ পুৰন্দৰ সিংহ নৃপমণি।
> ঈশ্বৰ-ইচ্ছায়ে পাইলে ইটো ৰাজ্যখনি ॥
> পঞ্চতীৰ্থ মধ্যে তাক সাক্ষাত কৰন্তে।
> তাহান প্ৰসন্ন দৃষ্টি মোত পৰিলন্তে ॥
> মোৰ ইষ্টদেৱ গুৰু-প্ৰসাদত তৈতি ।
> বেজৰ বৰুৱা মোক সিটো স্থানে পাতি ॥
> সঙ্গে আনি বৰ সমাদৰত ৰাখিয়া।
> মান্য যশ বিভূতিক দিলে সমৰ্পিয়া ॥"

লক্ষ্মীনাথ বেজবৰুৱাই পূৰ্বপুৰুষৰ বজাঘৰীয়া বেজালী বিদ্যা ঊনবিংশ শতাব্দীত বাতিল, অসাৰ্থক আৰু অনাগতিয়াল বুলি ভাবিছিল যদিও, অসমৰ শেষ ৰজা পুৰন্দৰ সিংহৰ পৰম বিশ্বস্ত, যাই বৈদ্য আৰু নিয়ম মতে কামাখ্যা মন্দিৰত শপত খাই প্ৰতিজ্ঞাবদ্ধ ভাণ্ডাৰীয়া দীননাথ বেজবৰুৱাৰ ঘৰত আহোম যুগৰ শেষ বাদ্য আৰু বৃটিছ যুগৰ আৱাহনী গীতে সঘনে তোলপাৰ লগাই আছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ লুইতৰ বুকুত নৌকাত হে লক্ষ্মীপূৰ্ণিমাৰ সন্ধিয়া জন্ম হৈছিল যদিও, শৈশৱ কালছোৱা বৃটিছ চৰকাৰৰ হাকিমৰ বিষয়-বাব পোৱা পিতৃদেৱতাৰ লগত বৰপেটা, তেজপুৰ, উত্তৰ লক্ষীমপুৰ, গুৱাহাটী আৰু অৱশেষত অৱসৰ কালত স্থায়ীকৈ শিৱসাগৰত ৰাজসিক আৰু আড়ম্বৰপূৰ্ণ পৰিবেশত অতিবাহিত হৈছিল। ভাণ্ডাৰীয়া দীননাথ

বেজবৰুৱাৰ চৰিত্ৰত প্ৰাচীন ৰজাঘৰীয়া আদৰ্শ, বৈষ্ণৱ আৰু নিষ্ঠাবান বিদ্যাৱন্ত লোকৰ গুণবোৰ সমুজ্জ্বল হৈছিল; লগুৱা-লিগিৰী, আঁতৈ-মেধি, ৰায়ত-প্ৰজাৰ লগত এইখন ঘৰৰ ঘনিষ্ঠ সম্বন্ধ আছিল। সেয়েহে বেজবৰুৱাৰ জীৱন-গঠন আৰু সাহিত্য ৰচনাতো অসমৰ বৈষ্ণৱ পৰম্পৰা, ডাঙৰীয়াসকলৰ গৌৰৱ-গৰিমা আৰু জনসাধাৰণৰ সৰলতাৰ সুমধুৰ সমন্বয় ঘটিছে।

বেজবৰুৱা আধুনিক যুগৰ ইংৰাজী শিক্ষা-দীক্ষাত পৰিপক্ক উদাৰ মনৰ লোক হিচাপে তেওঁৰ পূৰ্বপুৰুষ আৰু পিতৃদেৱতাৰ বংশগৌৰৱ আৰু মান-অভিমানৰ ভেমবোৰ কিছু পৰিমাণে পৰিহাৰ কৰিবলৈ সক্ষম হৈছিল। বিশেষকৈ কলিকতাত থাকি, বিখ্যাত বঙালী ঠাকুৰ পৰিয়ালৰ ঘৰত বিয়া কৰাই হাওৰা, সম্বলপুৰ আদিত স্বাধীনচিতীয়াকৈ ব্যৱসায়-বণিজ চলাই বেজবৰুৱাই অসমীয়া সমাজৰ অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ পৰা ডালেখিনি আঁতৰত আছিল, তথাপি তেওঁ সৰু-বৰ চৰিত্ৰ অঙ্কনত আৰু অসমীয়া সমাজৰ ৰূপায়ণত একেবাৰে নিৰপেক্ষ হ'ব পাৰিছিলনে? তেওঁৰ জীৱিত কালত পদ্মনাথ গোহাঞিবৰুৱা প্ৰমুখ্যে দুই-চাৰিজনৰ লগত ভাৱৰ আৰু ভাষাৰ খকা-খুন্দা লাগিছিল। ব্যক্তিগত প্ৰীতি-অপ্ৰীতি, প্ৰেম-ঘৃণা আৰু মান-অপমানৰ পৰা সম্পূৰ্ণ নিৰ্বিকাৰ হৈ বেজবৰুৱাই সাহিত্য ৰচনা কৰিব পাৰিছিলনে? খঙে কবিতা কৰে বুলি ইংৰাজীত যি ফাঁকি বচন আছে, সেই বচন বেজবৰুৱাৰ সাহিত্য সৃষ্টিৰ ক্ষেত্ৰতো প্ৰযোজ্য আছিল বুলি তেওঁৰ কিছুমান প্ৰবন্ধ পঢ়িলে অনুভৱ হয়। সমসাময়িক লোকৰ দৃষ্টিত বেজবৰুৱা মানুহজন কেনে আছিল আৰু বেজবৰুৱাৰ দৃষ্টিপটত সমসাময়িক লোকসকল, তথা সমাজখন কি ধৰণেৰে প্ৰতিফলিত হৈছিল—সেই বিষয়ে পূৰাকৈ নাজানিলে বেজবৰুৱাৰ সাহিত্যিক মূল্যাঙ্কন কৰাটো সম্ভৱপৰ নহয়। কুৰি শতিকাৰ সপ্তম দশকত আমি বেজবৰুৱাৰ দৃষ্টি-ভঙ্গীক নতুন প্ৰাণৰ ন চকুৰে চাবলৈ ওলাইছোঁ—তেওঁৰ জন্ম শতবাৰ্ষিকী আৰু ত্ৰিংশ মৃত্যুবাৰ্ষিকী উপলক্ষে অসমৰ জনসাধাৰণে এইজনা মহান অসমীয়াক সৰ্বজনভাৱে সমাদৰ যাচিছে; আজিৰ এই গণতান্ত্ৰিক সমাজ-বাদৰ যুগত, বেজবৰুৱাৰ সাহিত্যত সাধাৰণ শ্ৰেণীৰ মানুহে কিদৰে ভাৱ-ভাষাৰে প্ৰাণৱন্ত হৈ উঠিছিল—সেই বিষয়ে আমাৰ মনত উদয় হোৱা ধাৰণা কেইটামান এয়া আগ বঢ়াইছোঁ।

বেজবৰুৱাৰ বহুমুখী আৰু বিবিধ সাহিত্যত ৰজা-মহাৰজা, পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়া, সন্ত-মহন্ত, গোঁসাই-অধিকাৰসকলৰ উপৰিও জগৰা মণ্ডল, নাওলুচন্দ্ৰ দাস, ভোম্‌কেবোলা নামৰ পণ্ডিত, ভোকোন্দাই ওৰফে ভোকেন্দ্ৰ

বৰুৱা, ঘণ্টাকৰ্ণ শৰ্মা, ৰতন মুণ্ডা, কেকো ৰুকা, মিলাৰাম, চেনিচম্পা, ভদৰী আৰু শিওৰাম আদিৰ লগে সাধাৰণ প্ৰজা-ৰাইজকো লগ পাওঁ। লক্ষ্মীনাথ বেজবৰুৱা নিজেই ডাঙৰীয়া আৰু সম্ভ্ৰান্ত, শিক্ষিত লোক। তেওঁৰ দৃষ্টিত ডা-ডাঙৰীয়া, বিষয়া-মহন্তসকল সঘনে সমুজ্জ্বল হোৱাটো স্বাভাৱিক। কিন্তু সাধাৰণ লগুৱা-লিগিৰী, ডালিমী নাগিনী, ভুটীয়া চৰ্দাৰ, পাঁচনি, নাহৰফুটুকা বুঢ়া, নিচলী বুঢ়ী, দেউৰাম শৰ্মা, তিতাই নামৰ লিতিকাই, টকৰু, থুপৰী, জপৰা, টকৌ, টোকোৰা, সিদ্ধিৰাম, গজপুৰীয়া, গজপুৰীয়ানী, পিথু চাংমাই, তৰবৰী, বন্দুলী আদিৰ চৰিত্ৰ অঙ্কনত বেজবৰুৱাই কিমান পৰিমাণে পৰ্যবেক্ষণ শক্তিৰ পৰিচয় দিব পাৰিছে আৰু এইবোৰ চৰিত্ৰৰ প্ৰতি তেওঁৰ পুতৌ—সহানুভূতিৰ ভাব কি ধৰণে ফুটি ওলাইছে——সেইবোৰ চালি-জাৰি চোৱাৰ সময় হৈছে।

পৰাধীন ভাৰতত জন্ম লৈছিল যদিও বেজবৰুৱা আছিল স্বদেশপ্ৰাণ আৰু স্বাধীনচিতীয়া। ৰজাঘৰীয়া বিষয়-বাবৰ চক্ৰবেহুত নোসোমোৱাকৈ তেওঁ দেশক ভাল পাইছিল, জাতিক ভাল পাইছিল, 'অ' মোৰ আপোনাৰ দেশ' অসম আইক মনে-প্ৰাণে সেৱা কৰিছিল। এই ভালপোৱা সৰ্বভাৰতীয় স্বাধীনতা আন্দোলনৰ পৰিপন্থী নহয়, বৰঞ্চ প্ৰতিপোষকহে। তেওঁ বিশ্বাস কৰিছিল—স্বদেশ আৰু স্বজাতিৰ মঙ্গল-মন্দিৰৰ সিংহ দুৱাৰ হৈছে মাতৃভাষা। বেজবৰুৱা নিৰ্ভীক জাতীয়তাৰ প্ৰতীক। নিখিল ভাৰতীয় জাতীয়তাৰ বাহিৰে অসমৰ সুকীয়া জাতীয়তা কথাষাৰ কাৰোবাৰ মনত তিতা-কেহা যেন লাগিব পাৰে; বেজবৰুৱাই কিন্তু অসমৰ এই সুকীয়া জাতীয়তাৰ গুণ-গান গাইছে:

"হেৰা আমাৰ জন্মভূমি !
হেৰা আমাৰ জন্মভূমি !
এনে দেশ ক'তো নোপোৱা হেৰা তুমি !
হেৰা আমাৰ জন্মভূমি !
কত আছে এনে চাউল পানীত দিলে ভাত ?
কত এনে কুঁজী থেকেৰা চেঁচাই যায় দাঁত ?
কত পাবা পকা-খৰিচা, কত ঢেকীয়া শাক ?
এঠা-দৈ কত এনে নেবায় ধুলে যাক ?"

অসমৰ সুকীয়া সমস্যাৰ লগতে সুকীয়া জাতীয়তা গঢ় দি উঠিছে; অসমৰ সুপ্ৰাচীন ভূগোল, বুৰঞ্জী, সংস্কৃতি আৰু ধৰ্ম-কৰ্ম-চিন্তা-ভাৱনাই এই সুকীয়া জাতীয়তাবোধৰ ইন্ধন যোগাইছে। এনে জাতীয়তা ভাৰতীয় জাতীয়তা-বাদৰ অন্তৰায় নহয়; বৰঞ্চ এনে আঞ্চলিক জাতীয়তাৰ সামূহিক সমিল-মিলতেই

ভাৰতীয় জাতীয়তাবাদ সম্ভৱপৰ হৈ উঠিছে। লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্য ৰচনা আৰু স্বদেশ-প্ৰীতিৰ চৰ্চা বিশ্লেষণ কৰিবলৈ গ'লে, এই পটভূমি স্বীকাৰ কৰি ল'ব লাগিব।

লক্ষ্মীনাথ বেজবৰুৱাৰ স্বদেশ-প্ৰীতি, স্বাধীন ব্যৱসায় আৰু সাহিত্য-ৰচনা ওতঃপ্ৰোতভাৱে জড়িত। নাগপুৰত বহা ভাৰতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশনত অসমৰ প্ৰতিনিধিত্ব কৰা বেজবৰুৱা এই বিষয়ত আগৰণুৱা। সম্বলপুৰ পৌৰসভাতো স্বাধীন ব্যৱসায়ী বেজবৰুৱা একেৰাহে তিনিবাৰ সদস্যৰ আসন লাভ কৰিছিল। অসমৰ বণিজ-কোঁৱৰ ভোলানাথ বৰুৱাৰ লগ হৈ 'বি. বৰুৱা এণ্ড কোম্পানী' খুলি কলিকতাত অসম আৰু অসমীয়াৰ মৰ্যাদা বঢ়াই ধন-বিত্ত উপাৰ্জন কৰিছিল। বেজবৰুৱা আৰু বন্ধন বিদ্যা-বিশাৰদা তেওঁৰ পত্নী প্ৰজ্ঞাসুন্দৰীৰ বঙালী আভিজাত্য আৰু চাহাবিয়ানাৰ অন্তৰালতো অসমীয়াৰ আত্ম-সন্মান, আত্ম-মৰ্যাদাই সততে ভুমুকি মাৰিছিল। 'মোৰ জীৱন-সোঁৱৰণ' পুথিত তেওঁৰ পঢ়াশলীয়া বঙালী শিক্ষাগুৰুৱে তেওঁৰ বিয়া সম্পৰ্কে দিয়া এটি মৰ্যাদাপূৰ্ণ মন্তব্য এনেদৰে লিখা আছে, "মোৰ বিয়াৰ ছমাহমানৰ পিছত এদিন কলিকতাত মোৰ গুৰুদেৱ চন্দ্ৰমোহন গোস্বামী হেড্মাষ্টৰেৰে সৈতে দেখা হৈছিল। তেওঁ মোক মৰমতে কৈছিল: 'তুমি ঠাকুৰবাড়ীতে বিয়ে কৰেছ, আমি খুব খুসী হয়েছি। কিন্তু নিজেৰ বংশেৰ সন্মান ঠিক ৰেখে চলো। তুমি তাদেৰ বলে দিও——তোমৰা যেমন বেঙ্গলে বড়লোক, আমৰাও আসামে তেমন। কোন বিষয়েই হীনতা স্বীকাৰ কৰোনা।' গুৰুদেৱক কৃতজ্ঞতা জনাই প্ৰণাম কৰিলোঁ। ওখ শাৰীৰ বঙ্গালীৰ অন্তঃকৰণ কেনে মহৎ।" (পৃঃ ১১৬; সংস্কৰণ ১৯৬৬ খৃঃ)

উৰিষ্যাৰ সম্বলপুৰৰ পৰা বেজবৰুৱাই গাইগুটীয়াভাৱে ব্যৱসায় চলাইছিল। নানাবিধ সাহিত্য-সৃষ্টিৰ উপৰিও ১৯১০ খৃঃৰ পৰা আকাশী গঙ্গাৰ ধাৰা যেন 'বাঁহী'ৰ সুৰ বেজবৰুৱাৰ সম্পাদনাত বাজিবলৈ ধৰে। বেজবৰুৱাৰ 'বাঁহী' আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ 'উষা' আলোচনীৰ সাহিত্যিক প্ৰতিদ্বন্দ্বিতা আৰু সংগ্ৰামৰ সুফল স্বৰূপে অসমৰ ভাষা, সাহিত্য, ধৰ্ম সমাজত কিছু পৰিমাণে শান্তি পৰ্বই বিৰাজ কৰিছিল। কবিতা, উপন্যাস, নাটক, সাধুকথা, চুটিগল্প, ধৰ্মতত্ত্ব আৰু ব্যঙ্গ সাহিত্যৰ মৌচাক বান্ধি দি বেজবৰুৱা তেওঁৰ জীৱন কালতে ৰসৰাজ আৰু সাহিত্যৰথীৰূপে পৰিগণিত হৈছিল। 'অসম ছাত্ৰ সন্মিলন'ৰ প্ৰথম অধিবেশন আৰু 'অসম সাহিত্য সভা'ৰ গুৱাহাটীত বহা সপ্তম অধিবেশনৰ সভাপতিৰূপে ছাত্ৰ-ছাত্ৰী আৰু জনসাধাৰণৰ প্ৰিয়ভাজনতা অৰ্জন

কৰা বেজবৰুৱাই অসমক আৰু অসমৰ জনগণক হিয়া উবুৰিয়াই ভাল পাইছিল।

আলোচনাৰ সুবিধাৰ কাৰণে বেজবৰুৱাৰ ৰচনাৱলীক আমি তিনিটা ভাগত ভগাব পাৰোঁ: প্ৰথমতে, লঘুভাৱৰ হাস্যৰসিক কৃপাবৰী ৰচনা, দ্বিতীয়তে গধুৰভাৱৰ সাহিত্য-সমাজ-ধৰ্মতত্ত্বমূলক আলোচনা, আৰু তৃতীয়তে সচৰাচৰ উপভোগ্য কবিতা, গল্প, নাট-উপন্যাসৰ মিশ্ৰিত ৰচনাৱলী।

ইংৰাজী ১৯৩৩ চনত বৰোদাৰ গাইকোঁৱৰৰ আমন্ত্ৰণক্ৰমে ভাৰতীয় বৈষ্ণৱধৰ্ম আৰু শ্ৰীকৃষ্ণৰ ৰাসলীলা সম্বন্ধে বেজবৰুৱাই ইংৰাজীত দিয়া বক্তৃতাৱলী আমাৰ আলোচনাৰ দ্বিতীয় স্তৰত ঠাই পাব। ভিন-ভিন কাকত, সভা-সমিতিত দিয়া অভিমত, ভাষণ, অভিভাষণবোৰ এই দ্বিতীয় পৰ্যায়ৰে সাহিত্যিক সম্পদ ভাৰত-বুৰঞ্জী' নামেৰে উলিওৱা পত্ৰাশলীয়া পুথিখন তৃতীয় স্তৰত থ'ব পাৰি। প্ৰথম স্তৰৰ কৃপাবৰী সাহিত্যৰ ছিটিকণি দ্বিতীয় আৰু তৃতীয় স্তৰৰ সাহিত্যৰ মাজতো ঠায়ে ঠায়ে দেখা যায়। বেজবৰুৱাৰ ৰচনাৱলীৰ অন্তঃসলিলা ফল্গু হৈছে স্বদেশপ্ৰীতি প্ৰথম স্তৰৰ ব্যঙ্গ সাহিত্যিক ৰচনাৱলী বেজবৰুৱাৰ চিন্তাশীল মনৰ উৰি ফুৰা ভাৱৰ বিচিত্ৰ যাদুঘৰ। এই স্তৰৰ সাহিত্যে বেজবৰুৱাৰ ব্যাপক চিন্তনশীলতা আৰু সূক্ষ্ম পৰ্যবেক্ষণৰ নিদৰ্শন। বাটৰ দুৰ্বাৰ বনৰ পৰা স্বৰ্গাৰোহণ পৰ্বলৈকে বিচিত্ৰ ভাব, কথা আৰু কাহিনীৰে নৱীন কল্পনা আৰু সানমিহলি ভাষা-প্ৰকাশভঙ্গীৰে কৃপাবৰী বেজবৰুৱাই নিপুণভাৱে বৰ্ণনা কৰিছে। তেওঁৰ লেখনীত শব্দই সপোন সাজিছে, ভাবসমূহে লনি-লনি ঠায়ে ঠায়ে উজুটি খাই পৰিছে আৰু লেখকৰ মানস-পখীয়ে "অ' মোৰ ওপজা ঠাই"ৰ চৌপাশে ঘূৰি-পকি উৰি ফুৰিছে। আধুনিক অসমীয়া সাহিত্যত হাস্য ৰসৰ অৱতাৰ 'কৃপাবৰ বৰবৰুৱা' বেজবৰুৱাৰ অনুপম সৃষ্টি। অসমীয়া পেটুক বামুণৰ আধা ডুখৰীয়া ছবি আৰু বেদনিধি বাপুৰ কলিকলীয়া সংস্কৰণ যেন কৃপাবৰ বৰবৰুৱাই নিজে নিজৰ জীৱন-কাব্য চৈধ্যফকীয়া কবিতাৰে লিখি থৈ গৈছে।

"কৃপাবৰ বৰবৰুৱা মহাধনুৰ্দ্ধৰ।
বৰ পেট টিকাৰে মূৰ লবফৰ॥
সুদৰ্শন হাতে বিষ্ণু, শূল হাতে ভোলা।
মহেন্দ্ৰৰ বজ্ৰ, কৃপাৰ কাকতৰ টোপোলা॥
অসম গৌৰৱ-ভাণু কৃপা কল্পতৰু।
কলেৱৰ শ্যাম যেন ভাত-ৰন্ধা চৰু॥"

কৃপাবৰ বৰবৰুৱা জিন্দাবাদ দি বেজবৰুৱা আমাৰ পৰা সশৰীৰে আঁতৰি গ'লেও, ছাঁটো দেখিয়ে গাটোৰ উমান পাব পাৰি। 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, (১৯০৪ খৃঃ), 'কৃপাবৰ বৰুৱাৰ ওভতনি' (১৯০৯ খৃঃ) আৰু আলোচনীৰ পাতত সিঁচৰতি হৈ থকা কৃপাবৰী ৰচনাবোৰ বেজবৰুৱাৰ শ্ৰেষ্ঠ সাহিত্য সম্পদ। বেজবৰুৱাৰ মৰণোত্তৰ প্ৰকাশ 'বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি' (প্ৰথম ভাগ) কৃপাবৰী প্ৰবন্ধ কিছুমানৰ উল্লেখযোগ্য সঙ্কলন। উপমাৰে নিৰুপমা হোৱা বুৰবুৰণিৰ প্ৰবন্ধাৱলীৰ ৰস বিচাৰ প্ৰসঙ্গত সুবিজ্ঞ সম্পাদকদ্বয়ে পাতনিত এনেদৰে লিখিছে ঃ "কাকতৰ টোপোলা বেছি ভাগ প্ৰবন্ধই অসম সম্বন্ধীয়, 'ওভতনি'ত ভাৰতীয় সমস্যাই ঠাই পাইছে আৰু 'বুৰবুৰণি'ত অসমৰ সমস্যাৰ পৰা আৰম্ভ কৰি বিশ্বৰ নানা সমস্যাই ঠাই পাইছে। এই বিচ্ছিন্ন আৰু বিভিন্ন প্ৰকাশৰ বাহন হ'ল হাস্যৰস আৰু সকলোবোৰৰ মাজৰ একমাত্ৰ যোগসূত্ৰ হ'ল লিখকৰ স্বদেশপ্ৰীতি।" কৃপাবৰী সুৰ, ৰস আৰু প্ৰকাশভঙ্গিমা নাটক-নাটিকা, গল্প, সাধু আৰু কবিতাৰ মাজতো অনুপ্ৰৱেশ কৰিছেগৈ।

দ্বিতীয় স্তৰৰ তত্ত্বগধুৰ ৰচনাৱলীৰ নিদৰ্শন ৰূপে 'শঙ্কৰদেৱ' (১৯১১ খৃঃ) 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' (১৯১৪ খৃঃ), 'ভগৱত কথা' (১৯১৫ খৃঃ) আৰু 'বাঁহী প্ৰমুখ্যে কাকতত সিঁচৰতি হৈ থকা 'শ্ৰীকৃষ্ণ কথা' আদি ধৰ্মালোচনা, 'বাঁহী'ৰ সম্পাদকীয় 'কাহদী খাৰলি', পুথি-পঞ্জিৰ আলোচনা, নানা ভাষণ, অভিভাষণসমূহলৈ আঙুলিয়াব পাৰি। কৃষ্ণ ভক্ত, বৈষ্ণৱপ্ৰাণ বেজবৰুৱাই 'বাঁহী'ৰ সুৰহে শুনিছিল, 'কদম-কলি'হে দেখিছিল আৰু 'সুৰভি'হে বিচাৰি পাইছিল। অসমৰ মহাপুৰুষ দুজনাৰ কীৰ্তন-দশম, ঘোষা-ৰত্নাৱলীৰ সাৰমৰ্ম আৰু বৈষ্ণৱ ধৰ্মৰ ভক্তিৰসৰ সোৱাদ বেজবৰুৱাৰ গ্ৰন্থ-প্ৰবন্ধতে নিয়াৰিকৈ পাব পাৰি। মহাপুৰুষ দুজনাৰ চৰিত পুথি ৰচনাৰ উপৰিও লক্ষ্মীনাথ বেজবৰুৱাই 'ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱন চৰিত' (১৯০৯ খৃঃ) লিখি পিতৃ ভক্তিৰ পৰিচয় দিছে। 'কদম-কলি' (১৯১৩ খৃঃ) নামৰ কবিতাৰ একমাত্ৰ সঙ্কলন, 'পদুম কুঁৱৰী' (১৯০৫ খৃঃ) বোলা একমাত্ৰ বুৰঞ্জীমূলক উপন্যাস, আৰু 'চক্ৰধ্বজ সিংহ', 'বেলিমাৰ' আৰু 'জয়মতী কুঁৱৰী' এই তিনিখন বুৰঞ্জীমূলক নাট ১৯১৫ খৃঃত প্ৰকাশিত বেজবৰুৱাৰ তৃতীয় স্তৰৰ বিবিধ ৰচনাৰ নিদৰ্শন। এই 'জয়মতী কুঁৱৰী' নাটকক অৱলম্বন কৰিয়ে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে প্ৰথম অসমীয়া কথাছবি 'জয়মতী'ক ৰূপালী পৰ্দাত ৰূপান্তৰিত ৰসৰাজৰ মানস-তনয়া নগাপাহাৰৰ ডালিমী সাহিত্য জগতৰ আলকুঁৱৰী

সৃষ্টি। 'লিতিকাই', 'পেঁপা', 'পাচনি', 'চিকৰপতি নিকৰপতি' নামৰ ধেমেলীয়া নাট্যাৱলী, 'বুঢ়ী আইৰ সাধু', "ককাদেউতা আৰু নাতিল'ৰা', 'জুনুকা', 'জোনবিৰি', 'কামত কৃতিত্ব-লভিবৰ সংকেত', 'বাখৰ' আদি বিবিধ সৰু-বৰ প্ৰকাশিত পুথিৰ উপৰিও নানা প্ৰবন্ধ ৰাৰে-মিহলি শ্ৰেণীৰ সাহিত্য—এইবোৰৰ প্ৰকাশ আৰু ৰচনা কাল ১৮৮৯ খৃঃৰ পৰা ১৯১৪ খৃঃলৈৰ ভিতৰত। 'বাঁহী'ত ছোৱা-ছোৱাকৈ ছেগা-চোৰোকাকৈ ১৯২২ খৃঃৰ পৰা ১৯৩৬-৩৭ চনমানলৈকে প্ৰকাশিত 'মোৰ জীৱন সোঁৱৰণ'ৰ মৰণোত্তৰ প্ৰকাশৰূপে দুটা সংস্কৰণ প্ৰকাশিত হোৱাত বেজবৰুৱা মানুহজনৰ সামাজিক পৰিবেশ আৰু তেওঁৰ সাহিত্য-ৰচনাৰ পটভূমি উপলব্ধি কৰাত পাঠক-সমাজৰ সুচল ঘটিছে।

সৰ্বসাধাৰণ পাঠক-পাঠিকাই প্ৰথম আৰু তৃতীয় স্তৰৰ সাহিত্যৰাজি পঢ়ি বেজবৰুৱাৰ হাস্যৰসিক আৰু সাহিত্য সৃজনীমূলক প্ৰতিভা বুজিব পাৰিব। বহুত সময়ত বেজবৰুৱাই সাহিত্য সৃষ্টিৰ সাৰ্থকতা পাওঁ পাওঁ হওঁতেই হাতৰ মুঠি ঢিলা কৰি দিছে। ব্যৱসায় আৰু সাহিত্য সৃষ্টি দুয়োটা বিষয়ত তাল ৰক্ষা কৰি চলিবলৈ তেওঁ টান পাইছিল। 'অসম সাহিত্য সভা'ৰ সভাপতিৰূপে দিয়া অভিভাষণত তেওঁৰ এই অৱস্থা এনেদৰে বৰ্ণিত হৈছে: "সেইহে কাপ এৰি হাতত কুঠাৰ ল'লোঁ। ক্ষত্ৰিয় বংশ নিৰ্বংশ কৰিবলৈ পৰশুৰামৰ কুঠাৰ নহয়, শালবৃক্ষ বংশক নিৰ্বংশ কৰিবলৈহে এই 'শালপ্ৰাংশু মহাভুজত' কুঠাৰ উঠিল। স্বভাৱৰ প্ৰেৰণাত কেতিয়াবা কুঠাৰখন দুৱাৰচুকত পেলাই থৈ ৰাৰত আঁখি-থোৱা কাপ-মৈলাম হাতত ল'লেই কুঠাৰে দুৱাৰ চুকৰ পৰা বিভিয়ায় 'হে হে কৰাই! কি কৰা!!' তত্‌ক্ষণিকে কাপ পেলাই আকৌ কুঠাৰ ল'বলগীয়াত পৰোঁ।" দুই নাৱত দুই ভৰি হ'লেও সাহিত্যৰথী বেজবৰুৱাই ব্যাপক আৰু বহুমুখী বৰঙণি আগ বঢ়াই গৈছে—সেইবোৰৰ পুঙ্খানুপুঙ্খ বিশ্লেষণ আৰু বৃহত্তৰ পৰিধিৰ বাইজে বুজিব-জানিব পৰাকৈ দেশী-বিদেশী ভাষাৰে সেই বিশ্লেষণৰ ৰূপ দানৰ জৰুৰী প্ৰয়োজন হৈ পৰিছে। বেজবৰুৱাৰ কবিতা "হয় যদি হওক, নহয় যদি নহওক" ভাৱত লিখা যদিও তেওঁৰ ৰচিত—'অ' মোৰ আপোনাৰ দেশ' অসমৰ বেচৰকাৰী ৰাজহুৱা জাতীয় সঙ্গীত; তেওঁৰ 'ধনবৰ আৰু ৰতনী', 'ৰতনীৰ বেজাৰ' আদি উচ্চ খাপৰ লিখিত কাহিনী গীত বা মালিতা, তেওঁৰ চুটিগল্পৰ নিপুণালি, সাধুকথাৰ আকৰ্ষণ, নাটকীয় কলা-কৌশল আদি বহুমুখী বিশ্লেষণৰ সামগ্ৰী হৈয়ে আছে।

লক্ষ্মীনাথ বেজবৰুৱা নিজে এজন পুৰুষ লেখক, গতিকে তেওঁৰ দৃষ্টিত পুৰুষ চৰিত্ৰতকৈ নাৰী চৰিত্ৰহে অধিকতৰ উজ্জ্বল হৈ উঠিছে নেকি! বিশেষত

নাট্যকবি শ্বেক্সপীয়েৰ আৰু ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ সমালোচনা প্ৰসঙ্গত কোৱা হয় যে তেওঁলোকৰ লেখনীত নাৰী চৰিত্ৰই পুৰুষ চৰিত্ৰতকৈ অধিক পৰিমাণে সজীৱ, প্ৰাণৱন্ত আৰু আকৰ্ষণীয় হৈ উঠিছে। বেজবৰুৱাৰ ডালিমী, ৰত্নী, জয়মতী কুঁৱৰী, ভদৰী, পিজৌ গাভৰু, মাজু আইদেউ, নুমলী ৰাজমাও, গজপুৰীয়ানী আদিৰ চৰিত্ৰ গদাপাণি, লম্বাৰজা, ধনবৰ, শিৱৰাম, ওৰেষানাথ, পূৰ্ণানন্দ বুঢ়াগোহাঁই, গজপুৰীয়া, প্ৰিয়ৰাম, লাচিত বৰফুকন আদিতকৈ উজ্জ্বলতৰ বুলিব নোৱাৰি; কোনো কোনো সময়ত পৰিৱেশ আৰু সংঘাত অনুসৰি নাৰী-পুৰুষ নিৰ্বিশেষে চৰিত্ৰ সমানে অঙ্কন কৰা হৈছে; তথাপি বেজবৰুৱাৰ ডালিমী চৰিত্ৰ নাৰীৰূপে নহ'লেও তেওঁৰ মানস-কন্যাৰূপে শ্ৰেষ্ঠ সৃষ্টি।

বেজবৰুৱাই নিজে কৃপাবৰ বৰবৰুৱাৰ ভাও লৈ লঘু ৰচনাৱলীত অসমীয়া সমাজৰ সৰু-বৰ ভিন ভিন স্তৰৰ লোকৰ দোষ-গুণ বৰ্ণাই চৰিত্ৰ অঙ্কন কৰিছে। মহত নামৰ ডা-ডাঙৰীয়া, সন্ত-মহন্ত, ৰজা-মন্ত্ৰীৰ গাতো সাধাৰণ মানুহৰ দোষ-গুণ, হিংসা, দ্বেষ, তেজ, অহঙ্কাৰ, মৰ্যাদা, ঐতিহ্যবোধ আদিৰ আধিক্য থকাৰ উপৰিও কাম-ক্ৰোধ আদি ৰিপুৰ বশৱৰ্তী হৈ সাধাৰণ নৰ-নাৰী বা জনগণৰ প্ৰতি অন্যায়-অবিচাৰ কৰাৰ দৃষ্টান্ত বেজবৰুৱাৰ প্ৰথম আৰু তৃতীয় স্তৰৰ সাহিত্যত দেখা যায়। বেজবৰুৱাৰ সাহিত্যত সাধাৰণ নৰ-নাৰী বা জনগণৰ চৰিত্ৰসমূহ অকলশৰীয়াকৈ বিশ্লেষণ কৰিব নোৱাৰি; সাধাৰণ নৰ-নাৰী, যেনে খেতিয়ক-ৰোৱণী, লিখিৰা-লিগিৰী, ভকত-আলধৰা, খৰিকটীয়া, টেকেলা, পাচনি, লিগিৰাই আদি, সচৰাচৰ উচ্চ থাপৰ ডা-ডাঙৰীয়া, আমোলা-বিষয়া, ৰজা-মন্ত্ৰী নাইবা ওচৰীয়া থাপৰ সন্ত-মহন্ত, গোঁসাই-অধিকাৰ-সকলৰ লগত অঙ্গাঙ্গিভাৱে জড়িত। বেজবৰুৱাৰ দৃষ্টিত সৰুৰ পৰা বৰ হ'ব খোজা, সাধাৰণৰ পৰা অসাধাৰণৰ শাৰীলৈ উঠিবলৈ যোৱা অসমীয়া লোকৰ সংখ্যা পৰিৱৰ্তিত সমাজ ব্যৱস্থাত বাঢ়ি গৈছিল—কৃপাবৰ বৰবৰুৱাই নিজে কিৰিপ, কৃপা, কৃপাবৰৰ ডেওনা পাৰ হৈ বৰবৰুৱা পদলৈ স্বয়ং উন্নীত হৈ অসমীয়া জাতি ডাঙৰ জাতি বুলি প্ৰমাণিত কৰিছিল: "বোপাইহঁত, তহঁতক মই ভাইটিহঁত বুলি মাতিছোঁ। দে এইবাৰলৈ মোক বৰবৰুৱা হ'বলৈ এৰি; বাটত অগা-ডেটা নকৰিবিহঁক। কতই এনেই কত কি ফুকন, বৰুৱা, শইকীয়া, বৰবৰা, চেকী-ঠোৰা হৈ হৈ গৈছে, দুখীয়া কৃপাবৰে যদি তহঁতৰ কৃপা-বৰ পাই বৰবৰুৱা হৈ যায়, তেনেহ'লে সি তহঁতৰহে গুণ গাব কুটুম!" কৃপাবৰ নিজে এজন আহি অসমীয়া; তেওঁ "ৰাতি আতোলা কানি-পাণৰ টিকিৰা দস্তৰ মতে

পুৰি, জঁটীয়া মোহনী ভাওৰ কলি এটি এঠা যেন কৈ মনি চিনিমত ভৰাই লৈ মনৰ সুখেৰে এহোপা" মাৰি সমাজিক দেখিছে : অসমীয়া সমাজৰ সকলৰ, পাপী-তাপী, ধনী-দুখী মানুহক যমপুৰীত যাতনা দিয়া দেখা পাইছে। অসমীয়া জাতীয় চৰিত্ৰই জীৱন্ত কৃপাবৰী ৰূপত কিছু অতিৰঞ্জিত ধৰণেৰে আমাৰ আগত থিয় দিছে : "টিকনিৰূপী ৰাৱণক ইংৰাজৰূপী ৰামেহে সংহাৰ কৰিব পাৰিব, টেকেলি পেটীয়া গোবিন্দাইৰূপী কৃপাবৰৰ সি কৰ্ম নহয়।"

কৃপাবৰ বৰবৰুৱাই সপোন-সচিতে লগ পোৱা নৰ-নাৰীসকলৰ ভিতৰত বুঢ়াদেউ, ঘৰৰ লগুৱা, যমদূত বা যমৰজাৰ টেকেলা, মিথ্যাকুমাৰ ঘোষ উকিল, জাহাজৰ ডাক্তৰ, চাবেং আৰু খালাচী, নিৰ্দয়া ষোড়শী গাভৰু আৰু তেওঁৰ অজ্ঞানী প্ৰেমিক বান্দৰ, অসমীয়া বাৰ্তাৰ কাকত নপঢ়া মানুহ, শিষ্যক জেকা চেঁচা মাটিত বহুৱা অসমৰ গোঁসাই, ছুৱাক নিছুৱা আৰু নিছুৱাক ছুৱা কৰাত কাজী গোদেউ শৰ্মা পণ্ডিত, বাজহুৱা বৰসবাহ আৰু পূজাৰ কাৰবাৰী-বিলনীয়া, বৰ চাহাব, কিৰিঙ্গী চাহাব, বঙালী বাবু, মোহন নামেৰে দিচাং-মুখীয়া ঘোঁৰা, টকৰু শৰ্মা সভা পণ্ডিত আৰু গুপনী, ভাদৈ আদি বহুতো অসমীয়া সমাজৰ জীয়া প্ৰতিনিধি।

ভাদৈ নামৰ বিধৱা তিৰোতা এজনীয়ে তাইৰ ভদাই ওৰফে 'ভদ্ৰাম টেকেলা' কানীয়াৰ মৃত্যুত এটি বিলাপ গীত গাইছে; বৰবৰুৱাৰ 'ওভতনি'ত ঠাই পোৱা এই গীতটোত ভাদৈ, ভদাই আৰু ভাদৈৰ মাক-বাপেকৰ চিত্ৰ আৰু চৰিত্ৰাংশ এনেদৰে ফুটি উলাইছে :

"জোনবাইৰ আগৰে একেটি তৰা।
আয়ে বিয়া দিলে গহীয়া দৰা॥
আইও কানীয়া বোপায়ো কানীয়া,
জোৱাইকো কানীয়া পালে।
কানীৰে জুতি লৈ বহি শুই থাকোতে
গোটেইটো কাল কটালে॥ ..
মুনিহটোৱে মোক মাতে ভাদৈ বুলি,
মই মাতো 'আমাৰ কানীয়া।'
ৰাইজে বুলিলে 'ভদ্ৰাম টেকেলা'
আয়ে 'ভদ সোণ-সেৰীয়া'॥"

ভদাইৰ অকাল মৃত্যুত ভাদৈৰ যি বিলাপ, সেইদৰেই মিৰি (মিছিং) ডেকা ধনবৰৰ লুইতৰ বুকুত অকাল আত্মজাহৰ পিছত মিৰি

গাভৰু ৰতনীৰ অন্তৰত অটল বেজাৰ। ধনবৰ আৰু ৰতনীৰ চৰিত্ৰ ৰজনীকান্ত বৰদলৈৰ আজলী মিৰিজীয়ৰী পানেই আৰু তাইৰ প্ৰণয়ী জঙ্কিৰ দৰেই বেদনাভৰা। 'কদম-কলি' কবিতাৰ পুথিত ধনবৰ আৰু ৰতনীৰ চৰিত্ৰ কাহিনী-গীতৰ মাজেদি করুণভাৱে ব্যক্ত হৈছে। 'ৰতনীৰ বেজাৰ', 'তিলকা' আদি কাহিনী গীতত অসমীয়া নাৰী-জীৱনৰ করুণ চিত্ৰ অঙ্কিত হৈছে। 'কদম-কলি' কবিতা পুথিৰ 'বীণ-বৰাগী' নামৰ কবিতাৰ যোগেদি অসমৰ অতীত-গৌৰৱ আৰু স্বদেশপ্ৰীতি ফুটি ওলাইছে; আনহাতে 'কৃপাবৰ বৰুৱাৰ ওভতনি'ত 'বীণ-বৰাগী' নামে এটা ধেমেলীয়া কবিতাত ৰাজকোঁৱৰে অপেশ্বৰী বিচাৰী বৰাগী হোৱা চিত্ৰ এনেদৰে ফুটি ওলাইছে ঃ

"কেৰ্কোচ কেৰ্কোচ বৰাগী ভটিয়াই গ'ল,
ধনশিৰী মুখতে ৰ'ল।
বৰাগিণী লগ পাই, আমাৰ বৰাগী ভাই
যোল কণীয়াটো হ'ল ॥'

টকৰু শৰ্মা সভাপণ্ডিত আৰু তেওঁৰ পত্নী থুপৰীৰ কলিকতা আগমণ আৰু কৃপাবৰ বৰুৱাৰ গৃহপ্ৰৱেশ সম্বন্ধে যি চিত্ৰাঙ্কন কৰা হৈছে, তাত অসমৰ হোজা নৰ-নাৰীৰ চৰিত্ৰৰ বিকৃত ইঙ্গিত পোৱা যায়। বাৰজন বিখ্যাত লোকৰ জীৱন চৰিত্ৰ লিখোতে কৃপাবৰে অসম ৰাজ্যৰ খহুৱা, নিধিৰাম, বিহুৱা খৰিভাৰী, ৰাতীয়া কলিতা, বদনচন্দ্ৰ বৰফুকন আৰু মান্যবৰ গণি মেধিৰ স্থান দি অসমৰ জনসমাজক সন্মানিত কৰিছে।

দ্বিতীয় স্তৰৰ সাহিত্যৰাজিত মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ আদিৰ জীৱন চৰিত আৰু সাহিত্যিক কৃতিত্ব আলোচনা, ভগৱান শ্ৰীকৃষ্ণৰ লীলা মাহাত্ম্য, কাহুদী, খাবলি, ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱন চৰিত বৰ্ণনা প্ৰসঙ্গত বেজবৰুৱাই সৰ্বসাধাৰণ নৰ-নাৰীৰ আৱশ্যকমতে উল্লেখ কৰিছে—এই উল্লেখ আৰু চিত্ৰাঙ্কন অসমীয়া সবল জীৱনৰ সাৰ্থক প্ৰতিবিম্ব। এই তত্ত্ব গধুৰ আলোচনা প্ৰসঙ্গত অসমীয়া সাধাৰণ নৰ-নাৰীয়ে বেজবৰুৱাৰ নিৰপেক্ষ মনোযোগ আকৰ্ষণ কৰিছে।

তৃতীয় স্তৰৰ বিবিধ সাহিত্যত বেজবৰুৱাই অসমৰ গঞা আৰু নগৰীয়া সাধাৰণ নৰ-নাৰীৰ চিত্ৰ তথা চৰিত্ৰ উপন্যাস, কবিতা, গল্প, সাধুকথা, নাট-নাটিকা আদিৰ জৰিয়তে মনোৰমকৈ ভিন ভিন ৰূপত অঙ্কন কৰিছে।

'জুনুকা' নামৰ শিশু উপযোগী সাধুকথাৰ পুথিত আৰু কবিতাৰে দহটা কাহিনী বেজবৰুৱাই বৰ্ণাইছে; ইয়াৰ আটাইকেইটাই উপদেশমূলক। 'সাপ

আৰু খেতিয়কৰ জীয়েক' সাধুটিত সতিনীৰ প্ৰতিহিংসা সুন্দৰকৈ ফুটি ওলাইছে: এটা খেতিয়কৰ দুজনী ঘৈণীয়েক আছিল; সৰুজনী লাগী আৰু বৰজনী এলাগী। দুজনী ঘৈণীয়েকৰ দুজনী জীয়েক। এলাগীৰ জীয়েকক সাপৰ লগত বিয়া দিবলৈ লাগী ঘৈণীয়েকে খেতিয়কক উপদেশ দিছিল। কিন্তু কি যে বিপৰীত ফল! এলাগীৰ জীয়েকক অজগৰে অলঙ্কাৰ পিন্ধালে আৰু লাগীৰ জীয়েকক আন এটি অজগৰে গিলি পেলালে। অসমীয়া তথা ভাৰতীয় সমাজত সতিনীৰ এনে প্ৰতিহিংসাৰ চানেকি তেজীমলা, তেজা আদিৰ কাহিনীতো আছে——এই বিষয় চিত্ৰণত বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা সতীৰ্থ। বেজবৰুৱাই অসমৰ গঞা আৰু জনজাতীয় নৰ-নাৰীক পুতৌ আৰু সহানুভূতিৰ চকুৰে চোৱা যেন লাগে।

'সাধুকথাৰ কুকি' 'জোনবিৰি' আদি গল্পৰ পুথিত ডা-ডাঙৰীয়া, সন্ত-মহন্তৰ উপৰিও অসমৰ আৰু অসমৰ ওচৰ-চুবুৰীয়া ঠাইৰ সৰ্বসাধাৰণ নৰ-নাৰীৰ চৰিত্ৰ কেতিয়াবা পুৰাকৈ, কেতিয়াবা আকৌ আধা ডুখৰীয়াকৈ প্ৰকাশিত হৈছে। ফুটুকাৰ তলত যখিনী চোৱাজীৰ টুকুটুক্ চাগৰি শুনা বেজবৰুৱাৰ পৰ্যবেক্ষণ শক্তি চোকা।

আদৰ্শ গঞা তিৰোতা ভদৰী আৰু চুইৰ তিৰিয়েক শিৱৰামৰ চৰিত্ৰ দুটি হুবহুকৈ ফুটাই তোলাত বেজবৰুৱাৰ নিপুণালি আছে।

দুপৰীয়া পথাৰৰ পৰা আহি শিৱৰামে নাঙলখন চোতালত থৈ ঘৈণীয়েক ভদৰীৰ ভাত-বৰ্কা নোহোৱাত খং উঠিছিল আৰু খঙৰ কোবত মৈদাৰে ভদৰীৰ পিঠিত দুকোব মাৰোতে তাই তেজেৰে তুমবলি হৈ মুচ্-কৰ্চ গৈ মাটিত পৰিছিল।

আস্পতালত তিনি দিনৰ মূৰত ভদৰীয়ে জ্ঞান পাই "তেওঁ ক'লৈ গ'ল?"——বুলি স্বামী শিৱৰামক বিচাৰিলে। দুটা বঙা পাগুৰীয়া কনিষ্টবলৰ মাজত থিয় হৈ থকা শিৱৰামক ভদৰীয়ে সুধিলে, "তোমাৰ গা কেনে আছে? আজি ভাত খালানে? তোমাৰ ভাত পানী খোৱাত মহা দুখ হৈছে চাগৈ?" এনে পতিব্ৰতা নাৰী চৰিত্ৰ আৰু দাম্পত্য কলহ তথা প্ৰেমৰ চিত্ৰ অঙ্কনত বেজবৰুৱা সফল হৈছে।

ছোটনাগপুৰৰ কোল সমাজৰ ৰতন মুণ্ডা আৰু জুমুৰীৰ কাহিনী আৰু কৰুণ বিৰহৰ চিত্ৰ অসমৰ ধনবৰ আৰু ৰতনীৰ দৰেই বেদনাদায়ক। 'পদুম কুঁৱৰী' উপন্যাসতো ভুঞীয়া চৰ্দাৰৰ পুতেক কোৰ্মা আৰু কুৰ্মীৰ চৰিত্ৰ চমু হ'লেও আকৰ্ষণীয়। হৰদত্তৰ জীয়েক পদুমকুঁৱৰীয়ে কুৰ্মীৰ সৈতে সখী

বান্ধিছিল। হৰদত্তৰ পুতেক ৰঘুক যেতিয়া আহোম সৈনিকে ধৰি বান্ধি নিয়ে তেতিয়া কোৰ্মাই মৃত্যুমুখৰ পৰা কৈছিল, "হখি, মই মৰু, তাত মুৰ বেজাৰ নাই, কিন্তু তুক যে মই ৰাখিব নোৱাৰিলোঁ এই বেজাৰহে মুৰ লগত গ'ল।"

নগা পাহাৰৰ মানামা গাম আৰু গামনীৰ জীয়েক ডালিমীয়ে কৈছে, "তেন্তে পখিলা দেখোন ৰঙত উৰি ফুৰে; ময়ো তেনেকৈ পখিলাৰ পিছে পিছে ৰঙত উৰি ফুৰোঁ, কিন্তু মোৰ কেঁচা সোণে কেতিয়াবা বং কৰিলেও, আকৌ থিতাতে মুখখন ওলোমাই বেজাৰ কৰে কিয় ?"

এনেদৰে গঞা আৰু জনজাতীয় সৰলতা, নিষ্ঠা-পৱিত্ৰতা ভদৰী, কোৰ্মা-কুমী, ৰতনমুণ্ডা-জুমুৰী আৰু ডালিমীৰ চৰিত্ৰত পোৱা যায়। শঠতা, দুষ্টালি আৰু ভণ্ডামিৰ নিদৰ্শনসূচক চৰিত্ৰও আছে। চৰিত্ৰবোৰৰ বেছিভাগে আংশিক আৰু ইঙ্গিতসূচক।

# কৃপাবৰ বৰবৰুৱাৰ ৰাজনীতি

## ডঃ সত্যেন্দ্ৰনাথ শৰ্মা

বেজবৰুৱাই ৰাজনীতিত অংশ গ্ৰহণ কৰা নাছিল, তেওঁ কোনো ৰাজনৈতিক দলৰ সক্ৰিয় সভ্যও নাছিল। সেইকাৰণে, পোনপটীয়াভাৱে, অৰ্থাৎ লক্ষ্মীনাথ বেজবৰুৱা হিচাপে ৰাজনৈতিক মতামত বৰ বেছিকৈ প্ৰকাশ কৰা নাই। তেওঁৰ 'alter ego' কৃপাবৰ বৰুৱাইহে বিভিন্ন সময়ত ঘটা ৰাজনৈতিক ঘটনা আৰু সমস্যালৈ চকু দিছে আৰু সম্পূৰ্ণ স্বকীয় মতামত ব্যক্ত কৰিছে। ৰাজনীতিৰ মেৰপাকত বেজবৰুৱা কোনোদিনে সোমোৱা নাছিল আৰু ভাৰতৰ জাতীয় স্বাধীনতাৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাও নাছিল। কিন্তু ৰাজনীতিৰ খেলপথাৰৰ বাহিৰত থিয় হৈ খেলত ৰাপথকা দৰ্শকৰ দৰে তেওঁ মন্তব্য প্ৰকাশ কৰাৰ পৰা নিজকে বিৰত ৰাখিব নোৱাৰিছিল। খেল চাবলৈ যোৱা দৰ্শকে সম্পূৰ্ণ নিৰপেক্ষ দৃষ্টি লৈ খেল নেচায়, যি কোনো এটা দলৰ লগত তেওঁৰ সহানুভূতি সাধাৰণতে স্থাপন কৰে। কিন্তু সেইবুলি নিজৰ দলে অন্যায় খেল খেলিলে মনে মনে সহ্য কৰি থকাটোও প্ৰকৃত খেলুৱৈসুলভ মনোবৃত্তিৰ পৰিচায়ক নহয়। বেজবৰুৱাই ৰাজনীতিৰ খেলপথাৰত নিজে খেলুৱৈ ৰূপে নেনামিলেও কৃপাবৰৰ ভূমিকাত চমজদাৰ দৰ্শকৰূপে টীকা-টিপ্পনী আৰু মন্তব্য দি তেওঁৰ সহানুভূতি কোনফালে আছিল স্পষ্টভাৱে জনাই গৈছে আৰু তেওঁৰ সহানুভূতি থকা দলটোৱে ভুল কৰিলে তাক আঙুলিয়াই দিবলৈকো কুণ্ঠিত নহৈছিল। অৱশ্যে এই কথাও মনত ৰাখিব লাগিব যে ৰাজনীতি তেওঁৰ 'পেচা'ও নাছিল, নাইবা সাময়িক 'বিনোদ-বিহাৰ'ৰ ক্ৰীড়াস্থলীও নাছিল। গতিকে সমসাময়িক সকলোবিলাক ৰাজনৈতিক ঘটনা আৰু সমস্যাই কৃপাবৰৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল তাৰ ধাৰাবাহিক আৰু শৃঙ্খলাবদ্ধ বিৱৰণ নেপাওঁ।

ঊনবিংশ শতাব্দীৰ শেষ চতুৰ্থাংশত যিসকল অসমীয়া ডেকাই পাশ্চাত্য শিক্ষাৰ পোহৰ পাই জননী জন্মভূমিক সেৱা কৰাৰ সংকল্প কৰিছিল তেওঁলোকে বিদেশী শাসকৰ বিৰুদ্ধে প্ৰত্যক্ষ সংগ্ৰাম কৰি স্বাধীনতা লাভৰ যোগেদি দেশৰ উন্নতি সাধন কৰাৰ কথা ভৱা নাছিল, বৰং বিদেশী শাসকৰ লগত সহযোগ

কৰি সকলো বিধিসম্মত উপায়ে দেশৰ উন্নতি সাধন কৰাৰ কথাই ভাবিছিল। তদুপৰি মানৰ অমানুষিক অত্যাচাৰৰ পৰা ৰক্ষা পাই অসমীয়া ৰাইজে বহুত দিনলৈকে ইংৰাজক কৃতজ্ঞতাৰে সুঁৱৰিছিল, গতিকে বৈধী আন্দোলনৰ বাহিৰে বিপ্লৱমূলক আন্দোলন বা ৰাজনীতিৰ কথা বেজবৰুৱাৰ পূৰ্বগামী আৰু সহগামী সকলে ভৱা নাছিল। এওঁলোকৰ পাছৰ চামৰ শিক্ষিত যুৱকসকলেহে ক্ৰান্তি-কাৰী আন্দোলনত সক্ৰিয়ভাৱে লিপ্ত হৈছিল।

কিন্তু সেই সময়ৰ আন শিক্ষিত যুৱকসকলৰ ওপৰত যি সামান্য সৰ্ব-ভাৰতীয় ৰাজনৈতিক প্ৰভাৱ পৰিছিল তাৰ তুলনাত বেজবৰুৱাৰ ওপৰত প্ৰভাৱ অধিক ব্যাপক আছিল বুলি ভাবিবৰ থল আছে। বিশেষকৈ নৰমপন্থী জাতীয়তাবাদী নেতাসকলৰ কিছু প্ৰভাৱ, বৈবাহিক সম্বন্ধ আৰু ব্যৱসায় সংক্ৰান্ত ঘনিষ্ঠতাৰ যোগেদি তেওঁৰ ওপৰত নপৰাকৈ থকা নাছিল। উনবিংশ শতাব্দীৰ শেষ আৰু বিংশ শতাব্দীৰ প্ৰাৰম্ভিক কালছোৱা নৰমপন্থী জাতীয়তা-বাদৰ যুগ। দাদাভাই নৌৰজীৰ পৰা আৰম্ভ কৰি গোপালকৃষ্ণ গোখলেৰ দিনলৈকে ভাৰতীয় জাতীয় কংগ্ৰেছত নৰমপন্থী জাতীয়তাবাদীয়ে নেতৃত্ব দি আহিছিল। পাছত তিলক আৰু গান্ধীজীয়ে কংগ্ৰেছক চৰমপন্থী কৰি তোলে। বেজবৰুৱাৰ শহুৰ গোষ্ঠী বিখ্যাত ঠাকুৰ পৰিয়ালৰ লোকসকল জাতীয়তাবাদী আছিল, কিন্তু উগ্ৰপন্থী আৰু সক্ৰিয় ৰাজনৈতিক বিপ্লৱবাদী নাছিল। বেজবৰুৱাই সেই সময়ৰ বঙ্গদেশৰ বহুতো বিখ্যাত লোকৰ সংস্পৰ্শত আহিছিল; এওঁলোকৰ সৰহভাগেই ৰাজনীতিৰ ক্ষেত্ৰত নৰমপন্থী আছিল। বেজবৰুৱাৰ ৰাজনৈতিক ধাৰণা আৰু চেতনাৰ সৃষ্টিত ওপৰত উল্লেখ কৰা পৰিবেশৰ প্ৰভাৱ একেবাৰে নুই কৰিব নোৱাৰি।

কংগ্ৰেছে নৰমপন্থা পৰিহাৰ কৰি চৰমপন্থা গ্ৰহণ কৰাৰ আগতে বেজবৰুৱাই কোনোবা এখন কংগ্ৰেছৰ অধিবেশনত প্ৰতিনিধি হিচাপে যোগদান কৰিছিল। তেওঁৰ সহকৰ্মী ভোলানাথ বৰুৱায়ো ১৯০২ চনত আহমেদাবাদ কংগ্ৰেছ অধিবেশনত অসমৰ প্ৰতিনিধি স্বৰূপে যোগদান কৰিছিল। বেজবৰুৱাৰ জাতীয়তাবাদী দৃষ্টি-ভঙ্গী ইয়াৰ পৰাই অনুমান কৰিব পাৰি। এই সময়তে অৰ্থাৎ বিংশ শতাব্দীৰ প্ৰাৰম্ভতেই বঙ্গ-ভঙ্গ আন্দোলনৰ সূত্ৰপাত হয়, আৰু সেই আন্দোলনৰ উপসৰ্গৰূপে সন্ত্ৰাসবাদে দেখা দিয়ে। সেই আন্দোলনে তেওঁৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল 'কৃপাবৰ বৰবৰুৱাৰ ওভতনি'ৰ কেইটামান প্ৰবন্ধত দেখা পাওঁ। বঙ্গ-ভঙ্গ আন্দোলন সম্পৰ্কে কৃপাবৰৰ মত হ'ল এয়ে যে লৰ্ড কাৰ্জনে বঙ্গদেশ ফালি দুখন কৰাত একো আচৰিত হ'বলগীয়া

কথা নাই, কাৰণ পূৰ্ববঙ্গ আৰু পশ্চিমবঙ্গ প্ৰকৃততে বহুত বিষয়ত পৃথক। কিন্তু অসমক পূৰ্ববঙ্গৰ লগত চানিল কৰাতহে কৃপাবৰৰ বেজাৰ। কৃপাবৰে এইদৰে মনৰ দুখ প্ৰকাশ কৰিছে, "শ্বেতদ্বীপৰ পৰা বৰফুকন এজন আহি কিছুদিনৰ আগতে ভাৰত শাসন কৰিছিল। সেইজনৰ শাসন কোনোৱে ভাল বোলে, কোনোৱে বেয়া বোলে। সেই কথাৰ বিচাৰ নকৰি বৰুৱাই ক'বলৈ বাধ্য যে বৰফুকন ডাঙৰীয়াই ঢাৰি-পাটী, কাঁহী-কলহ বাল্কি-কুল্কি টুপিটো, কুকুৰটো আৰু লাখুটিডাল লৈ ঘৰলৈ যাবৰ সময়ত বঙলা দেশখন ফালি দুফাল কৰি এফাল নিছলা আসামৰ সৈতে বলেৰে লগ লগাই থৈ গ'ল। অসমৰ হকে বৰবৰুৱা এই কাৰ্যত বৰ বেজাৰ।"১

বঙ্গ-ভঙ্গ আন্দোলনৰ সময়তে ভাৰতীয় জাতীয় সঙ্গীত আৰু ধ্বনিৰূপে প্ৰয়োগ হোৱা 'বন্দে মাতৰম্'ৰ অতিপ্ৰয়োগ আৰু লঘুপ্ৰয়োগ দেখি কৃপাবৰ বৰবৰুৱাই ব্যঙ্গৰ সুৰত লেখিছে: "বৰটি বিলাক চিনাই দিলেই ডোলন মাত ধেপধেপীয়া হৈ যোৱাৰ দৰে মোৰ বিশ্বাস ইহঁতৰ চিক্ৰবলৈ (বন্দে মাতৰম্ চিক্ৰবলৈ) আওকাণ কৰি বহি থাকিলে, বন্দে মাতৰং নামে ওল-কচুৰ গুটিটো তাহানি বেঁকা চন্দ্ৰই২ য'তে পুতি থৈছিল সেই কচুৰ মাটিতে থিহিবা লাগি পোতখাই থাকিবৰ৩।" বঙ্কিমচন্দ্ৰই ৰচনা কৰা 'বন্দে মাতৰম্' গীত আৰু ধ্বনিৰ আওপ্ৰয়োগ কৃপাবৰে সহ্য কৰিব পৰা নাছিল। তেওঁ এই প্ৰসঙ্গত আৰু লেখিছে: "বন্দে মাতৰম্ মানে তেনো আইক অৰ্থাৎ জন্মভূমিক বন্দনা কৰা, সেৱা কৰা। এইটো বঙালীয়ে বীজ মন্ত্ৰ কৰিছে, কিন্তু তেওঁলোকে তাৰ সন্মান ৰাখিবলৈ যত্ন নকৰে কিয়? থলে-অথলে, কালে-অকালে তেওঁলোকে বীজ মন্ত্ৰটো বৰ্ণলি উলি ব্যৱহাৰ বা অপব্যৱহাৰ কৰি থকাৰ মানে কি?"৪

বোমা ফুটাই সন্ত্ৰাসবাদৰ যোগেদি দেশ স্বাধীন কৰাৰ স্বপ্ন যিবোৰে দেখিছিল কৃপাবৰে তেওঁলোকক বিদ্ৰূপ কৰিছিল আৰু তেনে পন্থাক ঘৃণাৰ দৃষ্টিৰে চাইছিল। 'ভাৰৰ বুৰবুৰণি'ৰ 'বম' নামৰ প্ৰবন্ধত তেখেতে লেখিছে, "লেখা-পঢ়া শিকি এই ডেকা ল'ৰাখনে শিকিলে মাথোন চোৰৰ দৰে লুকাই-চুৰকৈ লোকৰ গাত বম মাৰিবলৈ, মানুহ খুন কৰিবলৈ। পশুৰ ভিতৰত শ্ৰেষ্ঠ শাৰীৰ পশুৱেও এনে চুলুঙালি কৰি পৰক আক্ৰমণ নকৰে।

---

১। 'কৃপাবৰ বৰুৱাৰ ওভতনি': 'অবতাৰ'।
২। 'বেঁকাচন্দ্ৰ'—বঙ্কিম চন্দ্ৰ।
৩। 'ওভতনি': 'বন্দে মাতৰম্'।
৪। 'ওভতনি': 'বন্দে মাতৰম্'।

বোলো, দেখা-শুনাকৈ আক্ৰমণ কৰিবলৈ তহঁতৰ গাত যদি বল নাই, সাহ নাই, পিত নাই, তেন্তে গেৰিলা কাম কৰিবলৈ যাব কিয় ? সাপে খুটি অলেখ মানুহক মাৰিছে, তথাপি মনুষ্য বংশ নিৰ্বংশ কৰি সৰ্পৰাজ্য প্ৰতিষ্ঠা কৰিব পৰা নাই। সি গাঁতত সোমাই বম-কণী পাৰি গাঁতৰ পৰা ওলাই দুই-চাৰিটা মানুহ মৰাৰ বাহিৰে আৰু কি মহৎ কাৰ্য কৰিব ?—সেই দেখি সকলোৰে কৰ্তব্য সৰ্পক গাঁতৰ পৰা টানি উলিয়াই তাৰ কংকালৰ জোৰাত মাৰ লগোৱা। প্ৰথমতে বম ওলাওঁতেই মহাত্মাজীয়ে যি কথা কৈছিল সেই কথা আখৰে আখৰে ফলিয়াইছে। ১৯১৫ চনত তেওঁ ভাৰতলৈ আহি কৈছিল---'এই দেশত কোনো কাৰ্যৰ নিমিত্তে যদি বম ব্যৱহাৰ হয়, তেনেহ'লে অকল সেই কাৰ্যতে ই সীমাবদ্ধ হৈ নেথাকে।' জগতৰ শান্তিৰ দূত মহাত্মা গান্ধীৰ গাত বম ! ছি !! ছি !!"৫

বিদেশী ইংৰাজ শাসকৰ বিৰুদ্ধে বৰবৰুৱাই অনেক ঠাইত ব্যঙ্গৰ ছলেৰে বিৰূপ মন্তব্য দাঙি ধৰিছে। ইংৰাজবিলাকৰ শোষণ-নীতি আৰু ভাৰতবাসীক কৰা ঘৃণনীয় ব্যৱহাৰৰ বিৰুদ্ধে চোকা অভিমত দাঙি ধৰিছে। পদ্মনাথ গোহাঞি-বৰুৱা সম্পাদিত 'উষা'ৰ তৃতীয় বছৰ প্ৰথম সংখ্যাত বৰবৰুৱাৰ 'এংলো ইণ্ডিয়ান' নামে এটা প্ৰবন্ধ প্ৰকাশ হৈছিল। সম্পাদকে ইংৰাজ-বিদ্বেষসূচক বুলি প্ৰবন্ধটো পৰৱৰ্তী সংখ্যাত সম্পাদকীয় মন্তব্য দি উঠাই লয়। প্ৰবন্ধটোৰ আৰম্ভণি আৰু শেষাংশৰ পৰাই কৃপাবৰৰ ইংৰাজ শাসক সম্পৰ্কে ধাৰণা অনুমান কৰিব পাৰি ঃ

"চৰকাৰী চাকৰি আৰু বেহা-বেপাৰ আদিত লাগি কম-বেছি কিছু কাল ভাৰতবৰ্ষত বাস কৰোঁতা ইংৰাজবিলাকক 'এংলো ইণ্ডিয়ান' বোলে। কোনে বোলে, কিয় বোলে নেজানো, কিন্তু বোলে। বৰবৰুৱাই কিন্তু এওঁলোকক, ভাৰত জম্বুদ্বীপত থকা ডাঙৰ জামু গছজোপাৰ পকা জামু খাবলৈ গোট খোৱা আৰু জামু খোৱা হ'লে ভুৰুং কৰে উৰি গুচি যোৱা কিবা এজাতি বিলাতী চৰাই বোলে। এওঁলোকৰ বিস্তৰ গুণ, যিবোৰৰ নিমিত্তে এওঁলোক দুনিয়াত প্ৰশস্ত। এওঁলোকে লোকৰ জামু খাই জামু গছৰ ডাল ভাঙি তাহিলং কৰে আৰু নিজৰ ডাঙৰ তোটোলাত এতোটোলাকৈ জামু ভৰাই নিজৰ দেশলৈ গুচি যায়। এই বিদেশী চৰাইবোৰৰ কলকলনি, পাখিৰ চট্‌চটনি আৰু চোকা ঠোঁটৰ খোটনিৰ ভয়ত দেশীয় চৰাই-চিৰিকতিবোৰ জামুৰ কাষ চাপিব নোৱাৰে।"

---

৫। বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি ঃ 'বম'।

ইয়াৰ পাছত বৰবৰুৱাই এই এংলো ইণ্ডিয়ানবোৰৰ সৰহভাগেই যে বিলাতৰ সাধাৰণ শ্ৰেণীৰ মানুহ, কেৱল ভাৰতলৈ আহিহে "বৰ চাহাব" হৈ পৰেহি, সেই কথাৰ বৰ্ণনা দিছে। অৱশেষত বৰবৰুৱাই এনেধৰণে সামৰণি মাৰিছে : "ইহঁত - (এংলো ইণ্ডিয়ান) কল্পতৰু ভাৰতলৈ আহিলেই ইহঁতৰ অৱস্থাৰ পৰিৱৰ্তন আচৰিত ৰকমে ঘটে। ইহঁতে ভাৰত কল্পতৰুৰ পৰা হাত পাতিলেই ঘৰুৱা বনবাৰী কৰিবলৈ দেশী লগুৱা পায়, জোতা চাফ কৰিবলৈ বেহেৰা পায়, গাৰ চোলা-ঠেঙা ধুবলৈ দেশী ধোবা পায়, ঘৈণীয়েকহঁতৰ ল'ৰা-ছোৱালীৰ আলপৈচান ধৰিবলৈ একোজনী 'আয়া' অৰ্থাৎ বেটী পায়।——এনে স্থলত আশ্চাৰ্য কি যে সিহঁত গপাল, উদ্ধত, ওভতগোবে নচা হ'ব আৰু সিহঁতে দেশী মানুহক কুটা যেন দেখিব আৰু ক'লা নিগাৰ পাগ্লাকুলিক তালপ দোষতে বা বিনা দোষতে গুলিয়াই মাৰিব। ইহঁতৰ বুপাকৰাই যুঁজ কৰি ভাৰতবৰ্ষ জয় কৰিছিল হেনো। সেই দেখি ইহঁতে দুখীয়া গাঁৱলীয়া মানুহক চৰাই পহু মৰাদি গুলিয়াই মাৰিব পায় বুলি ভাবে। এইবিলাক বৰ বেজাইৰ কথা; আমঠু ক'লা পৰি যোৱা কথা। সেই দেখি মুঠতে বৰবৰুৱাই কয় যে ভাৰতবৰ্ষই ইংৰাজক ডাঙৰ মানুহ কৰিলে। যদি তেওঁলোক ইমানতে সাৱধান নহয় আৰু নিজৰ গাৰ ঘাবোৰ ধুই তাত দৰব নিদিয়ে, তেন্তে সেই ঘায়েই তেওঁলোকৰ কাল হ'ব।"

'উষা'ৰ তৃতীয় বছৰ দ্বিতীয় সংখ্যাত কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন : 'বম' নামৰ আন এটা প্ৰবন্ধ প্ৰকাশ হৈছিল। এই প্ৰবন্ধটোত বঙালী বোমা নিৰ্মাণ আৰু প্ৰয়োগকাৰী সন্ত্ৰাসবাদীসকলক কৃপাবৰে গৰিহণা দিয়াৰ লগে লগে নিৰ্জু—ভয়াতুৰ বঙালী ভাইসকলে কিয় 'বোমা' সাজিবলৈ লয় তাৰ কাৰণ কেইটামানো উল্লেখ কৰে। কৃপাবৰ এই সময়ত (১৯০৯) কিছুদূৰ ৰাজভক্ত প্ৰজা আছিল যেন অনুমান হয়, কাৰণ তেওঁ বমৱালাবোৰক গৰিহণা দিয়াৰ লগে লগে ইংৰাজ শাসকৰ গুণগানো কৰিছে। এই প্ৰবন্ধৰ এঠাইত এইদৰে লেখিছে "ৰাজভক্তি ভাৰতবাসীৰ গাৰ নোমৰ গুৰিয়ে গুৰিয়ে চিৰকাল আছে, সেই ৰাজভক্তি ফু মাৰি উৰাবৰ চেষ্টা কৰাটো ফটুৱাৰ কাম, বলিয়াৰ কাম, গোটিগৰুৰ কাম।" ইয়াৰ আগতে প্ৰকাশ হোৱা 'এংলো ইণ্ডিয়ান' নামৰ প্ৰবন্ধতো কৃপাবৰে সামৰণি এনেদৰে মাৰিছে : "ইংৰাজে ভাৰতৰ অনেক উপকাৰ কৰিছে, আৰু ভাৰতবৰ্ষ ইংৰাজৰ ওচৰত অনেক প্ৰকাৰে ধৰুৱা। ইংৰাজ ভাৰতৰ গৰাকী হৈ থাকে এনে আশা ভাৰতে সদাই কৰে। বৰবৰুৱাৰ বেজাৰ লাগে এইবাবে যে ইংৰাজ যেনেকৈ আমাৰ

উপকাৰী বন্ধু আমিও তেনেকৈ তেওঁলোকৰ হিতাকাংক্ষী হ'ম। তেওঁলোকৰ অধোগতিত আৰু অমঙ্গলত আমি বেজাৰ পাওঁ।" 'ৰণ' শীৰ্ষক প্ৰবন্ধৰ শেষতো সেই একে সুৰতে কৃপাবৰে ইংৰাজ চৰকাৰক সাৱধান বাণী শুনাই কৈছে, "প্ৰজাক মৰমেৰে সু-শাসন কৰি সিহঁতৰ কান্দোন আৰু আপত্তিলৈ ভালকৈ কাণ দি সিহঁতৰ দুখ গুচাবলৈ যতন কৰি থাকিলে আৰু সিহঁতৰ অজ্ঞানতাজনিত দায়-দোষ মৰিষণ কৰি ৰজাৰ্ষীয়াসকল চলিলে, সাত নাও তাত আৰু সাত নাও মাটি মাহৰ আওঁ লোৱা দুষ্ট ৰকাসুৰ 'ৰণে' আকাশবাণী ভীমৰ ভুকু আৰু বাঘ-চকা খাই প্ৰাণ ত্যাগ কৰিব।"

ওপৰৰ উদ্ধৃতি দুটা ১৯০৯-১০ চনৰ 'উষা' কাকতত প্ৰকাশ হোৱা প্ৰবন্ধৰ অংশ। সেই সময়ত বেজবৰুৱা ওৰফে কৃপাবৰে ইংৰাজ শাসনত আস্থা হেৰুৱা নাছিল, বৰং ৰাজভক্ত জাতীয়তাবাদীৰূপে পৰিচয় দিছিল। কিন্তু সেইবুলি ইংৰাজৰ দোষ-ত্ৰুটিবোৰ নিৰ্ভীকভাৱে আঙুলিয়াই দিবলৈ কুণ্ঠা-বোধ নকৰিছিল। তেওঁৰ ইংৰাজ-শাসনৰ প্ৰতি থকা আস্থা সময়ৰ লগে লগে ক্ৰমে অনাস্থাত পৰিণত হ'ল। প্ৰথম মহাযুদ্ধৰ সময়ত ভাৰতক স্বায়ত্ত-শাসনৰ একপ্ৰকাৰ প্ৰতিশ্ৰুতি দি পাছত সেই প্ৰতিশ্ৰুতি বৃটিছ চৰকাৰে ভঙ্গ কৰাত বহুতো নৰমপন্থী নেতাই ইংৰাজ চৰকাৰৰ আশ্বাস বাণীত বিশ্বাস হেৰুৱালে। কৃপাবৰো সেইসকলৰ ভিতৰত এজন। প্ৰথম মহাযুদ্ধৰ পাছৰ ৰচনাসমূহত ইংৰাজ চৰকাৰৰ কোনো গুণ-গান নাই, বৰং তীব্ৰ পৰিহাস আৰু সমালোচনাহে পোৱা যায় আৰু প্ৰত্যক্ষ বা পৰোক্ষভাৱে স্বাধীনতা আন্দোলন তথা কংগ্ৰেছৰ কৰ্মনীতিৰ সমৰ্থন পোৱা যায়।

'কাকতৰ টোপোলা', 'বৰবৰুৱাৰ ওভতনি' এই দুখনত মহাত্মা গান্ধীৰ আৰু তেখেতৰ সহকৰ্মী আৰু অনুগামী কাৰো উল্লেখ নাই। ইয়াৰ কাৰণ হ'ল সেই দুখন গ্ৰন্থত সন্নিবিষ্ট ৰাজনৈতিক—বিষয়ক প্ৰবন্ধ কেইটা ৰচনাৰ সময়ত মহাত্মা গান্ধীয়ে দক্ষিণ আফ্ৰিকাৰ পৰা উভতি আহি ভাৰতীয় ৰাজনীতিত প্ৰৱেশ কৰা নাছিল। কিন্তু ১৯২০ চনৰ পৰৱৰ্তী কালৰ 'বাঁহী'ৰ সম্পাদকীয় আৰু 'কাহিনি—খাবলি'ত আৰু 'কৃপাবৰৰ ভাৱৰ বুৰবুৰণি'ত সমসাময়িক ৰাজনৈতিক ঘটনাৰ উল্লেখ আৰু মন্তব্য পোৱা যায়। ধেমালি আৰু ব্যঙ্গৰ সুৰ মিহলি হৈ থাকিলেও এই ৰচনাবোৰত জাতীয় আশা-আকাংক্ষাৰ প্ৰতি সহানুভূতি স্পষ্টভাৱে প্ৰকাশ পাইছে।

গান্ধীজীৰ প্ৰতি অসীম শ্ৰদ্ধা কেইবাখনো ৰচনাত প্ৰকাশ পাইছে। ১৯৩৩ চনত পুণাত মহাত্মা গান্ধীৰ গাত বম দলিয়াই হত্যা কৰিবলৈ চেষ্টা

কথা শুনি সন্ত্ৰাসবাদীবোৰক তিৰস্কাৰ কৰি 'বম' প্ৰবন্ধটো লেখে। প্ৰবন্ধৰ সামৰণিলৈ লক্ষ্য কৰিলেই মহাত্মা গান্ধীৰ প্ৰতি তেখেতৰ শ্ৰদ্ধাৰ গভীৰতা বুজিব পৰা যাব ঃ

"ছিঃ ! জগতৰ শান্তিৰ দূত মহাত্মা গান্ধীৰ গাত বম ! অৱশ্যে ক্ষুদ্ৰ প্ৰাণীৰ কথা নকওঁৱেই, সাপে পালে আমাৰ আউনী আটীয়া গোঁসাই প্ৰভুৰ পাৰতো এখোট মাৰিব। শিশু অশ্বৰ তলত পদ্মাসনত বহি থকা শ্ৰীকৃষ্ণৰ পাৰতো ব্যাধে শৰ মাৰিছিল। অৱশ্যে ভুলত, কিন্তু আমাৰ স্বদেশী বমৱালাৰ ভুলো নাই, ভ্ৰান্তিও নাই, আছে মাথো বলিয়ালি।"৬

স্বাধীনতা যুঁজৰ নেতাসকলৰ ত্যাগ বেজবৰুৱাই কৃতজ্ঞভাৱে কেবা ঠাইতো সুৱঁৰিছে। 'মৃত্যুঞ্জয়' নামৰ বুৰবৰণিৰ প্ৰবন্ধত এই প্ৰসঙ্গত তেওঁ লেখিছে, "তিলক, চিত্তৰঞ্জন, লাজপৎ ৰায় আৰু মতিলালে যেনেকৈ হওক প্ৰাণ দিলে তোমালোকক সুখত ৰাখিবলৈ। পৃথিৱীত কিছুমানে স্ব-ইচ্ছাই দুখক বৰণ কৰি লৈ মৰে,, আৰু হাজাৰে হাজাৰে মানুহ তাৰ সীমা নগছকি জীয়ে।"

মহাত্মা গান্ধীৰ শিশুসুলভ সৰলতা আৰু আড়ম্বৰহীন জীৱনৰ প্ৰশংসাৰ উল্লেখ একাধিক ঠাইত :পোৱা যায়। ভাবৰ বুৰবুৰণিৰ 'বৰবকৰা লম্বাই সংবাদ'ত মহাত্মাক প্ৰহ্লাদ, ভাৰতীয়সকলক দৈত্যশিশু আৰু ইংৰাজ চৰকাৰক হিৰণ্যকশিপু ৰূপে কল্পনা কৰি মহাত্মাৰ সত্যাগ্ৰহ-আন্দোলনক প্ৰহ্লাদৰ অহিংস সত্যাগ্ৰহৰ লগত তুলনা কৰিছে আৰু লম্বাইৰ মুখেদি গান্ধীজী সম্পৰ্কে কোৱাইছে ঃ "এজাত মানুহ আছে বয়স বাঢ়িলেও ল'ৰা হৈয়ে থাকে। গান্ধী মহাত্মাকো তেনে বুলিয়েই মনে ধৰে। সেই দেখিয়েই হবলা জগতৰ সকলোৱে কয় যে গান্ধীৰ গাত child like simplicity অৰ্থাৎ শিশুৰ সৰলতা আছে।"

দেশৰ গতিগতি যেনেহে দেখিছোঁ, প্ৰহ্লাদে সত্যাগ্ৰহ কৰিবলৈ হুকুম নিদিলেও দৈত্য-শিশুবোৰে নকৰি এবাৰ আগন্তুক ক'ত ? দেশকাল আজি-কালি এনে হৈ পৰিছে যে সিহঁতৰ খাবলৈ ভাত নাই, কৰিবলৈ চাকৰি নাই, খৰচলৈ পইচা নাই .. .. so on and so forth !"

হিন্দু-মুছলমানৰ সম্প্ৰীতি; জাতীয় একতাৰ প্ৰধান ভেটি। একতা স্থাপন কৰিবলৈ চেষ্টা কৰোঁতে মুছলমানসকলে ন্যায্য দাবীতকৈ অতিৰিক্ত কিছুমান দাবী কৰাত তৃতীয় দশকত হিন্দুৱে আপত্তি কৰিছিল। ৰামজে মেক্‌ডনেল চাহাবৰ 'সাম্প্ৰদায়িক বাটোৱাৰা'ৰ ( communal award ) পাছত মুছলমানসকলৰ এনে দাবী বৃদ্ধি পাইছিল। গান্ধীজীয়ে সাম্প্ৰদায়িক বাটোৱাৰাৰ

৬। 'বৰবকৰাৰ ভাবৰ বুৰবুৰণি', 'বম'।

বিৰোধিতা কৰিছিল, কিন্তু মুছলমানসকলৰ সন্দেহ দূৰ কৰিবৰ কাৰণে তেওঁ-লোকৰ ন্যায্য প্ৰাপ্যতকৈ অধিক দিবলৈকো আগ বাঢ়িছিল,' যদিহে মুছলমান-সকলে সাম্প্ৰদায়িক বাটোৱাৰা অঙ্গীকাৰ কৰে। কৃপাবৰেও গান্ধীজীৰ সুৰত সুৰ মিলাই স্বকীয় ৰীতিত কৈছে ঃ

"গান্ধী মহাৰাজৰ লগত সুৰ মিলাই মইো কওঁ—মুছলিমসকলে যি বিচাৰিছে দিয়া, আৰু জাঁতৰি চাই থাকা। তেওঁলোকে দুখ-যন্ত্ৰণাকৈ লাভৰ সৰহভাগ পালে সম্ভৱতঃ অপদাৰ্থতাৰ কাৰণে চাজ হ'ব। অন্যথা তেওঁলোকৰ যে তেনে হওক, এইটো আমাৰ উদ্দেশ্য নহয়। চাৰ চৈয়দ আহমদে ক'বৰ নিচিনা হিন্দু আৰু মুছলিম ভাৰত জননীৰ দুটা চকু। এটা চকু দুৰ্বল হ'লে আমাৰ সুন্দৰী আই হে কুৰূচ হ'ব।"৭

ভাৰতীয় স্বাধীনতাৰ দাবী সম্পৰ্কে আলোচনা কৰিবলৈ ১৯৩০ চনত লণ্ডনত ঘূৰণীয়া মেজমেল আহ্বান কৰা হৈছিল। তাতে ভাৰতীয় জনতাৰ প্ৰতিনিধিক নিমন্ত্ৰণ নকৰি চৰকাৰৰ সমৰ্থকক প্ৰতিনিধি মনোনীত কৰি নিয়া দেখি কৃপাবৰ বৰবৰুৱাই এনেদৰে মন্তব্য কৰিছে ঃ "বিলাত প্ৰবাসী ভাৰতীয় মেলুৱৈসকলে যিহকে কথন-মথন কৰক তেওঁলোকৰ কথা ভাৰতৰ সৰ্ব-সাধাৰণে মানিব বুলি মনে নধৰে। তেওঁলোকক ভাৰতৰ সৰ্বসাধাৰণে নিজৰ প্ৰতিনিধি পাতি পঠিওৱা নাই। ভাৰতৰ প্ৰতিনিধিসকল বৰ ফাটেকৰ ভিতৰত, সেইসকলৰ এজনো মেলত নাই। এতেকে বিলাতৰ মেলত মেলুৱৈসকলে গোৱা-বোৱাবোৰ খোলাকুটিৰ ভাল হ'ব।"৮

ইংৰাজ চৰকাৰৰ মনোনীত ৰায়বাহাদুৰ, ৰায়চাহাব খিতাপধাৰী সদস্য-সকলে যে ভাৰতৰ স্বাধীনতা আনিব নোৱাৰে বৰং স্বাধীনতা লাভৰ পথত অন্তৰায়-স্বৰূপহে সেই কথা 'বৰবৰুৱাৰ ৰাজনীতি' শীৰ্ষক প্ৰবন্ধত কৃপাবৰে ব্যঙ্গৰ ছলেৰে প্ৰকাশ কৰিছে। এই প্ৰবন্ধত কংগ্ৰেছৰ অহিংস আন্দোলনৰ বিৰুদ্ধে ৰায়চাহাব, ৰায়বাহাদুৰ, খাঁ চাহাব, খাঁ বাহাদুৰ আদি ইংৰাজ-সমৰ্থকৰ দল এটাৰ সেনাবাহিনী তৈয়াৰ কৰি বৰবৰুৱাই যুদ্ধত নমাৰ পৰিকল্পনা কৰিছে।

কৃপাবৰে 'জাতীয় ঐক্য' নামৰ প্ৰবন্ধত মুছলিমৰ কেচিণ্ট্ দলৰ প্ৰশংসা কৰিছে। কিন্তু সেই প্ৰবন্ধ লেখিবৰ সময়ত কেচিণ্ট্ দল সাম্ৰাজ্যবাদী আৰু উৎপীড়ক-অত্যাচাৰীও হৈ উঠা নাছিল। নানা দল উপ-দলৰ বিভেদ চূড়ান্ত

৭। 'ভাৰৰ বুৰবুৰণি', 'ধৰ্ম, সাম্প্ৰদায়িক ঐক্য'।
৮। 'বৰবৰুৱাৰ ভাৰৰ বুৰবুৰণি', 'ঘূৰণীয়া মেজমেল'।

কৰি ইটালীক এটা ঐক্যবদ্ধ জাতিৰূপে গঢ়ি তোলা ৰাজনৈতিক গোষ্ঠী বুলি ফেচিষ্ট দলক প্ৰশংসা কৰিছে। ফেচিষ্ট দলে ইটালীত জাতীয় ঐক্য প্ৰতিষ্ঠা কৰা কাৰণেই কৃপাবৰে প্ৰশংসা কৰিছে, ফেচিবাদৰ আদৰ্শ আৰু মতবাদ তেওঁ সমৰ্থন কৰিছিল নে নাই সেইটো জনা নেযায়। ইটালীৰ অৱস্থাৰ লগত একতাহীন ভাৰতবৰ্ষৰ অৱস্থা তুলনা কৰি আক্ষেপৰ সুৰত বেজবৰুৱা 'ফেৰাৰ আচাৰ্য্য' দ্বিতীয় বুৰবুৰণিৰ যোগেদি এনেদৰে কৈছে :

"আমাৰ হতভাগ্য ভাৰতৰ মানুহে এই মহামন্ত্ৰৰ মহিমা (একতা) কেতিয়াবা বুজিবনে? যিদিনাই বুজি স্বদেশক আগ কৰি নিজৰ ক্ষুদ্ৰ স্বাৰ্থ, ক্ষুদ্ৰ জাতি আৰু ধৰ্মৰ নামত আচৰা সংকীৰ্ণতাক পিছত ঠাই দিব সেইদিনাই ভাৰতে পৰাধীনতাৰ লোৰ জিঞ্জিৰি ছিঙি স্বৰাজৰ সোণৰ সাতশৰী গলত পিন্ধিব। সেইদিনাই তেত্ৰিছ কোটি ভাৰত সন্তানৰ প্ৰবল চলে ভাৰত ধুই-পখালি পবিত্ৰ কৰিব আৰু জলধিৰ পৰা লক্ষ্মী ওলোৱাদি পূৰ্ণ গৌৰৱেৰে ভাৰতমাতা উদয় হ'ব। সেই ভাৰতী আইৰ চুলিৰ আগে হিমালয়ৰ শৃঙ্গ গৌৰী-শঙ্কৰ ছুব, পূৰ্বঘাট আৰু পশ্চিমঘাট এই দুই হস্তপদ্মই সন্তানসকলক আকোঁৱালি ধৰিব, বিন্ধ্য পৰ্বতৰূপ পদ্মমালাৰে তেওঁৰ মৃণাল ধৱল কণ্ঠ পৰিশোভিত হ'ব, চন্দ্ৰ-সূৰ্য-তৰা পতোৱা নীলা চন্দ্ৰাতপ তেওঁৰ মূৰত ওৰ খাব, তেওঁৰ পাদোদক গঙ্গা, ব্ৰহ্মপুত্ৰ আৰু কাবেৰীৰ জলে ভাৰতৰ স্থান পবিত্ৰ আৰু শস্যশালী কৰিব আৰু তেওঁৰ কোলাত আশ্ৰয় লোৱা দেশী-বিদেশী নিৰ্বিশেষে সকলোকে আয়ে বৰাভয় দান কৰি ৰক্ষা কৰি শুভাশীৰ্বাদ কৰিব আৰু এই পুৰাতন চিৰন্তন ভাৰত মাতৃয়ে আকৌ জগৎ-শ্ৰেষ্ঠ আসন লাভ কৰিব।"[১]

ওপৰৰ উদ্ধৃতিটো কৃপাবৰী সুৰ আৰু ঠাচত ৰচিত হোৱা নাই, দেশ-মাতৃকাৰ বেদীত সেৱানিৰত ভক্তৰ স্তুতি-বচন যেনহে অনুভৱ হয়। কৃপাবৰৰ মুখত এনে আবেগ প্ৰধান উক্তি বৰ অসঙ্গত যেন লাগে। সেইকাৰণেই বেজবৰুৱাৰ যোগেদি সেই বৰ্ণনা প্ৰকাশ নকৰি, 'ফেৰাৰ আচাৰ্য্য' দ্বিতীয় বুৰবুৰণিৰ মুখত কথাখিনি দিছে। সি যি কি নহওক, বেজবৰুৱাৰ দেশাত্মবোধ-প্ৰকাশৰ ই এটি অত্যুজ্জ্বল চানেকি।

পৰাধীন অৱস্থা ভাৰতৰ চিৰকাল নেথাকে,—এই কথাত কৃপাবৰে বিশ্বাস কৰিছিল। কাৰণ ৰথৰ চকৰিৰ দৰে উত্থান-পতন জগতৰ ৰীতি। এবাৰ নামিলে পাছত আকৌ ওপৰলৈ উঠে। এই ৰীতিত বিশ্বাস ৰাখিয়ে

১। 'ভাৰত বুৰবুৰণি'; 'জাতীয় ঐক্য'।

কৃপাবৰে কৈছে ঃ "ভাৰত আজি টিকা ঠেকেচা খাই পৰিছে, ভালেই হৈছে। ইয়াৰ পাছত ভাৰত এনেকৈ দপ্‌দপাই উঠিব, এনেকৈ উচাৎ মাৰি উঠিব যে সেই উচাৎ আৰু দপ্‌দপনিয়ে—

ৰক্তাবক্তে শিবৰ কেশৰ।  
উৰাই সবে কিমান স্বৰ্গৰ ॥  
খজগে সাগৰ শ্বাস লাগি।  
বেগত পৰ্বত পৰে ভাগি ॥"[১০]

১০। 'বৰবৰুৱাৰ বুলনি', 'ৰু'

# পিতৃদেৱতাৰ স্মৰণত

অৰুণা মুখাৰ্জী

শ্ৰেষ্ঠ লেখকৰ ৰচনাৱলী দেশৰ সাহিত্যিক-সমালোচকসকলে সমালোচনা কৰে; সেই গ্ৰন্থসমূহৰ অনুবাদ হ'লে বিদেশী সমালোচকসকলেও বিশ্লেষণ কৰি চায়। সেয়ে অসমীয়া সাহিত্যৰ ওজা লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্যিক দিশটোৰ বিষয়ে মই একো ক'ব খোজা নাই। মাথোন এজন স্মৰণীয় ব্যক্তিৰ নিঃকিন দুহিতা হিচাপে ঘৰুৱা পৰিবেশত তেওঁ মানুহজন কেনে আছিল আৰু ঘৰৰ মানুহখিনিৰ লগত তেওঁৰ সম্পৰ্কই বা কেনে আছিল, সেই বিষয়েহে দুই-চাৰিটা কথা ইয়াত উনুকিয়াই যাম।

বিগত দিনবোৰলৈ উভতি চালেই দেউতাৰ স্মৃতি মোৰ মানস পটত জিলিকি উঠে। সকলোৰে প্ৰতি সমানে থকা দেউতাৰ দয়া, মৰম, ৰসিকতা আৰু সৰলতা, জীৱনৰ এটি অসাধাৰণ বৈশিষ্ট্য। তেওঁৰ এই বৈশিষ্ট্য বা মহত্বৰ বাবেই মই প্ৰতি মুহূৰ্ততে তেওঁক স্মৰণ কৰি তেওঁৰ আত্মাৰ উদ্দেশ্যে সদায় মোৰ ভক্তিৰ অঞ্জলি অৰ্পণ কৰি আহিছোঁ।

পৰিয়ালৰ আটাইকেইটি মানুহলৈকে দেউতাৰ অশেষ মৰম আছিল। কিন্তু ঘৰখনৰ মানুহৰ মাজতেই যে তেওঁৰ মৰম সীমাবদ্ধ আছিল তেনে নহয়; তেওঁৰ এই স্নেহ পশু-পক্ষী আনকি ফুলনিৰ গছ-ফুল আদিলৈকো বিয়পি পৰিছিল। আমি ল'ৰা-ছোৱালী কেইটিক কেতিয়াও তেওঁ বাগিচাৰ ফুল মোহাৰি-মুচৰি ছিঙিবলৈ নিদিছিল; বৰং ফুল-পাতৰ মনোমোহা সৌন্দৰ্যক প্ৰশংসা কৰিব পৰা গুণটিহে শিকাইছিল। দেউতাই আমাক ইয়াৰ দ্বাৰা ভগৱানৰ বিশাল সৃষ্টিৰ কেনেকৈ যশ-গুণ গাব লাগে পৰোক্ষভাৱে তাৰেই শিক্ষা দিছিল।

দেউতাৰ জীৱনৰ আন এটি বৈশিষ্ট্য হ'ল জীৱদয়া। সকলো জীৱ-জন্তুৰ প্ৰতি তেওঁৰ আছিল অপৰিমেয় স্নেহ। মাখি, এচাৰি আদিৰে জীৱ-জন্তুক খুচি বা কোবাই ল'ৰা-ছোৱালীয়ে আমোদ পায়। এইবোৰত যাতে নালাগো সেই বিষয়ে দেউতাই আমাৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখিছিল। আমি হাওৰা আৰু সম্বলপুৰত থকা কালত পৰাজত জন্তু ৰাখি প্ৰতিপালন কৰাৰ

বিষয়ে তথা সিবিলাকৰ প্ৰতিবিধৰে স্বভাৱ-প্ৰকৃতিৰ বিষয়ে দেউতাই আমাক সবল বুজনি দিছিল। সকলো জীৱ-জন্তুৰ প্ৰতি দয়াপৰৱশ হ'বলৈ এইদৰেই দেউতাই আমাক এটা ভাওৰ শিক্ষা দিছিল।

জীৱনৰ ভাটি বয়সত সম্বলপুৰত থকা কালত দেউতাই বৰ ডাঠ হাবিৰ মাজত কাম কৰিবলগীয়া হৈছিল। এই সময়তে তেওঁ মাজে সময়ে চিকাৰলৈ গৈছিল। চিকাৰত অন্তপ্যে তেওঁ বাঘ, ভালুক, মেখোম আদি হিংস্ৰ আৰু ভয়ঙ্কৰ জন্তুবোৰহে মাৰিছিল; হৰিণ, ময়ূৰ আদি নিৰ্মাখিত প্ৰাণীবোৰক তেওঁ কোনো দিনেই মৰা নাছিল।

লগৰীয়া-সমনীয়াৰ প্ৰতি দেউতাৰ অকৃত্ৰিম মৰম আৰু উদাৰতা আছিল। ব্যৱসায়ী জীৱনত যিসকল লোকক তেওঁ বৰ বিশ্বাস কৰি চলিছিল, সেইসকলেই তেওঁক বহুতবাৰ প্ৰৱঞ্চনা-প্ৰতাৰণা কৰিছিল। কিন্তু একমাত্ৰ ভগৱানৰ ওপৰতেই তেওঁ সিবিলাকৰ বিচাৰ বা শাস্তিৰ ভাৰ এৰি দি নিজে সিবিলাকৰ সকলো দোষ মৰিষণ কৰিছিল। কাৰো প্ৰতিয়েই বিদ্বেষ বা ঘৃণাৰ ভাব নথকা লোক আছিল আমাৰ দেউতা। ইয়াৰ পৰাই বুজিব পাৰি যে, মানুহৰ সততাৰ ওপৰত তেওঁৰ দৃঢ় বিশ্বাস আছিল। তাৰ স্বাভাৱিক পৰিণতি স্বৰূপে তেওঁ ধৰি ল'ব পাৰিছিল যে, অইনে তেওঁৰ প্ৰতি অন্যায় আচৰণ কৰাটো আছিল তেনেই খন্তেকীয়া।

কলেজীয়া জীৱনৰ সামৰণি মাৰি দেউতাই অসমৰে এজন ব্যৱসায়ীৰ অংশীদাৰ হৈ কলিকতাত কাঠৰ কাৰবাৰত লাগে। তেওঁলোকৰ যুটীয়া ব্যৱসায় দিনে দিনে ঠন ধৰি উঠিছিল। কিন্তু কেই বছৰমান যোৱাৰ পাছত তেওঁ-লোকৰ মাজত মনোমালিন্যৰ সৃষ্টি হ'ল আৰু দেউতাই সেই অংশীদাৰৰ পৰা আঁতৰি আহিবলৈ বাধ্য হ'ল। ইয়াৰ বাবেই আগতে যিটো ঘৰত তেওঁ অংশীদাৰ জনৰ লগত একেলগে আছিল, সেই ঘৰটি এৰি থৈ হাওৰাৰ 'ৰ'জমেৰী লেন'ত নতুনকৈ এটি ঘৰ কিনি ল'লে আৰু তাতে থাকিয়ে আত্মীয়াকৈ কাৰবাৰ আৰম্ভ কৰি দিলে। কিন্তু সেই অংশীদাৰজনৰ প্ৰতি কোনো কালেও তেওঁ কু-ভাব পোষণ কৰা নাছিল। কিয়নো আমি ছোৱালী-কেইটাই সদায় দেখিছিলোঁ যে, যেতিয়াই তেওঁ দেউতাক মাতি পঠিয়ায় তেতিয়াই দেউতাই তেওঁৰ ঘৰত ওলায়গৈ আৰু সেই একেই খুহুতীয়া কথাৰে মেজ মাৰি তেওঁক হঁহুৱায়। এই এটি মাত্ৰ উদাহৰণৰ পৰাই জানিব পাৰি, আমাৰ দেউতা কিমান মহৎ আৰু উদাৰ আছিল। যি কোনো ব্যৱসায়তে অংশীদাৰৰ মাজত মনোমালিন্যৰ সৃষ্টি হোৱাটো স্বাভাৱিক; কিন্তু তাৰ বাবা

মানুহৰ সম্পৰ্কে বেয়া কথাটো দেউতাই একেবাৰে সহ্য কৰিব নোৱাৰিছিল।

দেউতাই তেওঁৰ আত্ম-চৰিতখন ( 'মোৰ জীৱন-সোঁৱৰণ' ) কি কাৰণে আধৰুৱাকৈ এৰিলে, তাকে ভাবি অনেকে আচৰিত হয়। অৱশ্যে মই তাৰ কাৰণ জানো। গ্ৰন্থখনি অসমাপ্তকৈ এৰাৰ কাৰণ এয়ে যে, 'জীৱন-সোঁৱৰণ'ত সকলো ঘটনা লেখি যেতিয়াই জীৱনৰ এছোৱা কালৰ ঘটনা পৰিবেশন কৰিবলগীয়া হ'ল তেতিয়া তেওঁ ভাবিলে যে সত্যৰ অপলাপ নকৰি সকলো কথাকে সাধুভাৱে ব্যক্ত কৰিবলৈ হ'লে, তেওঁৰ লগত সংশ্লিষ্ট থকা বহুতো লোকৰে কিছুমান অপ্ৰীতিকৰ কাহিনী সুমুৱাব লাগিব। আত্ম-চৰিত লেখি লোকৰ দুৰ্নাম গাবলৈ আৰু তেওঁ মন নকৰিলে। সেইবাবে 'জীৱন-সোঁৱৰণ'ৰ তাতেই যতি পৰিল। তেওঁৰ দয়াৰে ভৰা অন্তৰ খনিয়ে তেনে অশোভনীয় কাম কৰিবলৈ তেওঁক উদগণি নিদিলে।

দেউতাৰ হাস্যৰসৰ বিষয়ে তেওঁৰ গ্ৰন্থৰাজিয়ে প্ৰমাণ দিব। আজিৰ পৰা এশ বছৰৰ পাছতো তেওঁৰ গ্ৰন্থসমূহ পঢ়িলে তেনেই গোমোঠা মানুহজনৰ মুখতো অন্ততঃ খন্তেকৰ বাবে হ'লেও হাঁহি জিলিকাবলৈ তাত যথেষ্ট সজীৱতা বা সমল থাকিব। হাস্য-ৰসিকতা মানৱ জীৱনলৈ সঁচাই এক ঐশ্বৰিক অৱদান আৰু খুব কম মানুহেহে এই অৱদান লাভ কৰিব পাৰিছে। মোৰ ককাদেউতা দীননাথ বেজবৰুৱাৰ পুত্ৰ-কন্যাৰে ভৰা এখন বৃহৎ সংসাৰ আছিল। কিন্তু তেনে এখন ঘৰতো দেউতাত বাদে আন কাকো ৰসিক হিচাপে লেখা মোৰ মনত নপৰে। মোৰ এজন ৰবদেউতা (দেউতাৰ ওপৰৰ-জন ককায়েক) খং খিঙীয়া স্বভাৱৰ মানুহ আছিল। মোৰ মনত আছে, এইজনা ৰবদেউতাই আমাৰ হাওবাৰ ঘৰলৈ আহি চিঞৰ-বাখৰ কৰি, ভায়েক কেইজনক ধমক্ দি গোটেইখনতে হুলস্থূল লগাই দিয়ে। ঠিক সেই সময়তে দেউতাই টপ কৰে কিবা এটা ধুহতীয়া কথা উলিয়াই দি আটাইৰে মাজত হাঁহিৰ খলকনি সৃষ্টি কৰি পৰিস্থিতি সমনি কৰিবলৈ চেষ্টা কৰে। ককায়েকেও আন একো উপায় নাপাই "লখী, তোৰ আৰু এইটো স্বভাৱৰ গুধৰণি নহ'ল; তই একো কথাতে গুৰুত্ব নিদিয়" বুলি কৈ মনে মনে থাকে। হুলস্থূলো তাতেই শেষ হয়।

জীৱনৰ শেষ দিনলৈকে সুখ-দুখ, আশা-আকাংক্ষাৰ কোনো অৱস্থাতে

ৰসিকতাৰ এনে মহান অৱদানৰ পৰা দেউতা বঞ্চিত হোৱা নাছিল। মোৰ ধাৰণা, ই নিশ্চয় তেওঁৰ সুস্থ-সবল শৰীৰ তথা মনৰ ফল। তেওঁ যৌৱন কালতে কলেজীয়া শিক্ষাৰ বাবে কলিকতালৈ যায়। তাতে তেওঁ খেল-ধেমালিৰ বাবে যথেষ্ট সা-সুবিধা পাইছিল। পিছত তেওঁ 'ইণ্ডিয়া ক্লাব'ত যোগদান দিছিল। আনকি নিজৰ ঘৰতো তেওঁ আমাৰ লগত খেলিছিল, আৰু হাঁহি-মস্কৰা কৰিছিল। মই আৰু মোৰ ভনীজনী তেতিয়া সৰু। সেই সময়তে দেউতাই কেতিয়াবা ভাত খাই উঠাৰ পিছত পৰ্দা এখনত ধৰি তাত টুকুৰিয়াই দি ক'বলৈ ধৰে, "কুসুমিকা, মোৰ সোণজনী, কুসুমিকা।" মই তেতিয়া সোধোঁ, "দেউতা, কুসুমিকা কোন?" দেউতাই তেতিয়া কয়, "তই নাজান, কুসুমিকা মোৰ দ্বিতীয়া পত্নী।" মোৰ তেতিয়া ইমান ঈৰ্ষা হৈছিল যে, মই মাক সাৱটি ধৰি ফেঁকুৰি উঠিছিলোঁ। দেউতাই কিন্তু তেনেকৈ আমাক জোকায়ে ভাল পায়।

এসময়ৰ কথা। আমাৰ লিগিৰীজনীৰ এটি ল'ৰা আছিল। তাৰ তেতিয়া পাঁচ বছৰ। দেউতাই এদিন তাক মাতি আনিলে আৰু ম'হৰ গুণ্ গুণ্ শব্দ কৰিবলৈ শিকাই দিলে। তাৰ পিছত আমি মেজত ভাত খোৱাৰ সময়ত মেজৰ তলেদি মনে মনে গৈ আমাৰ ভৰিত চিকুতি দিবলৈও তাক শিকাই দিলে। তাৰ পৰা কম অতপালিখন হৈছিলনে! যি কি হওক, দেউতা আছিল গোটেই ভেৰাকুটিৰ উঁৱাল। তেওঁৰ এই অফুৰন্ত উঁৱালৰ পৰা তেওঁ প্ৰতি নিশাই খাই উঠাৰ পাছত কিবা নহয় কিবা এটা উলিয়াই দিয়ে, আৰু আমি আটাইবোৰে তাকে লৈ হাঁহি হাঁহি শেষত শোৱা পাটিত উঠোঁগৈ। ইমান ডাঙৰ মানুহ এজন হৈও কেনেকৈ তেওঁ তেনে এটি শিশুৰ পৰ্যায়লৈ আহিব পাৰিছিল ইয়েই তাৰ চানেকি। তদুপৰি তেওঁৰ চিৰ-যৌৱনৰ ৰহস্যও তাতেই। বুঢ়া বয়সতো যদি তেওঁক কোনোবাই বুঢ়া বোলে তেন্তে তেওঁ কৈ উঠিছিল, "কোনেনো মোক বুঢ়া বোলে? মই নাতি ল'ৰাহঁতৰ সৈতে একেলগে ডাঙৰ হ'বলৈহে সিহঁতৰ বয়সলৈ উভতি যাবলৈ ধৰিছোঁ।"

মোৰ পিতৃদেৱ আছিল অপাৰ জ্ঞানৰ ভাণ্ডাৰ। জ্ঞান-বিশালতাৰ বাবেই মই তেওঁক আজীৱন সন্মান আৰু পূজা কৰি আহিছোঁ। কিন্তু তেওঁ যে মোৰ কেৱল পিতৃয়ে আছিল তেনে নহয়, তেওঁ আছিল মোৰ পৰম বন্ধুও—যিজনা বন্ধুৱে জীৱনৰ জটিল সমস্যা কিছুমানৰ সমাধানৰ পথ মোক বিচাৰি দিছিল। কিবা এটা সমস্যাৰ কথা ক'লেই তেওঁ ভগবদ্‌গীতাৰ পৰা আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ গ্ৰন্থপুঞ্জৰ পৰা এটাৰ পাছত এটাকৈ পদ গাই তাৰ অৰ্থ কৰি দিছিল।

তেওঁৰ ধৰ্মপ্ৰাণ অন্তৰখনিৰ এয়া জ্বলন্ত নিদৰ্শন। তেওঁৰ ধৰ্মনিষ্ঠা যেনে গভীৰ আছিল, আশাবাদো সিমানে প্ৰশস্ত আছিল। সকলো বস্তুতে, সকলো কথাতে তেওঁ সদায় আশাৰ জিলিঙনি দেখিছিল। পৰমাত্মাৰ প্ৰতি থকা তেওঁৰ গভীৰ আস্থা আৰু নিগূঢ় বিশ্বাসেই এই গুণৰ মূল বুলি মোৰ ধাৰণা। জীৱনৰ কোনো মুহূৰ্ততে, আনকি বিপৰ্যয়ৰ সময়তো, তেওঁক বেছিপৰ বিমৰ্ষ হৈ থকা মই দেখা নাই। জ্যেষ্ঠা কন্যা সুৰভিৰ অকাল মৃত্যুৱে তেওঁৰ অন্তৰক দিয়া গভীৰ শোকো এখন কিতাপৰ আকাৰে ৰূপ পাইছিল। সেউতাই সুৰভিৰ মনোমুগ্ধকৰ ৰূপ-গুণৰ কথা আমাক বহুত বছৰ ধৰি কৈ আহিছিল। আমি তাওৰ হৈ অহাতহে যেনিবা তেওঁ সান্ত্বনা লভিব পাৰিছিল আৰু তেতিয়াৰ-পৰা আমাক উপযুক্ত শিক্ষা দিয়াতহে তেওঁ বেছিকৈ মন দিছিল।

তেওঁৰ স্বদেশপ্ৰেম তথা অসম প্ৰীতিৰ কথা সৰ্বজনবিদিত। এনে এটি সৰু প্ৰবন্ধত তাৰ বিস্তৃত ব্যাখ্যা অপ্ৰয়োজনীয়। দেশৰ এই অশান্ত পৰিস্থিতিৰ কালত তেওঁৰ দৰে এজন ব্যক্তি থকাহেঁতেন দেশৰ ডালেখিনি উপকাৰ হ'লহেঁতেন। যি কি হওক, আমাৰ হিন্দু ধৰ্মই কোৱাৰ দৰে আত্মা যদি অমৰ, তেনেহ'লে মই আশা কৰোঁ, নিজ মাতৃ ভূমিৰ কল্যাণৰ বাবে লক্ষ্মীনাথৰ অশৰীৰী আশীৰ্বাদধাৰা অবিৰল ধাৰে বৈ থাকিব। তেওঁৰ প্ৰশস্ত আশাবাদ আৰু গভীৰ বিশ্বাসে তেওঁৰ অতি চেনেহৰ লুইতপৰীয়া দেশ অসম জননীৰ সকলো অপায়-অমঙ্গল নিৰ্মূল কৰিব।

---

শ্ৰীমতী অৰুণা মুখাৰ্জী বেজবৰুৱাৰ দ্বিতীয়া কন্যা।

# শৈশৱৰ স্মৃতি

## ৰত্না বৰুৱা

আমাৰ সৰু কালছোৱা ভেনেই ৰং-ৰহইচ আৰু ৰগৰেৰে ভৰা আছিল। আমি বাই-ভনী তিনিজনী। বাইদেউজনী আছিল বৰ ধেমেলীয়া প্ৰকৃতিৰ আৰু দেউতাৰ ধেমালিৰ কথাতো ক'বই নালাগে! তেওঁ নিজেই আছিল হাঁহিৰ ৰহঘৰা। ৰগৰ, ৰগৰ আৰু ৰগৰ। আমাৰ ৰং-ধেমালিত দেউতাই সদায় যোগ দিছিল। দেউতাৰ খুহতীয়া স্বভাৱটোৰ লগতে আৰু এটা বৈশিষ্ট্য হ'ল——তেওঁৰ আনক আমনি কৰা স্বভাৱটো। কথাই কথাই ৰগৰ কৰি, খোৱাই-নোহোৱাই কিবা নহয় কিবা এটা উলিয়াই তেওঁ আমাৰ মাক ভেনেই নগুৰ-নাগতিশ্বন কৰিছিল।

সৰুকালৰ বহুত ঘটনা মোৰ আজিও ফট্‌ফটীয়াকৈ মনত আছে। মোৰ বয়স তেতিয়া ছয় নে সাত। তেতিয়া আমি হাওৰাৰ ২২ নং ৰ'জমেৰী লেনত। আমাৰ ঘৰটোৰ নাম আছিল 'লবেন্‌হু'। ড্ৰইং ৰুমটো অনুপ্টুপীয়াকৈ সজোৱা। তাত এখন আৰামী চোফা আছিল। মই যিটো দিনৰ কথা ক'ব খুজিছোঁ, সেই দিনটো আছিল কিবা এটা বন্ধৰ দিন, কি উপলক্ষে বন্ধ সেইটোহে মনত নাই। সময় ঠিক দুপৰীয়া। মা আৰু দেউতা দুয়ো ওপৰ মহলাত দুপৰীয়া জিৰণি লৈছে। বাইদেউ চিলাইৰ কামত ব্যস্ত আৰু মই মোৰ নলগাত লগা লচ্‌পচীয়া স্বভাৱটোৰ বাবে থিৰেৰে থাকিব নোৱাৰি সেই বৃহৎ চোফাখনৰ এটা মূৰত উঠি ঘোঁৰা দৌৰাবলৈ ধৰিলোঁ। ভেনেতে কি হ'ল মই একো ধৰিব নোৱাৰিলোঁ, চোফাখনৰ এটা মূৰ হঠাতে দাং খাই গ'ল আৰু মই ভৰি দুখন ওপৰলৈ কৰি ধুপুচ্‌কৰে পৰি গ'লোঁ। মজিয়াখনো আছিল মাৰ্বল পাথৰৰ, চোফাৰে সৈতে মই লুটি খাই পৰোতে জন্‌জন্‌কৈ কিবা এটা ভঙাৰ শব্দ হ'ল। কথাটো আছিল এনে যে, ওচৰতে ওঁলা এখনত মোৰ চুকোৱা বাইদেউজনীৰ এখন লাইফ-চাইজ ফটো আছিল, কেনেবাকৈ খুন্দা লাগি হয়তো সেইখনো বাগৰি পৰিল আৰু ফটোৰ ফ্ৰেমটোৰ আইনাখন জন্‌জন্‌কৈ ভাঙি গ'ল। মোৰ যে কি অৱস্থা! মই যেনিবা যুদ্ধক্ষেত্ৰৰ কোনো এক আহত সৈনিকহে! কপালত তেজ, হাতত

তেজ, জখম হোৱা ঠাইৰবোৰৰ পৰা সিৰসিৰকৈ ওলোৱা কেঁচা তেজ। আনদিনে বৰ ভয়াৰ সেই আতঙ্কজনক দৃশ্যটোৱে মা-দেউতাক ওপৰৰ পৰা নমাই আনিলে। কিন্তু তেওঁলোকে মোক তেনে অৱস্থাত দেখি গালি পৰাটো দূৰতে কথা, হাঁহিবলৈহে ধৰিলে। হাঁহিছিল অৱশ্যে দেউতাইহে। মায়ে হ'লে আমাৰ তিৰোতাসকলৰ স্বভাৱমতে মোক উধাই-মুধাই গালি পাৰিলে আৰু লৰালৰিকৈ প্ৰাথমিক চিকিৎসাৰ দিহা কৰিলে।

আৰু এটা ঘটনাৰ কথাও মোৰ মনত পৰে। দেউতাই নিজৰ ব্যৱহাৰৰ বাবে আহুতীয়াকৈ এটা কোঠা ৰাখিছিল। এইটো কোঠা তেওঁৰ বৰ প্ৰিয় আছিল। প্ৰতি সন্ধ্যাতে তেওঁ গিলাচত দুই পেগ্ মদ লৈ আমাৰ লগত একেলগে বহি কথা পোৱাই থাকিব। এদিন সন্ধিয়া কবি যতীন দুৱৰা আমাৰ ঘৰলৈ আহিছিল। তেওঁ দেউতাৰ বৰ প্ৰীতিভাজন আছিল আৰু দেউতাই তেওঁক সদায়ে আমনি কৰিছিল। দুৱৰাক আমনি কৰা কাৰ্যত অৱশ্যে আমিও যোগ নিদিয়াকৈ থকা নাছিলোঁ। পিছে সেইদিনা দেউতাই আমাৰ লগুৱা ল'ৰা ফটিকক আগধৰি শিকাই থ'লে যে, যেতিয়া দুৱৰা কোঠাত বহিব আৰু কথা-বতৰা পাতি কিবা কিৰি খাবলৈ ল'ব ঠিক সেই সময়তে সি মনে মনে মেজৰ তলেদি গৈ ম'হৰ দৰে কুন্ কুন্ শব্দ কৰি দুৱৰাৰ ভৰিত টানকৈ চিকুটি দিব। দুৱৰা ডাঙৰীয়াই তেওঁৰ হোষ্টেলৰ যাৱতীয় কাম শেষ কৰি প্ৰতিদিনেই সন্ধিয়া বেলিকা আমাৰ ঘৰলৈ এপাক মাৰিছিলেই। সেইদিনাও আহি কোঠাত বহিলহি। কিছুপৰ পাছত মায়ে তেওঁক কিবা অলপ খাবলৈ দিলে। তেওঁ খাবলৈ ধৰোতেই দেউতাৰ শিকনি মতে ফটিকটোৱে আহি দিলে তেওঁৰ ভৰিত এটা চিকুট্। বেচেৰা দুৱৰা! চিকুট্ খাই উচপ খাই উঠিল। তাতে তেওঁ আছিল উচ্-পিচা স্বভাৱৰ লোক। সেয়ে তেওঁ আৰু থিৰেৰে বহি থাকিব নোৱাৰিলে। একেবাৰে চিঞৰি "বেজবৰুৱা, মোক কিহবাই কামুৰিলে" বুলি কৈয়েই লৰালৰিকৈ পদূলি মুখলৈ গৈ কোঁপাবলৈ ধৰিলে। দুৱৰাক তেনে অতিষ্ঠ অৱস্থাত দেখি ঠাণ্ডা কৰিবলৈ দেউতাই এলোটা পানী আনি দিলে তেওঁৰ মূৰত ঢালি। আমি যে ইমান হাঁহিছিলোঁ—মোৰ এতিয়াও মনত আছে। তাৰ পাছতে দেউতাই দুৱৰাক তেওঁৰ নিজৰ কোঠালৈ লৈ গ'ল আৰু তেওঁক প্ৰকৃতিস্থ কৰিবলৈ এক পেগ্ মদ যাচিলে। সেইখিনিয়ে পিছে দুৱৰাক বেছি উত্তেজিতহে কৰিলে। কথা কেনেবা হ'ব জানি দেউতাই তেতিয়া বু-দ্ধি-ক'ৰন চতুৰাইহে তেওঁক শান্ত কৰে।

আমাৰ হাওৰাৰ ঘৰত এটা মণিপুৰীয়া পৰিয়াল আছিল। এই পৰিয়ালটি, বুঢ়ী গৰাকী আছিল আমাৰ ৰান্ধনী। বুঢ়ীৰ জীয়েকজনী আৰু পুতেক তিনিটায়ো লগত হিচাপে আমাৰ ঘৰতে কাম-বন কৰিছিল। জীয়েক-জনী বিধৱা, কিন্তু তাগাৰ দুৰ্বিপাকত বিধু নামৰ এজন উৰীয়া ভৰালুৰ লগত তাইৰ গোপন প্ৰেম আছিল। ভৰালটোৰ ঘৰ আছিল আলিটোৰ সিপাৰে ঠিক মুখামুখিকৈ। তাতে থাকি সি পানীৰথ যোগান ধৰিছিল। পিছত হঠাৎ মণিনাপুৰীয়া পৰিয়ালটিৰ বুঢ়ীৰ বাহিৰে বাকী গোটেইবোৰে আমাৰ ঘৰৰ বস্তু চুৰি কৰিবলৈ ধৰিলে। প্ৰত্যেক ৰাতিয়েই কিবা নহয় কিবা এপদ চুৰি হ'বই। চোৰৰ প্ৰকোপ ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে। ৰাতিপুৱা নামি আহিয়েই দেখিম কিবা নহয় কিবা এটা ঘটিছেই, হয় আলমিৰাটোৰেই খোলা, নহয় লিখা-পঢ়া কৰা ডেস্কখনেই খোলা, আৰু সেইমৰ্মে বস্তুবেহানিৰ চুৰি। এনেদৰে ক্ৰমে চুৰিকাৰ্য বাঢ়েহে বাঢ়ে, কিন্তু আমি হ'লে চোৰৰ কোনো গম নাপাও। শেষত পুলিচক খবৰ দিয়া হ'ল। পুলিচে ক'লে যে, যদি দেউতাই মণিনাপুৰৰ পৰিয়ালটো তেওঁলোকৰ হাতত গটাই দিয়ে তেন্তে দুই মিনিটৰ ভিতৰতে তেওঁলোকে চোৰ উলিয়াই দিব। দেউতাৰ বেয়া লাগিল। তেওঁ পুলিচক ক'লে যে পৰিয়ালটোৰ ওপৰত তেওঁৰ অকণো সন্দেহ নাই আৰু সেইবাবে সিহঁতক ঘৰৰ পৰা বাহিৰ কৰি দিবলৈও তেওঁ অনুমতি দিব নোৱাৰে, কিয়নো সিহঁত আমাৰ ঘৰৰ বহু পুৰণি লগুৱা। দেউতাৰ এনে কাৰ্যই চোৰক সাহসহে দিলে। বিধুৰ পুতেক চক্ৰধৰজো চোৰৰ দলত সোমাল। চুৰি দৈনিক চলিয়ে থাকিল। ফলস্বৰূপে আমাৰ বহুতো বস্তু নাইকিয়া হ'ল। শেষত দেউতাই ভাবি-চিন্তি ঠিক কৰিলে যে, তেওঁ নিজেই কামটো হাতত ল'ব। সেই অনুসৰি এদিনাখন ৰাতি তেওঁ হাতত বন্দুকটো লৈ আলমাৰিৰ পিছফালে চোপ লৈ বহি থাকি ৰাতি দুইমান বজাত যি ফালৰপৰা চোৰ আহে সেইফালে থকা দুৱাৰলৈ নিৰীক্ষণ কৰি থাকিল। কিছুপৰ তেনেদৰে খাপ লৈ থকাৰ পিছত তেওঁ দেখে যে, এজন মানুহ হাতত সাৰে ভৰিত সাৰে সোমাই আহি লাহেকৈ দুৱাৰখন খুলিছে। তাৰমানে চোৰ সোমাইছে। চোৰটোৱে ক্ৰমে ওপৰ মহলাৰ ড্ৰইং ৰুমলৈ উঠি যাবলৈ ধৰোতেই দেউতাই গুলি ভৰি এৰি। মানুহটো উচপ্ খাই উঠিল আৰু জীৱনৰ ভয়ত নিজৰ মাতাবাজ আৰু কিবা কিবি এৰি থৈ লৰালৰিকৈ দুৱাৰত হুক্ লগালে। সি এখন দাও এৰি গৈছিল। দেউতাই দেখিলে যে, চোৰ চক্ৰধৰজৰ বাহে আন কোনো নহয়। এনেকৈ হাততে চোৰ ধৰা পেলোৱাত্তো

দেউতাৰ সৰল মনটোৱে কিন্তু বিশ্বাস কৰা নাছিল যে গোটেই পৰিয়ালটো চুৰিকাৰ্যত লিপ্ত হ'ব পাৰে। সেইদিন ধৰি তোৰ সতৰ্ক হ'ল, দুই-তিনি দিন মান চুৰি হোৱা নাছিল। তাৰ চতুৰ্থ দিনাখন আছিল 'জামাই ষষ্ঠী'। মোমাইদেউইঁতে আমালৈ দুই-তিনিখন প্লেত ভাল ভাল মিঠাই আৰু ফলমূল উপহাৰ পঠাইছিল। সিদিনা পিছে আমি বাহিৰতে থাকোঁ। সেইবাৰ মায়ে সকলোবোৰ বস্তু আলমিৰাত ঠিকঠাককৈ সজাই ৰাখিলে। বাহিৰৰ পৰা ফুৰি-চাকি আহি আমি ওপৰ মহলাত শুই থাকিলোঁ। আলমাৰিৰ মিঠৈ তথা অন্যান্য বস্তুবোৰ পিচ দিনাই খাম বুলি আমি আটাইকেইটাই আশা কৰি থাকিলোঁ। কিন্তু আমাৰ বিধি বাম! ৰাতিপুৱা দেখো যে, আটাইসোপা খোৱা বস্তু আলমাৰিৰ পৰা উলিয়াই আনি কোনোবা চোৰ বাপুৱে ডাইনিং টেবুলত পৰম তৃপ্তিৰে ভক্ষণ কৰিছে। আমি হাঁহি ৰাখিব নোৱাৰিলোঁ। যি কি হওক, পুলিচক পুনৰ খবৰ দিয়া হ'ল। পুলিচবোৰা সেই একেই আপত্তি— পৰিয়ালটো তেওঁলোকক হাতত গটাব লাগে। এই বেলিও দেউতাই তেওঁলোকৰ কথা নামানিলে। তেওঁ ক'লে যে, চক্ৰধ্বজ আৰু লিগিৰীজনীৰ পুতেক দুটাক তেওঁ দেখা পোৱা বুলি ভাবে, কিন্তু সঠিকভাৱে তেওঁ একো ক'ব নোৱাৰে।

আন এদিনৰ কথা। আমাৰ ঘৰলৈ কেইগৰাকীমান আলহী আহিছিল। মায়ে তেওঁলোকক চাহ-জলপান দিবলৈ ধৰোঁতে মোক ওপৰলৈ গৈ তেওঁ শোৱা কোঠাৰ আলমাৰিৰ পৰা টেবুল ক্লথ এখন আনিবলৈ ক'লে। মই ওপৰলৈ গৈ আলমাৰি খুলি লিনেন এখন উলিয়াই আনিলোঁ। তাৰ অলপ পাছতে আমাৰ বুঢ়ীজনী ওপৰলৈ গ'ল। তাই শোৱা কোঠা সোমাওঁতে নৌ-সোমাওঁতেই দেউতাহঁতৰ বিছনাৰ তলৰপৰা কোনোবাই আহি লাইট নজলোৱাকৈয়ে বুঢ়ীৰ হাতত থাপ মাৰি ধৰিলে। বুঢ়ীয়ে চিৎকাৰ কৰি উঠিল। এই চিঞৰতে মানুহজনেও পিছফালৰ জমাদাৰ অহা বাটেদি ভিৰাই লৰ দিলে। আমি আটাইবোৰে ওপৰলৈ গৈ দেখোঁ যে বেচেৰী বুঢ়ীয়ে একেবাৰে ফোঁপাই-জপাই আছে। ঘটনাটো হ'ল এয়ে যে, মই টেবুল নেপকিনখন আনিবলৈ যাওঁতে কোনোবাই বিছনাৰ তলৰ পৰা মোক লক্ষ্য কৰি আছিল। তাকে ভাবি মোৰ গাৰ নোম সিঁয়ৰি উঠিল। এনেদৰে পুৰা চাৰিমাহ ধৰি এইটো পৰিয়ালে আমাক বৰ হুলুস্থুল দি আছিল। তাৰ পিছত গৈ গোটেই অঞ্চলটোতেই চুৰি আৰম্ভ হ'ল। যথা সময়ত পুলিচে বিধুৰ পুতেকক ধৰি নিলে; চুৰি হোৱা বস্তুবোৰ তাৰ ঘৰৰ পৰা উদ্ধাৰ

কথা হ'ল। যেতেৰে কেইচাতমান লগাই দিয়াত সি গোটেই ঘটনাটো ভৰ-ভৰাই কৈ দিলে; স্বীকাৰ কৰিলে যে চোৰ সিহঁতেই আৰু সিহঁতেই এই গোটেইখন কৰিছিল। ইমানখিনি হোৱাৰ পাছতো দেউতাই তাক জেলৰ যোৱাৰ পৰা ৰক্ষা কৰিলে; কিন্তু সিহঁতক আমাৰ ঘৰৰ পৰা উলিয়াই দি বহুদূৰলৈ পঠিয়াই দিলে।

মোৰ মনত আছে, ১৯২৭ চনত মোৰ বাছনি পৰীক্ষা, তাৰ মানে ১৯২৮ চনৰ মার্চ মাহত—মই মেট্রিকৰ ফাইনেল পৰীক্ষা দিব লাগে। কলিকতাৰ দর্ছন স্কুলত মই পঢ়িছিলোঁ। মোৰ ভনীজনীয়েও সেই স্কুলতেই পঢ়িছিল। এই সময়ছোৱাৰ প্রতিটো সপ্তাহৰ শেষত আমি দুয়ো জোৰাসাঁকোৰ ঠাকুৰ পৰিয়ালৰ আমাৰ সৰু মোমাইদেউৰ ঘৰলৈ যাওঁ আৰু সোমবাৰে বাতিপুৱাহে তাৰপৰা স্কুললৈ আহোঁ। সেই সময়ত মটৰ গাড়ী নাছিল বুলিয়েই ক'ব পাৰি। মোমাইদেউ ডাঙৰ জমিদাৰ হ'লেও তেওঁৰ নিজা যান-বাহন নাছিল। গতিকে আমি ঘোঁৰাই টনা গাড়ীৰেহে অহা-যোৱা কৰিব লগা হৈছিল। মোৰ বাছনি পৰীক্ষা শেষ হোৱাৰ এসপ্তাহৰ পাছতেই আমি দুয়ো মোমাইদেউৰ ঘৰত উঠিলোঁগৈ। পিছে মোৰ গাটো ভাল নলগা হ'ল, মনত কোনো আনন্দ নাই। অসুখীয়া গাৰেই এটা সোমবাৰে মোমাইদেউৰ ঘৰৰ-পৰা আমি আহিলোঁ। তেতিয়াই সম্বলপুৰৰ পৰা এখন টেলিগ্রাম পালোঁ যে, বন্ধু এজনৰ ঘৰলৈ যাওঁতে দেউতাক কুকুৰে কামুৰিছে। সেইবাবে বেজী ল'বলৈ তেওঁ শ্বিলঙলৈ যাব। সেই সময়ত শ্বিলঙৰ বাদে আন ক'তো তাৰ বেজী নাছিল। গতিকে কুকুৰে কামুৰিলে শ্বিলঙৰ পেষ্টিঅ'ৰ ইনষ্টিটিউশ্যনলৈ যোৱাৰ বাদে আৰু অন্য উপায় নাছিল। দেউতাৰ খবৰটো শুনি মোৰ ভালো লাগিল, বেয়াও লাগিল। ভাল লাগিল এইবাবে যে, আহিলে যেতিয়া তেওঁক নিশ্চয় লগ পাম, কিন্তু তেওঁক যে কুকুৰে কামুৰিছে সেইটো শুনিহে বেয়া লাগিল। সি যি কি নহওক, দেউতা সিদিনাই ওলালহি। দেউতাই মোৰ ফালে লক্ষ্য কৰি ক'লে যে মই বৰকৈ খীণাই গৈছো, সেই-বাবে অলপ পৰিবর্তনৰ বাবে মোক তেওঁ লগতে শ্বিলঙলৈ লৈ যাব। পিছদিনা দেউতাৰ লগতে মযো শ্বিলঙলৈ ওলালোঁ। আগৰে পৰাই গা বেয়া লাগি আছিল, গোটেই বাটটোই মোৰ ভীষণ জ্বৰ উঠিল। কিন্তু জ্বৰৰ কথা দেউতাক একো নকলোঁ। শ্বিলঙত আমি কেংসহ্ ট্রেইলৰ আমাৰ সম্বন্ধীয়া লোকৰ ঘৰত উঠিলোঁগৈ। তেওঁলোকৰ ঘৰটিৰ নাম আছিল 'বথবেল'। মোৰ জ্বৰ ক্রমে বেছি হ'ল। গতিকে মই কেনিও ওলাব নোৱাৰিলো।

শেষত দেউতাক জ্বৰৰ কথা ক'বলগীয়া হ'ল । মোৰ অৱস্থা দেখি দেউতা অস্থিৰ হৈ পৰিল । মোৰ হয়তো কপাল ভাল আছিল, সেইগুণে ঠিক পিছৰ ঘৰটোতে ডাঃ বিধান ৰায় আছিল । দেউতাই তেওঁক মাতিবলৈ দিলে। ডাঃ ৰায়ৰ ঘৰলৈ গৈ দেখে যে মোৰ ককাইদেউতা ৰবীন্দ্ৰনাথ ঠাকুৰো তাত উপস্থিত । তেওঁ মোৰ অসুখৰ কথা শুনি দেউতাক ক'লে, 'লক্ষ্মীনাথ, তঁয়ো কিছু শৰীৰ-চিকিৎসা জানো, গোনতে ভাকে ব্যৱহাৰ কৰি চাওঁ বলা । তাৰ পাছতো ডাক্তৰৰ পৰামৰ্শ ল'ব পাৰিবা ।" এই বুঢ়াজনেও হাতত ঔষধৰ বাকচটো লৈ লৰি আহিল আৰু তাৰে কিবা কিবি ঔষধ মোক খাবলৈ দিলে । কিন্তু সেই ঔষধৰ গুণ হ'লে একো নাপালোঁ । শেষত ডাঃ ৰায়ক মাতিবলগীয়া হ'লেই । তেওঁ মোৰ জিভা চাই মোৰ টাইফয়ড হৈছে বুলি ক'লে । দেউতা হতাশ হ'ল । শুশ্ৰূষা কৰিবলৈও তাত কোনো নাই ; অকলে কি কৰে এতিয়া ? গুণি-গাঁথি মালৈ এখন টেলিগ্ৰাম কৰিলে । মায়ো তাৰ দুদিম নে তিনিদিন পাছতে ওলালহি । মোৰ লগতে বাইদেউৰ কণমানি ল'ৰা স্বৰূপো আহিছিল । সি তেতিয়া মাৰ লগতে আছিল । ইপিনে মই দুমাহ কাল ৰোগ শয্যাত পৰি থাকিবলগীয়া হ'ল । তাৰ পাছত বেমাৰে শাম কাটিলে ।

পুৰা তিনিমাহ ধৰি আমি শ্বিলঙত থাকিলোঁ । সম্পূৰ্ণ আৰোগ্য হোৱাৰ পাছত মোৰ মন শূন্য যেন লাগিল । তেতিয়া ফেব্ৰুৱাৰী মাহ, ফাইনেল পৰীক্ষা মাৰ্চত । মোৰ যে কি হ'ব ! ভাব হ'ল সেইবেলি আৰু মেট্ৰিক দিয়া নহ'ব । সম্বলপুৰলৈ উভতি অহা হ'ল । আহি-পোৱাৰ পাছতে দেউতাই অধ্যক্ষলৈ লিখি পঠালে যে মই সম্পূৰ্ণ আৰোগ্য হৈছোঁ, গতিকে মোক পৰীক্ষা দিবলৈ অনুমতি দিব লাগে । অনুমতি পোৱা হ'ল ; ময়ো ততা-তৈয়াকৈ চৌতে খৰ মাৰি পৰীক্ষাৰ যাৱতীয় ফৰ্ম আদি পুৰাই পৰীক্ষাত বহিলোঁৱেই আৰু ভগৱানৰ কৃপাত দুটা বিষয়ত লেটাৰ পাই প্ৰথম বিভাগত উত্তীৰ্ণ হ'লোঁ

আন এটি ঘটনা । আমাৰ এজোপা বগৰী গছ আছিল । বগৰী জোপাত এসময়ত এজাক বৰ ডাঙৰ মৌৱে বাহ লৈছিল । এদিনাখন আমাৰ সম্বলপুৰৰ মালীটোৱে মৌ খাবলৈ মন মেলি এডাল বাঁহেৰে গৈ মৌ বাহত খোঁচ মাৰি । খোঁচটো মাৰিবলৈহে পালে, গোটেই মৌজাক জাতুৰ খাই উঠিল আৰু তাক পিছে পিছে খেদি আহিল । মালীটোৱে যিপিনে দৌৰে, মৌৱেও সেইপিনেই খেদে । শেষত সি বেচেৰাই চিঞৰ-বাখৰ কৰি প্ৰাণটাকি দৌৰিবলৈ

ধৰিলে। মৌবোৰো এৰেনে? সেহাতৰত উপায়ান্তৰ হৈ মাজীয়ে আধা ধৰিয়াৰ পৰে চেকুৰি ফুৰিবলৈ ধৰিলে; ইফালে মৌবোৰেও আক্ৰমণ চলায়ে থাকিল। তেনেতে দেউতাই বন্দুকটো আনি গছ ডালটো ঠোঁৱাই গুলী কৰি দিলে। কলা জুইত ঘিউ পৰিল। মৌবে দেউতাকো খেদিবলৈ ধৰিলে। দুয়োজনে লৰেঃহ লৰে। দুয়োৰে গালে-মুখে কেৱল মৌ। উভয়ৰে গাল-মুখ বেজুনৰ দৰে উখহি উঠিল। শেষত জানিবা ঘৰ এটাত সোমাইহে দুয়ো মৌৰ আক্ৰমণৰ পৰা ৰক্ষা পৰিল।

সম্বলপুৰত দেউতাৰ কাঠৰ কাৰবাৰ আছিল। তেওঁ থাকিবলৈ লৈছিল মেগপাল নামৰ হাবিৰ মাজভাগত। আমি মাজে সময়ে তালৈ গৈছিলোঁ আৰু দুই-এদিন আছিলোঁও। তাতে এটা ধুনীয়া বঙলাও আছিল। দেউতাই মাজে সময়ে চিকাৰলৈ গৈছিল। চিকাৰত তেওঁ বনৰীয়া কুকুৰা, হৰিণ, গাহৰি আদি মাৰিছিল। মায়ে সেইবোৰেৰে বিবিধ তৰহৰ আঞ্জা ৰান্ধে। এদিন জোনাক নিশা আমি আটাইকেইজনে ভাত-পানী খাই বাৰাণ্ডাত কথা পাতি আছিলোঁ। হাবিতলীয়া ঠাইখন নিশাৰ সেই সময়ত তেনেই গহীন হৈ পৰে। কৰতীয়াহঁতো নিজ নিজ ঘৰলৈ গৈছে। গোটেই পৰিবেশটোৱেই গহীন। ওচৰতে আছিল দুজোপা মহুৱা গছ। মহুৱা ফুলৰ গোন্ধটো ইমান মনোহৰ! ভালুকে মহুৱা ফুলৰ গোন্ধ ভাল পায়। আমি কথা-বতৰা পাতি বহি আছোঁ, তেনেতে দেখিলোঁ দুটা ক'লা ভালুক গহীন গম্ভীৰ গতিত আগ বাঢ়ি আহিছে। সিহঁতে গছৰ তলৰ পৰা ফুল খোৱাত লাগিল। তাৰ পাছত সিহঁতৰ কি হ'ল আমি একো ভুলকিব নোৱাৰিলোঁ, দুয়োটাই দেখোন নখ-যুদ্ধখন লগাই দিলে। ইটোৱে আঁচোৰে সিটোক, সিটোৱে ইটোক। দেউতাই টৰ্চটো আনি সিহঁতৰ পিনে মাৰি পঠিয়ালে। দেখা গ'ল দুটা প্ৰকাণ্ড ভালুকৰ 'গ্ৰাহ-গজেন্দ্ৰ'ৰ যুদ্ধ। আমি শেহলৈকে চায়ে থাকিলোঁ। গোটেইভৰা ঠাইকে তেজোময় কৰি এটা সময়ত দুয়ো যোদ্ধাই পৃষ্ঠভঙ্গ দিলে। দেউতাই এটাক গুলী কৰিব খুজিছিল; কিন্তু কিবা ভাবি নকৰিলে।

এবাৰ এজন ইংৰাজ আই. চি. এচ. বিষয়াৰ (ডেপুটি কমিছনাৰ) লগত দেউতা বাঘ চিকাৰলৈ ওলাল। ডেপুটি কমিছনাৰৰ পৰিয়ালৰো চিকাৰলৈ যাবলৈ খা উঠিল। দেউতাই ক'লে যে তিৰোতা মানুহ হিচাপে তেওঁৰ সাহপিত্ত কম, এনেকে যেতিয়ালৈকে সাহস গোটাব নোৱাৰে তেতিয়ালৈ তেওঁ চিকাৰলৈ নোযোৱাই ভাল। কিন্তু তেওঁ নুশুনিলে। শেষত গত্যন্তৰ

নেদেখি হাতী সজোৱা হ'ল। ঠাই ঠিক কৰা হ'ল চহৰৰ পৰা কুৰি মাইল আঁতৰৰ পৰমাপুৰ। ইংৰাজ বিষয়াৰ পৰিয়াৰ তেওঁৰ লগতে বহিল আৰু ডি. এফ. অ' ভাণ্ডাৰীয়া বহিল দেউতাৰ লগত। চিকাৰৰ ঠাই পালোঁগৈ। বন কোবোৱা হ'ল আৰু অলপ সময়ৰ পাছতে ওলালে এটা ধুনীয়া মঁৰা চৰাই। তাৰ পাছতে ওলাল এটা হৰিণ, তাৰ পাছত এটা ভালুক। একেবাৰে শেষত ওলাল এটা প্ৰকাণ্ড ৰয়েল বেঙ্গল টাইগাৰ। বাঘটোৱে ক্ৰমে হাওদাৰ কাষলৈ আগ বাঢ়ি আহিব ধৰিলে। ইফালে বাঘ দেখিয়েই ইংৰাজ মহিলাৰ দুলিৰ আগেদি জীউ গ'ল। তেওঁ মূৰ্চ্ছিত হৈ পৰিল। ইয়াৰ পাছত তেওঁৰ যে কেনে অৱস্থা হৈছিল, বোধকৰোঁ নক'লেও হ'ব। আনহাতে বাঘ অহা দেখি দেউতাৰ হাতৰ আঙুলি বন্দুকৰ ঘোঁৰাৰ ওচৰ পালে, কিন্তু সেই মুহূৰ্ততে ডি. এফ. অ' ভাণ্ডাৰীয়াই ততালিকে দেউতাৰ হাতত মুঠি মাৰি ধৰি ক'লে, "বেজবৰুৱা ভাণ্ডাৰীয়া, অনুগ্ৰহ কৰি গুলী নকৰিব, বুজিছে মোৰ বৰ ভয় লাগিছে।" কিন্তু তেওঁ দেউতাৰ হাতত ধৰা সত্ত্বেও দেউতাই গুলী এৰিলেই, অৱশ্যে লক্ষ্য হেৰাই যোৱাৰ বাবে বাঘ লৰি পলাল, কিন্তু তাৰ নেজ ডালৰ এটা অংশ এৰি যাবলগীয়া হ'ল। সিদিনালৈ তাতেই চিকাৰৰ অন্ত পৰিল।

দেউতাই বছৰি শ্ৰীশঙ্কৰদেৱৰ তিথি পালন কৰিছিল। আমি আটায়ে ধৰি উৎসৱটো ডাঙৰকৈয়ে পাতিছিলোঁ। কলিকতাত থকা প্ৰায় সকলো অসমীয়া বন্ধু-বান্ধৱ সিদিনা তিথি উপলক্ষে আমাৰ ঘৰত সমবেত হৈছিল, ভালেমান বঙালী বন্ধুও আহিছিল। দেউতাৰ নিজৰে এজোৰ ভোৰতাল আছিল। তেওঁ নাম গাই গাই কেইবা ঘণ্টা জুৰি নিজেই এই ভোৰ-তালজোৰ বজাইছিল। তাত গোটখোৱা প্ৰতিজনেই তিনি-চাৰি ঘণ্টা নাম-প্ৰসঙ্গ কৰে আৰু প্ৰসঙ্গৰ পাছত তেওঁলোকৰ মাজত প্ৰসাদ বিতৰণ কৰা হয়। শেষত তেওঁলোকৰ বাবে এটা ডাঙৰ ভোজৰ দিহা কৰা হয়। এনেকৈ প্ৰতি বছৰে আমি শ্ৰীশঙ্কৰদেৱৰ তিথি পালন কৰিছিলোঁ।

কিন্তু বৰ আচৰিত কথা যে, প্ৰতিবছৰে সেই উৎসৱৰ শেষত অভ্যাগত-সকল ঘৰা-ঘৰি যোৱাৰ পাছতেই দেউতাৰ নাকেদি বৰ বেছিকৈ ৰক্তপাত হৈছিল। দুই-তিনিটা চৰিয়া ভৰাকৈ তেজ ওলাইছিল। তেনেদৰে তেজ যোৱাৰ পাছত দেউতা বৰ দুৰ্বল হৈ পৰিছিল। আমাৰ ঘৰুৱা চিকিৎসক ডাক্তৰ সত্যচৰণ মিত্ৰই আহি তেওঁক শুশ্ৰূষা কৰি আৰোগ্য কৰে। সেই-বাবে প্ৰতি বছৰে শ্ৰীশঙ্কৰদেৱৰ তিথিৰ দিনা আমাৰ ভয় হৈছিল যে, মানুহ-বোৰ উভতি যোৱাৰ পাছতে দেউতাৰ সেই দশা হ'ব, আৰু কি আচৰিত

কথা আমি ভয় কৰামতে প্ৰতি বছৰে একে ধৰণেই দেউতাই সেই একেটা ৰোগত ভুগিছিল।

দেউতাই বিয়া কৰাইছিল বঙ্গদেশৰ বিখ্যাত ঠাকুৰ পৰিয়ালত। বিয়াৰ পাছত মাক শিৱসাগৰৰ শাহ-শহুৰৰ ঘৰলৈ অনা হয়। মাৰ চিত্ৰাঙ্কণত বৰ বাপ আছিল আৰু তেওঁ অইল পেইণ্টিং খুব ভালদৰে কৰিব পাৰিছিল। শিৱসাগৰলৈ আহোঁতে মায়ে নিজে অঁকা আৰু পেইণ্ট কৰা ককাদেউতাৰ ছবি এখন তেওঁক উপহাৰ দিছিল; আইতাকো দিছিল নিজে এম্‌ব্ৰইডাৰি কৰা এখন চাদৰ। দেউতাই মাক বিয়া কৰোৱা সম্পৰ্কত তেওঁলোকে গোনতে দেউতাক বৰ বেয়া পাইছিল, বিয়াখনত আপত্তিও কৰিছিল। কিন্তু মাক দেখি তেওঁলোকে বৰ আনন্দ পালে। মাৰ ৰূপ-লাৱণ্য দেখি তেওঁলোক হেনো মুগ্ধ হৈ গৈছিল। মা প্ৰথমবাৰলৈ শিৱসাগৰলৈ আহোঁতে এটা বৰ আমোদজনক ঘটনা ঘটিছিল। আইতাই কাঁটা-চামোচ, ফৰ্ক আদিৰে থালত ভাত সজাই মাক মেজত খাবলৈ দিলে। মাই কিন্তু চকী মেজত নবহি মজিয়াতে লেপেটা কাঢ়ি বহিল আৰু কাঁটা-চামোচ আদিৰ ব্যৱহাৰ নকৰি হাতেৰেই ভাত খালে। মায়ে যে হাতেৰেও ভাত খাব জানে তাকে দেখি তেওঁলোক বৰ আচৰিত হৈছিল।

দেউতা এবাৰ সাহিত্য-সভাৰ সভাপতি হৈছিল। সাহিত্য সভালৈ আহোঁতে দেউতাই মোকো লগত আনিছিল। এবাৰ-দুবাৰ নহয়; প্ৰায় প্ৰত্যেকবাৰেই মই দেউতাৰ লগত আহিছিলোঁ। তেবেঁা মোক গান গাবলৈ আৰু লগতে তেওঁৰো আলপৈচান ধৰিবলৈ সদায় লগত আনিছিল।

চন্দ্ৰকুমাৰ আগৰৱালা দেউতাৰ পৰম বন্ধু আছিল। তেখেত কলিকতাত থাকোঁতে প্ৰায়েই আমাৰ হাওৰাৰ ঘৰলৈ গৈছিল। দেউতাই তেখেতক মাতিছিল 'মাজিউ' বুলি আৰু তেখেতে দেউতাক মাতিছিল 'বেজ' বুলি। আগৰৱালা ভাওৰীয়া কলিকতাৰ হেৰিছন ৰোডৰ কোনোবাখিনিত আছিল। তেখেতৰ ল'ৰা নবীন, অৰুণ আৰু তৰুণৰ লগত আমি সদায় খেলা-ধূলা কৰিছিলোঁ। আমি তেখেতৰ ঘৰলৈ গ'লে তেখেতৰ পৰিয়ালে আদৰেৰে বাঢ়ি-বাঢ়ি আমাক খাবলৈ দিছিল। খাই যে ইমান ভাল লাগিছিল। সন্ধিয়া হ'লে 'বেজ' আৰু 'মাজিউ' দুয়ো বন্ধুৱে এক পেগমান হুইস্কি খাই সাহিত্য আলোচনাত ধৰিছিল।

১৯২৮ চনত সম্বলপুৰতে মোৰ বিয়া হয়। আগৰৱালাদেৱ মোৰ বিয়ালৈ গৈছিল। তেওঁ সঁচাকৈয়ে মোক বৰ ভাল পাইছিল।

---

শ্ৰীমতী ৰত্না বৰুৱা বেজবৰুৱাৰ তৃতীয়া কন্যা।

# অসমীয়া ভাষা-সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান

ডঃ মহেশ্বৰ নেওগ

লক্ষ্মীনাথ বেজবৰুৱাক বিভিন্নজনে বিভিন্নভাৱে জানিবৰ যত্ন কৰিছে। সাহিত্যত তেওঁৰ ব্যক্তিত্ব ইমান বহুমুখী যে তেওঁক সাহিত্যৰথী, ৰসৰাজ, বিশ্বৰসিক আদি বহল একোটা বিশেষণেৰে বিশেষিত কৰিবলৈ বিচৰা হৈছে। এনেও সমালোচক আছে, যিসকলে ভাবে সাহিত্যত বেজবৰুৱাৰ কৃতি বিশেষ নাই, কিন্তু তেওঁৰ ব্যক্তিত্বই হেমচন্দ্ৰৰ জনছুনৰ দৰে এটি কেন্দ্ৰ দিছিল আৰু সেই কেন্দ্ৰৰ চাৰিওফালে আধুনিক অসমীয়া সাহিত্যত নানা গতিপথবোৰ ঘূৰিছিল। বেজবৰুৱাত প্ৰতিভা দেখা নোপোৱা সমালোচকো আছে। গুৱাহাটীত তেওঁৰ মূৰ্তি এটি সাজি প্ৰতিষ্ঠা কৰিবৰ বাবে ধন গোটাবৰ বেলিকা হেনো এজন নেতা সাহিত্যিকে খাৰাংখাছ প্ৰশ্নই কৰিছিল,--লক্ষ্মীনাথ বেজবৰুৱাইনো আমাৰ কাৰণে কি কৰিলে যে তেওঁক এইদৰে পূজা কৰিব লাগে? গতিকে 'দেখে দশবাপে' লক্ষ্মীক 'সিবেলাত' কৰিবৰ অৱসৰ কোনো কোনোৱে পাইছে আৰু পাব। ইয়াৰ মূল কাৰণ বোধ-হয় এয়ে যে সাহিত্যৰ কোনো এটা বাপত তেওঁৰ ৰচনা পৰ্যৱসিত নহয়। তেওঁ নাট্যকাৰনে? নহয়। তেওঁ কবিনে? নহয়। তেওঁ গাল্পিকনে? নহয়। তেওঁ ঔপন্যাসিকনে? নহয়। তেওঁ প্ৰবন্ধকাৰনে? নহয়। কিন্তু তেওঁ এইবোৰ সকলো আৰু তাতোকৈ কিবা অলপ বেছি। হ'ব পাৰে তেওঁৰ সকলো সৃষ্টি সমপৰ্য্যায়ৰ নহয়, কিন্তু প্ৰতি পৰ্যায়ত তেওঁৰ শ্ৰেষ্ঠ কৃতি আছে। দুই-এক সমালোচকে ভাবে, 'প্ৰয়োজনৰ তাগিদ'ত সাহিত্য সৃষ্টি কৰা হেতুকে সেইবোৰৰ মূল্য নাই। অপ্ৰয়োজনীয় সাহিত্যৰ মূল্য কি নাজানো, কিন্তু প্ৰয়োজনবশতঃ কোনোৱে অধ্যাপকগিৰি কৰিছে, সমালোচকগিৰিও কৰিছে, তাৰ মূল্য কি? আলোচনী আৰু কিতাপ প্ৰকাশ কৰাৰ প্ৰয়োজনতে শ্ৰেষ্ঠ সাহিত্যৰ সৃষ্টি হৈ আছে। অনেক সময়ত বেজবৰুৱাৰ সমালোচনাই বেজবৰুৱাক ভুল বুজি থকা আমিও দেখিছো। স্ত্ৰী-স্বাধীনতা সম্বন্ধে

তেওঁ কোনো প্ৰবন্ধ লেখাৰ প্ৰতিশ্ৰুতি কাকো দিয়া নাছিল; তাতে যদি কোনো এটি ৰচনাৰ শিৰত সমালোচক সেই শিৰোনামা দি লৈ, বেজবৰুৱাই কিয় স্ত্ৰী-স্বাধীনতাৰ বিষয়ে ভাল প্ৰবন্ধ লেখিব নোৱাৰিলে বুলি নিজৰ কান্দতে নিজে পৰে, আমি নিন্দা প্ৰশংসা কোনটো কৰিম? বেজবৰুৱাৰ প্ৰতি বুকুৰ ভিতৰত উমি উমি জ্বলি থকা বিৰোধও অনেক সময়ত সমালোচকসকলক ভ্ৰান্ত কৰাটো স্বাভাৱিক। বেজবৰুৱা সদায় বহুত ৰণৰ ৰণুৱা আছিল; তেওঁ আটাইবোৰ ৰণেই জিকিছিল। ৰণত যটাসকলৰ পো-পোৱালি বা ঠাল-ঠেঙুলিয়ে তেওঁক সতকাই ভাল বুলিব পাৰি জানো? অৱশ্যে যদি সাহিত্যৰ ৰসোপলব্ধি বা চিন্তাৰ নিৰপেক্ষতা সিসকলৰ থাকে, বেজবৰুৱাক ভাল পোৱাৰ কাৰণ নিশ্চয় তেওঁলোকেও বিচাৰি পাব। অসমীয়া সাহিত্যত বেজবৰুৱাৰ বহুমুখিতাক যদি আমি মাথোন dissipation বুলি ভাবোঁ তেওঁৰ অন্তৰত বৰ্তমান আৰু অনেক প্ৰকট কলাকাৰজনক অৱমাননা কৰা হ'ব। এই দৃষ্টিৰেহে বোধহয় তেওঁৰ ওচৰ চপা যুগুত হ'ব।

বেজবৰুৱা যেনেকৈ সাহিত্যৰ এজন যুগ-প্ৰৱৰ্তক, তেৰেঁা তেনেকৈ এটি যুগৰ সৃষ্টি। লক্ষ্মীনাথৰ বাল্য কালৰ পাৰিপাৰ্শ্বিকতাই কেনেকৈ সাহিত্যৰথী-জনক নিৰ্মাণ কৰিলে, সেই কথা অধ্যয়ন কৰিবলৈ আমি যত্ন কৰিছিলোঁ 'বেজবৰুৱা, মানুহজন' (১৯৩৮) নামৰ স্কেচি, আঁদ্ৰে মৰোআঁৰ ধৰণৰ বেজবৰুৱাৰ বাল্য-জীৱনীত। তাত আমাৰ বক্তব্য আছিল: 'বেজবৰুৱাৰ এইছোৱা জীৱন (১৮৬৮-ৰ পৰা ১৮৮৬ চনলৈকে; জন্মৰ পৰা স্কুলীয়া জীৱনৰ সমাপ্তিলৈকে) অধ্যয়ন কৰিয়েই বুজিব পাৰি যে এই কালছোৱাতেই তেওঁৰ মনোবৃত্তিক যি গঢ় দি তুলিছিল, সি বিদেশীৰ পিহনি লাগি অধিক চক্‌চকীয়া আৰু ল-নীহে হৈছিল মাত্ৰ। বিদেশত জীৱনৰ সৰহভাগটিয়েই কটায়ো অসমীয়া জীৱনৰ চিত্ৰবোৰ নাপাহৰা আৰু অসমীয়াৰ মাত-কথা লেখনীৰ ভিতৰেদি ফুটাই তোলা লক্ষ্মীনাথৰ বিশেষত্ব হয়, কিন্তু তাত আচৰিত মানিব লগীয়া একো নাই। He saw Assamese life, and saw it whole. সৰু কালতে অসমৰ নৈ-পৰ্বত বগাই লক্ষ্মীনাথ অসমৰ সাত বিহুৰ সৈয়া-কণী হৈ পৰিছিল। ৰংপুৰৰ ধুলি-মাকটিৰ বুকুত কটু-গুটি, হৈ-গুদু টাং-গুটি খেলা লক্ষ্মীনাথ অসমীয়া ধৰণৰ পাকৈত স্পোৰ্ট্‌ছ্‌মেন। চকুৰে দেখি কথা বুজিব পৰা হোৱাৰে পৰা বৰপেটাৰ কীৰ্তন ঘৰৰ লগত সম্বন্ধ, ভাওৰ হোৱাৰ লগে লগে কমলাবাৰীয়া ভাওনা আৰু বাজহুৱা আৰু ঘৰুৱা নাম-কীৰ্তনৰ লগত শৰুতে মিতিৰাজি। দিনৰ চাৰি-প্ৰসংৰ ম্যাজেস্টি লক্ষ্মীনাথ যেনেকৈ

এক puritanic atmosphere, ধাৰ্মিক বায়ু-মণ্ডলৰ বতাহ-পানী শুহি উঠিছিল, আনফালে বাৰীৰ ষৰপুখুৰী আৰু বামুণ-পৰি-মৰা গৰাবে দোকোল-ডাকাল ভৰ বাৰিষাৰ পানীবে দিখৌৰ বুকুত সাঁতোৰ আৰু হৈ-গুদু, টাংগুটিয়ে সেই ধাৰ্মিক বায়ু-মণ্ডলেৰে যোগ হৈ এক শকত healthy atmosphere স্বাস্থ্যকৰ মনোমণ্ডল গঢ়ি লক্ষ্মীনাথৰ শৰীৰ আৰু মন উভয়কে পোহ মনাইছিল। নাম-কীৰ্তন, চৰিত-তোলা, ভাগৱত-পাঠ আদিয়ে সকবে পৰা লক্ষ্মীনাথৰ মনক শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু ভাগৱত-পুৰাণ আদিলৈ সাঙুৰি পেলাইছিল। এইখিনিতেই শঙ্কৰদেৱ, শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, কৃষ্ণ-কথা, তত্ত্ব-কথা আদি লিখোতা লক্ষ্মীনাথ বেজবৰুৱাৰ অঙ্কুৰটিয়ে পোখা মেলিবলৈ সুবিধা পাইছিল। সক্ৰিয়া বহি সাধু কোৱা ৰবি ককাকো আমি পাহৰিব নোৱাৰোঁ। মুঠতে, অসমীয়া জীৱনটোৰ লগত লক্ষ্মীনাথৰ এই কালভোখৰতে সুন্দৰ চিনাকি হৈছিল।' এইভাৱে অসমীয়া জীৱনটোৰ লগত নিবিড় কুটুম্বিতা আৰু অসমীয়া ভাষা, সাহিত্য আৰু ধৰ্মৰ পশ্বাত তেওঁৰ inculcation এই কুমলীয়া বয়সতে হোৱা কাৰণে সি গাঢ় আৰু স্থায়ী হৈছিল। যিমানে তেওঁ চেনেহী শিৱসাগৰৰ পৰা, আপোনবো আপোন অসমৰ পৰা আঁতৰি দূৰৰপৰা বিদূৰলৈ গৈছিল, সিমানে তেওঁৰ মনৰ চীনাংশুকৰ পতাকাখনি জীৱনৰ ধ্বজদণ্ডৰ পাছফাললৈ চট্‌ফটাই চট্‌ফটাই উৰি আহিছিল, (গচ্ছতি পুৰঃ শৰীৰং ধাৱতি পশ্চাদসংস্থিতং চেতঃ। চীনাংশুকমিৱ কেতোঃ প্ৰতিৱাতং নীয়মানস্য ॥) তেওঁৰ insular patriotism, প্ৰৱাসী প্ৰেমে অসম বোলা মাটিচপৰা সাৰট মাৰি ধৰিছিলহি, আৰু বহিঃশত্ৰু আৰু অন্তঃশত্ৰুৰপৰা নিজৰ ভাষা, সাহিত্য আৰু ধৰ্মক ৰক্ষা কৰা বাঞ্ছা হৈ উঠিছিল প্ৰবলৰপৰা প্ৰবলতৰ। বঙলা ভাষাতে ৰন্ধন-প্ৰণালীৰ বিষয়ত বাটকটীয়া 'আমিষ ও নিৰামিষ আহাৰ' পুথি লিখা প্ৰজ্ঞাসুন্দৰী দেৱীৰ সুৱলা হাতৰ দেশী আৰু বিদেশী দিহ-পাতি খায়ো তেওঁৰ চাট্‌ চাটকৈ মনত পৰিছিল দিখৌ পাৰৰ চেঁকীয়াৰ পানীত উঠি ফুৰা পুঠিমাছৰ আঞালৈ, কাহুদী আৰু খাৰলিলৈ। বাহিৰৰ অসঙ্গত পাৰিপাৰ্শ্বিকতাই তেওঁৰ মনত split, বিৰোধ সৃষ্টি কৰা নাছিল।

বেজবৰুৱাৰ বাল্যকালৰ-যৌৱনৰ সময়খিনি অসমৰ এক বিৱৰ্তনৰ যুগ। এফালে অসমৰ পুৰণি ধৰ্মনৈতিক সংস্কৃতি আনফালে বঙালীয়ানা আৰু ইংৰাজীয়ানাৰ নতুন 'চাল'। লক্ষ্মীনাথৰ ঘৰত এক ধৰ্ম-মুখৰ পৰিৱেশ। 'বদুলা আতাৰ থান কমলাবাৰী পিতৃদেৱতাৰ প্ৰাণ, আৰু কমলাবাৰীৰ গোসাঁই ভকত-সকল বুকুৰ সম্বল আছিল', তেওঁ কেইবা মাইলো দূৰতে নাৱৰপৰা কমলাবাৰী

সত্ৰৰ ওখ পদ দেখি ল'ৰা-তিৰোতা সকলোৱে সেইতে মাৰল চৰঠত আঁঠু কাঢ়ি সেৱা জনায়। ঘৰত সদায় ভাওনা-সবাহ, নাম-গুণ, পূজা-সেৱাৰ প্ৰসঙ্গ। দীননাথ পুৰন্দৰসিংহ বজাই পতা বেজবৰুৱা, তেওঁৰ সদায় চিন্তা কেনেকৈ বংশগত এই আয়ুৰ্বেদৰ বিদ্যা বংশত বৈ যায়। পুৰণি ধৰ্ম-কৰ্মৰ এই টানৰ পৰিবৰ্তে ডেকাসকলৰ মাজত ইংৰাজী শিক্ষাৰ প্ৰতি আকৰ্ষণ। 'বঙ্গলা ভাষা, বঙ্গলা গান, বঙ্গালীৰ নিচিনা চুলি-কটা, চুৰিয়া-চোলা পিন্ধা, মুঠতে বঙ্গালী ফেশ্যন (fashion) আৰু everything Bengali অৰ্থাৎ যি কি নহওক সকলো বঙ্গালী আমাৰ অসমীয়াতকৈ যে শ্ৰেষ্ঠ, এই ৰোগে তেতিয়াৰ ডেকা তৰপৰ গাত ভালকৈয়ে ধৰিছিল।' আনফালে পুৰণি খাদ্যাখাদ্য বিচাৰৰ ওপৰত আঘাত পৰিল; 'হিন্দুৰ অখাদ্য চৰাই-কুকুৰা ভোজন কৰে' বুলি ভব্য ঘৰৰ কাৰো কথা ওলাল। বঙলুৱা যাত্ৰা-গানৰ ৰাধাৰ মান-ভঞ্জনৰ পালা আদিয়ে পুৰণি গীত-ভাওনা সকলোৰে যেন মান-সন্মান হৰণ কৰি লৈ যোৱাৰ উপক্ৰম কৰিলে। ইয়াৰ ওপৰত আকৌ অসমৰ মাজ-বুকু শিৱসাগৰতে কলিকতীয়া ব্ৰাহ্ম-ধৰ্ম-প্ৰচাৰকৰ বঙলা বক্তৃতাৰ জাউৰিয়ে খলক লগাই পেলাইছিলহি। তাৰ বোধ যেন অবান্তৰ হৈ পৰিল। ইফালে বিদ্যাৰ্থী ল'ৰাহঁতৰ আদৰ্শ বঙ্গ বিদ্যালয়ত 'কাল কাক ভাল নাক' আওৰাওঁতে জ্ঞান-বুদ্ধিৰ আধ্যা পৰে। এবাৰ 'হেডপণ্ডিত বাবুৰ বক্তৃতাৰ অন্তত মোৰ মনত খেলাইছিল যে কি লাজৰ কথা, কি "শৰমত মৰিবৰ" কথা, যে আমি অসমীয়াবোৰে কোমল-চাউল খোৱাৰ নিচিনা অসভ্য কাম কৰোহঁক।' এইদৰে আত্ম-গ্লানিৰ ভাব এটা সৰু-বৰ সকলো ক্ষেত্ৰতে উটি-বুৰি ফুৰিবলৈ ধৰিছিল। নিজৰ যি আছিল, যি আছেও, 'তাৰ নুগুণো নলও গম', সেই থকাবোৰ যেন আপোনা-আপুনি লাজকুৰীয়া হৈ পশ্চাদ্ভূমিলৈ অপসৰণ কৰিবলৈ ধৰিলে। তাৰ ঠাই অধিকাৰ কৰিবলৈ আগ বাঢ়ি আহিল ইংৰাজী-বঙালী আদৰ্শৰ এটা মিহলি জীৱন। এই নতুন 'প্ৰগতি' যিমান বেগেৰে আৰম্ভ হৈছিল, সিমান বেগেৰে সি স্থায়ী ক্ৰিয়া কৰা হ'লে অসমীয়া জাতি সোনকালেই কোনোবা ঘৰিৰ জোন হৈ পৰিলহেঁতেন। কিন্তু জাতিটোৰ আত্মাই সেই বেগক ৰোধ কৰিলে। আৰু শিৱসাগৰতে সেই ৰোধ আৰম্ভ হ'ল বিশেষকৈ এমেৰিকাৰপৰা অহা বেপ্টিষ্ট খ্ৰীষ্টিয়ানসকলৰ সৌজন্যত। তদুপৰি, শিৱসাগৰ হ'ল ডাঙৰীয়া দীননাথ বেজবৰুৱা, কালীপ্ৰসাদ চলিহা, জগাগোবিন্দ ফুকন, ফণীধৰ চলিহা আদি ডাঙৰীয়া নামৰ উপযোগী পুৰুষসিংহসকলৰ ঠাই। সেইসকলেই হ'ল সেই সময়ৰ অসমীয়া সমাজৰ ধৰণী। সিসকলৰ প্ৰভাৱৰ ক্ষেত্ৰও আছিল সেইদৰে

বহল। সিসকলে নতুনৰ বিৰোধতকৈও আগৰ ঐতিহ্যক পৃষ্ঠপোষকতা কৰাৰ পন্থা গ্ৰহণ কৰিলে।

এতিয়া নতুন যিখন অসমীয়া সমাজ, যিটি অভিনৱ অসমীয়া সংস্কৃতিৰ বিকাশ হ'বলৈ হ'ল, তাৰ ভিত্তি প্ৰাচীন অসমীয়া হ'লেও তাক বলিষ্ঠতা দিবলৈ আৰু বহল বোলাবলৈ পাশ্চাত্যৰ স্পৰ্শ লগা হ'ল। দীননাথ বেজবৰুৱা ডাঙৰীয়াই লক্ষীমপুৰত ইংৰাজী স্কুল পাতিছিল; তেওঁৰ পুত্ৰসকলেও শিৱসাগৰ যোৰহাট, গোলাঘাটত ইংৰাজী স্কুল স্থাপন কৰিছিল। ইংৰাজী শিক্ষাৰ আৱশ্যকতা এইভাবে বহল ৰূপত লক্ষ্মীনাথৰ ঘৰতে স্বীকৃত হৈছিল। গুৱাহাটীত ১৮৩৫ চনত আৰম্ভ হৈ চৰকাৰী ইংৰাজী বিদ্যালয় এটি-দুটিকৈ প্ৰতিষ্ঠাপিত হৈছিল। আনন্দৰাম বৰুৱা, উজনিৰ জগন্নাথ বৰুৱাই ইংৰাজীৰ যোগে উচ্চ শিক্ষাৰ আদৰ্শ সকলোৰে আগত দাঙি ধৰিছিল। 'অৰুনোদই' কাকতে নতুন অসমীয়া ভাষা-সাহিত্যৰ চৰ্চাৰ পোন প্ৰথম বাট কাটে। এই সময়তে অসমীয়া ভাষাত বিলাতী সুৰ এটি সোমাই তাক মোহনীয় কৰি তোলে। তাৰ পিছত আহিল হেমচন্দ্ৰ-গুণাভিৰামৰ যুগ। লক্ষ্মীনাথ-হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউচ'ৰ একান্ত আগ্ৰহশীল পাঠক। তেওঁ স্বীকাৰ কৰিছে, এই কাকতখন 'পঢ়োঁ বুলিলে ঠিক কোৱা নহয়, গিলোঁ বুলিলেহে ঠিক হ'ব। বাস্তৱিকতে আসাম নিউচ পঢ়ি তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিছে। প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ।' এইটো কথাও বোধহয় ক'ব পাৰি যে হেমচন্দ্ৰৰ ভাষাৰ বাহবলৰ লগতে লক্ষ্মীনাথে হেমচন্দ্ৰৰ সামাজিক চিন্তা আৰু সামাজিক সমালোচনাৰ প্ৰকাশৰ ধাৰাটোও গ্ৰহণ কৰিছিল। বেজবৰুৱাই আকৌ কৈছে, 'এইটো ক'বই লাগিব যে অসমীয়া ভাষাৰ মহাৰথীদ্বয়ৰ আসাম নিউচ আৰু আসাম বন্ধুৱেই আধুনিক আহিত অসমীয়া গদ্য আৰু পদ্য সাহিত্য সৃষ্টিৰ অৰ্থে spadowork, কোৰৰ কাম কৰে, অৰ্থাৎ মাটি ৰুবি চহাই দিয়ে।—অসমীয়া ভাষাত সকলো অসমীয়াৰ মনোৰঞ্জন কৰি, সুললিত, সৰল, ৰসাল অথচ ওখ শাৰীৰ গদ্য ৰচনা যে হ'ব পাৰে, এইটো আসাম নিউচ আৰু আসাম-বন্ধুৱেই প্ৰথমতে দেখুৱালে।' বেজবৰুৱাই বোধহয় 'আসাম নিউচ'ত লেখা নাছিল, কিন্তু 'আসাম-বন্ধু'ত তেওঁৰ কবিতা ওলাইছিল, আউনীআটীয়া 'আসাম-তৰা'তো তেওঁৰ ৰচনা প্ৰকাশ পাইছিল। এইদৰে জোনাকী-যুগৰ অব্যৱহিত পূৰ্ববৰ্তী হেমচন্দ্ৰ-গুণাভিৰামৰ যুগত তৰুণ লক্ষ্মীনাথে সাহিত্যৰ বিকাশৰ ফালে চকু-কাণ সজাগ ৰাখিছিল। তেওঁৰ সাহিত্যিক জীৱনৰ অৰ্থে এই এটি গাঢ় প্ৰভাৱ। সেয়ে

তেওঁৰ সৃষ্টিৰ দুৱাৰ মুকলি কৰিবৰ নিমিত্তে যথেষ্ট হ'লহঁতেন। কিন্তু তেওঁ অসমৰ পৰা আঁতৰি কলিকতাত ভৰি দিয়াৰ লগে লগে তেওঁৰ হিয়াত আচম্বিতে ঢেকাধনি লাগিল, সাহিত্যৰ বহল জগতখনৰ বা-বতাহে তেওঁক ধুমুহাই ঘেৰাদি নৱ নৱ সুৱাসেৰে। তেতিয়াহে তেওঁ ক্লান্তিকাৰী সাহিত্য সৃষ্টি কৰি এক নৱযুগ প্ৰবৰ্তন কৰিবলৈ প্ৰকৃতপক্ষে সক্ষম হ'ল। উনবিংশ শতিকাৰ শেষ ভাগৰ দশকৰ কলিকতা নানা বৰণীয়জনৰ স্থান, নানা ৰাজনৈতিক-সামাজিক প্ৰভাৱৰ সংঘাতৰ স্থল। সাহিত্য, দৰ্শন, ৰাজনীতি, অৰ্থনীতিৰ সিংহপুৰুষ অধ্যাপকসকলে কলিকতাক পৃথিৱীৰে এটি উজ্জ্বল বিন্দু কৰি তুলিছিল। আগশাৰীৰ ইংৰাজী-বঙলা বাতৰি কাকতবোৰে তৰুণসকলক জগতৰ মাজৰ চিন্তা-ধাৰালৈ আহবান জনাইছিল, তেওঁলোকৰ সুপ্ত প্ৰতিভাৰ দুৱাৰত টুকৰিয়াই মাত দিছিল, 'মেলোঁ হে দুৱাৰ নবীন পথিক।' এই নানা আলোকৰ সাদৰী আহ্বানৰ মাজত পৰি লক্ষ্মীনাথৰ তৰুণ মনে মাজে মাজে বাট ভুল কৰিবলৈ প্ৰয়াস পাইছিল, নিজে অসমীয়াইনে, কলিকতীয়া বঙালীয়েই, নে 'ইংৰাজী পকা তেলত সিজা' চাহাবেই, ঠিক কৰিব নোৱাৰিছিল। অসমীয়া, বঙলা, ইংৰাজী, তিনিও ভাষাৰে প্ৰেমৰ কবিতাৰ কচৰতত তেওঁ লাগি গৈছিল; 'তেতলাৰ চালত অকলৈ অকলৈ ভৰি চলাই জাত লগাই ইংৰাজী গান ধৰিছিল'—— Her hands are white as snow মাজে মাজে তেওঁক দৰ্শনৰ চিন্তাই কোনোবা ধুবুৰী পোৱাইছিলগৈ, 'ঈশ্বৰ আছে যদি য'তে মন ত'তে থাওক, তেওঁক আমাক নেলাগে বুলি সিদ্ধান্ত কৰি ওফোন্দ পাতি ফুৰিবলৈ ধৰিলোঁ।' ইয়াতোকৈ সাংঘাতিক, 'কলিকতা হেন চহৰৰ জহন্নাম নামৰ থাৰে'ও তেওঁ চকুৰ আগত দেখা পাইছিল। 'কিন্তু সুখৰ বিষয়, ঈশ্বৰৰ অনুগ্ৰহত মই থাৱৰোবৰ পৰা অনেক আঁতৰত আছিলোঁ। আচল কথা, গুৰিতোখৰত অটল চৰিত্ৰবান পিতৃদেৱতাৰ কট্‌কটীয়া নীতি আৰু ধৰ্ম-শিক্ষাৰ বান্ধোনে মোকো উলামুলা পছোৱা-কুকুৰাই লখাব নোৱৰা কৰি থৈছিল।' তেওঁ ক্লাছৰ অধ্যাপকৰ পাণ্ডিত্য, উচ্চ ন্যায়ালয়ৰ অধিবক্তাসকলৰ যুক্তি আৰু কথাৰ চাতুৰ্য, ষ্টাৰ-বেঙ্গল-নেশ্যনেল থিয়েটাৰৰ নাট্যামোদ আৰু অসমীয়া-বঙালী ইণ্টেলেক্‌চুৱেল বন্ধুসকলৰ সাহচৰ্য——এইবোৰৰ মাজতে নিজৰ তৃপ্তিৰ প্ৰয়াস আৰম্ভ কৰিলে। বন্ধুসকলৰ ভিতৰত এজন তেওঁৰ কাৰণে হিমালয়-চূড়াৰ দৰে উত্তম, উজ্জ্বল, হৃদয়হৰণ হৈ উঠিল যেন হঠাতে। সেইজন হ'ল ভাওৰীয়া (মন কৰিব 'ভাওৰীয়া') হৰিবিলাস আগৰৱালাৰ মাজিউ পুতেক চন্দ্ৰকুমাৰ শঙ্কৰদেৱ-মাধৱদেৱৰ মিলন যেনেকৈ শঙ্কৰদেৱৰ যুগৰ সমাজ আৰু সাহিত্যৰ

প্ৰাণদাতা মণি-কাঞ্চন সংযোগ, লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰৰ এই আন্তৰিকতম মিলনো অসমীয়া সাহিত্যৰ আধুনিক ৰূপ-সৃষ্টিৰ হকে যুগ-প্ৰৱৰ্তক ঘটনা। কাৰণ, সেই মিলনৰ ফল অ. ভা. উ. সা. সভা, 'জোনাকী', জোনাকী-যুগ আৰু আধুনিক অসমীয়া সাহিত্যৰ নৱন্যাসৰ মৰ্মধাৰা। এই যুগ—প্ৰৱৰ্তনত হেমচন্দ্ৰ গোস্বামী আদি অনেকজনে যোগ দিলে; কিন্তু নৱন্যাসৰ প্ৰকৃত প্ৰাণটোৰ বিকাশ চন্দ্ৰকুমাৰৰ কবিতাতে সকলোতকৈ মনোৰমভাৱে প্ৰকাশ পাই হ'ল আৰু লক্ষ্মীনাথ এই যুগটোৰ অধিনায়কৰূপে আপোনা-আপুনি প্ৰতিষ্ঠিত হৈ পৰিল। আমি কেনেবাকৈ ভুল কৰোঁ বুলি বেজবৰুৱাই বাৰে বাৰে আমাক সোঁৱৰাই দিছে, 'স্কুল-কলেজত মই a boy of mediocre ability' কিন্তু চাৰিফালৰ হেঁচাত মাথোন mediocre ability প্ৰদৰ্শন কৰা লক্ষ্মীনাথে চাৰিফালৰ বিশ্বপুথিৰ পাঠ য'ত যেনেকৈ গ্ৰহণ কৰিব লাগে তেনেকৈয়ে গ্ৰহণ কৰিছিল; সহজন লগৰ লোক গোট খালে তাৰ মাজত তেওঁ জাকত জিলিকা বহু কেন্দ্ৰীয় মানুহটো হৈ পৰিছিল। এই ব্যক্তিত্বই তেওঁক টানি নিলে জোড়াসাঁকোৰ মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালৰ মাজলৈ। তাৰ শেষ ফল হ'ল মহৰ্ষিৰ তৃতীয় পুত্ৰ হেমেন্দ্ৰনাথৰ দ্বিতীয়া কন্যা প্ৰজ্ঞাসুন্দৰীৰে তেওঁৰ শুভ-বিবাহ আৰু তাৰ আনুষঙ্গিকৰূপে বেজবৰুৱাক হাতৰ পৰা অসমীয়া কাঢ়ি একেবাৰে বঙালী কৰিবৰ বিফল চেষ্টা। কিন্তু বেজবৰুৱাৰ ঘৰুৱা জীৱনত কলিকতা আৰু ঠাকুৰ পৰিয়ালৰ পৰিবেশৰ কাৰণে বঙলা ভাষাৰ প্ৰয়োগ থাকি গ'ল; বেছ বাহাদুৰি থকা বঙলা ভাষাতে তেওঁ বেজবৰুৱানী আৰু জীয়েকহঁতলৈ চিঠি-পত্ৰ লিখিছিল আৰু কেতিয়াবা ৰবীন্দ্ৰনাথৰ 'বাল্মীকি-প্ৰতিভা'ৰ ভাওনাত ভাও লিছিল, বেজবৰুৱানী আৰু বিদুষী জীয়েক কেইগৰাকীয়েও সঙ্গীত-অভিনয় আদিত যথেষ্ট পাৰ্গতালি দেখুৱাইছিল। এইবিলাক নিতান্ত পাৰি-বাৰিক কথা বুলি ধৰিলেও ৰবীন্দ্ৰনাথৰ প্ৰভাৱ বেজবৰুৱাৰ লেখাত ক'ৰবাত গদ্যত বা কাচিৎ প্ৰবন্ধৰ মাজৰ উদ্ধৃতিত দেখা পোৱা যায়। তাত আচৰিত মানিবলগীয়াও একো নাই। ৰবীন্দ্ৰনাথৰ প্ৰভাৱ আধুনিক ভাৰতীয় সাহিত্যত ব্যাপক, 'ৰবি কাকা'ৰ সান্নিধ্যই জোঁৱাই ন'বাক যে মোহিত কৰিব, সি স্বাভাৱিক কথা। মূঠতে অসমীয়া বৈষ্ণৱ ধৰ্মৰ উদাৰ প্ৰভাৱবেগৰ আধুনিক জগতৰ এটি বৃহৎ কেন্দ্ৰ কলিকতাৰ নব্য, উদাৰপন্থী আৰু পাশ্চাত্য—শিক্ষা-প্ৰণোদিত আধুনিকতালৈকে, এই বহল মানসিক বায়ুমণ্ডলটো বেজবৰুৱাৰ সাহিত্য-সৃষ্টিৰ মূল কথা। বেজবৰুৱা অসমৰ এক বিগত সংস্কৃতিৰ সুষমা। তেওঁ সেইদৰে এক নৱ-অভিনৱ সংস্কৃতিৰ ধ্বজাবাহক। এই নৱ সংস্কৃতিৰ

আধাৰ-শিলা স্থাপন কাৰ্য কলিকতাতে হৈছিল, ইংৰাজী নৱন্যাস যজৰ হেমচন্দ্ৰ, নবীনচন্দ্ৰ, মধুসূদন, বঙ্কিমচন্দ্ৰ, দ্বিজেন্দ্ৰলাল আদিৰ মাজেদি কলিকতাত প্ৰকা ডেকাসকলৰ মনোমুকুৰত যেনেভাৱে প্ৰতিফলিত হৈছিল, তেনেভাৱেহে সি আহি অসমীয়া' সাহিত্যত ধৰা দিছিল।

বেজবৰুৱা অসমীয়া সাহিত্যৰ এক সাহিত্যিক ব্যক্তি মাথোন, এনে নহয়। তেওঁ এটি আন্দোলন। বেজবৰুৱাৰ বিকাশ সেই আন্দোলনত; আৰু সেই আন্দোলনেই আকৌ তেওঁৰ সাহিত্য-প্ৰচেষ্টাক দিশ দিলে, মহত্ত্ব দিলে। আন্দোলনটিৰ দুটি ৰূপ: অ. ভা. উ. সা. সভা আৰু 'জোনাকী' কাকত। দুইটি ৰূপৰে জন্মৰ বছৰ হ'ল ১৮১০ শক—মাহ পবিত্ৰ ভাদ (২৫ আগষ্ট ১৮৮৮) আৰু উত্তৰায়ণৰ মাঘ (১৮৮৯ চন)। দুইটি অনুষ্ঠানৰে উদ্যোক্তাসকল হ'ল ডেকা ছাত্ৰ। কিন্তু এই চৰাই কেইটি সৰু হ'লেও তেওঁলোকৰ হোলোংগছত বাহ। তেওঁলোকৰ আছিল মহৎ আদৰ্শ আৰু উচ্চাকাংক্ষা। তেওঁলোকৰ আছিল স্পষ্ট ধাৰণাৰ প্লেন আৰু প্ৰোগ্ৰেম। অ. ভা. উ. সা.-ৰ জন্মৰ ইতিহাস সভাৰ কাৰ্য-বিৱৰণৰ পৰাই লওঁ: পৃথিৱীৰ ইতিহাসলৈ চকু দিলে দেখিবলৈ পোৱা যায় যে এই জগতত যতবিলাক ডাঙৰ ডাঙৰ কাৰ্যৰ অনুষ্ঠান হৈছে প্ৰায় সকলোবোৰৰ উৎপত্তিৰ সূত্ৰপাত এনে সৰু কাৰ্য বা ক্ষুদ্ৰ ঘটনাৰ পৰা হৈছে। বিলাতী পণ্ডিত জন্ ছন এডিছনৰ দিনৰ কফি হাউছ ইউৰোপ, এছিয়া আৰু আমেৰিকা জুৰিপৰা বহুত ডাঙৰ কথাৰ ওপজা ঠাই। এতিয়াও অসমীয়া ভাইসকলৰ এই নগণ্য টি পাৰ্টিৰ-পৰা গজালি মেলা পুলি অসমীয়া ভাষা উন্নতি-সাধিনী সভাৰ ডাল-পাত যে কালক্ৰমত প্ৰকাণ্ড আকাৰ ধৰি এশ যোজন ব্যাপি পৰিবৰ সম্ভৱ তাক কোন অসমীয়াৰ ওখ আশাৰে চপ্ চপীয়া হিয়াই নুই কৰিবলৈ আগ বাঢ়িব পাৰিব? ১৮১০ শকৰ ভাদ মাহত (ইংৰাজী ১৮৮৮ চনৰ ২৫ আগষ্ট তাৰিখে) ৬৭নং মিৰ্জাপুৰ ষ্ট্ৰীটৰ বহাত হোৱা টি পাৰ্টিত অসমীয়া ভাষাৰ উন্নতি সাধিবৰ অৰ্থে এখন সভা কৰিবৰ প্ৰস্তাৱ হৈ সেই প্ৰস্তাৱ কাৰ্যত পৰিণত হোৱাৰ ফলস্বৰূপে অসমীয়া ভাষা উন্নতি-সাধিনী সভাৰ জন্ম হয়।' সভাৰ উদ্দেশ্য আৰু কাৰ্য-ক্ৰমঃ 'কেঁচুৱা মাতৃভাষা কেনেকৈ ডাঙৰ-দীঘল হ'ব; কেনেকৈ সি পৃথিৱীৰ আন আন ধনী আৰু উন্নতিশীল ভাষাৰ সমান হৈ আপোন গৌৰৱ বেজিৰ পোহৰ চাৰিওফালে পেলাই দুখীয়া আৰু এক্কাৰ আসামৰ মুখ পোহৰাব পাৰিব; কেনেকৈ সি দুৰ্বল, ৰুগীয়া আৰু জীৰ্ণ অৱস্থাৰ পৰা সবল, সুস্থ আৰু শকত অৱস্থা পাব, তাৰ উপায় সাধনেই এই সভাৰ উদ্দেশ্য।

'এই উদ্দেশ্য সাধন কৰিবলৈ সভাই অসমীয়া পুথিবিলাক একে ঠাইতে গোটাবলৈ যত্ন কৰিছে। পুৰণি পুথিবিলাক যাতে নষ্ট নেপায় আৰু ক্ৰমে ছপা হৈ প্ৰকাশিত হয়, সভাই তাৰো চেষ্টাত আছে। আসামৰ সকলো বিধৰ পঢ়াশালিত যাতে অসমীয়া ভাষা প্ৰচলিত কৰা হয়, আৰু ল'ৰা-ছোৱালীয়ে যাতে নিজৰ নিজ ভাষা সুকলমে পঢ়িবলৈ পায়, তাৰ নিমিত্তে আসামৰ শিক্ষা-বিভাগৰ অধিকাৰসকলৰ মনোযোগ আকৰ্ষণ কৰা; লেখা-পঢ়া কাৰ্যত অশুদ্ধ ব্যাকৰণ, অশুদ্ধ বৰ্ণবিন্যাস ক্ৰমে লোপ কৰি তাৰ সলত পৰিশুদ্ধ ভাষা ব্যৱহাৰ কৰিবলৈ পঢ়াশালি আদিত দূষিত ভাষাৰ পুথিৰ সলনি শুদ্ধ ভাষাৰ পুথি চলোৱাৰ নিমিত্তে আন্দোলন কৰিবলৈ; শ্ৰীধৰ কন্দলি, স্বৰ্গীয় শঙ্কৰদেৱ আদি পুৰণি গ্ৰন্থকাৰ আৰু কবিসকলে লিখা পুথিবিলাকৰ টান টান ভাগৰ টীকা-টিপ্পনী লেখিবলৈ আৰু দোষ-গুণ আলচ কৰিবলৈ; আমাৰ ভাষাত নোহোৱা জগতিয়াল পুথিবিলাক সংস্কৃত বা আন ভাষাৰ পৰা অনুবাদ কৰি বা সংক্ষিপ্ত সাৰ সংগ্ৰহ কৰি আমাৰ ভাষালৈ আনিবলৈ; আসামৰ আগৰ দিন বা এতিয়া, যিবিলাক ধৰ্মনীতি, সমাজনীতি, ৰাজনীতি আৰু খেল, মেল, গাঁও-ভূঁইৰ আনুপূৰ্বিক বৃত্তান্ত আছে, তাক সংগ্ৰহ কৰি এখন প্ৰকৃত বিস্তৃত বুৰঞ্জী লেখিবলৈ; দেশৰ ইতৰ সাধাৰণ সকলো শ্ৰেণীৰ মানুহৰ ভিতৰত যাতে লেখা-পঢ়াৰ চৰ্চা হয়, তাৰ নিমিত্তে উচিত উপায় উলিয়াবলৈ; বাতৰি-কাকতৰ প্ৰতি লোকৰ আগ্ৰহ বঢ়াবলৈ; আৰু সকলো অঞ্চলতে এটা মাত্ৰ লিখিত ভাষাৰ সৃষ্টি কৰিবলৈ সভাৰ যত্ন থাকিব।' অ. ভা. উ. সা. সভা ক্ৰমাৎ নোহোৱা হৈ গ'ল; কিন্তু সভাই আৰম্ভ কৰা কাৰ্য আন আন অনুষ্ঠানে কান্ধ পাতি ল'লে। 'জোনাকী' চন্দ্ৰকুমাৰ আগৰৱালাৰ উদ্ভাৱন; 'একাধাৰে সম্পাদক, কাৰ্যাধ্যক্ষ আৰু স্বত্বাধিকাৰী' হৈ তেওঁ তাৰ নিমিত্তে অশেষ পৰিশ্ৰম কৰিলে কিমান ডাঙৰ আকাঙ্ক্ষা লৈ: 'নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাহ পৰি থকা আন্ধাৰ দেশলৈ অলপ জোনাক সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ক্ৰিৰিওতিৰ পোহৰত বাট পাওঁ তেন্তে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম—আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য—দেশৰ উন্নতি, জোনাক।' এই জোনাক-সন্ধানী 'জোনাকী'ৰ চাৰিওকালে তেতিয়াৰ অসমৰ ইংৰাজী-শিক্ষিত ডেকা-শক্তি গোট খালে। চন্দ্ৰকুমাৰৰ 'অভিন্নহৃদয়' বেজবৰুৱাই সকলো কথাতে আগভাগ ল'লে। 'জোনাকী'ত তেওঁ প্ৰহসন, কৃপাবৰী প্ৰবন্ধ, উপন্যাস, গল্প আদি লিখিছিল অক্লান্তভাৱে। তৃতীয় আৰু চতুৰ্থ বছৰত বেজবৰুৱা কাকতখনিৰ সম্পাদক

হৈছিল। এইদৰে অসমীয়া সাহিত্যৰ নৱতম ৰূপবোৰৰ তেওঁ পথ-প্ৰদৰ্শক আৰু সাহিত্য-আন্দোলনৰ প্ৰধান সংগঠকৰ ভূমিকা সাদৰে গ্ৰহণ কৰিছিল। 'জোনাকী'ৰ আন্দোলনত হাত উজুৱাইছিল কৃষ্ণপ্ৰসাদ দুৱৰাই আৰম্ভ কৰা 'বিজুলী' আলোচনীয়ে (১৮৯০-৯২, ১৯০২)। ইয়াৰ পিছত কিছুদিন লেখত-ল'বলগীয়া কোনো আলোচনী নোহোৱাত সামূহিক সাহিত্য-প্ৰচেষ্টা নোহোৱাৰ দৰে হৈছিল। ১৯০৭ চনত পদ্মনাথ বৰুৱাৰ 'উষা' ওলোৱাৰ পৰা এটি নতুন সাহিত্য-কেন্দ্ৰৰ সৃষ্টি হ'ল আৰু ১৯০৯ চনৰ বেজবৰুৱাই নিজে 'বাঁহী' উলিয়াবলৈ লোৱাত পুনৰ তেওঁ অসমীয়া সাহিত্যৰ মহাৰথীৰূপে সাহিত্যত কেন্দ্ৰীভূত ব্যক্তি হৈ পৰিল তেওঁৰ তেজী লেখনীৰ বলত। তেওঁৰ সাহিত্যিক ব্যক্তিত্বই আধুনিক অসমীয়া সাহিত্যক ঐক্য প্ৰদান কৰিছিল আৰু নিজৰ মনোৰম লেখাবোৰৰ যোগে সেই সাহিত্যক এটা পেটাৰ্ণ দিছিল। তেওঁ এফালে যেনেকৈ, ধৰ্ম, দৰ্শন, থলুৱা ৰাজনীতি আদিৰ চৰ্চাৰ যোগেদি আমাৰ চিন্তা-নেতা হৈছিল, আনফালে সেইদৰে অসমীয়া ভাষা আৰু সাহিত্যৰ শত্ৰু দমন কৰাৰ বেলিকা সকলোৱে তেওঁকে নেতা-ৰূপে পাইছিল। ভাষা বা আন সিদ্ধান্তৰ বিষয়ত তেওঁলৈকে সকলো সাহিত্যিকে অনুপ্ৰেৰণা আৰু অনুশাসনৰ বাবে মূৰ তুলি চাইছিল। যদি কোনোবাই তেওঁৰ অনুশাসন অমান্য কৰিবৰ যত্ন কৰিছিল, তেওঁৰ ওচৰত সেই অনুশাসন কিবা নহয় কিবা প্ৰকাৰে কঠোৰ হৈ ৰতিছিল। ১৮৮৯ৰ পৰা ১৯৪০ চনলৈকে এই আধা শতিকা কালক সেই দেখি বেজবৰুৱাৰ যুগ নাম দিছোঁ। কিন্তু এই পাঁচ দশকৰ শেষৰ কেইবছৰতে বেজবৰুৱাৰ প্ৰভাৱ ক্ৰমে কমি আহিছিল আৰু ১৯৩৮ চনত তেওঁৰ মৃত্যু অসমীয়া সাহিত্যৰ এটি পৰিৱৰ্তনৰ সঙ্কেতৰ দৰে হৈ পৰিছিল।

বেজবৰুৱা দুটি সোণালী যুগৰ মাজৰ সাঁকো, সংযোগ-সূত্ৰ। শঙ্কৰদেৱৰ যুগ অসমীয়া সাহিত্যৰ প্ৰথম গৌৰৱৰ যুগ। এই যুগত অসমীয়া সাহিত্যই এক আন্দোলনৰ ৰূপ ধৰি বিস্তাৰ লাভ কৰিছিল আৰু মধ্যযুগৰ ভাৰতীয় সাহিত্যৰ লক্ষণ বৃটিছৰ আগমণ আৰু দেশ-অধিকাৰৰ পিছলৈকে বিয়পি পৰিছিল। Every age is the child of the past and parent of the future. জোনাকী যুগত যি নতুন নৱন্যাস আন্দোলন গঢ় লৈ উঠিল, সি বহুলভাৱে বহিৰ্মুখী, বাহিৰৰ প্ৰভাৱগ্ৰাহী। অৱশ্যে অ. ভা. উ. সা.-ৰ প্ৰোগ্ৰেমত পুৰণি সাহিত্যৰ সংৰক্ষণ আৰু উদ্ধাৰৰ চেষ্টা সন্নিৱিষ্ট হৈছিল। কিন্তু সি বিশেষ কাৰ্যকৰী হোৱা বুলি আমি নাজানো। অৱশ্যে সত্যই পুৰণি

পুথিৰ তালিকা সংগ্ৰহ কৰিছিল আৰু 'জোনাকী' কাকতে শঙ্কৰদেৱৰ আদি সম্বন্ধে দুই-এটি প্ৰবন্ধ প্ৰকাশ কৰিছিল। 'বাঁহী' কাকতত তেনে প্ৰবন্ধ লাহে লাহে ঘন হৈ আহিল আৰু শঙ্কৰদেৱৰ নাম শুনিলে গা বিজ্ বিজোৱা এক শ্ৰেণী লোকৰ বিৰোধ হেতুকে বেজবৰুৱা লাহে লাহে শঙ্কৰদেৱ আৰু শঙ্কৰী আন্দোলনৰ আলোচনাৰ মাজত সোমাই পৰিল আৰু দুইটিৰে প্ৰধান exponent, ধ্বজা-বাহক আৰু প্ৰতিৰক্ষাকাৰকৰূপে থিয় দিবলগীয়াত পৰিল। সেই বস্তুকেইটি আছিল তেওঁৰ আবেগৰ হৃদয়ত আৰু চিন্তাৰ শীৰ্ষত ওখিৰে পৰা। তেওঁ শঙ্কৰদেৱৰ হৈ যুঁজাটো একপ্ৰকাৰ পিতৃ দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ হৈ যুঁজাৰ সমাৰ্থক। কাৰণ ডাঙৰীয়া আছিল শঙ্কৰদেৱ-প্ৰাণ, বৈষ্ণৱ-প্ৰাণ, কমলাবাৰী-প্ৰাণ। শঙ্কৰী ধৰ্ম-সংস্কৃতিৰ বিষয়ৰ বেলা অনেক ক্ষেত্ৰত পিতৃ-দেৱতাৰ মুখ-নিঃসৃত বাণী আৰু সিজনাৰ আচাৰ-পদ্ধতি লক্ষ্মীনাথৰ কাৰণে প্ৰামাণ্য-স্বৰূপ হৈছিল, কাৰণ সেই বিষয়ত দীননাথৰ কাৰ্য আৰু বাক্য আছিল পৰম আন্তৰিকতাপূৰ্ণ। দীননাথ বেজবৰুৱাৰ টোলৰ নৈষ্ঠিক বৈষ্ণৱ পৰিৱেশে লক্ষ্মীনাথক এক গভীৰ জ্ঞান আৰু আত্মপ্ৰত্যয় দিছিল। আনফালে কলিকতীয়া পাশ্চাত্য শিক্ষা আৰু সাধাৰণ বায়ুমণ্ডলৰ হেতুকে তেওঁ মাথোন revivalist বা পুনৰুত্থানবাদী নহৈ পুৰণি যুগটিক তাৰ প্ৰকৃত perspective-অত objective ভাৱে চাবৰ শক্তি পাইছিল। আধুনিক আলোচনা-পদ্ধতিৰ ফালৰ পৰা আমাৰ বাবে এই এটি মহালাভ। তেওঁ যেতিয়া বৈষ্ণৱ ধৰ্ম আৰু দৰ্শন ব্যাখ্যা কৰিছে, তেতিয়া তাৰ প্ৰচাৰকৰূপে সেই কাৰ্য কৰা নাই। সেই ধৰ্ম আৰু দৰ্শনৰ তেওঁ অধিবক্তা বা ন্যায়াধীশ, তাৰ বাদী নহয়। তেওঁৰ ওকালতিৰ মাজত উচ্ছ্বাস আছে, কাৰণ তাত প্ৰাণ আছে আৰু প্ৰেম আছে। কিন্তু সেই উচ্ছ্বাসত তেওঁ উটি যোৱা নাই। তেওঁ বহুতৰোৰ প্ৰশ্নৰ সন্মুখীন হৈছিল। 'বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকাত' ওলোৱা হেমচন্দ্ৰ গোস্বামীৰ 'আসামে শ্ৰীচৈতন্য প্ৰবন্ধৰ পৰা সমস্যা ওলাল অসমৰ মহাপুৰুষীয়া ধৰ্ম চৈতন্যপন্থী নেকি? 'মৃদংমাৰ্কা বোষ্টমৰ বীবিয়নি' উঠিল শঙ্কৰদেৱ অদ্বৈতাচাৰ্যৰ শিষ্য, মায়াবাদী সন্ন্যাসীৰ গোষ্ঠীৰ! মহাপুৰুষীয়া, দামোদৰীয়া, হৰিদেৱীয়া এইবোৰ একে নহয় নেকি? এফালে বঙালীৰ খোৰা-কামোৰা, আনফালে 'অসম-প্ৰদীপিকা', জাতীয় ঘৰ-শত্ৰুৰ আক্ৰমণ। ইয়াৰ মাজৰ পৰা শঙ্কৰদেৱৰ সোণা-পোৱালিটি উদ্ধাৰ কৰাৰ দায়িত্ব যেন বেজবৰুৱা বোপাই 'অকলশৰীয়া পহুঁচিবহে! কিন্তু তেওঁ কতো হটিবৰ নাই। তেওঁ ৰণত আগহে বাঢ়ে, পিছ-ভৰি নহয়। তেওঁৰ শাণিত অস্ত্ৰ—শঙ্কৰী সাহিত্য, ভাগৱত উপনিষদৰ জ্ঞান আৰু home thrust

দিবপৰা 'হাঁহিব কিন্তু গুৰুলা-গুৰুজ।' হাঁহিব একোটা ঠাট্টাতে তেওঁ বিপক্ষৰ কৃপাচাৰ্য, কৰ্ণ একোজনক ধৰাশায়ী কৰে। তাতে আকৌ 'বাঁহী'—'প্ৰদীপিকাৰ' মহাৰণৰ বেলা ভবানন্দ পাঠক নামৰ বৰ্ম পিন্ধি বাণীকান্ত কাকতিও তেওঁৰ পক্ষ হোৱাত এজনে বাক্যবাণ, এজনে যুক্তিবাণ ওপৰা-উপৰিকৈ নিক্ষেপ কৰি বিপক্ষক পৃষ্ঠভঙ্গ দিয়ালে। তেতিয়াৰ পৰা সিপক্ষ ৰণত আগ মৰহা হ'ল আৰু বিপক্ষৰ আই সেনাপতিয়েও হেলাৰঙে বেজবৰুৱাৰ পক্ষত যোগ দিলে। অসমীয়া সাহিত্যত এইখন ৰণ কুৰুক্ষেত্ৰৰ দৰেই বিখ্যাত হৈ ৰ'ল। শঙ্কৰদেৱৰ নিজৰ সময়ৰে পৰা আজিলৈকে অনেক বিপক্ষী লোক ওলাইছে, সকলো কালৰ বুকুত আপোনা-আপুনি লয় পাইছে; কিন্তু শঙ্কৰদেৱ আৰু তেওঁ গঢ়া সংস্কৃতি অচল-অটল জিব্ৰাল্টাৰৰ দৰে থিয় দি থাকি ভাৰতৰ সাংস্কৃতিক মানচিত্ৰত অসমৰ স্থান নিৰূপণ কৰিছে। বেজবৰুৱাই সেই সংস্কৃতিকে আধুনিকভাৱে ব্যাখ্যা কৰাৰ নতুন পথ নিৰ্দেশ কৰি গ'ল।

ইংৰাজী সাহিত্যৰ নৱন্যাসৰ পুনৰুত্থানৰ যুগত যেনেকৈ কোলৰিজ, ডি কুইন্সি, চাৰ্ল্‌ছ লেম্বৰ বক্তৃতা আৰু প্ৰবন্ধই প্ৰথম নৱন্যাস-যুগক নতুন সকলৰ লগত চিনাকি কৰিছিল, বেজবৰুৱাৰ আলোচনাখিনিয়েও শঙ্কৰদেৱৰ সাহিত্য আৰু তাৰ দাৰ্শনিক চিন্তাধাৰাক আনি নতুন ৰূপত আমাৰ আগত থিয় কৰিলে। বৈষ্ণৱ-সাহিত্যৰ প্ৰতি তেওঁ আধুনিকসকলৰ সমাদৰ সৃষ্টি কৰিলে। সেই অৱসৰতে তেওঁ আমাৰ সমালোচনা-সাহিত্যৰ পথ-প্ৰদৰ্শক হ'ল। তেওঁৰ 'শঙ্কৰদেৱ' পুথিৰ 'ৰুক্মিণী-হৰণ' কাব্যৰ আলোচনা গুণগ্ৰাহী সমীক্ষাৰ এটি প্ৰথম 'মা নিষাদ' বাণী। তেওঁৰ এনে সমালোচনা আলোচনী-বোৰত সিঁচৰতি হৈ পৰি আছে। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণখনি, উচ্চ মানবোধ থকা এজন সমালোচকৰ এটি সুন্দৰ কৃতি। তাত পুৰণি সাহিত্যৰ মূল্যায়ন আৰু নতুন সাহিত্যৰ সমীক্ষাৰ লগতে সাহিত্যৰ চিৰন্তন সৌন্দৰ্যবোধৰ দিক্ নিৰ্ণয়ৰ যত্ন দেখিবলৈ পোৱা যায়। সমালোচনাৰ বাবে পোৱা নতুন প্ৰকাশনৰ বিষয়ে বেজবৰুৱাৰ সাময়িক মন্তব্য অনেকখিনি আধুনিক অসমীয়া সমালোচনাৰ ঐশ্বৰ্যপূৰ্ণ অংশবিশেষ হৈ পৰিছে। এনেভাৱে সমালোচনাৰ যোগেদি সাহিত্যৰ গতি-পথ নিৰ্দেশ কৰাত বেজবৰুৱাৰ কৃতিত্ব প্ৰকাশ পাইছে।

স্বাভাৱিকতে বেজবৰুৱা অসম আৰু অসমীয়াৰ স্ব-নিযুক্ত অভিভাৱক হৈ পৰিছিল। স্বদেশ-প্ৰেম এই অভিভাৱকত্বৰ আছিল ভিত্তি। 'জোনাকী' আৰু অ. ভা. উ. সা.-ৰ দলটি কেনেকৈ ভাষা-সাহিত্য আদি বিষয়ত অসমৰ উন্নয়ন

লাভৰ কৰিব পাৰে সেই চিন্তাৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল— এই কথা তেওঁ-লোকৰ উদ্দেশ্য-ব্যাখ্যাৰপৰাই আমি ধৰিব পাৰোঁ। অসম আৰু অসমীয়াৰ স্বাৰ্থ-ৰক্ষাৰ এই হকৰ বিষয়ে তেতিয়া সকলোৱেই চিন্তা কৰিছিল। যেতিয়া সেই দলৰ সকলো বিক্ষিপ্ত হৈ পৰিল আৰু তেওঁলোকৰ মাজৰ লক্ষ্মীনাথ বেজবৰুৱা বোলাজনেই যেতিয়া 'বাঁহী'ৰ সম্পাদকগিৰি কৰি অসমীয়া স্বাৰ্থৰ প্ৰতিপাদকৰ দৰে হৈ থাকিল, তেওঁৰ ওপৰতেই বাহিৰৰ আক্ৰমণ প্ৰতিৰোধ কৰাৰ ভাৰ পৰিল। 'বাঁহী'ৰ জীৱনৰ প্ৰাৰম্ভতে দেখা গ'ল অসমত থকা প্ৰবাসী বঙালী কেইজনমান আৰু অসমৰ বাহিৰৰো বঙালী পণ্ডিত দুই এজনে অসমীয়া ভাষাক বঙলাৰ প্ৰাদেশিক সংস্কৰণ বুলি ঘোষণা কৰি কিৰীলি পাৰিবলৈ ধৰিছে। অসমৰ গৌৰৱ গৌৰীপুৰৰ ৰজা বাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱাৰ সৌজন্যৰ গৌৰীপুৰত বহা প্ৰবাসী বঙ্গ সাহিত্য সন্মিলনৰ সুযোগত 'কামৰূপ শাসনাৱলী'ৰ পণ্ডিত পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ আদিয়ে যোৱা শতিকাৰ আগভাগত অসমীয়া ভাষা আদালত-পঢ়াশালিত হোৱা দুৰ্দশাৰ পুনৰাবৃত্তিৰ মানসে অসমীয়া ভাষাৰ বিৰুদ্ধে নানা অযথা মন্তব্য প্ৰকাশ কৰিলে। এইদৰে জোকাই ল'বলৈহে পালে, বেজবৰুৱাই প্ৰথম বছৰৰ 'বাঁহী'ত 'অসমীয়া গৌৰীপুৰত বঙলা সাহিত্য-সভা' নামে এলানি প্ৰবন্ধ লিখি তেওঁলোকৰ যুক্তি ভাষাতত্ত্বৰ ফালৰ পৰা মহটিয়াই পেলালে আৰু 'বিদ্যাবিনোদ ভায়া'কো বাকৰুৱে এসেকা দিলে। এইখন ৰণ সামৰিবলৈ পাওঁতে নৌ পাওঁতেই কটক-নিবাসী বঙালী অধ্যাপক এজনে 'মৃণ্ময়ী' নামে আলোচনীত একে পৰ্যায়ৰ আৰু এখন যুঁজৰ খং-শিঙা বজালে। বেজবৰুৱাই 'বাঁহী'ত ওলোৱা তেওঁৰ প্ৰবন্ধ এটাৰ অনুবাদ 'মৃণ্ময়ী'লৈ পঠিয়ালে, ভুবনচন্দ্ৰ বৰুৱাই (যাৰ সাহিত্যিক নাম উমেশচন্দ্ৰ বৰুৱা, যাৰ বিখ্যাত ৰচনা 'এৰুণমাণি ছোৱালীকণ তই') এটি তেজী প্ৰতিবাদ সেই কাকততে প্ৰকাশ কৰালে আৰু বেজবৰুৱাই দ্বিতীয় বছৰ 'বাঁহী'ত 'অসমীয়া ভাষা আৰু বঙালীৰ চকুত টোপনি' বুলি প্ৰবন্ধ লিখি 'মৃণ্ময়ী'ৰ লেখক যোগেশচন্দ্ৰ ৰায় বিদ্যানিধিৰ ফপহতা যুক্তিবোৰ খণ্ড-বিখণ্ড কৰি পেলালে। বিদ্যাবিনোদ-বিদ্যানিধিসকলৰ বিদ্যাৰ 'টুৱুৰি বাজী' উকৰাই দিয়া বেজবৰুৱাৰ প্ৰবন্ধৰ কল্যাণত 'সেই যে বিদেশী প্ৰভাৱৰ বিৰুদ্ধে বিদ্ৰোহী আত্মমৰ্যাদা জাগি উঠিল, তাৰ কোবত প্ৰবাসীয়ে আৰু বেছি দিনলৈ মূৰ দাঙিব নোৱাৰিলে।' এনেধৰণৰ সমস্যা অৱশ্যে মাজে মাজে পিছতো উক দি আছিল আৰু হাতত কাৰ্যতঃই নৈ বেজবৰুৱাই ব্ৰহ্মাস্ত্ৰ নিক্ষেপ নকৰিলেও দুই-এটা বাটজখটিকে থাকিছিল।

অসমীয়া ভাষাক লৈ তেওঁ পৰম্পৰাৰ পৰাই ৰক্ষা কৰিবলগীয়া হৈছিল, এনে নহয়; সেই ভাষা অশুদ্ধকৈ লেখাসকলৰ লগতো মাজে মাজে তেওঁৰ খণ্ডযুদ্ধ সংঘটিত হৈছিল। জোনাকী-যুগৰে পৰা অ. ভা. উ. সা-ৰ ডেকা সাহিত্যিকসকলে বিশেষ যত্ন কৰিছিল অসমৰ 'সকলো অঞ্চলতে এটা মাত্র লিখিত ভাষাৰ সৃষ্টি কৰিবলৈ।' পিছৰ লেখকসকলেও এই চেষ্টা ত্যাগ কৰা নাছিল। কিন্তু মাজে মাজে সাহিত্যত আঞ্চলিক প্রয়োগৰ যত্ন হৈছিল আৰু তেতিয়াই একোটা অপ্রীতিকৰ পৰিস্থিতিৰ উদ্ভৱ হৈছিল; কিন্তু বেজবৰুৱাই সেই পৰিস্থিতিতো calling spade a spade কৰাৰ পৰা নিবৃত্তি নিবিচাৰিছিল আৰু তেনেকৈয়ে পৰিস্থিতিক জয় কৰিছিল। মাজতে কামৰূপীয়া ভাষাত তেওঁ ৰচনা আহ্বান কৰিছিল; ধনীৰাম দত্তই 'হা মোৰ হৰি' আৰু উমেশচন্দ্ৰ বৰুৱাই 'হা মোৰ কাপাল' শীৰ্ষেৰে দুটি সুন্দৰ কবিতা 'বাঁহী'লৈ আগ বঢ়াইছিল। এই সময়ত কোনো কোনোৱে (সকলোৱে অৱশ্যে নহয়, কাৰণ ইয়াৰ পিছতো তৰুণৰাম ফুকন আদিৰ সেই ভাষাৰূপৰ কবিতা ওলাইছিল) বেজবৰুৱাক ভুল বুজিছিল। ভাষা বিষয়ত বেজবৰুৱা আনৰ ওপৰত কঠোৰ হোৱা দেখি ১৮৩১ শকৰ আঘোণত প্রথম ওলোৱা 'বাঁহী'ত তেওঁৰ আখৰ-জোঁটনিৰ লগত হেমকোষ'ৰ অমিলবোৰ তেওঁৰ সমালোচকে আঙুলিয়াই দেখুৱাইছিল। তেতিয়া দ্বিতীয় বছৰৰ প্রথম সংখ্যাৰ সম্পাদকৰ চ'ৰাত বেজবৰুৱাই তেওঁৰ স্বভাৱ-সুলভ হাঁহি-কৌতুকৰ মাজত সমালোচকক কৈছিল, 'অসমীয়া ভাষাৰ বৰ্ণবিন্যাসত হেমকোষৰ শাসন তেওঁলোকে যেনেকৈ মানে আমিও তেনেকৈ মানো; মাত্র প্রভেদ এইফেৰাহে যে, তেওঁলোকে যেনেকৈ অটবাৰ গুৰিৰ পৰা কটবাৰ গুৰিলৈকে গৈ সমূলি নেৰেঙোৱাকৈ হেমকোষেৰে সৈতে মিলি যাব খোজে,* আমি নোখোজোঁ। ....ভাষা পৰিবৰ্তনশীল; তাৰ ব্যাকৰণ আৰু অভিধানো তাৰ অনুগামী নহ'লে ভাষাৰে সৈতে সেই দুইৰো বিচ্ছেদ ঘটিব।' এই মতবাদ সমৰ্থন কৰিবৰ অৰ্থে স্বয়ং হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ'ৰ পাতনিৰ পৰা 'হেমকোষ'কাৰৰ তদনুৰূপ মতৰ উদ্ধৃতি দিছে। গতিকে দেখা যায়, তেওঁ 'হেমকোষ' মানি লৈও যুক্তিযুক্ত স্থানত তাৰ বিকল্প আৰু সজ পৰিবৰ্তন সমৰ্থন কৰিছিল। এই নীতিৰ উদাৰতা বুজাবলৈ তেওঁ প্রথম বছৰৰ প্রথম সংখ্যা (আঘোণ ১৮৩১) 'বাঁহী'ৰ 'অসমীয়া ভাষা সম্পর্কে আমাৰ-চেৰেক কথা' প্ৰবন্ধত লিখিছিল, 'কোনোটো ভাব কোনোটো চিন্তা আমাৰ ভাষাৰ শব্দেৰে প্ৰকাশ কৰিব নোৱাৰিলে, সহজে বুজা বিদেশী ভাষাৰ শব্দ থাৰকৈ আনি সেই কাৰ্যৰ নিমিত্তে তাৰ সহায় ল'লে ভাষাৰ মঙ্গলৰ বাহিৰে

অমঙ্গল নহয়, আৰু ভাষাৰ জাতো নাযায়। আজিকালি পৃথিৱীৰ ভিতৰত সকলো ভাষাতকৈ উন্নত ভাষা ইংৰাজী ভাষাত কত দেশৰ শব্দ সোমাই তাক চহকী কৰিছে অন্ত নাই। কিন্তু সেইবোৰ অনাৱশ্যকত বা অদৰ্কাৰত ধাৰে লোৱা হোৱা নাই, নাইবা ইংৰাজী ভাষাৰ অনিষ্ট সাধন কৰিবৰ মনেৰে পাৰ বলেৰে সেইবোৰ তাত প্ৰৱেশ কৰা নাই দেখি অনধিকাৰ প্ৰৱেশ দোষত সেইবোৰ জগৰীয়া নহয়। সেই শব্দবোৰ ডমিচাইল অৰ্থাৎ ঘৰুৱা হৈছে ইংৰাজী ভাষাত সোমাইছে। সিহঁতে থাকিবলৈ ইংৰাজী ভাষাৰ দেশত গ্ৰামাৰ অৰ্থাৎ ব্যাকৰণৰ বস্তি মাটি এডোখৰ পাইছে, স্পেলিং অৰ্থাৎ বৰ্ণ-বিন্যাসৰ কাপোৰ একোডোখৰ পাইছে আৰু সকলো বিষয়তে সেইবোৰ ইংৰাজী ভাষাৰ প্ৰজাস্বত্ব দখল কৰিবলৈ পাইছে। ফলত সিহঁতৰ দ্বাৰাই ইংৰাজী ভাষাৰ সম্পদ বাঢ়িছে, টুটা নাই।' বেজবৰুৱাই প্ৰেছিডেন্সি কলেজৰ ইংৰাজী ভাষা-সাহিত্যত শিক্ষা লাভ কৰা লোক। তাৰ পিছতো তেওঁ ভাষাতত্ত্বৰ গ্ৰন্থ অধ্যয়ন কৰিছিল"। গতিকে ভাষাৰ বৰ্ণবিন্যাস, বাক্য-খণ্ডবাক্যৰ জতুৱা গঠনৰ ফালে বিশেষ চকু দিছিল; বিশেষকৈ বৰ্ণাশুদ্ধি দোষ তেওঁ বৰকৈ ঘিণাইছিল। তেনে দোষৰ বাবে গোহাঞিবৰুৱা, বেণুধৰ ৰাজখোৱাৰে পৰা বোমেশ্বৰ শৰ্মা, উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ পুথিলৈকে সকলোৰে সমালোচনাত তেওঁ স্পষ্ট মন্তব্য প্ৰকাশ কৰিছিল। এই মন্তব্যবোৰলৈ সাহিত্য ৰচিবলৈ কলম তুলি লোৱা সেই কালৰ সকলোৱেই বিশেষভাৱে মন দিছিল। এনেভাৱে শুধ অসমীয়া লেখাৰ ঐতিহ্য এটি সৃষ্ট হৈছিল। আজি বেজবৰুৱাৰ কলমৰ খোচৰ ভয় নাই কাৰণেই যেন ভাষা-বিষয়ৰ বিশুদ্ধিত ঢিলা পৰি গৈছে। আমিও নিজকে চম্ভালিবলৈ এৰি দি ভটীয়া নাৱত উঠি গৈ আছো।

ভাষা সম্বন্ধে ইমান সচেতন বেজবৰুৱাৰ কথা-শৈলী বা prose style বিশেষ অধ্যয়নৰ বস্তু। বেজবৰুৱাৰ শৈলী সম্পৰ্কে মতভেদৰ ঠাই বোধহয় আছে, কাৰণ বহুভঙ্গিতা সেই শৈলীৰ এটি লক্ষণ। এজন সমালোচকে এখন বিদ্যা-সভাত কৈয়ে পেলাইছিল, বেজবৰুৱাৰ কোনো ষ্টাইল নাই। এই কথা বোধহয় বহুভঙ্গিভাৱে স্বীকৃতি। ডক্টৰ কাকতিয়ে ইমানলৈকে গৈছে যে 'বৰ্তমান অসমীয়া সাহিত্যত বেজবৰুৱাৰ ৰচনাৱলীত বাজে প্ৰকৃত literary style সাহিত্যিক ৰচনা-ৰীতি আন ঠাইত বিৰল। নিৰ্ভাজ অসমীয়া ঘৰুৱা শব্দ, কিন্তু উপযুক্ত ঠাইত উপযুক্ত ভাবৰ বাহন-স্বৰূপে ব্যৱহাৰ কৰিলে তাৰ যে কি মধুৰ ঝঙ্কাৰ, কি প্ৰকাশিকা শক্তি, কি ধ্বনি, তাৰ উদাহৰণ বুঢ়ী-আইৰ সাধু, ককাদেউতা আৰু নাতিলৰা। অতি সাধাৰণ কথা এটিও বেজবৰুৱাৰ

ভাষাৰ সাজ পিন্ধিলে মনোমোহা হৈ উঠে।' কাকতিয়ে 'নিজক বাদ নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লেখকক' ব্যৱস্থা দিব খুজিছিল—'বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হয়।' কাকতিয়ে গদ্য-শৈলীৰ উদাহৰণ দিবলৈ গৈ ধুনীয়া পুথি দুখন বাছি উলিয়াইছে। কিন্তু এনে অনেক ঠাই বেজবৰুৱাৰ ৰচনাত ওলাব য'ত ভাষাই খিচিখি পাগিছে; বহুত ঠাইতে তেওঁৰ শৈলীও সেই দেখি মিশ্ৰিত। সাধাৰণভাৱে ক'বলৈ হ'লে তেওঁৰ শৈলী জীৱন্ত, অতুলনা বহুভঙ্গী আৰু বিষয়ানুৰূপ; অনেক থলতে সি চিত্ৰধৰ্মী, সঙ্গীতধৰ্মী; অনেক ঠাইত আকৌ হাস্যসিক্ত বা ব্যঙ্গাত্মক; ঠায়ে ঠায়ে বা তৰ্কাত্মক ( logical )। সকলো ক্ষেত্ৰতেই তেওঁৰ ভাষা সজীৱ-সপ্ৰাণ, অৱলীলাযুক্ত, এজন সদানন্দময় পুৰুষৰ ভাষা। তেওঁৰ বৰজোঁৱায়েকৰ মুখৰপৰা শুনা কথা, তেওঁ হেনো দুখৰ সময়ৰ মাজতো হাঁহি ভৰা কথাবোৰ লেখে। এইটি কথায়ো তেওঁৰ হাঁহিত চকুলো সনা গভীৰ অৰ্থ প্ৰদান কৰে। এনেবোৰ গুণ লগ লাগি তেওঁৰ ভাষাক অননুকৰণীয় কৰি পেলাইছে; তেওঁ নিজেই স্বলক্ষণযুক্ত ভঙ্গিত কৈছে, তেওঁৰ 'লিখাৰ ৰীতি অনুকৰণ কৰিবলৈ গৈ লেখাক গোবৰ্ধনসকলে সহজে ভুচুং পহটো হৈ ওলাই আহি সভাসদসকলক হঁহুৱাব পাৰিছিল।'

বেজবৰুৱাৰ ভাষাত যেনেকৈ হাঁহি বাদী-সংবাদীৰ দৰে আছে, তেওঁৰ সকলো লেখাতে সি তদনুৰূপ। ই তেওঁৰ শৰীৰ আৰু মনৰ স্বাস্থ্যৱত্তাৰ পৰিচয়। কিন্তু তেওঁৰ লণ্ডণ-দিয়নিৰ সময়ত লঘোদৰ বাপুৱে হোমৰ ঘিউৰে ভস্ম-ছাই সানি ফোট দিবলৈ উদ্যোগ কৰোঁতে 'হাঁহিয়ে তেওঁৰ পেটত আওৰ-পাওৰ কৰি মুখৰ পৰা খুক্ খুকনি তোলা'ৰ দৰে তেওঁৰ দুই-এটা হাঁহিয়ে misplaced হৈ অঠাইত পৰিছিল, সেই কথা সমালোচকৰ চকুত নপৰাকৈ নাথাকিব। বেজবৰুৱাই অসমীয়া মানুহক মৃদু গালিকে পাৰিছে: 'তোমালোকে হাঁহিবইবা জানা কিটো!' কিন্তু সেইবুলি তেওঁ যে এৰিস্টোফেনিছ, ছুইফ্ট্ আৰু চাৰ্ভেণ্টিছৰ নাম লৈছে, আমি অন্যত্ৰ দেখুৱাইছোঁ লক্ষ্মীনাথ বেজবৰুৱা কেতিয়াও তেওঁলোকৰ সগোত্ৰ নহয়। তেওঁৰ গোত্ৰ-বংশ বহুতোখিনি মিলে 'কোৰাভাতুৰী' লেখা হেমচন্দ্ৰ বৰুৱাৰ লগত। হেমচন্দ্ৰৰ ভাষাৰ লগতে তেওঁৰ ব্যঙ্গ আৰু সামাজিক সমালোচনাৰ পদ্ধতিৰ জানি বা নেজানিয়েই বেজবৰুৱাই বহুতোখিনি অনুকৰণ কৰি পেলাইছিল। অৱশ্যে দুইৰো মাজত প্ৰভেদ এটি আছিল: হেমচন্দ্ৰ সদায় serious, গহীন আৰু অলপ খঙাল righteous indignation-এৰে ভৰা, হাঁহি কাকো উকৱাই দিবৰ মন্ত্ৰ কৰা তেওঁৰ অভ্যাস

নহয়, বৰঞ্চ তেওঁ কাটে যে কাটেই, বেগেও। কিন্তু বেজবৰুৱাৰ হাস্যত আৰু ব্যঙ্গতো বহু ভঙ্গিতা পৰিলক্ষিত হয়; প্ৰেমৰ ভেটি এচপৰাত বহি তেওঁ কাৰোবাক হাঁহিছে, ধেমালিতে জোকাইছে, ঠাট্টা-মস্কৰা কৰিছে, বাক্য-বাণ নিক্ষেপ কৰিছে, satirise কৰিছে। অনেক ঠাইত তেওঁ হাঁহিবৰ মন গৈছে কাৰণেই হাঁহিছে, আনে হাঁহক বা নেহাঁহক। তেওঁৰ হাঁহিত যদি ক'ৰবাত চকুপানীৰ ভাৱৰ লুকাই আছে, সি বাৰুকৈয়ে লুকাই আছে, আমি দেখিছোঁ মাথোন হাঁহিৰ ধামধেনুখনহে যেন অনাহকত জল্ মলাই থকা। ক'ৰবাত যদি তেওঁ ব্যক্তিগতভাৱে উপলুওা কৰি হাঁহিছে, আমিও হাঁহিছোঁ, মাথোন কেতিয়াবা সিজন ব্যক্তিৰ কথা ভাবি হাঁহিবলৈ টান পাইছো, যেনেকৈ 'চিলা' কাব্য আৰু নোবেল প্ৰাইজৰ কথা লৈ লেখা 'বুৰ্বুৰণি' প্ৰবন্ধত। সেইদৰে 'পদুম কুঁৱৰী'ত বীধদত্তৰ চিত্ৰত কেৰ্কিকেচাৰ আছে, কিন্তু সহানুভূতি নাই দেখি সেই চিত্ৰই কেতিয়াবা্য আমাৰ চিত্তাকৰ্ষণ কৰিব নোৱৰা হয়। বেজবৰুৱাৰ হিউমাৰৰ বিষয়ে ডক্টৰ কাকতিয়ে চমুৰাই কৈ থৈছে, 'যি ৰসৰ গুণত গধুৰ ভাৱেও আমনি নলগোৱাকৈ মনত সোমাব পাৰে, যি ৰসৰ গুণে পঢ়াৰ ভাগৰকো তৃপ্তিত পৰিগত কৰে, যি ৰসে সাহিত্যৰ প্ৰত্যেক ৰসকেই সীমা পাৰ হৈ আধিক্য দোষত আমনি লগোৱা হ'ব নিদিয়ে, সেই হাস্যৰসে বেজবৰুৱাৰ সাহিত্যৰ প্ৰত্যেক শাৰীকেই সজীৱ কৰি ৰাখিছে।' তেওঁৰ নিৰ্দোষ ধেমালিৰে ভৰা 'লিতিকাই' বা 'মিলাৰামৰ আত্মজীৱনী'ৰ দীৰ্ঘ-প্ৰতিপালিত হাস্যৰ পৰিবেশনে সকলোকেই বিমল আনন্দ দিব পাৰে। তেওঁৰ "জীৱন-সোঁৱৰণ" খনিকো তেওঁৰ চিনাকি হাঁহিটিয়ে সদায় উপাদেয় কৰি ৰাখিছে। তেওঁৰ তত্ত্ব-কথা'ৰ মাজতো যদি হাঁহিৰ প্ৰৱেশ দেখিছোঁ, ট্ৰেছ্ পাছৰ বাবে নালিছ কজু নকৰি আমি তাক সম্বৰণ কৰিয়ে থৈছোঁ। কিন্তু তেনে ঠাইত সি বৰ বিৰল।

বেজবৰুৱাই সাহিত্যৰ কোন বিভাগত বিশেষ বৰঙণি যোগাইছিল বুলি প্ৰশ্ন কৰিলে, খপ কৰে উত্তৰ দিয়া টান। কাৰণ, পুথি আকাৰে তেওঁৰ ৰচনা প্ৰকাশ কৰা কাম ১৯১৫ চনৰ 'চক্ৰধ্বজসিংহ', 'জয়মতী কুঁৱৰী' আৰু 'বেলিমাৰ' আৰু ১৯১৬ চনৰ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ'তে শেষ। তেওঁৰ পূৰ্বঠ বয়সৰ ৰচনাসমূহ তেওঁৰ জীৱিত-কালত কিতাপ কৰি উলিওৱা নহ'ল। সেই কাম আজি সহজো নহয়, কাৰণ তেওঁৰ লেখা ওলোৱা আলোচনীবোৰ সুলভ নহয়; সেইবাবে কোনো বিশেষ শীৰ্ষৰ প্ৰবন্ধবোৰ জুকিয়াই লৈ সম্পূৰ্ণৰূপত সম্পাদন কৰা দুৰূহ। তথাপি, এই কথা বোধহয় ক'ব পাৰি যে ১৯১৬ চনৰ আগৰ 'শঙ্কৰদেৱ' আৰু 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থ আৰু কৈফৰ-

ধৰ্ম আৰু দৰ্শন সম্পৰ্কে 'কৃষ্ণ-কথা', 'তত্ত্ব-কথা' আৰু 'বাঁহী'ৰ সম্পাদকীয়ত লেখা প্ৰবন্ধবোৰতে আমি বেজবৰুৱাক তেওঁৰ গভীৰতাত লগ পাওঁ। কিন্তু এই প্ৰবন্ধখিনি বিভিন্ন পৰিস্থিতিত বিভিন্ন বিভিন্ন সময়ত ৰচিত; গতিকে সঙ্গতি ৰাখি সেইবিলাক সঙ্কলন আৰু সম্পাদন কৰিলেহে তাৰ পাছফালে লুকাই থকা তত্ত্বদৰ্শী বেজবৰুৱাজনক স্বৰূপত লগ পাব পাৰিম। এই ৰচনা-বিলাকত আটাইতকৈ ডাঙৰ গুণ মনোৰম কথন-ভঙ্গি আৰু তত্ত্ব-কথাৰ প্ৰাঞ্জল ব্যাখ্যা। 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' আধুনিক বিজ্ঞান-সন্মত জীৱনী নহয়; তাৰ ধাৰা প্ৰাচীন কথা-গুৰু-চৰিতৰ আৰু সন্তৰ চৰিত-বোলা প্ৰথাৰ অনুগামী; ভকত-বৈষ্ণৱসকলে সিখনিক তেনেভাৱেই সন্মান কৰে। ইয়াৰ আগৰ 'শঙ্কৰদেৱ' গ্ৰন্থত আধুনিক দৃষ্টি সোমাইছে যদিও সম্পূৰ্ণৰূপে নহয়। এই দুখনি গ্ৰন্থ জীৱনী সাহিত্যত আগৰ যুগৰ চৰিত বা চৰিত্ৰ আৰু নতুন যুগৰ জীৱনীৰ মাজৰ এটি বিন্দুত অৱস্থিত। অসমীয়া বৈষ্ণৱ-ধৰ্মৰ বুৰঞ্জী লেখাটো তেওঁৰ কল্পনাৰ ভিতৰতে থাকি গ'ল। বৰোদাৰ মহাৰজাৰ সৌজন্যত প্ৰকাশিত ভাৰতৰ বৈষ্ণৱ-ধৰ্মৰ ইতিহাস আৰু ৰাসলীলা সম্পৰ্কীয় ইংৰাজী বক্তৃতা দুটি আৰু ভক্তি-তত্ত্ব সম্পৰ্কে যুগুত কৰা, কিন্তু সম্ভৱতঃ ক'তো পঠিত নোহোৱা আন দুটি বক্তৃতাই বৈষ্ণৱ-ধৰ্ম আৰু তত্ত্ব সম্পৰ্কে তেওঁৰ পৰিষ্কাৰ জ্ঞানৰে পৰিচয় দিয়ে।

কৃপাবৰ বৰুৱা বা বৰবৰুৱাৰ (এইদৰে বৰুৱাজনেই বৰবৰুৱা হোৱাত কৃপাবৰে নিজেই হাঁহি-খিকিন্দালি তুলিছে: 'হেৰ পকৰা, কিয় হ'লি তই বৰবৰুৱা? আগেয়ে আছিলি তই পকৰাৰ বৰুৱা হে, নিগমে মৰিলি তই বৰবৰুৱা বিষয় লৈ!') স্বাক্ষৰত প্ৰকাশিত প্ৰবন্ধবোৰ বিক্ষিপ্ত বুলি কোনো সমালোচক হেনো উৎক্ষিপ্ত হৈছে বাৰে বাৰে। সময়ৰ হিচাপত এই প্ৰবন্ধবোৰ বিক্ষিপ্ত। দ্বিতীয় বছৰ 'জোনাকী'ৰ এসংখ্যাতে 'কাকতৰ টোপোলা' আৰম্ভ হৈ 'উষা'ত 'ওভতনি' ৰ'বলৈ ধৰে। 'বাঁহী'তে বোধহয় কৃপাবৰী লেখাবোৰ সৰহ পৰিমাণে প্ৰকাশিত হয়, কিন্তু 'আৱাহন'ৰ যুগলৈকে সিবিলাকে বিস্তাৰ লাভ কৰিছিল; পিছৰ ছিৰিজবোৰৰ নাম 'বৰবৰুৱাৰ ভাবৰ বুৰ্বুৰণি', 'বৰবৰুৱাৰ চিন্তাৰ শিলগুটি' (কাৰণ 'হৰিভকত' কমলাকান্ত ভট্টাচাৰ্যৰ এই সময়তে ওলাইছিল 'গুটিদিয়েক চিন্তাৰ ঢৌ'), 'বৰবৰুৱা-লগাই সম্বাদ', 'বৰবৰুৱাৰ ডিনাৰ টেবুল' ইত্যাদি। 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা'ত পিক্‌ৱিক কমলাকান্ত আদিৰ নিচিনা এটি চৰিত্ৰ-সৃষ্টিৰ পাতনি মেলা হয়, যি চৰিত্ৰৰ গাত সামাজিক, সাহিত্যিক নানা সমালোচনা জাঁৰি দিব পৰা যায়।

'জোনাকী'ত মাথোন ধেমালিৰ লগতে অসমীয়া জাতিৰ চৰিত্ৰৰ সাধাৰণ সমালোচনা অৱতাৰণা কৰা হয়। 'কৃপাবৰ বৰুৱাৰ ওভতনি' প্ৰবন্ধবোৰত জাতীয়তাবাদী মনোভাব স্পষ্ট হৈ উঠিছে আৰু সেই মনোভাৱৰ কাৰণেই ৰাজভক্ত 'উষা'-সম্পাদকে বৰবৰুৱাৰ প্ৰবন্ধ নিজ কাকতৰ পৰা তুলি লোৱা ঘোষণা কৰিবলগীয়াত পৰিছিল। এই জানি প্ৰবন্ধত বৰবৰুৱাৰ চিন্তা অসমৰ পৰা ওলাই গৈ ভাৰত-আকাশত বিচৰণ কৰিছিল, বিশেষকৈ বঙ্গত, কাৰণ তেতিয়া বঙ্গ-ভঙ্গ-আন্দোলনৰ শেষ অৱস্থা। এনে চিন্তাৰ সাধাৰণ হাঁহি-কৌতুকৰ প্ৰবন্ধ, 'অশ্বাৰোহণ পৰ্ব'ৰ দৰে গল্প-প্ৰায় ৰচনা, 'আমাৰ জন্মভূমি'ৰ দৰে ডি. এল. ৰায়ৰ পেৰডি, ধনশিৰি পাৰৰ পৰা বিয়াকৈ কইনা অনা 'বীণব'ৰাগী'ৰ কবি চন্দ্ৰকুমাৰৰ বিয়াৰ উপহাৰ 'বীণব'ৰাগী' আদিও লগতে জুঁটি দিয়া হৈছে। 'বাঁহী' আৰু 'আৱাহন'ত ওলোৱা 'বৰবৰুৱাৰ ভাবৰ বুৰ্বুৰণি' বোৰত গান্ধী-আন্দোলন, স্বদেশী আইন অমান্য, ঘুৰণীয়া মেজমেল, গান্ধী-আৰ্বিন্ চুক্তি, পিকেটিং, অৰ্ডিনেন্স্, কংগ্ৰেছ মহাসভা, সাম্প্ৰদায়িক ভাগ-'বাটোৱাৰা', স্বৰাজিষ্ট পাৰ্টি, খিলাফৎ আদি সাময়িক বিষয় ঠায়ে ঠায়ে স্পৰ্শ কৰি বৰবৰুৱাই ৰাজনীতিৰ নিজা ভাষ্য প্ৰস্তুত কৰিছে। মাজে মাজে আন সৰু-সুৰা বিষয়-লৈও তেওঁৰ চিন্তাৰ বুৰ্বুৰণি উঠিছে ( গুৱাহাটীৰ পৰা ওলোৱা পুথিত দুটিমান বুৰ্বুৰণি বাদ পৰিছে আৰু তাৰ ঠাইত 'বাঁহী'ৰ আদি জীৱনত সামৰা তিনিটি কৃপাবৰী ৰচনা সামৰা হৈছে।) 'বৰবৰুৱাৰ চিন্তাৰ শিলগুটি' চন্দ্ৰকুমাৰ আগৰৱালাৰ তদাৰকত থাৰঘুলিৰপৰা ওলোৱা 'বাঁহী'ত প্ৰকাশ পাইছিল। ইয়াৰ প্ৰায়খিনিয়েই হাতৰ খজুৱতি মাৰিবলৈ লেখা খুঁহতীয়া কথা, মাজে মাজে কংগ্ৰেছৰ নিৰ্বাচন, পৌৰসভাৰ নিৰ্বাচন, অসহযোগ আদি সাময়িক ৰাজনীতিৰ কথায়ো তাত ভুমুকি মাৰিছে। কৃপাবৰ বৰবৰুৱা নাম লৈ লেখা প্ৰবন্ধ-বিলাকক বৰবৰুৱাৰ চৰিত্ৰটোৱেই ঐক্য প্ৰদান কৰিছে; শ্বেক্সপীয়েৰৰ নাটকৰ বিদূষকৰ দৰে সেই চৰিত্ৰত বেজবৰুৱাৰ বিবেকৰ ধ্বনি বক্ৰভাৱে বাজি উঠিছে, বেজবৰুৱা-মাহুৰ নামত নচলি বৰবৰুৱা-জিজিৰ নামত চলা সেইবোৰ ব্যক্তিৰ, সমাজৰ, ৰাজনীতিৰ সমালোচনা। এই সমালোচনাত পদ্ধতি আৰু তীব্ৰতাৰ তাৰতম্য ঘটিছে, হাঁহিয়ে কেতিয়াবা ধেমালিৰ, কেতিয়াবা ব্যঙ্গৰ ৰূপ লৈছে। এইটো বহুভঙ্গিতাহে, বিক্ষিপ্ততা নহয়। সঁচা কথা, হেমচন্দ্ৰ বৰুৱাৰ তীব্ৰতা ইয়াত নাই, কিন্তু বৰবৰুৱাৰ কাঁড় কেইপাতেও কমভাৱে বুকুৰে-পিঠিয়ে সৰকি নাযায়, তথাপি বৰবৰুৱাক আমাৰ লগৰে এজন বুলি ভাবিবৰ মন যায়—যেনে মন হেমচন্দ্ৰৰ বেলিকা নাযায়। হেমচন্দ্ৰ পুৰা satirist; বৰবৰুৱা তেওঁৰ ভক্ত

হ'লেও তেওঁৰ সঙ্গ উপভোগ কৰিব পৰা যায়, তেওঁ hail-fellow-well-met বিধৰ লোক। দুইজনৰে লক্ষ্য দেশৰ, সমাজৰ কল্যাণ। এইভাবে বৰবৰুৱা ব্যক্তৰেখে লেখা বেজবৰুৱাৰ প্ৰবন্ধাৱলীৰ এটি গভীৰ তাৎপৰ্য বৰ্তমান।

বেজবৰুৱাই 'জোনাকী' আন্দোলনত যোগ দিছিল প্ৰহসন, তৰল হাস্যৰ প্ৰবন্ধ আৰু এই দুটা ভাঁজ মিশ্ৰণ থকা প্ৰেমৰ কাহিনীৰ উপন্যাসিকৰূপে। সেই সময়ৰে পৰা কিন্তু তেওঁ 'কবিতা হয় যদি হওক, নহয় যদি নহওক' বুলি দুই-এটি কবিতাও লিখিছিল, যদিও নৱন্যাসৰ প্ৰথম শিহৰণ তোলা চন্দ্ৰকুমাৰ আদিৰ কবিতাৰহে তেওঁ বৰ ভাওৰ ছমজদাৰ। 'নিজৰ ৰচনাবোৰ মোৰ নিজৰে ভাল লাগে,—সেইবোৰ সিঁচৰতি হৈ থকা বাবে পঢ়িব খুজিলে আহুকাল পাওঁ' কাৰণে বোলে একেলগ কৰি কবিতা কেইটা 'কদমকলি' নাম দি ছপাই পেলালে ১৯১৩ চনত। ইয়াৰ পিছত আৰু বোধহয় তেওঁ বিশেষ কবিতা-প্ৰয়াস কৰা নাই। 'কদমকলি'ত কবিতা নহৈ কেঁকো কৰাৰ সাধুৰ বিয়াগোম পখীৰ গেঁঠেলা মৰা কণীটোৰ দৰে বোৱা ৰচনাও দুই-এটি আছে। কিন্তু প্ৰকৃত কবিতাৰ আবেগ-সঞ্চাৰী স্পৰ্শ থকা ৰচনা কেইবাটিও আছে। 'কবিতা', 'বীণ-বৰাগী', 'ধনবৰ আৰু ৰতনী', 'ৰতনীৰ বেজাৰ' আদি মনোৰম কবিতা কোনো কাব্য-সাহিত্যাই হেৰুৱাবলৈ নিবিচাৰিব। ৰোমাণ্টিক কবিতাৰ আবেগ, ভাব-প্ৰৱণতা, প্ৰকাশৰ আতিশয্য আদি গুণ বেজবৰুৱাৰ প্ৰেমানুৰাগমূলক কবিতা কেইটিত পোৱা যায়। দেশানুৰাগমূলক কবিতাত নৈৰাশ্য বা অৱসাদলৈ তেওঁ বাট এৰি দিব খোজা নাই; সিবোৰত আশাবাদৰ এটি সঞ্জীৱনী শক্তিৰ জীপ আছে। চন্দ্ৰকুমাৰৰ 'তেজীমলা, আনন্দ আগৰৱালাৰ 'পাণেশই'ৰ দৰে বেজবৰুৱাৰ ৰতনী-কবিতা দুটি কৃত্ৰিম বেলাড বা কাহিনী-গীতিৰ সুন্দৰ নিদৰ্শন। 'চালনী আৰু বেজী' সক্ষম ছেটায়াৰ। ডি. এল্. ৰায়ক পেৰডি কৰি বেজবৰুৱাই সুখ পাইছিল। এই পেৰডি, লঘু বিদ্ৰূপ আদিয়ে কবিতা-পাঠকক ভাল আমোদ দিয়ে। আন্তৰিকতাপূৰ্ণ দেশানুৰাগ আৰু গভীৰ আধ্যাত্মিক সুৰ—বেজবৰুৱাৰ গহীন কবিতাৰ এই দুটিকে প্ৰধান লক্ষণ বুলি ক'ব পাৰি।

তৃতীয় বছৰৰ 'জোনাকী'ত (১৮৯১) বেজবৰুৱাৰ একমাত্ৰ উপন্যাস 'পদুমকুঁৱৰী' প্ৰথম প্ৰকাশিত হয়। তাৰ চৈধ্য বছৰৰ পিছতহে সি পুথি আকাৰে ওলায়। বেজবৰুৱাই বিনয়েৰে তাক 'নগণ্য' বুলিছে 'জীৱন-সোঁৱৰণ'ত। কিন্তু প্ৰথম অসমীয়া ৰোমাণ্টিক উপন্যাস আৰু বুৰঞ্জীমূলক ৰোমান্সৰূপে অসমীয়া উপন্যাসৰ বুৰঞ্জীত ইয়াৰ এখনি উজ্জ্বল স্থান আছে। ৰমন ৰমযুৰুকলৰ

মিছুৰ শাসনত কামৰূপৰ প্ৰজা অতিষ্ঠ হৈ উঠিছিল। সেই অতিষ্ঠতাই উগ্ৰ ৰূপ লৈছিল হৰদত্ত-বীৰদত্ত দুই ককাই-ভাইৰ দুন্দীয়া বা দন্দুৱা দ্ৰোহত। এওঁলোকৰ পতন আৰু হৰদত্তৰ পাতৰ জীয়েক পদ্মকুমাৰীৰ বিলৈয়ে লোক-কবিৰ অন্তৰ স্পৰ্শ কৰিছিল; তাৰ চিন ভগা-ছিগা দুই-এটি গীতৰ টুকুৰাত পোৱা যায়: 'ক'ত গ'ল হৰদত্ত, ক'ত গ'ল বীৰদত্ত, ক'ত গ'ল খাওঁ খাওঁ সাধা——', 'হৰদত্তৰ জীয়ৰী পদ্মকুমাৰী ধনখাত মাখালে ভাত, হাতত ধৰি লৈ কুমেদান বওালে পদ্ম বিচাৰে গাত।' এইদৰে লোক-মানসক স্পৰ্শ কৰা কাহিনীয়ে তেক্ষা বেজবৰুৱাকো আকৰ্ষণ কৰিছে; তেওঁ কল্পনাৰ সহায়েৰে পদুমৰ যৌৱনৰ আবেগ আৰু দুৰ্গতিৰ চিত্ৰ আঁকিবৰ যত্ন কৰিছে। সমস্ত উপন্যাসখনিত ৰোমাঞ্চৰ বায়ুমণ্ডল, যদিও কোনো পৰিস্থিতি, চৰিত্ৰ বা ঘটনাত অবাস্তৱ বা অসম্ভাব্যৰ সাঁচ নাই। বুৰঞ্জীৰ দুন্দীয়া দ্ৰোহ ৰোমাঞ্চৰ পটভূমিতহে ৰৈছে; ঔপন্যাসিকে তেওঁৰ আৰ্তক ঐতিহাসিক তথ্যানুসন্ধানৰ হাতধৰী লিগিৰী কৰিবলৈ বিচৰা নাই। ঘটনাৰ গতি কিয় বিশেষ ধৰণৰ কৰিলে, সেই লৈ প্ৰশ্ন অবাস্তৱ যদি তেওঁ তেওঁৰ ইপ্সিত কলাক ৰূপ দিব পাৰিছে। পুৰণি এটা যুগৰ বিবিধ পৰিস্থিতি আৰু চৰিত্ৰ ফুটাই তুলিব পৰা বেজবৰুৱাৰ সাৱলীল ভাষাই পুথিখনিক সুখপাঠ্য কৰি তুলিছে। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই এটা কথা মন কৰিছে যে, Minute dctails arc provided to lend to the story the illusion of reality, and the novelist achieves a pattern marked by skilful weaving, clarity of conception and happiness of blending. এয়া উচ্ছ্বসিত প্ৰশংসা, কিন্তু তৰুণ আৰু পথ-প্ৰদৰ্শক ঔপন্যাসিকৰ সি প্ৰাপ্য। হৰদত্তৰ প্ৰতি ঔপন্যাসিক বৰ সহানুভূতিশীল নহয়, কিন্তু হৰদত্তও সহানুভূতিশীল নহয় পদুমৰ প্ৰেমৰ আবেগৰ প্ৰতি; আৰু সেই বাবেইহে উপন্যাসৰ মূল সংঘাত, আৰু সেইহে ট্ৰেজেদি আগ বাঢ়ি আহিবলৈ সাহ পাইছে।

পুৰণি বুঢ়ী আইৰ সাধু আৰু আধুনিক চুটি গল্পৰ মাজত বেজবৰুৱাই হ'ল সেতু। চুটি গল্পৰ তেৱেঁই আমাৰ পথ-প্ৰদৰ্শক। সপ্তম বছৰৰ পৰা গুৱাহাটীৰ পৰা প্ৰকাশিত 'জোনাকী'ত তেওঁৰ 'আমি', 'চেনিচম্পা', 'কেকো ককা', 'জলতী', পুত্ৰবান পিতা' নামৰ গল্পবোৰ ওলাইছিল। তেওঁ বহুতবোৰ পুৰণি সাধু সংগ্ৰহ কৰি তেওঁৰ মনোমোহা ভাষাৰে নতুনকৈ সম্পূৰ্ণকৈ লিখি উলিয়াইছিল 'বুঢ়ী আইৰ সাধু' আৰু "ককাদেউতা আৰু নাতিলৰা'ত (১৯১২)। এই দুইখন পুথিৰে বক্তব্য প্ৰথমখনিৰ পাতনিখন পঢ়িলে আমাৰ মনলৈ স্পষ্ট ধাৰণা

আছিল, বেজবৰুৱা এক শকত folktales তেওঁৰ পৃথিৱীৰ তাৰত অনেক পণ্ডিতৰ মতৰ উদ্ধৃতি দিছে, লোক-কথাৰ ক'ত কেনে অধ্যয়ন হৈছে, তাৰ ভুও আমাক দিছে, "মানুহৰ জাতীয় জীৱনৰ অলিখিত পুৰণি বুৰঞ্জী জানিবৰ নিমিত্তে ফাইলজজি অৰ্থাৎ ভাষাতত্ত্ব আৰু মাইথলজি অৰ্থাৎ পুৰাণতত্ত্ব যেনেকুৱা লাগতিয়াল, ফ'কল'ৰ অৰ্থাৎ সাধুকথাতত্ত্বও তেনেকুৱা লাগতিয়াল"—এই কথা দহাই কৈছে, সাধুকথাৰ কেনে বিভাজন হ'ব পাৰে আৰু সাধুকথাৰ মোটিফবোৰৰ কেনে ঐক্য দেখা পোৱা যায়, তাৰো ইঙ্গিত কৰিছে প্ৰবেশতীয়া সেই পাততনিখনতে। অসমীয়া সমাজত সাধুকথাৰ কি প্ৰভূত সমাদৰ তাহানিৰে পৰা আছে। আমি আজিকালি ভাবোঁ, সাধুকথা শব্দৰ 'সাধু' আৰু 'সাউদ' একে কথা আৰু 'এক আছিল ৰৰ সাউদ, তেওঁ কৰিছিল বজাৰ বণিজ' এই জাতীয় আখ্যানবিলাকৰ পৰা সেই নামকৰণ হৈছে। বেজবৰুৱাই কৈছে, "সাধুকথা মানে সত্য কথা বা সন্ত সাধুৰ উপদেশ-বাক্য বুলি আদিৰ পৰা অসমীয়াই ভাবি আহিছে। —এনে উপকথা বা গল্পক কোনো দেশৰ কোনো জাতিয়ে 'সাধুকথা' এই ওখ নাম দিয়া নাই। য়ুৰোপীয়ই folktales বঙালীয়ে ইয়াক 'ৰূপ-কথা', 'আষাঢ়ে গল্প' বোলে, অসমীয়াৰ দৰে সাধু-কথা নোবোলে। তাৰা আৰু folktales জাতিৰ হাড়-মগজু।" (তথাপি দেখোন আমাৰ sweet-toothed দুই-এক লেখকে 'ৰূপকথা, ৰূপকথা' কৰি উৰাউল হয়।) অসমীয়া লোক-কথাৰ গৱেষকসকলৰ কাৰণে বেজবৰুৱাৰ পুথি দুখনি অক্ষয় ভাণ্ডাৰ হৈ থাকিব আৰু সাধাৰণ ল'ৰা-বুঢ়া পাঠকক পুৰণি জগত এখনৰ সোৱাদ দি থাকিব। এই সাধুকথাৰ সংগ্ৰহ, অধ্যয়ন আৰু প্ৰকাশৰ মাজত বেজবৰুৱাই ইংৰাজী, বঙলা আদি আধুনিক সাহিত্যৰ গল্পধাৰাৰে সামঞ্জস্য ৰাখি সেই হেৰোৱা জগতখন এৰি আধুনিক জীৱনৰ চিত্ৰ আধুনিক গল্প-সৃষ্টিত হাত দিছে। দুই-এটি গল্পত 'ৰবি কাকা'ৰ প্ৰভাৱো পৰিলক্ষিত হয়। তেওঁ যদিও 'জোনাকী'তে গল্প লেখা আৰম্ভ কৰে, সেই সময়ৰ পৰা 'বাঁহী'ৰ শেষ স্তৰলৈকে তেওঁ গল্প লেখি আছিল। তেওঁৰ দিনলেখাৰ পৰা দেখা যায় 'ভদৰী' নামৰ নিচেই প্ৰথমটি আৰু 'স্বৰ্গাৰোহণ' (যাৰ নাম তেওঁ পোনতে দিছিল 'অনিদ্ৰা') ১৮৯৫ চনৰ ভিতৰত লেখা ব্যৱসায়-কৰ্মৰ মাজৰ অৱসৰ সময়ত। তেওঁৰ সৰহভাগ গল্পই বোধহয় 'বাঁহী'ত প্ৰকাশিত হৈছিল। 'সুৰভি' (১৯০৯), 'সাধুকথাৰ কুঁকি' (১৯১০, সাধুকথা নামটো তেওঁ বৰ ভাল পাইছিল হ'বলাগে—আধুনিক গল্পতো তাক প্ৰয়োগ কৰিছে।) আৰু 'জোনবিৰি'ত (১৯১৩), ১৯১৬ চনলৈকে লেখা প্ৰায়বিলাক গল্পই সন্নিবিষ্ট হৈছে। ইয়াৰ পিছত তেওঁৰ গল্প

অথবা পাঠকবিলাকেও পুথি তিনিখনৰ বাহিৰত থকা একুৰি-ডেৰকুৰি গল্প ওলাব। সেইবোৰ বাহিৰা প্ৰভাৱৰ ভিতৰেদিও বেজবৰুৱাৰ গল্পত ভাগি যোৱা আৰু নকৈ গঢ় ল'বলৈ যত্ন কৰা অসমীয়া জীৱনৰ বাস্তৱ আৰু সম্ভাব্য চিত্ৰ কিছুমান আমি পাওঁ। কিন্তু পৰিমাণে জীৱনৰ ওপৰত দৃষ্টিপাত কৰাৰ তেওঁৰ ভঙ্গিক স্বচ্ছ ৰসিকতাৰ ব্যঙ্গাত্মক শৈলীয়ে প্ৰভাৱান্বিত কৰিছিল। কোনো ঠাইত বা হাঁহি তুলিব পৰা দুই-এটি শব্দৰে গল্পৰ অন্তৰ্গত গভীৰ অনুভূতিক পাতলাই পেলাইছিল। তেওঁ তেওঁৰ বেছিভাগ গল্পক সামাজিক সমালোচনাৰ অস্ত্ৰ-ৰূপে ব্যৱহাৰ কৰিছে। নতুন শাসনৰ লগত খাপ খুৱাব নোৱৰা আৰু তাৰ সুবিধা লৈ গভাটোপ হোৱা পুৰণি আৰু নতুন অভিজাত সম্প্ৰদায়ৰ ভেম ভাঙি দিয়াটোৱেই যেন গল্পত তেওঁৰ উদ্দেশ্য। গতিকে সেয়ে তেওঁৰ এটা স্বভাৱত পৰিণত হৈছে। কাহিনী-বস্তুৰ সংঘাত আৰু চৰিত্ৰৰ ব্যক্তিগত সূক্ষ্মতা নিদিয়াকৈয়ে তেওঁ ব্ৰিটিছ আমোলৰ প্ৰথম চাঞ্চল্যত চপল হোৱা অসমীয়া সমাজৰ উজ্জ্বল চিত্ৰ এখনি গল্পবোৰত দাঙি ধৰিছে। আনফালে, 'ভদৰী' আদিত বাক্‌চাতুৰ্য আদি বাহ্যিক মনোমোহা অলঙ্কাৰ পৰিহাৰ কৰি জীৱনৰ প্ৰাণ-বস্তু সৰলভাৱে গ্ৰহণ কৰা গল্পৰ আঙ্গিকটোৱেই নিটোল হৈ পৰিছে।

লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া সাহিত্য-মঞ্চত গহীনভাৱে প্ৰথম প্ৰৱেশ কৰে প্ৰহসন-লেখক ৰূপে। প্ৰথম সংখ্যা 'জোনাকী'ত ওলোৱা 'কমলাকুঁৱৰী' কবিতাই কাব্যামোদীসকলক ৰোমাণ্টিচিজ্‌মৰ বিস্ময়-বিমিশ্ৰিত আমেজ দান কৰিছিল; সেই সংখ্যাৰে আনন্দৰ আন এটি উৎস আছিল বেজবৰুৱাৰ 'লিতিকাই'। প্ৰহসনকাৰক এই নৱসৃষ্টিয়ে কি আনন্দ দিছিল তাক তেওঁৰ ভাষাতে আপোনালোকৰ ওচৰলৈ আনো: "প্ৰথম বছৰৰ 'জোনাকী'ৰ প্ৰতি সংখ্যাতে মোৰ 'লিতিকাই' ওলাইছিল। ন লেখাক ন যোৱাৰী একেখন কলিতে উঠে। ন লেখাক মই; সেই দেখি মোৰ 'লিতিকাই' পঢ়ি লোকে কি ক'ব, কি বুলিব, এই ভয়ত মই চঁক খাই মুৰিছিলোঁ।" ইডেন গাৰ্ডেনৰ গছৰ তলত বহি তেওঁ দৃশ্যবোৰ লেখি গৈছিল। "লিতিকাই সাধুটো মনত আছিল; গতিকে ভাবি-চিন্তি কোনো প্লট (plot) নপাতি একেবাৰেই লেখি গৈছিলোঁ। প্ৰথমতে বালিৰ কাকতত পেঞ্চিলেৰে যি লেখি গৈছিলোঁ, কাটি-কুটি নুগুধৰোৱাকৈয়ে মাইনা ভাল কাকতত নকল নকৰাকৈয়ে তাকে ছপা কৰিবলৈ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাৰ হাতত মনে মনে ভৰি দিছিলোঁ—।" 'লিতিকাই'ৰ জন্মৰ এই ইতিহাস বিশেষ মন কৰিব লগীয়া, আৰ্টিষ্টৰ বাধাহীন প্ৰথম উচ্ছ্বাসে কেনেকৈ সুন্দৰ কলাৰ ৰূপ ধাৰণ

কৰে, সি তাৰে নিদৰ্শন । সঙ্গতিবিহীন উদ্ভট পৰিস্থিতি, অধামূৰ্খ সাত্তু ককাই-ভাইৰ অস্বাভাৱিক উক্তি আৰু কাৰ্য-কলাপ আদিয়ে পেখজেকে পাঠকক কাৰ্চৰ আচল সমৃদ্ধিৰে হঁহুৱাই থাকে। কিন্তু এইখনিত তেওঁ যি মনোৰম প্ৰহসন সৃষ্টিৰ আশা আমাক দিলে, তাক একুৰি চাৰি বছৰৰ পিছৰ 'পাঁচনি', 'নোমল' আৰু 'চিকৰ্ পতি নিকৰ্ পতি'য়ে বেয়াকৈ ভঙ্গ কৰিলে যেন পাওঁ। প্ৰথম দুখনৰ ঘটনা সাধু-কথা-সুলভ একোটি পাতল পৰিস্থিতিৰ আঁৰত ঘৰিছে। চিকৰপতি নিকৰপতি দুই চোৰৰ কাহিনীটোতো প্ৰত্যয়শীল কোনো বৈচিত্ৰ্য নাই। 'নোমল'ৰ নাহৰফুটুকা বুঢ়াৰ পাহৰা স্বভাৱ আৰু 'পাঁচনি'ৰ নাম-ভূমিকাৰ জনৰ আলহী নহ'লে ভাত নোখোৱা স্বভাৱৰ পৰা বেজবৰুৱাই আমাক পাতল হাঁহি একোটি যোগাইছে; 'চিকৰ্ পতি নিকৰ্ পতি' নাটৰ উদ্দেশ্যত অলপ আঁৰ লাগি আমাক নহঁহুওৱা হৈছে। কেয়োখনি প্ৰহসনতে একেই সাধুকথাৰ পৰিৱেশ। প্ৰহসনৰ এই দুই কিস্তিৰ মাজতে বেজবৰুৱাই শ্বেক্সপিয়েৰৰ Hamlet ভাঙি 'হেমচন্দ্ৰ' আৰু Midsummer Night's Dream ভাঙি 'দিনৰ সপোন' ৰচনা কৰিবৰ যত্ন কৰিছিল; কিন্তু এইবোৰ কাৰ্য একেবাৰেই অসম্পূৰ্ণ হৈ ৰ'ল। ১৯১৫ চনত বেজবৰুৱাই একেলগে তিনিখনি ঐতিহাসিক নাটক ছপাকৈ উলিয়ায়—'চক্ৰধ্বজসিংহ', 'জয়মতী কুঁৱৰী' আৰু 'বেলিমাৰ'। বুৰঞ্জীসিদ্ধ চৰিত্ৰবোৰৰ পৰিৱৰ্তন নাসাধি সিহঁতক নাটকত প্ৰতিষ্ঠা কৰিবলৈ আৰু কাল্পনিক চৰিত্ৰ আৰু পৰিস্থিতি উদ্ভাৱন কৰিলে তাৰ দ্বাৰা বুৰঞ্জীৰ ঘটনাৰ ধাৰা ব্যাহত হ'বলৈ নিদিবলৈ বেজবৰুৱাই একপ্ৰকাৰ যেন সংকল্প গ্ৰহণ কৰিছিল। এই কেইখন নাটকৰ যোগেদি অসমীয়া নাট-সাহিত্যৰ ওপৰত শ্বেক্সপিয়েৰৰ প্ৰভাৱৰ প্ৰবাহ-দ্বাৰ মুকলি কৰি দিয়া হয়। বেজবৰুৱাই অসমৰ বুৰঞ্জীৰ চিত্ৰ অঙ্কন কৰোঁতেও তাৰ ওপৰত শ্বেক্সপিয়েৰৰ চৰিত্ৰ আৰু নাটকীয় চিত্ৰৰ ছাঁ আহি পৰিছে। বৈপৰীত্যৰ বিজুলিৰ দ্বাৰা চৰিত্ৰায়ণ ( characterisation by contrast ) শোকাৰ্ত দৃশ্যৰ মাজে মাজে গ্ৰাম্য কমেডি বা খুঁহতীয়া দৃশ্যৰ সমাৱেশৰ দ্বাৰা শোকৰ উপশম ( comic relief ), দীঘল স্বগত-উক্তি ইত্যাদি শ্বেক্সপিয়েৰীয় বৈশিষ্ট্যও নাটকেইখনিত থাককৈয়ে ধৰা পৰে। 'চক্ৰধ্বজসিংহ'ত বুৰঞ্জীৰ পৰা পোৱা কাহিনী আৰু চৰিত্ৰবোৰ নাটকীকৃত নোহোৱাকৈয়ে বেজবৰুৱাৰ দ্বাৰা গৃহীত হৈছে। গতিকে নাটকখনৰ আকৰ্ষণ অন্য কেন্দ্ৰলৈ আঁতৰি গৈছে—শ্বেক্সপিয়েৰৰ Henry the Fourth-অৰ প্ৰিন্স হাল্, ফলষ্টাফ্, ফলষ্টাফৰ inn-ৰখীয়া প্ৰেয়সী আৰু মলৰ জুলিৰ নগৰীয়াবোৰৰ অসমীয়া ৰূপ

ত্ৰিৰবাম ডেকাফুকন, গজপুৰীয়া, গজপুৰীয়ানী আৰু টকৌ-টোকোৰা আদিৰ দুলুভাজিৰ দৃশ্যবোৰ নাট্যকাৰে ৰকম লগাকৈ সজাইছে আৰু তাতে নাটকীয় ৰুচিৰ তৃপ্তি ঘটে। সকলো কাৰণে পৰা 'জয়মতী কুঁৱৰী'য়েই সাৰ্থক নাট্য-সৃষ্টি। ইয়াত বুৰঞ্জীমূলক আৰু কাল্পনিক চৰিত্ৰ আৰু পৰিস্থিতিৰ ৰাসায়নিক সংযোগ ঘটিছে আৰু নাটকৰ ট্ৰেজিক পৰিণতিৰ সহায়ক হৈছে। ডালিমীৰ চৰিত্ৰটি আদৰ্শাত্মক কিন্তু বাস্তৱ সৃষ্টি, নগা পৰ্বতৰ সৰলতা আৰু সৌন্দৰ্যৰ কাব্যময় প্ৰতীক। এই নাটত দ্বিজেন্দ্ৰলালৰ স্পষ্ট প্ৰভাৱ নাট্যকাৰে স্বীকাৰ কৰিছে। মানৰ তিনিটা আক্ৰমণৰ কাহিনী সামৰি 'বেলিমাৰ' এখন এপিক্ নাটকত পৰিণত হৈছে ; অসমৰ স্বাধীনতাৰ সূৰ্য্যাস্তৰ বক্তব্যৰ বহুত চৰিত্ৰত বহুত ঘটনাত বিকীৰিত হৈ পৰিছে, এজন নায়কত্ বা ঘটনাৰ একেটা সংঘাতত কেন্দ্ৰীভূত হোৱা নাই। ইয়াত অসমীয়া জাতিটোৱেই যেন নাটখনৰ নায়ক আৰু সিয়েই যেন নিজৰ গৌৰৱ-হৰণৰ ট্ৰেজেডিত গৈ মগ্ন হৈ পৰিছে। নৱম বছৰৰ 'বাঁহী'ত বেজবৰুৱাই 'গদাধৰ ৰজা' নামে এখনি সৰু প্ৰহসন প্ৰকাশ কৰিছিল। তাক তেওঁ চ'ৰাঘৰীয়া নাট বুলিছিল আৰু আজিৰ সমালোচকে তাক একাঙ্কিকাৰ প্ৰথম নিদৰ্শন বুলি অভিবাদন জনাইছে। ইয়াৰ মূল অনুপ্ৰেৰণা ৰবীন্দ্ৰনাথৰ পাৰিবাৰিক নাটক নেকি, সন্দেহ হয়। নাটিকাখনিৰ মূল উৎস——গেন্ধেলা দাসক বাই-ভনী কমলা আৰু বিমলাই ভ্ৰম কৰাৰ ফলত সৃষ্টি হোৱা হাঁহি। বুৰঞ্জীৰ বা সমাজৰ চিত্ৰৰ ইঙ্গিত থাকিলেও ধেমালিয়েই 'গদাধৰ ৰজা'ৰ মূল উপাদেয় পদাৰ্থ।

লক্ষ্মীনাথ বেজবৰুৱাই আমাৰ কৌটিকলীয়া বুঢ়ালুইতৰ বুকুত জন্ম লাভ কৰি প্ৰায় আঠে কুৰি বছৰ কাল একনিষ্ঠভাৱে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱা কৰি পুনৰ লুইতৰ বগী চকেচকী বালিক নিজৰ শৰীৰটি শোধাই দি থৈ গ'ল। এই আঠে কুৰি বছৰৰ তেওঁৰ সেৱা আছিল অতন্দ্ৰিত, শ্ৰান্তিহীন, ক্লান্তিহীন। ধনে-জনে, মানে-গৌৰৱে বহৰহীয়া ঘৰ এখনিত জন্ম লাভ কৰি তেওঁ জীৱনত যেনেকৈ বহুতো ভোগ-উপভোগ কৰিলে, তেনেকৈ অৰুন্তুদ দুখ-শোকৰ লগতো অবিশ্ৰান্ত সংগ্ৰাম চলাই গ'ল। কেতিয়াবা পেটৰ বিষে তেওঁক চিত কৰি পেলাই থৈছে। কেতিয়াবা হাবিৰ বাঘ-ভালুক জোক-জেলুকৰ মাজত, মেলেৰিয়া-কালাজ্বৰৰ আতঙ্কৰ মাজত তেওঁক "সংসাৰ-চক্ৰৰ কৰকতে ছিঙে।" দুশ্চিন্তাৰ জৰেও তেওঁক মাজে মাজে পাইছিল। সেই সকলোবোৰ মাজত তেওঁক চেনেহী হাঁহি আৰু মাতৃ-তুল্যা ভাষা-জননীয়ে এৰা দিয়া নাছিল, সাহিত্যৰ আকাশে তেওঁক তৃপ্তি দি ৰাখিছিল।

সুখ-সম্ভোগৰ আস্বাদেও তেওঁক সেই ব্ৰহ্মানন্দ-সহোদৰ আস্বাদৰপৰা লোভ লগাই আঁতৰাই নিব পৰা নাছিল। মূঠতে তেওঁৰ জীৱন এটি সাধনাৰ জীৱন——কঠোৰ, একাগ্ৰ সাধনাৰ জীৱন, কাঠৰ কুন্দা আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ কথাত literary log বা সাহিত্যৰ কুন্দা একেলগে কুন্দোৱাৰ জীৱন। সকলোতকৈ তেওঁৰ মহাসাধু পিতৃদেৱতাৰ জীৱনৰ আদৰ্শই তেওঁক এক শঙ্কৰদেৱবাদত শৰণ দি গভীৰ inculcation দিছিল। চকুৰ ভেকাচিত তেওঁ অ. ভা. উ সা. আৰু 'জোনাকী'ৰ নিজে সজা সংস্কৃতিৰ মন্দিৰত 'আন্ধাৰৰ বিপক্ষে যুঁজাৰ', 'দেশৰ উন্নতি জোনাক' সাধনা কৰাৰ মহামন্ত্ৰত দীক্ষিত হৈছিল। সেই দুইটি আদৰ্শকে তেওঁ একেকঠী কৰি জীৱনৰ শেষ পৰ্যন্ত সাবটি ধৰি আছিল। সেই পৰম পৱিত্ৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁ অসম দেশক একেখনি চালৰ একেভালি কৰাৰ তলৰ এখনি মাথোন আপোন ঘৰ বুলি ভাবিছিল। সেইহে সাহিত্য আৰু সংস্কৃতিলৈ তেওঁ এক ক্ৰান্তি আনিবলৈ সক্ষম হ'ল। নানা আত্ম-গ্লানিৰে পূৰ অসমীয়া জাতিক আত্ম-প্ৰত্যয়, আত্ম-প্ৰতিষ্ঠা দিলে। অসম সাহিত্য সভাৰ বহুসম্মানিত সভাপতিৰ আসনৰপৰাই তেওঁ মহাবীৰ কৰ্ণৰ সেই মহাবাণী ধ্বনিত কৰি আমাৰ বুকু ভাঠ কৰিলে, "সুতোঽহং সুতপুত্ৰোঽহং যো বা কো বা ভৱাম্যহম্। দৈবায়ত্ত-কুলে জন্ম মমায়ত্তং তু পৌৰুষম্॥" অসমীয়া জাতিৰ পিতা শঙ্কৰদেৱক দুখীয়া-নিছলা বুলি ভাবি থকা মহান ঐতিহ্যৰ উত্তৰাধিকাৰী পুত্ৰসকলৰ সেই পিতাৰ লগত অকুণ্ঠ পৰিচয় ঘটাই দিলে। 'সকলো আছে নুগুণো নলওঁ গম' বুলি থকা স্বজাতীয়সকল নিজৰ সম্পদনো কি, সিনো কিমান মহামূল্যবান কহিনুৰ, তাকো বেজবৰুৱাই চেতাই দিলে। আমাৰ ভাষাৰ, আমাৰ সাহিত্যৰ, আমাৰ সংস্কৃতিৰ পূৰ্বসূৰীসকলৰ পদ-অঙ্ক অনুসৰণ কৰি তেওঁ নতুন গতিপথ নিৰ্দেশ কৰি দিলে সকলো অপায়-অমঙ্গল দূৰতে বিদূৰ কৰি। লগতে তেওঁ ভূমাৰ বাণী প্ৰচাৰ কৰিলেঃ "সাহিত্য, ঘাইকৈ কাব্য-সাহিত্য এক বিশাল বিপুল বস্তু। কাব্য-সাহিত্যই দুই পাখি মেলি অনন্ত অসীমক আঁকোৱালি ধৰে। ভূমৈৱ সুখমল্পে নাস্তি। ই ভূমাক অৰ্থাৎ অল্পৰ বিপৰীতক, মুক্তিক, সুন্দৰক আৰু শক্তিক আশ্ৰয় কৰে।" ই যেন উপনিষদৰ দ্ৰষ্টাসকলৰ বাণীৰ নৱৰূপৰ সাহিত্যত প্ৰয়োগ। এই মহান বাণীৰ দ্বাৰা উদ্বুদ্ধ হৈ লক্ষ্মীনাথ বেজবৰুৱাই নিজকে বৰণীয় কৰিলে, নিজৰ ভাষা-সাহিত্যকো ঐশ্বৰ্যময় কৰিলে আৰু তেওঁৰ পিছত দলে দলে অহা ভাষা-সাহিত্য-সংস্কৃতি-সেৱকলৈ তেওঁৰ কীৰ্তি আৰু আদৰ্শ দুইটিকে থৈ গ'ল।

# বেজবৰুৱা

ডঃ বাণীকান্ত কাকতি

পণ্ডিতসকলে কোৱামতে আমাৰ পৃথিৱীৰ চাৰিওফালে চাৰি-পাঁচ মাইল ব্যাপী বায়ুমণ্ডল এটি আছে। এই বায়ুমণ্ডলতেই সকলো প্ৰাণী বৰ্তি আছে। আৰু এই বায়ুমণ্ডলতেই সকলো প্ৰাণীকেই এডালি প্ৰাণসূতাৰে গাঁথি লৈ প্ৰাণৰ অখণ্ড সত্তাৰ উপলব্ধি কৰাত আমাক সহায় কৰিছে। সেইদৰে প্ৰত্যেক জীৱন্ত জাতি আৰু সমাজৰো সংঘবদ্ধ জীৱনৰ চাৰিওফালে ভাৱমণ্ডল এটি থাকে আৰু এই ভাৱমণ্ডলৰ পৰিসৰেই সেই জাতি বা সমাজৰ মানসিক উন্নতিৰ ওখ-চাপৰ অৱস্থা নিৰ্দেশ কৰিছে। এই ভাৱ-মণ্ডলেই প্ৰত্যেক ব্যক্তিকেই সমাজ বা জাতিৰ লগত একাত্মবোধ বা একত্ব-অনুভূতিত সুবিধা আৰু প্ৰেৰণা দিয়ে। এই ভাৱমণ্ডলৰ পৰিধি যিমানেই বহল, ই যি পৰিমাণে বহু ৰাগৰঞ্জিত হৈ পৰে, সেই পৰিমাণেই ই জাতীয় জীৱনৰ বহুধা-বিভক্ত বিকাশৰ সাক্ষীস্বৰূপ হৈ পৰে। বেলি মাৰ যায়, কিন্তু গ্ৰহ-উপগ্ৰহই তাৰ প্ৰতিবিম্বেৰেই বাটকৰাক পথ দেখুৱায়। কোনোবা জাতি পৃথিৱীত নাইকিয়া হয়, কিন্তু তাৰ মানসিক বিকাশৰ জেউতি বা প্ৰতিবিম্বই পুৰুষানুক্ৰমে মানৱ সমাজক পোহৰ দি থাকে।

জাতীয় সাহিত্য এই ভাৱমণ্ডলৰ প্ৰত্যক্ষ স্বৰূপ, জাতীয় সাহিত্যই যি পৰিমাণে বিকাশ লাভ কৰে, সেই পৰিমাণে আমি ব্যক্তি হিচাপে আৰু সমাজ বা জাতি হিচাপে জীৱনৰ গুৰুত্ব অনুভৱ কৰোঁ, সেই পৰিমাণে সংঘবদ্ধ জীৱনৰ সোৱাদ পাওঁ, সেই পৰিমাণে উমৈহতীয়া ভাৱৰাশিত বৰ্তি থকা বুলি সাধাৰণ উদ্দেশ্য আৰু সাধাৰণ প্ৰেৰণাৰ দ্বাৰা অনুপ্ৰাণিত হওঁ, জাতীয় জীৱন বিকাশত যিসকলে সহায় কৰি আহিছে, সেইসকলক বেলেগ বেলেগ যুগৰ আদৰ্শ অনুসাৰে—ঋষি, কবি, দাৰ্শনিক আদি বিশেষণেৰে বিভূষিত কৰি লোকসমাজে চিৰকলীয়া শ্ৰদ্ধা দেখুৱাই আহিছে।

পাতিব খোজা এই পৰিষদৰ উদ্দেশ্য আজীৱন সাহিত্য সেৱাৰ ভিতৰেদি আমাৰ জাতীয় জীৱনৰ পৰিসৰ বঢ়োৱাত সহায় কৰাৰ কাৰণে এজনৰ প্ৰতি যি শ্ৰদ্ধা গাই-গোটা অ'বদ্ধ আছিল সেইটো সভাৰ এখনৰ ভিতৰেদি প্ৰকাশ কৰাটো। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই যোৱা শতাব্দীতকৈ বহুত বেছি কাল নিঃস্বাৰ্থভাৱে, অসমীয়া সাহিত্যসেৱাত লাগি আছে। যসমৰ বুঢ়া, ডেকা, ল'ৰা সকলোকে তেওঁ হঁহুৱাইছে, সকলোকে আনন্দ দিছে। কৰ্ম্মপীড়িত জীৱনত অন্ততঃ এবাৰ অকপট হাঁহি এটিৰ সুবিধা দিয়াৰ কাৰণেও সকলোৱে তেওঁৰ ধৰুৱা। তেখেতৰ সাহিত্যৰ বেলেগ বেলেগ লক্ষণ আৰু গুণাগুণ বিবেচনা এই পৰিষদে আগলৈ কৰিব, এই আৰম্ভণি ৰচনাত তেখেতৰ সাহিত্যৰ মোটামুটি লক্ষণ আৰু বৰ্তমান অসমীয়া ভাষা আৰু সাহিত্যত তেওঁৰ কি ঠাই আৰু ভাৱমণ্ডলত তেওঁৰ কি দান সেইটো অতি চমুকৈ উনুকিওৱা হ'ব।

কলিকতাৰপৰা যোৱা শতিকাৰ শেষ ভাগ 'জোনাকী' কাকত উলিয়াই যিসকলে অসমীয়া জাতীয় চৈতন্য উদ্বোধনৰ চেষ্টা কৰিছিল, সেই সকলৰ ভিতৰত বেজবৰুৱা ডাঙৰীয়াও এজন। তেওঁৰ সহকৰ্মীসকলেও 'জোনাকী'ৰ আৰম্ভণি-প্ৰভাৱৰ উদ্দীপনা লৈ নিজ দেশলৈ উভতি আহি নিজ নিজ শক্তি আৰু অৱসৰ অনুসাৰে অসমীয়া সাহিত্যৰ পুষ্টি সাধন কৰিব চেষ্টা কৰিছিল। কিন্তু 'জোনাকী'ৰ অন্তৰ্নিহিত আদৰ্শ বেজবৰুৱা সাহিত্যত বাজে আন কাৰো সাহিত্যত ফটফটীয়াকৈ ফুটি ওলাব পৰা নাই। সেই আদৰ্শৰ পোহৰে তেওঁৰ জীৱনকো প্ৰভাৱান্বিত কৰিছিল আৰু তেওঁৰ সকলো ৰচনাতেই সেই প্ৰভাৱেই প্ৰতিবিম্ব পৰিছে আৰু এতিয়ালৈকেও সেই মাৰ নোযোৱা প্ৰভাৱেই বিকাশ দেখি আছোঁ।

বেজবৰুৱা ডাঙৰীয়া ওৰে জীৱন বিদেশত আছে। বৈবাহিক সূত্ৰেও তেওঁ বিদেশীৰ লগতে সংশ্লিষ্ট। ছাত্ৰাৱস্থাৰ সামৰণি কালৰপৰাই তেওঁ ঘৰে-বাহিৰে বিদেশীৰ ভাব বিদেশীৰ চলন-ফুৰণৰ মাজেদিয়েই ডাঙৰ-দীঘল হয়। সাধাৰণ হিচাপে ইমান দিনে তেওঁৰ টিকনিকেই আমি দেখিবলৈ পাব নেলাগিছিল। অসমত থাকিও কিমানেই বংশাৱলী আঁকি বিদেশৰ-পৰা অহা বুলি কৈ গৌৰৱ অনুভৱ কৰা দেখিছোঁ, কিন্তু বেজবৰুৱা ডাঙৰীয়া সকলো বিদেশী প্ৰভাৱৰ বিৰুদ্ধেই চিৰ-বিদ্ৰোহী। কবিয়ে ক'বৰ নিচিনা— My heart is in the Highlands whereever I go—বেজবৰুৱাও য'তে থাকক তেওঁৰ হিয়া পৰি আছে অসমৰ হাবি-বননিৰ মাজত, তেওঁ বঙালীৰ সন্দেশ-মিঠাই খাই থাকিলেও তেওঁৰ জিভাৰ পানী পৰে এতিয়াও

অসমীয়া কাহিনী-থাহজিৰ সাৰ্থলীত। খোৱা-লোৱাৰ পৰা আৰম্ভ কৰি বাচিবৰ চলন-ফুৰণলৈকে চকুৰ আগত যিমানেই বিদেশী ভাব দেখিছে, সিমানেই তেওঁৰ অন্তৰাত্মাই নিজৰ দেশ, নিজৰ সমাজৰ প্ৰতি প্ৰবল ধাউতি দেখুৱাইছে। কাপোৰৰ নিচান যিমানে বেগেৰেই আগলৈ নিয়া, ইয়াৰ আগভুখৰি সদায় পাছ মুখেহে ধৰ্ ফৰায়। কলিকতাৰপৰা আঁতৰাই নি সম্বলপুৰৰ হাবিত বেজবৰুৱাক মেলি দিয়া, তেওঁৰ মনটো কুৰুকি কুৰুকি ওচৰ চাপি আকৌ অসমৰ ফালেহে চাল খাব।

এই সুগভীৰ স্বদেশানুৰাগ, স্বদেশ-প্ৰীতি বেজবৰুৱাৰ সাহিত্যৰ প্ৰত্যেকটো শব্দৰ ভিতৰেদি প্ৰকাশ পাইছে। তেওঁৰ সকলো ৰচনাৱলী এই স্বদেশানুৰাগৰ বোলেৰে বোলোৱা। তেওঁৰ হাঁহি-ধেমেলীয়া ৰচনাৰ পৰা আৰম্ভ কৰি শেহৰ ডোখৰৰ আধ্যাত্মিক ৰচনাৱলীলৈকে সকলোৰে ঐক্যসূত্ৰ এই স্বদেশানুৰাগ, এই স্বদেশ প্ৰীতিতেই। তেওঁৰ ভাব-ভাষা সকলো এই অনুৰাগৰেই অনুৱৰ্তী। স্বদেশ প্ৰীতিয়েই বেজবৰুৱা সাহিত্যৰ মূলমন্ত্ৰ। জাতীয় ভাবমণ্ডল সৃষ্টি কৰাত বেজবৰুৱাৰ শ্ৰেষ্ঠ দান, স্বদেশ-হিতৈষিতা আৰু স্বদেশৰ গৰিমা শৰীৰৰ প্ৰত্যেক টোপা তেজৰ সঞ্চাৰৰ লগতেই অনুভৱ কৰা। 'বুঢ়ী-আইৰ-সাধু', "ককা দেউতা আৰু নাতিল'ৰা'ৰ পৰা আৰম্ভ কৰি 'সতী জয়মতী', 'পদুম কুঁৱৰী' আদি বুৰঞ্জীমূলক স্বদেশ মাহাত্ম্যমূলক ঘটনাৱলীলৈ, মহাপুৰুষ শঙ্কৰ-মাধৱদেৱ আদিৰ চৰিতলৈকে বেজবৰুৱা সাহিত্যৰ প্ৰত্যেকটো বিষয়েই স্বদেশ-প্ৰীতিৰ ৰসেৰে অভিষিক্ত। সকবে পৰা যেনেকৈ বিদেশত আছে আৰু বিদেশীৰ সমাজত চলন-ফুৰণ কৰিছে; ইচ্ছা কৰিলে তেখেতৰ দৰে সুশিক্ষিত আৰু প্ৰতিভাশালী লিখকজনে বং-বেৰঙৰ চিত্ৰ থকা বিদেশী প্ৰণয়কাহিনী আৰু নোম শিয়ঁৰি উঠা ঘটনাৱলীৰ সমাবেশ থকা চুটি-গল্প আৰু উপন্যাস লিখি অসমীয়া পঢ়ুৱৈ সমাজক নচুৱাব পাৰিলেহেঁতেন। কিন্তু বেজবৰুৱাৰ লিখনীৰপৰা ফুটি ওলাল, 'ভদ্ৰকধৰৰ প্ৰেমালাপ', 'জগৰা-মণ্ডলৰ প্ৰেমাভিনয়' আৰু 'ভেমপুৰীয়া মৌজাদাৰৰ কীৰ্তি'। অসমীয়া জীৱনৰ বাস্তৱিক আৰু সম্ভাব্য সকলো চিত্ৰই তেওঁৰ লিখনীত মূৰ্তিমন্ত হৈ উঠিছে।

কবিয়ে গাইছে—"অতিস্নেহ ঃ পাপশঙ্কী"—যাৰ প্ৰতি অতিশয় মৰম, তাৰ গাত পাতল আঁচোৰ এটি লাগিলেও প্ৰেমিকৰ মনত সিয়েই ডাঙৰ ঘা যেন লাগে। স্বদেশ অসমৰ প্ৰতি বেজবৰুৱাৰ ইমান গভীৰ স্নেহ বা ভক্তি যে, অসমৰ গৌৰৱত কেনেবাকৈ বিদেশীয়ে ভুলে চুকেও হাত দিলে তেখেতে অসমীয়া কানীয়াৰ 'বিয়াগোম পৰ্বীৰ' সাধু এৰি চাজ তৰোৱাল লৈ কদ্ৰমূৰ্তি ধাৰণ কৰে।

বৰ্তমান কুৰি শতিকাৰ আৰম্ভণি ভোখৰত অসমত থকা প্ৰবাসী কেতবোৰে বিদেশী মানুহ কিছুমান হাতত লৈ অসমীয়া ভাষা আৰু সমাজক বঙালী ভাষা আৰু সমাজৰ প্ৰাদেশিক বিকৃত ভাঙৰণ বুলি ঘোষণা কৰি অসম-বিজয় পতাকা উৰাবলৈ চেষ্টা কৰে। এই জয়-হুঙ্কাৰৰ প্ৰথম কুৰুজি উঠে ১৯০৯ চনত গৌৰীপুৰত বহা বঙ্গীয় সাহিত্য পৰিষদত। সভাপতি আছিল কটন কলেজৰ ভূতপূৰ্ব অধ্যাপক (এতিয়া মহামহোপাধ্যায়) শ্ৰীযুক্ত পদ্মনাথ বিদ্যাবিনোদ। 'বাঁহী' নতুনকৈ ওলাইছে। আমি তেতিয়া ইংৰাজী স্কুলৰ তলৰ শ্ৰেণীত পঢ়ো। তৰ্ক যুক্তি বেছিকৈ বুজিব নোৱাৰোঁ। কিন্তু "অসমীয়া গৌৰীপুৰত বঙালী সাহিত্য পৰিষদ" বুলি ধাৰাবাহিক বেজবৰুৱাৰ পৰা যি তিতা-মিঠা ৰস মিহলোৱা প্ৰবন্ধ কেতবোৰ ওলাইছিল, তাৰ ভিতৰত বেজবৰুৱাৰ অফুৰন্ত হাস্যৰসৰ কথাবোৰে আমাক বৰকৈ আমোদ দিছিল। আৰু হাস্য-ৰসৰ ধুমুহাকেই আমি তৰ্কতকৈও বেছি প্ৰবল যেন পাইছিলো। তাৰ ভিতৰত সভাপতিক লক্ষ্য কৰি কোৱা 'বিদ্যাবিনোদ ভায়া' আদি কেতবোৰ কথা কলেজত পঢ়োতেও অধ্যাপক বিদ্যাবিনোদক দেখিলে মনত পৰিছিল। সেই যে বিদেশী প্ৰভাৱৰ বিৰুদ্ধে বিদ্ৰোহী আত্মমৰ্যাদা জাগি উঠিল, তাৰ কোবত প্ৰবাসীয়ে আৰু বেছি দিনলৈ মূৰ দাঙিব নোৱাৰিলে। তাৰ পিছত কামাখ্যা পৰ্বতত আৰু এবাৰ বঙ্গীয় সাহিত্য পৰিষদ বহিছিল। তাৰ পিছতে আৰু অসমৰ পৰা ইয়াৰ তিৰোধান। অলপ দিন আগতেই ধুবুৰীত যি অসমীয়া সাহিত্য সভা বহিছিল, তাত বেজবৰুৱা স্বয়ং উপস্থিত আছিল আৰু তেওঁ যিখন ৰচনা পঢ়িছিল, তাত আগৰ আত্মমৰ্যাদাৰ তপত অসহিষ্ণু ভাব ফিৰিঙতিৰ দৰে ছিটিকি পৰিছিল। গোৱালপাৰাৰ পৰা 'আৱাহন' পত্ৰিকা ওলোৱাৰ লগে লগে প্ৰবাসীৰ ভাষাৰ ফালৰ পৰা অসম বিজয় চেষ্টাৰ ওৰ পৰিল বুলিব লাগে আৰু বেজবৰুৱাৰ ইমান কালব্যাপী চেষ্টা ফলৱতী হ'ল।

ভাষাৰ ফালৰ পৰা নোৱাৰি প্ৰবাসীয়ে নতুন ছিদ্ৰ বিচাৰিব ধৰিলে আৰু আগেয়ে যি কন্দল নামনি অসমত আবদ্ধ আছিল তাৰ গুটি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ছটিয়াই দিলে। ইবাৰৰ ঘোষণা হ'ল—অসমৰ বৈষ্ণৱ ধৰ্ম বঙ্গদেশী চৈতন্যদেৱৰ বৈষ্ণৱ মতৰেই এটা নিজ ভাবৰ উদিগৰণ। শঙ্কৰদেৱ চৈতন্যদেৱৰ শিষ্য, নহ'লেও অদ্বৈতাচাৰ্য্যৰ শিষ্য, যদিওবা শঙ্কৰদেৱ নহয়, দামোদৰদেৱ চৈতন্যদেৱৰ শিষ্য হ'বই লাগিব। বিদেশী-সমাজনীতি, বিদেশী-সাধনাৰ প্ৰতি অসমীয়াৰ যি বিৰাগ, মোৱামৰীয়াসকলে তাৰ তেজেৰে বুৰঞ্জীত লিখি গৈছে।

বেজবৰুৱা আকৌ ধণক্ষেত্ৰত, আকৌ অসমীয়া ৰীতি-নীতিৰ বিশুদ্ধতা প্ৰতিপন্ন কৰিবলৈ লাগি গ'ল। আমাৰ জাতীয় সাধনা, নীতি যে লোকৰ এধা-পকা ভাৱৰ উদ্গিৰণ নহয়, আমাৰ জাতীয় চৰিত্ৰৰ লগত খাপ খোৱা আৰু লোকৰ সামাজিক নীতিতকৈ যে আমাৰ সামাজিক নীতি উন্নত নহ'লেও হীন নহয়, এইবোৰ নানান যুক্তি, নানান তৰ্ক, নানান শাস্ত্ৰৰ আলোচনাৰে তেওঁ প্ৰতিপন্ন কৰিলে। এইবোৰ তৰ্কৰ ফলস্বৰূপে আধুনিক প্ৰণালীৰে মহাপুৰুষসকলৰ চৰিত ৰচনা আৰু সম-সাময়িক আচাৰ নীতিৰ উল্লেখ থকা পুৰণি অসমীয়া সাহিত্য আলোচনাৰ সূচনা কৰিলে। বেজবৰুৱা ভাওৰীয়াই কেইবছৰমান আগতেই ডিব্ৰুগড়ৰ পৰা ওলোৱা 'অসম প্ৰদীপিকা' বোলা কাকতখনৰ অন্তৰ্দ্ধানৰ লগে লগে অসমীয়া সমাজ আৰু ধৰ্ম-নীতিৰ ওপৰত প্ৰবাসীৰ গুপ্ত আক্ৰমণৰ অধ্যায়ৰ শেষ পৰিল বুলিব পাৰি।

বেজবৰুৱা সাহিত্যৰ এইবোৰ বিশিষ্ট ৰূপ ( aspects ) পৰিষদৰ বিশেষ বিশেষ অধিবেশনত আলোচনাৰ যোগ্য হ'লেও ইয়াত সাধাৰণভাৱে উনুকিওৱা হ'ল এইটো বহলকৈ দেখুৱাবলৈহে; বেজবৰুৱাৰ অখণ্ড স্বদেশ-প্ৰীতি অসমৰ গৌৰৱ টুটোৱা সকলো আক্ৰমণৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠে। এইবোৰ বিষয়ত তেওঁৰ প্ৰতিদ্বন্দ্বী নিজৰ ভাল হ'লেও বহুত সময়ত তেওঁ কঠুৱা আৰু নিঠুৰ বাক্য প্ৰয়োগ নকৰি নেৰে।

বেজবৰুৱা সাহিত্যৰ এই ঐক্যসূত্ৰ বুজিব নোৱাৰি বহুত সময়ত লোকে তেওঁক সঙ্কীৰ্ণতা দোষত দোষী কৰিব খোজে। কিন্তু প্ৰকৃত সমালোচনাৰ ৰীতি হৈছে—প্ৰত্যেক ৰচনাকেই সাহিত্যৰ ফালৰপৰা গাইগোটা হিচাপে গুণাগুণ বিচাৰ কৰি আটাইবোৰ ৰচনাৰেই সমষ্টিগতভাৱে মূল সূত্ৰ বিচাৰ কৰাটো। জাগ্ৰত স্বদেশ-প্ৰীতি বহুত সময়ত সীমা পাৰ হৈ যাব পাৰে, কিন্তু ইয়াক সঙ্কীৰ্ণ বোলে কোনে? বেজবৰুৱাৰ সাহিত্য জাগ্ৰত স্বদেশানুৰাগৰ জ্বলন্ত চানেকি।

বেজবৰুৱা ভাওৰীয়াৰ দ্বিতীয় ডাঙৰ দান তেওঁৰ ভাষা। জাতীয় ভাষা ন'হলে জাতীয় সাহিত্যৰ পুষ্টি নহয়। বৰ্তমান অসমীয়া সাহিত্যত বেজবৰুৱাৰ ৰচনাৱলীত বাজে প্ৰকৃত ( literary style ) সাহিত্যিক ৰচনাৰীতি আন ঠাইত অতি বিৰল। নিৰ্ভাজ অসমীয়া খৰুৱা শব্দ, কিন্তু উপযুক্ত ঠাইত উপযুক্ত ভাৱৰ বাহন স্বৰূপে ব্যৱহাৰ কৰিলে তাৰ যে কি মধুৰ ঝঙ্কাৰ, কি প্ৰকাশিকা শক্তি, কি ধ্বনি, তাৰ উদাহৰণ 'বুঢ়ী-আইৰ সাধু', 'ককাদেউতা আৰু নাতিলৰা'। অতি সাধাৰণ কথা এটিও বেজবৰুৱাৰ ভাষাৰ সাজ পিন্ধিলে মনোমোহা হৈ উঠে।

ডাক্তৰ জনচনে ইংৰাজী লিখক এডিচ্যনৰ ৰচনা-পদ্ধতি প্ৰশংসা কৰি কৈছিল যে, যিসকলে নিতান্ত প্ৰাঞ্জল অথচ সৰস ইংৰাজী লিখিব খোজে, সেইসকলে আগেয়ে এডিচ্যনৰ ৰচনাৱলী ভালকৈ পঢ়ি লব। অসমত নিজক বহু নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লিখকক ক'ব খোজোঁ, বেজবৰুৱাৰ ৰচনা-পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হয়।

বেজবৰুৱা ডাঙৰীয়াৰ তৃতীয় ডাঙৰ দান—অসমীয়া সাহিত্যত হাস্যৰসৰ অৱতাৰণা। প্ৰকৃত হাস্যৰস সাহিত্য ক্ষেত্ৰত এনে বিৰল আৰু ইয়াৰ প্ৰকাশো এনে জটিল যে মৌলিক প্ৰতিভা নহ'লে কোনো গ্ৰন্থকাৰেই ইয়াৰ যথাযোগ্য ব্যৱহাৰ কৰিব নোৱাৰে। বেজবৰুৱা সাহিত্যৰ হাস্যৰসৰ বিশিষ্টতা ইয়াত আলোচনা নকৰি মুঠতে এইটো সন্দেহ নোহোৱাকৈ ক'ব পাৰি যে, যি ৰসৰ গুণত গধুৰ ভাৱেও আমনি নলগোৱাকৈ মনত সোমাব পাৰে, যি ৰসৰ গুণে পণ্ডিত ভাগৰকো ভূপিতত পৰিণত কৰে, যি ৰসে সাহিত্যৰ প্ৰত্যেক ৰসকেই সীমা পাৰ হৈ আধিক্য দোষত আমনি লগোৱা হ'ব নিদিয়ে, সেই হাস্যৰসে বেজবৰুৱা সাহিত্যৰ প্ৰত্যেক শাখাকেই সজীৱ কৰি ৰাখিছে।

জাগ্ৰত স্বদেশানুৰাগ, অপূৰ্ব ৰচনা পদ্ধতি আৰু প্ৰকৃত হাস্যৰস—এই তিনিটা উপাদান লৈ বেজবৰুৱাৰ প্ৰতিভাই আধুনিক সাহিত্যৰ সকলো বিভাগতেই বিকাশ লাভ কৰিছে। গীত, নাট, কবিতা, বুঢ়ী-আইৰ সাধু, চুটি গল্প, উপন্যাস, চৰিত্ৰ ৰচনা কোনো বিভাগেই তেওঁৰ প্ৰতিভাই পৰশ নকৰাকৈ এৰা নাই। কোন বিভাগত তেওঁৰ সৰ্বতোমুখী প্ৰতিভা কিমান প্ৰকাশ পাইছে সেইবোৰ আলোচনা আগলৈ হ'ব। কিন্তু অসমীয়া সাহিত্যৰ বৰ্তমান অৱস্থাত যে তেওঁ আটাইবোৰ বিভাগৰেই আমাক বিশুদ্ধ আনন্দ দিব পৰা ৰচনা দিছে, সেইটো স্বীকাৰ কৰিবই লাগিব।

সামৰণিত এইটো কওঁ যে, সাহিত্য ভাবৰ ধ্বনি আৰু প্ৰতিধ্বনি মাথোন। আৰু জাতীয় ভাবৰ ধ্বনি আৰু প্ৰতিধ্বনিহে। জাতীয় জীৱনে যিমানদিন জাতীয় ভাবৰ প্ৰতিধ্বনি কৰিব পাৰে তিমান দিনহে ই বাচি থাকে। বেজবৰুৱা সাহিত্যত যি ভাবৰ প্ৰেৰণা আছে, ই যাতে আমাৰ জাতীয় জীৱনৰ প্ৰতিধ্বনি দিব পাৰে সেই বিষয়ে চেষ্টা কৰাটোহে বৰ্তমান পৰিষদৰ মুখ্য উদ্দেশ্য হোৱা উচিত।*

---

* ১ম বছৰ ৪ৰ্থ সংখ্যা 'আৱাহন'ত প্ৰকাশিত।

# লক্ষ্মীনাথ বেজবৰুৱা

## ডিম্বেশ্বৰ নেওগ

নবেম্বৰ মাহৰ লক্ষ্মীপূৰ্ণিমাৰ জ্যোৎস্নাধৱলিত পবিত্ৰ নিশা বিশাল ব্ৰহ্মপুত্ৰৰ বালিচাপৰিত লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম হয়। দীননাথ বেজবৰুৱাৰ দুগৰাকী পত্নীৰ উনৈশটি সতি-সন্ততিৰ ভিতৰত দ্বিতীয়া পত্নীৰ গৰ্ভসম্ভূত লক্ষ্মীনাথ পঞ্চম সন্তান। দীননাথ বেজবৰুৱা মুন্সিফ্ আছিল। তেওঁ এবাৰ নগাঁৱৰ পৰা বৰপেটালৈ বদলি হয়। সেই সময়ত অসমত ভাপকলৰ জাহাজ বা ৰেলগাড়ীৰ প্ৰচলন হোৱা নাছিল। সেইবাবে তেওঁ নাৱেৰে বৰপেটালৈ যাবলগীয়াত পৰে। দীননাথৰ এই যাত্ৰাতেই লক্ষ্মীনাথৰ জন্ম হয়। নগাঁও-বৰপেটাৰ মধ্যবৰ্তী আঁহতগুৰি নামৰ ঠাইত সেই নিশাটোৰ বাবে নাও বন্ধা হৈছিল।

দীননাথ বেজবৰুৱা বৰপেটাৰ পৰা ক্ৰমে তেজপুৰ, লক্ষ্মীমপুৰ আৰু গুৱাহাটীলৈ বদলি হয়। এই চাৰিওখন চহৰে লক্ষ্মীনাথৰ শিশু মনত যি চাপ বহুৱাইছিল তাৰ তেওঁ নিজৰ সহজাত হাস্যৰসিকতাৰে 'জীৱন সোঁৱৰণ'ত সুন্দৰ বৰ্ণনা দিছে; লগতে ইখনৰপৰা সিখন ঠাইলৈ যাওঁতে নৌকা যাত্ৰাৰ যি চমকপ্ৰদ অভিজ্ঞতা লাভ কৰিছিল তাৰো হুবহু বৰ্ণনা তেওঁ দাঙি ধৰিছে।

১৮৭৩ চনত দীননাথে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ শিৱসাগৰৰ নিজা ঘৰত থাকিবলৈ লয়। ইয়াতে পোনতে 'বাংলাস্কুল'ত আৰু তাৰ পিছত চৰকাৰী উচ্চ ইংৰাজী স্কুলত লক্ষ্মীনাথৰ নাম ভৰ্তি কৰা হয়। লক্ষ্মীনাথে নিজেই কৈ গৈছে যে, স্কুলৰ নিৰস আৰু কড়া মুঠীয়া শাসন আৰু ইয়াৰ চাৰিবেৰৰ ভিতৰৰ এলাজুৰা পৰিৱেশটো তেওঁ মুঠেই ভাল পোৱা নাছিল। তেওঁ আকৌ কৈছে যে অধ্যয়নত তেওঁ মজলীয়া ছাত্ৰহে আছিল। ১৮৮৬ চনত লক্ষ্মীনাথ এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু চৰকাৰৰ ভৰফৰপৰা মাহে কুৰিটকীয়া জলপানি এটা লৈ উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যাওনা হয়। কলিকতাত তেওঁ পোনতে ৰিপন কলেজত ভৰ্তি হয়, পাছত চিটী কলেজলৈ বদলি হৈ আহে আৰু তাৰ পৰাই ফাৰ্ষ্ট আৰ্টচ্ পৰীক্ষা পাছ কৰে। যথা সময়ত লক্ষ্মীনাথে কলিকতাৰ পৰাই স্নাতক পৰীক্ষাত উত্তীৰ্ণ হৈ স্নাতোকত্তৰ

মহলাৰ ইংৰাজী অধ্যয়নত লাগে। লগে লগে তেওঁ আইন বিভাগতো নাম ভৰ্তি কৰি এম. এ. আৰু ল দুয়োটাকে একেলগে অধ্যয়ন কৰিবলৈ ধৰে। কিন্তু কোনোটাতে তেওঁৰ উপাধি লোৱা নহ'ল। সেই বছৰ কলিকতা বিশ্ব-বিদ্যালয়ৰ আইনৰ শেষ পৰীক্ষাত পাঠ্য তালিকাৰ বাহিৰৰ পৰাও প্ৰশ্ন কটা হৈছিল, ফলস্বৰূপে ভৱিষ্যতৰ উকিল হোৱাৰ সম্ভাবনাপূৰ্ণ ছাত্ৰসকল অকৃত-কাৰ্য হ'বলগীয়াত পৰিছিল। সেয়ে পৰীক্ষাৰ্থীসকলে ক্ষতিপূৰণ বিচাৰি বিশ্ব-বিদ্যালয়ৰ বিপক্ষে আদালতত মোকৰ্দমা কৰিছিল। এইচাম ছাত্ৰৰ নেতৃত্ব কৰিছিল লক্ষ্মীনাথে।

বংশ-পৰম্পৰা, শিক্ষা আৰু পৰিবেশ——এই ত্ৰি-সূত্ৰেই লক্ষ্মীনাথৰ জীৱনত কেনে প্ৰভাৱ পেলাইছিল, তাক বিচাৰ কৰি চাবলৈ গ'লেই পোনতে চকুত পৰিব যে, বংশ-পৰম্পৰাই তেওঁৰ সাহিত্যিক জীৱনক গঢ় দিয়াত প্ৰভূত প্ৰভাৱ বিস্তাৰ কৰিছিল। দীননাথ বেজবৰুৱাৰ দ্বিতীয়া পত্নী, লক্ষ্মীনাথৰ মাতৃদেৱী আছিল পঞ্চদশ শতিকাৰ মহান বৈষ্ণৱ কবি অনন্ত কন্দলিৰ প্ৰখ্যাত বংশৰ। আহোমৰ শেষ ৰজা পুৰন্দৰ সিংহৰ ৰাজবৈদ্য দেউতাক দীননাথ বেজবৰুৱাও এজন সাহিত্যিক আছিল। তেনেদৰে শিক্ষা আৰু পৰিৱেশৰ ফালৰপৰা লক্ষ্মীনাথে নিঃসন্দেহে দুয়োটাৰে সু-ফলকে লাভ কৰিব পাৰিছিল। এটা ধৰ্মপৰায়ণ, প্ৰাচীন ঐতিহ্যৰ হিন্দু পৰিয়ালত জন্ম লৈ আৰু ডাঙৰ-দীঘল হৈ লক্ষ্মীনাথে প্ৰথমে প্ৰাচ্যৰ ৰীতি-নীতিৰে জীৱনৰ সংস্কাৰ লাভ কৰিবলৈ লৈছিল। আকৌ তেওঁ কলেজ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা লাভ কৰিছিল কলিকতা মহানগৰীত। তেওঁ বিয়াও কৰিছিল বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভতিজা প্ৰজ্ঞাসুন্দৰীক। সেই ফালৰপৰাও তেওঁ এটি সুন্দৰ সাংস্কৃতিক ঐতিহ্য লাভ কৰিব পাৰিছিল। সঁচাকথা, লক্ষ্মীনাথৰ কাঠৰ ব্যৱসায়ৰ লগত তেওঁৰ সাহিত্যিক জীৱনধাৰাৰ সম্পৰ্ক আছিল সামান্য, কিন্তু দেখিবলৈ পোৱা যায় যে হাওৰা আৰু সম্বলপুৰত কাঠৰ ব্যৱসায় চলাই থকা সময়তো তেওঁ নিজা অভিৰুচি অনুসৰি এটা সাহিত্যিক পৰিৱেশ সৃষ্টি কৰি ল'ব পাৰিছিল।

ঊনবিংশ শতিকাৰ নৱম দশকৰ শেষৰফালে কলেজত পঢ়ি থাকোতেই লক্ষ্মীনাথৰ সাহিত্যিক প্ৰতিভাই ফেহুজালি দিয়ে। তেতিয়া তেওঁ কলিকতাৰ ৫৩ নং কলেজ ষ্ট্ৰীটৰ এটা মেছত বাস কৰিছিল। সেই সময়তে চন্দ্ৰকুমাৰ আগৰৱালাও দেউতাকৰ লগত কলিকতাৰ ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটত থাকি কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢ়ি আছিল। চন্দ্ৰকুমাৰৰ লগত বেজবৰুৱাৰ ঘনিষ্ঠ বন্ধুত্ব গঢ়ি উঠে, তেওঁলোকৰ এই বন্ধুত্ব আজীৱন অপ্ৰতিহতভাৱে চলি

থাকে। বেজবৰুৱাৰ সাহিত্য-কৰ্মত চন্দ্ৰকুমাৰৰ বন্ধুত্বই বৰ বেছিকৈয়ে প্ৰেৰণা যোগাইছিল। তেওঁলোক দুজনৰ এই অবিস্মৰণীয় বন্ধুত্বৰ পৰিণামতে ১৮৮৯ চনত চন্দ্ৰকুমাৰৰ সম্পাদনা, পৰিচালনা আৰু মালিকনাত অসমৰ উচ্চ-প্ৰশংসিত মাহেকীয়া আলোচনী 'জোনাকী'ৰ জন্ম হয়। 'জোনাকী'ৰ প্ৰথম সংখ্যাতেই লক্ষ্মীনাথৰ সাহিত্যিক জীৱনে অঙ্কুৰ মেলে আৰু তেওঁৰ প্ৰখ্যাত প্ৰহসন 'লিতিকাই'ত সেই অঙ্কুৰে বাগ লৈ উঠে। 'জোনাকী'ৰ প্ৰথম সংখ্যাৰপৰা দ্বাদশ সংখ্যালৈকে—পূৰা এবছৰৰ ভিতৰত ধাৰাবাহিকভাৱে 'লিতিকাই' সম্পূৰ্ণভাৱে প্ৰকাশ পায়। 'জীৱন-সোঁৱৰণ'ত লিখকে নিজে কৈ গৈছে যে, তেওঁৰ লজ্জাশীল স্বভাৱৰ বাবে নিজকে সাহিত্যিক বুলি পৰিচয় হোৱাৰ ভয়ত 'লিতিকাই'খনি তেওঁ ইডেন-গাৰ্ডেনৰ বেঞ্চত অকলশৰীয়াকৈ বহি লুকাই চুৰকৈয়ে লিখিছিল। পাতল তুলাপাতত পেঞ্চিলেৰে লিখি কটা-কটি কৰি নুশুধুবোৱাকৈয়ে খণ্ড খণ্ডকৈ বন্ধু-সম্পাদকৰ হাতত দিছিলগৈ; সম্পাদকেও তেওঁৰ সম্পাদকীয় নিয়মাৱলীকো আওকাণ কৰি সাগ্ৰহে সেইবোৰ গ্ৰহণ কৰিছিল। 'লিতিকাই' বেজবৰুৱাৰ এটা গৌৰৱপূৰ্ণ সাফল্যৰ চানেকি। তাকে লৈ 'জোনাকী'ৰ পাঠকসকলে তেওঁক ভৱিষ্যতৰ বিপুল সম্ভাৱনাৰে পৰিপুষ্ট এজন লেখক বুলি উচ্চ প্ৰশংসা কৰিছিল। ১৮৯০ চনত 'লিতিকাই' কিতাপৰ আকাৰত পুনৰ মুদ্ৰিত হয়।

বেজবৰুৱাৰ দ্বিতীয় অৱদান 'পদুম কুঁৱৰী' উপন্যাসখনিও পোনতে তেওঁ নিজে সম্পাদনা কৰা 'জোনাকী'ৰ তৃতীয় সংখ্যাত প্ৰকাশিত হয়, পিছত ১৯৫০ চনত গ্ৰন্থকাৰে পোহৰলৈ উলিয়ায়। বুৰঞ্জীমূলক ঘটনা দন্দুৱা দ্ৰোহ কামৰূপৰ হৰদত্তৰ পটভূমিত উপন্যাসখন ৰচনা কৰা হৈছিল। সেই একেটা ঘটনাক কেন্দ্ৰ কৰিয়ে ৰজনীকান্ত বৰদলৈয়েও আন এখন উপন্যাস লিখিছিল। লক্ষ্মীনাথৰ অসাধাৰণ ৰচনাশৈলীয়ে সূচনা কৰিলে যে ভৱিষ্যতে তেওঁ এজন সুনিপুণ লেখক হৈ উঠিব। ১৯০৪ চনত 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' কিতাপ আকাৰে প্ৰকাশ হয়। চাৰ্লছ ডিকেন্সৰ (১৮১২-৭০) ঠিক 'পিক্‌উইক্ পেপাৰ্‌চ্'ৰ দৰেই 'কাকতৰ টোপোলা'য়ে। বিস্তৰ প্ৰশংসা অৰ্জন কৰে। ইংলণ্ডৰ তিনিগৰাকী 'লে'ক পয়েট্‌চ'ৰ দৰে চন্দ্ৰকুমাৰ, বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীও কলিকতাৰ ২নং ভৱানীচৰণ লেনত মেছ পাতি অসমীয়া সাহিত্যৰ নৱন্যাসৰ ত্ৰিমূৰ্তি হিচাপে থিয় দিছিল। সেই সময়তে তাৰ পৰাই প্ৰকাশ হোৱা দ্বিতীয় বছৰৰ 'জোনাকী'ৰ পাতত 'কাকতৰ টোপোলা'ই প্ৰথমে স্থান পাইছিল।

'কামত কৃতকাৰ্যতা লাভ কৰাৰ উপায়', 'দীননাথ বেজবৰুৱাৰ জীৱনী' আৰু 'বাখৰ'—বেজবৰুৱাৰ এই তিনিখন ৰচনা ক্ৰমা ৰয়ে ১৯০৩, ১৯০৯ আৰু ১৯১৪ চনত কিতাপ আকাৰত প্ৰকাশ পায়। মাৰ্ইডেন আৰু ক্ষিতীন্দ্ৰনাথ ঠাকুৰৰ অনুকৰণত শিশুসকলৰ বাবে লিখা বেজবৰুৱাৰ 'ভাৰতবৰ্ষৰ বুৰঞ্জী' আৰু 'ভাগৱৎ কথা' নামৰ পুথি দুখন ১৯১০ আৰু ১৯১৫ চনত প্ৰকাশ হয়। সেইদৰে অসমীয়া সাধুকথাৰ বিষয়ে ৰসাল আৰু মনোগ্ৰাহী ৰচনা-ৰীতিত গদ্য-পদ্যৰ সংমিশ্ৰণেৰে শিশু-সাহিত্য হিচাপে লিখা 'জুনুকা', 'বুঢ়ী আইৰ সাধু' আৰু 'ককাদেউতা-নাতিল'ৰা' নামৰ কিতাপকেইখন যথাক্ৰমে ১৯১০, ১৯১১ আৰু ১৯১২ চনত প্ৰকাশ হয়। তেওঁ শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱনী আৰু ৰচনাৱলীৰ চমু অভ্যাস দি ১৯১১ চনত 'শঙ্কৰদেৱ' আৰু শঙ্কৰদেৱ আৰু মাধৱদেৱৰ জীৱনী তথা দুয়োজনা মহাপুৰুষৰ গ্ৰন্থাৱলীৰ পূৰ্ণ আলোচনা কৰি ১৯১৪ চনত 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ' নামৰ অমূল্য গ্ৰন্থ এখন ৰচনা কৰে। এইখনি গ্ৰন্থ অসমৰ বৈষ্ণৱ-সাহিত্যলৈ এটা আপুৰুগীয়া অৱদান। দৰাচলতে লক্ষ্মীনাথেই অসমত পোন প্ৰথমে ইয়াৰ দুৱাৰ মুকলি কৰে।

অসমৰ ডিকেন্স লক্ষ্মীনাথ : অসমীয়া সাহিত্যৰ পিক্‌উইক্ পেপাৰচ্ ('কৃপাবৰ বৰবৰুৱাৰ কাকতৰ টোপোলা')ৰ দ্বিতীয় অৱদান 'কৃপাবৰ বৰুৱাৰ ওভতনি' ১৯০৯ চনত ওলায়। তাৰ পাছতে 'নোমল' 'পাঁচনি' আৰু 'চিকৰপতি নিকৰপতি'—এই তিনিখন ধেমেলীয়া নাট প্ৰকাশ হয়। তিনিওখন নাটকেই লোক সমাজত প্ৰচলিত কিংবদন্তী আৰু সাধু কথাৰ ওপৰত ভিত্তি কৰি ৰচিত হৈছিল। তেনেদৰেই ১৯০৯, ১৯১২ আৰু ১৯১৩ চনত যথাক্ৰমে 'সুৰভি', 'সাধুকথাৰ কুকি' আৰু 'জোনবিৰি'—এইকেইখন গল্পৰ কিতাপ প্ৰকাশ হয়।

লক্ষ্মীনাথ বেজবৰুৱাই কলিকতাৰ ২নং লাল বজাৰ ষ্ট্ৰীটৰপৰা প্ৰায় কুৰি বছৰতো অধিক কাল ধৰি সু-প্ৰসিদ্ধ মাহেকীয়া আলোচনী 'বাঁহী'ৰ সম্পাদনা কৰে। 'জোনাকী'ক প্ৰতিনিধিত্ব কৰিব পৰাকৈ তাৰ অনুৰূপ সাজতে গঢ় লৈ ওলোৱা 'বাঁহী'য়েও প্ৰভূত কৃতকাৰ্যতা লাভ কৰিছিল আৰু অসমীয়া সাহিত্যৰ প্ৰগতিত যথেষ্ট অৰিহণা যোগাইছিল। বেজবৰুৱাৰ আন এখন কবিতা পুথি 'কদম-কলি' ১৯১৩ চনত প্ৰকাশ হয়। 'কদম-কলি'ত ধেমেলীয়া আৰু গম্ভীৰ দুয়োটা ভাৱৰ কবিতাকেই পোৱা যায়। ইয়াৰ পাছতে ১৯১৫ চনত 'চক্ৰধ্বজ সিংহ', 'জয়মতী কুঁৱৰী' আৰু 'বেলিমাৰ' নামৰ তিনিখন বুৰঞ্জীমূলক নাট প্ৰকাশ হয়। বেজবৰুৱাৰ এইকেইখন নাটত নাটকীয় সৌন্দৰ্যৰ কেইটি নবড়াৰ পাবে, কিন্তু আটাইকেইখনেই যে নাট্যসাহিত্যলৈ মহৎ অৱদান

তাত এধানিমানো সন্দেহ নাই। নাট কেইখনত কিছুমান কাল্পনিক চৰিত্ৰৰ সৃষ্টিৰ উপৰিও বহুতো সুন্দৰ সুন্দৰ দৃশ্যৰ অৱতাৰণা কৰা হৈছে। তদুপৰি প্ৰতিখন নাটেই সুন্দৰ শুৱলা গীতমালাৰে ভৰপুৰ। গীতসমূহৰ কাব্যিক সৌন্দৰ্যৰ সঁচাকৈ তুলনা নাই; সেয়ে এইবোৰ চিৰদিনৰ বাবে অনাবিল আনন্দৰ সম্ভাৰ হৈ থাকিব।

কবিতা আৰু সঙ্গীতৰ দৰে গদ্য-সাহিত্য, তথা 'বেলিমাৰ'ৰ পিজৌ গাভৰু আৰু 'জয়মতী কুঁৱৰী'ৰ ডালিমীৰ দৰে চৰিত্ৰাঙ্কনৰ ক্ষেত্ৰতো, বেজবৰুৱাই মাজে সময়ে নিজৰ কাব্যিক প্ৰতিভাৰ নিদৰ্শন দেখুৱাইছে। দ্বিজেন্দ্ৰলালৰ 'মেৱাৰ পতন'ৰ মানসীৰ দৰে ডালিমীও নায়কৰ বাবে এটা 'সৌভাগ্যৰ সপোন' ( dream of bliss ) হিচাপে প্ৰতিভাত হৈছে। কিন্তু চৰিত্ৰাঙ্কন আৰু তাৰ লগতে কবিতা আৰু গীতসমূহৰো ভাব আৰু ৰীতিৰ কিছু অংশ সংস্কৃত বা ইংৰাজী সাহিত্যৰপৰা গ্ৰহণ কৰা যেন লাগে। উদাহৰণ স্বৰূপে, পদ্মনাথ গোহাঞিবৰুৱাই কেইবছৰমান আগতে সেই একেটা ঐতিহাসিক পটভূমিক ভেটি কৰি একে নামেৰে লিখা আন এখন অসমীয়া নাটৰ 'জিনু' নামৰ চৰিত্ৰটোৰ লগত তেওঁৰ ডালিমী চৰিত্ৰটিৰ সাদৃশ্য আছে। সেইদৰে, তেওঁতকৈ প্ৰায় বাৰ বছৰ কাল আগতেই প্ৰকাশ পোৱা ৰজনীকান্ত বৰদলৈৰ প্ৰথম ৰোমাণ্টিক উপন্যাস 'মিৰি-জীয়ৰী'ৰ একেটা কাল্পনিক নাম আৰু পৰিবেশেৰে সৃষ্টি কৰা এটি চৰিত্ৰৰ লগত বেজবৰুৱাৰ এটা কাল্পনিক চৰিত্ৰ সাইলাখ একে। কিন্তু তাৰ বাবেই জানো ক'ব পাৰি যে লক্ষ্মীনাথৰ মৌলিকতাৰ অভাৱ আছিল ? চ'চাৰৰ বিষয়ে ইমাৰ্চনে কোৱাৰ দৰে ঃ "সাহিত্য সৃষ্টি ক্ষেত্ৰত এটা নিয়মেই হৈ পৰিছে যে কোনোলোকে এটা সময়ত মৌলিকতাপূৰ্ণ লেখক বুলি চিনাকি দিবলৈ ওলালেই কোৱা হয় যে, অমুক-তমুক লেখকৰ লিখনীৰ পৰা ধাৰ কৰিছে। যিয়ে নিজৰ ভাৱৰাশি প্ৰয়োজনীয়তা অনুসৰি, জুখি-মাখি ব্যক্ত কৰিব পাৰে, সেয়ে হ'ল তেওঁৰ মূলধন। যদি দুই এঠাইত আঁভজা লাগে তেন্তে সেয়ে অন্যৰ ভাৱধাৰা গ্ৰহণ কৰা বুলি ইঙ্গিত দিয়ে। কিন্তু যেতিয়াই আমি সেইবোৰৰ যথাযথ প্ৰয়োগটো আয়ত্ত কৰি ল'ব পাৰোঁ তেতিয়াই সেই ভাৱধাৰা আমাৰ নিজা হৈ পৰে।"

নিজৰ দ্বাৰাই অস্বীকৃত কবি লক্ষ্মীনাথ ঃ জৰ্জ বাৰ্নাৰ্ড শ্ব'ৰ দৰে বেজবৰুৱাইও কোনোবাই তেওঁক কবি বুলিলে ভয় খাইছিল। তথাপিও বেজবৰুৱা আছিল এজন প্ৰকৃত কবি। তেওঁৰো কবি-প্ৰতিভাই বহুতো মনোমোহা কবিতা আৰু উচ্চ পৰ্যায়ৰ অনেক গীতৰ মাজেদি মূৰ্ত হৈ উঠিছিল।

কিন্তু তেওঁ কবিতাত মনপুতি নধৰাটো আমাৰ বাবে দুৰ্ভাগ্যজনক। মাথোন আত্মবিনোদনৰ বাবেহে যেন তেওঁ কবিতা—সৃষ্টিত হাত দিছিল। সেয়ে হ'লেও তেওঁৰ 'বৰাগী আৰু বীণ' ( পাছত 'বীণ-বৰাগী' ), 'প্ৰিয়তমাৰ সৌন্দৰ্য', 'ভ্ৰম' আদি প্ৰায় দহ-বাৰটা কবিতা অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ কবিতাৰ ভিতৰতে লেখত ল'বলগীয়া। 'ভ্ৰম' নামৰ কবিতাটিত তেওঁ লিখিছে ঃ

"কোনে কৰে সেয়া বাঁহী বাজে বুলি? বন-দেবী গীত গায়।
শেৱালিৰ মালা নহয় সিধাৰি তৰাৰে গুঁথিছে হায়॥
নহয় কুমলি কুঁহৰীসকল; দহোই দহোই কওঁ।
গোলাপ নহয়, প্ৰিয়াৰ নয়ন; দেখি থিৰ হৈ ৰওঁ॥
কোনে কয় সেইটি হৰিণা পোৱালি? ইমান চেতনা নাই!
বনৰ সৌন্দৰ্যই সাপ ধৰি আহি সেও দি দুৱৰি খায়॥
নহয় পুখুৰী, প্ৰেমিকাৰ হিয়া, পানী নহয়, প্ৰেমৰস।
নৈ নহয়, ঠিক প্ৰেমৰ প্ৰবাহ, বিচাৰি প্ৰেমবিৱশ॥
হীণ আমাটি উৰি "গুণ" গায় কোনেনো ভোমোৰা বোলে?
খোপাৰ ফুলটি উৰিয়ে প্ৰিয়াৰ পখিলাৰ নাম পালে॥
কৃষ্ণ পখী বোলে পাতৰ মাজত কৃষ্ণ কৃষ্ণ ডাক দিছে?
পখী নহয়, জানা ৰাধাৰ কান্দোন প্ৰতিধ্বনিৰূপে আছে॥
নগৰ নহয়, নিয়ৰীসকল গোটখোৱা হমুনিয়াহ
প্ৰিয়তমাৰ গাল ওফন্দি পৰিছে, সেয়াহে জানা সন্ধিয়া॥"

গীতি-কাব্যৰ জনক লক্ষ্মীনাথ ঃ লোক-গীতি আৰু বেজাৰৰ অনুকৰণত ৰচিত হোৱা অসমীয়া গীতি-কবিতাৰো জনক লক্ষ্মীনাথ। এই শ্ৰেণীৰ কবিতাৰ ভিতৰত তেওঁৰ অসমলৈ মান অনা বদনৰ বিষয়ে ৰচনা কৰা কবিতাটিয়ে শ্ৰেষ্ঠ। তাত আছে ঃ

"কিয়নো আনিলি মান, ঐ বদন তই, কিয়নো আনিলি মান?
মাউতি যুগলৈ খ্যাতি ৰাখিলি, অসমৰ কটালি কাণ।
সোণৰে অসমত জকাইত মেলি দিলি, নন্দনত মেলিলি হাতী,
ৰৰঘৰৰ মজিয়াত ফেঁটিগোম এৰিলি, তৰ দুপৰীয়া ৰাতি।"

'বৰ আৰু সৰু' নামৰ আন এটি এই শ্ৰেণীৰ কবিতা ঃ

"দুৱৰি বনৰ পাতৰ আঁৰত নিয়ৰে মুকুতা আৰে,
ওখৰ মজলাই মৰমৰ হাতেৰে ফোতাজত ধূলি সানে।

বোকাৰ পদুমত হাঁহিছি তিৰিকে আকাশৰ হাঁহিছি পৰি।
কেতেকীৰ সোণালী বেণুটি উখলি চেনেহৰ চুমাটি ভৰি।
পৰ্বতৰ টিঙৰে অকণি নিজৰা নামি ভুঁইৰ বুকলৈ গ'ল,
চেনেহৰ হাতেৰে ভুঁয়ে সাৱটিলে বগুতে বন্দী হৈ ৰ'ল।
দুবৰি বনতকৈ সৰু তই লক্ষ্মীনাথ ধূলিৰো তলৰে ধূলি;
তোকো নাপাহৰে প্ৰিয়তকৈ প্ৰিয় তোৰ আদৰি ল'বহি তুলি।।"

**বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক লক্ষ্মীনাথ:** বেজবৰুৱাৰ আন এটি লেখত ল'বলগীয়া অৱদান হ'ল অসমৰ বৈষ্ণৱ ধৰ্ম-বিষয়ক সাহিত্যৰ ওপৰত তেওঁৰ গৱেষণা। 'শঙ্কৰদেৱ' আৰু 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' নামৰ কিতাপ দুখন তেওঁ বৈষ্ণৱ ধৰ্ম সম্বন্ধে লিখা গ্ৰন্থৰাজিৰ এটা অংশহে মাথোন। বৈষ্ণৱ ধৰ্মৰ বিষয়ে লিখা লক্ষ্মীনাথৰ যি গৱেষণামূলক অধ্যয়ন তাক হয়তো আন কোনো নতুন লেখকৰ গৱেষণাই চেৰ পেলাব পাৰে। তথাপিও এই বিষয়ে তেওঁ যি অনুপ্ৰেৰণা যোগাইছিল সি চিৰকাল অবিস্মৰণীয় হৈ ৰ'ব।

**হাস্যৰসিক বেজবৰুৱা:** বেজবৰুৱাই হাস্যৰসিক হিচাপেই প্ৰথমতে সাহিত্যৰ ৰাজ্যত প্ৰৱেশ কৰিছিল; আৰু আজিও সৰহভাগ পঢ়ুৱৈয়ে তেওঁক 'হাস্যৰসিক বেজবৰুৱা' বুলিয়ে জানে। ডিকেন্সৰ দৰে বেজবৰুৱাৰ সাহিত্যত হাস্যৰসিকতা আৰু কৰুণতা দুয়োৰে সহ-অৱস্থান লক্ষ্য কৰা হয়। তেওঁৰ লিখনীত হাঁহি আৰু চকুলো দুয়োটাৰে খুব ওচৰ সম্বন্ধ; ইটোৱে সিটোৰ ঠাইত অনুপ্ৰৱেশ কৰে। সাতজন মূৰ্খ ককাই-ভায়ে মাকৰ মৃত্যুৰ বেছি দিন নৌহওঁতেই পিতাককো হেৰুৱায়। সিহঁতে ভাবে যে পিতাকেই সিহঁতৰ প্ৰত্যেকটিকে দহমাহ দহদিন গৰ্ভত ধাৰণ কৰিছিল। নিয়তিৰ কি পৰিহাস! এই মূৰ্খ ককাই-ভাই কেইজনে এক চালাক আৰু স্বাৰ্থপৰ বামুণৰ ঘৰত লগুৱা হ'ব লগা হ'ল—এই কাৰণেই যে, ব্ৰাহ্মণজনে সিহঁতৰ হেৰোৱা সপ্তম ভাতৃক উলিয়াই দিলে। বেচেৰাহঁতৰ প্ৰতিজনেই নিজক বাদ দি আন কেইজনক লেখি চায়——ছজনহে ওলায়, সাতজন নহয়গে। সেই ব্ৰাহ্মণজনে যেনিবা সাতজন লেখি উলিয়ালে আৰু তাৰ বাবেই সিহঁত ব্ৰাহ্মণৰ লগুৱা হ'বলগীয়া হ'ল। 'লিতিকাই' নামৰ ধেমেলীয়া নাটখনিৰ এইটোৱে আৰম্ভণি দৃশ্য। বেজবৰুৱাৰ আটাইকেইখন ধেমেলীয়া নাট আৰু 'নোমল', 'পাঁচনি' 'চিকৰপতি নিকৰপতি', 'কৃপাবৰ বৰুৱাৰ ওভতনি', আৰু 'বাঁহী'কে আদি কৰি আন আন আলোচনীৰ অন্যান্য ৰচনাতো এই একেটা ধাৰাই প্ৰবাহমান।

**সংস্কাৰক বেজবৰুৱা:** লক্ষ্মীনাথ বেজবৰুৱাৰ বিপুল জনপ্ৰিয়তাৰ

আন এটি কাৰণ এই যে, তেওঁ সাহিত্যত ৰস সৃষ্টি কৰাৰ লগতে অসমীয়া সমাজখনৰ সংস্কাৰসাধন ব্ৰততো ব্ৰতী হৈছিল। এজন মুখ্য বেজৰ (দীননাথ বেজবৰুৱা) পুত্ৰ হিচাপে লক্ষ্মীনাথে তেওঁৰ সাহিত্য-কৰ্মৰ মূল কৰ্তব্য কি তাক ভালদৰে বুজি পাইছিল আৰু মুখত নিচিকিয়া হাঁহিটি লৈ নিজৰ সমাজখনৰ 'চিকিৎসা'ৰ কাম হাতত লৈছিল। প্ৰকৃততে অসমীয়া সমাজ আৰু সাহিত্যৰ এনে এটা মনস্তত্ত্বমূলক প্ৰয়োজনীয়তাৰ সন্ধিক্ষণত লক্ষ্মীনাথ আবিৰ্ভাৱ হৈছিল—যিটো সময়ৰ কিছুকাল আগতহে মাথোন অসমীয়াই মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ মহানাৰীৰ কালৰপৰা নিজক উদ্ধাৰ কৰিছে আৰু তেতিয়াও তাৰ মুখৰ বিবৰ্ণতা আঁতৰা নাছিল। আকৌ তেওঁ এনে এটা সাহিত্যত প্ৰৱেশ কৰিছিল যি সাহিত্যৰ প্ৰাচীন ঐতিহ্য গৌৰৱময় হ'লেও সেই সময়ত ই আনৰ দ্বাৰা আক্ৰান্ত হৈ স্বকীয় সত্ত্বা হেৰুৱাই পেলাইছিল। তেনে এক সময়ত অসমীয়া জাতিয়ে হাঁহিবলৈ কোনো সময় পোৱা নাছিল, তথাপিও—তেনে দুৰ্যোগৰ সময়তো লক্ষ্মীনাথে অসমীয়াক হাঁহিবলৈ শিকাইছিল। লক্ষ্মীনাথৰ ৰসিকতা যেন 'কামধেনুৰ ৰসিকতা'হে আছিল, কিয়নো তেওঁ অশ্ৰুসিক্ত নয়নেৰে আমাৰ পিনে চাই চাইহে হাঁহিছিল। তেওঁৰ 'লিতিকাই' আৰু 'কৃপাবৰ'ত এই কথাৰ তাৎপৰ্য নিহিত আছে। সাহিত্যক বেজবৰুৱাই বাণী-প্ৰচাৰৰ মঞ্চ হিচাপেহে লৈছিল আৰু সকলো বেদনা-যাতনাকে নিজে মূৰ পাতি লৈও তেওঁ হাঁহিছিল।

**অসমীয়া চুটিগল্পৰ প্ৰতিষ্ঠাতা লক্ষ্মীনাথ :** অসমীয়া চুটিগল্পৰো প্ৰতিষ্ঠাতা লক্ষ্মীনাথ বেজবৰুৱা। তেওঁ অকল পুৰণি সাধুকথাৰ সংগ্ৰহ আৰু সম্পাদনাকেই কৰা নাছিল, 'সাধুকথাৰ কুকি', 'সুৰভি' আদিৰ গল্পবোৰ নিজেও ৰচনা কৰিছিল। ইয়াৰ বাহিৰেও তেওঁ অন্যান্য বহুতো গল্প লিখি 'বাঁহী' আৰু আন স্থানীয় কাকতত প্ৰকাশ কৰিছিল। তেওঁৰ গল্পসমূহে অসমীয়া সমাজৰ বিভিন্ন স্তৰৰ, বিশেষকৈ গ্ৰাম্য জীৱনৰপৰা সংগ্ৰহ কৰা বিষয়-বস্তুকে মূৰ্ত কৰি তুলিছে। এটা সূক্ষ্ম আৰু সতৰ্কতাপূৰ্ণ পৰ্যবেক্ষণ, জীৱনক প্ৰকৃতভাৱে প্ৰতিনিধিত্ব কৰিব পৰা চৰিত্ৰৰ অঙ্কন, মনোবৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰে তাৰ পৰিবেশন আৰু চৰিত্ৰসমূহৰ অধ্যয়ন, আৰু সৰ্বোপৰি এটা প্ৰশস্ত মানৱীয় সংবেদনশীলতা—এইবোৰেই বেজবৰুৱাৰ গল্পৰ বৈশিষ্ট্য।

সুখীয়া খেতিয়ক এজনৰ পত্নী ভদৰী। এদিনাখন শহুৰ উত্তেজনাৰ বশৱতী হৈ খিৰিয়েকক ভদৰীক ইমানাৰে মাৰিয়াই আঘাত কৰিলে। পুলিচে তাইক চিকিৎসালয়লৈ স্থানান্তৰিত কৰিলে। চিকিৎসালয়তে তাই কেইবাদিনো

ধৰি সংজ্ঞাহীনভাৱে পৰি ৰ'ল। কিন্তু সম্বিত ঘূৰাই পোৱা মাত্ৰকে তাইৰ মুখৰপৰা ওলাল পিৰিয়েকৰ কথা। পিৰিয়েকৰ খোৱা-বোৱা কেনে ধৰণে চলিছে—এয়ে আছিল তাইৰ প্ৰথম জিজ্ঞাসা। বিচাৰালয়তো পিৰিয়েকক নিৰ্দোষী বুলি প্ৰমাণ কৰিবলৈ ভদৰীয়ে আসে মাতিলে যে তাই নিজেহে তেনে দুৰ্ঘটনাৰ মুখত পৰিবলগীয়া হৈছিল। ভদৰীৰ কথা মিছা, কিন্তু মিছা হ'লেও ই তাইৰ মহত্ত্ব আৰু বদান্যতাৰ পৰিচায়ক। ভদৰীৰ এনে কাৰ্যত কানোৱে চকুলো সামৰিব নোৱাৰে।

লক্ষ্মীনাথ বেজবৰুৱা তেওঁৰ মৃত্যুৰ আগলৈকে প্ৰায় দুকুৰি বছৰ ধৰি অসমীয়া সাহিত্যত মুকুটবিহীন সম্ৰাট আছিল। যদি কোৱা হয় যে আমেৰিকাৰ বেপটিষ্ট মিছনেৰীসকলে আধুনিক অসমীয়া সাহিত্যৰ জঁকাটোৰ সৃষ্টি কৰিলে আনন্দৰাম, হেমচন্দ্ৰ আৰু গুণাভিৰামৰ ত্ৰিবেণী-সঙ্গমে সেই জঁকাত তেজ-মাংসৰ সংস্থাপন কৰিলে, তেন্তে ক'ব লাগিব যে বেজবৰুৱাৰ সম্মোহিনী পৰশে অতি কম সময়ৰ ভিতৰতে তাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিলে।

প্ৰাচীন সাহিত্য তথা আধুনিক সাহিত্যৰ সকলো দিশতে পাৰদৰ্শিতা অৰ্জন কৰা সু-উচ্চ ব্যক্তিত্বসম্পন্ন পুৰুষ লক্ষ্মীনাথ বেজবৰুৱাক অসমীয়া সাহিত্যৰ অধিনায়ক হিচাপে সকলোৱে একেমুখে স্বীকাৰ কৰিছিল। কৃপাবৰৰ সোঁকা লৈ যি কোনো ত্ৰুটি-বিচ্যুতিক যাদু মন্ত্ৰৰ দৰে নিমিষতে আৰোগ্য কৰিব পৰা বেজৰ ওজা বেজবৰুৱা বাৰুকৈয়ে ন লিখকসকলৰ একেধাৰে ভয় আৰু অনুপ্ৰেৰণা, দুয়োটাৰে কাৰণ হৈ পৰিছিল। সঁচা কথা, প্ৰায় অৰ্ধ শতাব্দীকাল লক্ষ্মীনাথ বেজবৰুৱাৰ ব্যক্তিত্বই প্ৰাধান্য বিস্তাৰ কৰিছিল। নিজে প্ৰায় ওৰে জীৱন অসমৰ বাহিৰত কটায়ো লক্ষ্মীনাথেই প্ৰথমবাৰৰ বাবে প্ৰতিজন অসমীয়াৰ মুখত হাঁহিৰ জিলিঙনি ফুটাই তুলিছিল আৰু অসমৰ ভৱিষ্যতৰ বাবে প্ৰত্যেকৰে অন্তৰত এটা মহান আশাবাদৰ বীজ সঞ্চাৰ কৰিছিল।

---

লেখকৰ 'NEW LIGHT ON HISTORY OF ASAMIYA LITERATURE' নামৰ গ্ৰন্থখনিৰপৰা এই প্ৰবন্ধ অনুবাদ কৰি দিয়া হৈছে।

# বেজবৰুৱা-প্ৰতিভাৰ এটি চমু আভাস

## ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা

(১)

ভাষা আৰু সাহিত্যৰ মাজত নিচেই ওচৰ সম্বন্ধ। "ভাষাৰ বাহন ভাষা, ভাগা-ঘোঁৰাৰ ওপৰত উঠি ফুৰা চোৰাৰী ভাবহে।" অন্য কথাৰে ক'বলৈ গ'লে সাহিত্যে ভাষাৰ অলঙ্কাৰ, শৰীৰব্যাপী ভাষা সজাবলৈ অলঙ্কাৰ সাহিত্যৰ আবিৰ্ভাৱ। অৰ্থাৎ ভাষা আছে বুলিয়েই সাহিত্য আছে। কিন্তু সেই বুলি ভাষা আৰু সাহিত্যক একে বুলি ধৰিলে ভুল হ'ব। সাহিত্য নোহোৱাকৈও ভাষা হ'ব পাৰে। তেনে ভাষাত ৰস নাই—সি কঠুৱা। কোনো কোনোৱে কয় যে ভাষাৰ সৃষ্টিৰ লগতেই সাহিত্যৰো সৃষ্টি। তেওঁলোকৰ মতে ভাষা আৰু সাহিত্যৰ মাজত দিন-ৰাতিৰ দৰে সম্বন্ধ। দিন নহ'লে ৰাতি হ'ব নোৱাৰে। ৰাতি নহ'লে দিন হ'ব নোৱাৰে।

এই মতটি relative — অৰ্থাৎ কোনো কোনো সময় আৰু অৱস্থালৈ চাইহে ইয়াক প্ৰয়োগ কৰিব পৰা যায়। সকলো অৱস্থাতে সকলোৰে প্ৰতি এই মত নাখাটিবৰো বিশেষ কাৰণ আছে। কিয়নো সাহিত্যৰ সোৱাদ সকলোৰে উপভোগ্য নহয়। এজন খ্যাতনামা সাহিত্যিকে সেই দেখিয়েই কৈছে, "সাহিত্যিৰ সোৱাদ মুখৰ জিভাৰে নাপায়, ভাক মনেৰে চাকিব লাগে; তেহে তাৰ ৰাপ বা সোৱাদৰ গম পোৱা যায়। নন্দন কাননত যেনেকৈ দেৱতাসকলে অমৃত পান কৰি সকলো দুখ পাহৰে, সেইদৰে জ্ঞানী মানুহে সাহিত্য পঢ়ি বা সমালোচনা কৰি সংসাৰৰ চিন্তা পাহৰে আৰু পৰম হৰিষে কাল নিয়ায়" ('সাহিত্য বিচাৰ')।

সাহিত্য আৰু ভাষাৰ পৰিৱৰ্তন হ'ব পাৰেনে?—মূলতেই হৈছে পৰিৱৰ্তন-শীল জগত। তেনেস্থলত জগতৰ বস্তুৰ পৰিৱৰ্তনত আশ্চৰ্য কি? এই বিষয়ে শ্ৰদ্ধেয় বেজবৰুৱা ডাঙৰীয়াৰ সাহিত্য সভাৰ অভিভাষণৰপৰা দুআষাৰ-মান উদ্ধৃত কৰি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ: "সাহিত্যত অৱশ্যে পৰিৱৰ্তন লাগে। নালাগে বুলিলেও পৰিৱৰ্তন আহিবই আহিব। সেই বুলি দেখা দৰকাৰ যে সেই পৰিৱৰ্তনত ভাষাৰ আৰু সাহিত্যৰ প্ৰাণটো নেযায়

সাহিত্যৰ বিটো অন্তৰাত্মা, নিজৰ স্বধৰ্ম, তাৰ পিঠিৰ ওপৰত পৰধৰ্মৰ গন্ধমাদন পৰ্বত তুলি দিলে—তাক চেপি মৰা হব মাথোন।"

ওপৰৰ কথাখিনিৰপৰা ভাষা আৰু সাহিত্যৰ পৰিবৰ্তনৰ বিষয়ে বহুতিয়াকৈ অনুমান কৰিব পাৰি। কিন্তু আমি আগেয়ে উনুকিয়াই আহিছোঁ, যে ভাষাৰ বহুল পৰিবৰ্তন বিষিনিৰ কণ্টকাৰণ্য, মূল ভাষাৰ বহুল পৰিবৰ্তনৰ গুণতেই নানা কথিত আৰু চলিত ভাষাৰ জন্ম, এটি ভাষাৰ পৰিবৰ্তন হৈ —কেই শতাব্দীমানৰ পিছত এনে অৱস্থাত পৰিণত হয়গৈ যে মূল ভাষা বুজিবলৈ পৰৱৰ্তী ভাষাবিদ্‌সকলে যথেষ্ট পৰিশ্ৰম আৰু সময় ব্যয় কৰিবলৈ বাধ্য হয়। কিন্তু সেই বুলিয়েই ৰক্ষণশীলসকলৰ দৰে ভাষা আৰু সাহিত্যৰ পৰিবৰ্তন হ'বলৈ নিদি হাত সাবটি বহি থাকিলে জগতৰ আগত হাঁহিয়াতৰ পাত্ৰ হ'ব লগাত পৰিব আৰু তেনে কৰিলে ভাষা ও সাহিত্যই কদাপি উন্নতি কৰিব নোৱাৰিব। এই বিষয়ে শ্ৰদ্ধেয় বেজবৰুৱা ডাঙৰীয়াই এঠাইত কৈছিল—"জীয়া ভাষাটো জীয়া পদাৰ্থ, মৰা শ বা জকা নহয়। জীয়া বস্তুৱেই পৰিবৰ্তনশীল হয়। ভাষাক অপৰিবৰ্তন কৰিলে সি মৰা জকা হ'ব। পৃথিৱীত যিবোৰ জীয়া ভাষা আছে, সেইবোৰৰ সৰহ নেলাগে ডেৰকুৰি বছৰ কালৰ ভিতৰতে হোৱা পৰিবৰ্তন দেখিলে আচৰিত মানিব লাগে। ভাষা পৰিবৰ্তনশীল বুলিয়েই তাৰ ব্যাকৰণ আৰু অভিধানৰ fixity স্থায়িত্ব নাই। ইংৰাজী ভাষাত জন্‌ছনৰ অভিধান আৰু সেই সময়ৰে ব্যাকৰণ সেই দেখি ভালেখিনি তামাদি হৈছে। অভিধান-ব্যাকৰণে অৱশ্যে কিছুদিনলৈ ভাষাক নিয়মিত কৰি স্থায়িত্ব দিয়ে। ৰৰ খৰ পৰিবৰ্তন একোলেকে ভাল নহয়, ভাষালৈকো নহয়; সেই দেখি ৰক্ষণশীল অভিধান-ব্যাকৰণৰ চাপ আৱশ্যক।" ('বাঁহী': আহিন, ১৮৩২ শক)

সাহিত্যৰ পৰিবৰ্তন ঘাইকৈ সমাজৰ ৰুচি আৰু দেশৰ অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। "নক'লেও হ'ব যে জাতীয় সাহিত্যৰ লগত জাতীয় জীৱনৰ সম্বন্ধ অঙ্গাঙ্গী। জাতীয় জীৱনৰ ভৰা সোঁতায়েই জাতীয় ইতিহাস আৰু সাহিত্যৰ ভৰা সোঁতা। জাতীয় জীৱনৰ উন্নতি অৱনতিত জাতীয় সাহিত্যৰ উন্নতি অৱনতি অনিবাৰ্য।"

"জাতীয় সাহিত্য জাতীয় জীৱনৰ এখনি ডাঙৰ দাপোণ। কোনো এটা জাতিৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্ম সম্বন্ধীয় সকলো কথাৰ ছঁ সেই জাতিৰ সাহিত্যৰ ভিতৰেদি পোৱা যায়। যি দেশৰ জাতীয় জীৱন যিমান সৌষ্ঠৱপূৰ্ণ সেই দেশৰ সাহিত্যও সিমান সৌষ্ঠৱপূৰ্ণ। জীৱন্ত ভাষাই দেশৰ সকলো ভাৱৰ বাহন।"—('বেজবৰুৱাৰ অভিভাষণ')

মজেৱ বেজবৰুৱা ডাঙৰীয়াৰ অভিভাষণৰপৰা তুলি দিয়া ওপৰৰ কথা-খিনিৰ আমাৰ দেশতে ভুৰি ভুৰি প্ৰমাণ পোৱা যায়। অসমীয়া সাহিত্যৰ তিনিওটা যুগে এই কথাৰ প্ৰমাণ দিব। পুৰণি অসমীয়া সাহিত্যলৈ মন কৰিলে—সেই যুগত ধৰ্মপ্ৰাণ অসমীয়াৰ আদৰ্শ, আকাংক্ষা সমাজনীতি, ৰাজ-নীতি কেনে আছিল তাক আৰু দুনাই বুৰঞ্জীবিদ্ সকলক সুধিবৰ প্ৰয়োজন নহ'ব। পুৰণি অসমীয়া সাহিত্য ভক্তপ্ৰাণ অসমীয়াৰ জীৱন্ত প্ৰতিমূৰ্তি। সেই যুগত সাহিত্য আছিল ধৰ্মৰ বাটেদি সত্যৰ অনুসন্ধানত। প্ৰাচ্য কবিৰ কথাৰে ক'বলৈ গ'লে এই সত্যই হৈছে সুন্দৰ।

বৰ্তমান যুগত অসমীয়া সাহিত্য উন্নতিৰ নে অৱনতিৰ পথত—তাক ঠাৱৰোৱা টান। বৰ্তমান অসমীয়া সাহিত্যৰ সোঁত উজনিয়ে নে ভাটিয়ে বলিছে তাকো থিৰাংকৈ কোৱা টান। বিশেষতঃ এই বিষয়ে আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়।

সময়ে সময়ে একোজনৰ লিখনীয়ে সেই সময়ৰ সাহিত্যক আবৰি ধৰে। তেওঁলোকক একোজন একোজন সাহিত্যৰ অৱতাৰ বুলিলে বোধকৰোঁ ভুল নহ'ব হবলা। শঙ্কৰী যুগলৈ মন কৰিলে দেখা যায় যে সেই সময়ৰ অসমীয়া সাহিত্য উক্ত মহাপুৰুষৰ অমৃতময়ী লিখনীৰ প্ৰভাৱত উজ্জ্বল হৈ উঠিছিল। সাহিত্য ক্ষেত্ৰত এনে অৱতাৰৰ আকাল নাই। কালিদাস, বিদ্যাপতি, বিদ্যাসাগৰ, মধুসূদন, বঙ্কিম চাটাৰ্জি—সকলোৱেই একোজন একোজন সাহিত্যিক-অৱতাৰ।

বৰ্তমান সময়তো ইংৰাজী সাহিত্যত বাৰ্ণাৰ্ড শ্ব আৰু চেষ্টাৰটন, বঙ্গ সাহিত্যত কবীন্দ্ৰ, ৰবীন্দ্ৰ আৰু শৰশ্চন্দ্ৰ আদি সাহিত্যিক অৱতাৰ।

অসমীয়া সাহিত্যৰ বৰ্তমান অৱতাৰ অৰ্থাৎ শ্ৰেষ্ঠ সাহিত্যিক কোন—এই বিষয়ে কিছুদিনৰপৰা গৱেষণা-আলোচনা চলিছে। কিন্তু আমি মনত ৰখা উচিত যে সাহিত্যৰ শ্ৰেষ্ঠতা লোকৰ দান নহয়—ই নিজৰ প্ৰতিভাৰ চানেকি, গতিকে এনে বিষয়ৰ আলোচনা-গৱেষণা মূল্যহীন, বেজবৰুৱা ডাঙৰীয়াৰ অসমীয়া সাহিত্যত দান আৰু তেখেতৰ প্ৰতিভা সাহিত্যত কিদৰে ফুটি ওলাইছে তাকে আলোচনা কৰিবলৈ আমাৰ এই ক্ষুদ্ৰ চেষ্টা। কিন্তু আমাৰ নিচিনা "নাম লও ভোগাই, খাওঁ কাহদি খাবলি সোপাই" ৰকমৰ গোঁফ ঠুটিওৱা ডেকা ল'ৰাই বেজবৰুৱা প্ৰতিভাৰ বিষয়ে আলোচনা কৰিবলৈ যোৱা কথাষাৰি—কাবোবাৰ কাণত হোলোঙাৰে কাণ খজুৱা কথাৰ দৰে ঠহৰ ঠহৰ কৰি বিজ্ঞিছেগৈ। কিন্তু নিৰুপায়।

আজি ডেবকুৰি বছৰ জন্মভূমিৰ পৰা শ শ মাইল আঁতৰত থাকি সম্বলপুৰৰ আৰণিৰ পৰা অগুৰু-চন্দন কাঠ সংগ্ৰহ কৰি শ্ৰদ্ধেয় বেজবৰুৱা ডাঙৰীয়াই অসমীয়া সাহিত্যৰ নিস্বাৰ্থভাৱে যি পূজা-সেৱা কৰিছে তাক দেখি যদিও বিস্ময় মানিব লাগে তথাপি আমি হ'লে ইয়াত একো আচৰিত দেখা নাই। কিয়নো কৃপাবৰ ওৰফে লক্ষ্মীনাথক আমি সদায় আমাৰ মাজত পায়ে আছোঁ। লক্ষ্মীনাথৰ শৰীৰ অসমীয়াৰ তেজ-মঙহৰ লগত সংযুক্ত, তেখেত আমাৰ নিচেই আপোন। লক্ষ্মীনাথক নাতিহঁতে ককাদেউতা হিচাপে সাধু কোৱা, ডেকা গল্প-প্ৰিয়সকলে সুৰভি-জোনবিৰিত, ডেকেৰীহঁতে পদুমী ৰ ৰতনীত খিলখিলাই থকাসকলে খুহটীয়া কথাত, ভাৱৰীয়াসকলে জয়মতী বেলিমাৰ, নোমল, পাঁচনি আদিত আৰু ধৰ্মপ্ৰাণ বুঢ়া আপুতিসকলে 'কৃষ্ণ কথা'ত আৰু অন্যান্যত ধৰ্মগুৰু হিচাপে সদায় নিজৰ মাজত পায়ে আছে। কৰ্মবীৰসকলক লক্ষ্মীনাথে কামত কৃতিত্ব লভিবৰ সঙ্কেত সদায়ে দেখুৱায়ে আছে। মাহেকে পষেকে কাহদি খাবলি, খাবৰ সময়ত কোন অসমীয়াই পাহৰিব পাৰে, অসমৰ বাটে-ঘাটে, পথাৰে-ধাননিয়ে, হাবিয়ে-কচুৱনীয়ে, ৰৰঘৰে-মাৰলঘৰে, বান্ধনীঘৰে, গোহালিঘৰে, ভঁৰালৰ চুকত, তাঁত-শালত কৃপাবৰে গমনাগমন কৰিবই লাগিছে। সময়-অসময়, পুৱা-সন্ধিয়া সকলো সময়তে কৃপাবৰে অসমীয়াৰ লগত দৈনিক জীৱনৰ লগত উধাতু খাই ফুৰিছে। মুঠতে ক'বলৈ গ'লে ক'ব লাগিব যে কৃপাবৰ ওৰফে লক্ষ্মীনাথে সদায় সকলো সময়তে অসমৰ সকলো ঠাইতে অসমীয়াৰ লগত বান্ধ খাই অসমীয়াৰ শোক-দুখ, বেজাৰ-সন্তোষৰ ভাৱ বৰই লাগিছে, অসমীয়াৰ ঘৰুৱা সমাজ ৰাজ-বিষয় আদি সকলোতে কৃপাবৰে নিৰ্বিবাদে বিচৰণ কৰিছে। লক্ষ্মীনাথৰ নিজা কথা বাদ দি এতিয়া তেখেতৰ সাহিত্যৰ কথাত ধৰোঁ।

সাহিত্যৰ ঘাই অঙ্গ দুটা। গদ্য আৰু পদ্য। কোনো কোনো সাহিত্যিকে ইয়াৰ এটা অঙ্গতহে তেওঁলোকৰ লিখনী বুলায়। কোনো কোনো জনে আৰু' দুয়ো অংগৰে উপাসক। কবিতাই হওক বা গদ্যই হওক—কিছুমান গুণৰ ( aspects ) প্ৰয়োজন। এই সকলোবিলাক গুণ থাকিলেহে এজনৰ লিখনীয়ে সাহিত্য নাম পাব—তেনে কোনো ধৰা বন্ধা নিয়ম নাই। যেয়ে যিমান গুণেৰে নিজৰ লিখনী বিভূষিত কৰিব—সিমানেই তেওঁৰ সাহিত্য বাহুকবনীয়া হৈ জাকত জিলিকিব। এই গুণবিলাক দুটা ভাগত ভাগব পাৰি। এটি ভাষা হিচাপে, আৰু অন্যটি সাহিত্য হিচাপে।

বৰ্ণাশুদ্ধি, ভাষাৰ প্ৰাঞ্জলতা, ছন্দৰ লালিত্য, ঘৰুৱা শব্দৰ ব্যৱহাৰ

আদিয়েই ভাষাৰ প্ৰধান গুণ। সাহিত্যৰ কাৰ্লৰপৰা চাবলৈ গ'লে শব্দৰ পাতনি, ভাবৰ সামঞ্জস্য, উপমাৰ মিল, উপযুক্ত যোজনা ফকৰাৰ প্ৰয়োগ আৰু লিখাৰ 'ঠাচ' বা ধৰণ-কৰণলৈ মন কৰিব লাগে। ভাষা লিখিলেই সাহিত্য নাম দিয়া উচিত নহয়। ওপৰত উল্লেখ কৰাৰ দৰে এইবিলাক অলঙ্কাৰ নোহোৱা ভাষাক সাহিত্য বুলিব লাগিলে আমি 'নাওঠা' সাহিত্যহে বুলিম। সাহিত্যৰ মাজেদি লিখকে ইচ্ছামতে নৱৰসৰ মন্দাকিনী বোৱাব পাৰে। সাহিত্যৰ মাজেদিয়েই লিখকৰ প্ৰেৰণা জগতত ফুটি ওলায়।

এতিয়া চোৱা যাওক, বেজবৰুৱা ডাঙৰীয়াই তেওঁৰ সাহিত্যত নো কি প্ৰেৰণা দিছে আৰু কি কি ৰসৰ সৃষ্টি কৰিছে।

প্ৰথমেই ক'ব লাগিব যে বেজবৰুৱা ডাঙৰীয়া হাস্যৰসৰ পূৰ্ণাৱতাৰ। তেখেতৰ লিখনীৰ প্ৰতি শাৰীয়েই জানিবা হাস্যৰসৰ এটি এটি মৌচাক।

দ্বিতীয়তে ক'ব লাগিব যে বেজবৰুৱা সাহিত্যত ফুটি ওলাইছে স্বদেশ-প্ৰীতিৰ প্ৰেৰণা। হাস্যৰসৰ মাজেদিয়েই দেশৰ প্ৰতি তেওঁৰ যি গাঢ় প্ৰীতি সি বড়িয়াকৈ প্ৰকাশ পাইছে। অধ্যাপক বাণীকান্ত কাকতিদেৱে তেখেতৰ স্বদেশানুৰাগৰ বিষয়ে এইদৰে কৈছে, "স্বদেশ প্ৰীতিয়েই বেজবৰুৱা সাহিত্যৰ মূলমন্ত্ৰ। জাতীয় ভাবমণ্ডল সৃষ্টি কৰাত বেজবৰুৱাৰ শ্ৰেষ্ঠ দান, স্বদেশ-হিতৈষিতা আৰু স্বদেশৰ গৰিমা শৰীৰৰ প্ৰত্যেক টোপা তেজৰ সঞ্চাৰৰ লগতেই অনুভৱ কৰা।"

এতিয়া কথা হৈছে, বেজবৰুৱা ডাঙৰীয়া কবি হয়নে নহয়? বেজবৰুৱা ডাঙৰীয়াক শ্ৰেষ্ঠ কবি বুলি স্বীকাৰ নকৰিলেও তেখেতেই অসমীয়া সাহিত্যৰ বৰ্তমান যুগৰ Ballad ৰ সৃষ্টিকৰ্তা তাক কোনেও নুই কৰিব নোৱাৰে। ১৮৩৯ শকৰ শাওণ মাহত যেতিয়া কৃপাবৰে বাঁহীৰ মাজেৰে সৈতে জাত লগাই গালে :

"কিয়নো আনিলি মানে ঐ বদন তই,
কিয়নো আনিলি মান।
যাউতি-যুগলৈ খিয়াতি ৰাখিলি
অসমৰ কটাৱলি কাণ॥

. .

পৰৰে শতুৰুক ঘৰতে সুমালি
দেখালি আগে-মগ্নহ
অসমৰ মুখতে কলাখাৰ ঘঁহিলি
বধিৰ বুজি বৰ্গহ॥

সোণৰে অসমত ডকাইত মেলি দিলি
নন্দনত মেলিলি হাতী
শোহনি ঘৰতে ফেটী গোম এৰিলি
ভৰ দুপৰীয়া ৰাতি।

*       *       *

পেটৰে পোৱালি চিৰিলে মানে ঐ
জীয়ৰী বোৱাৰী নিলে,
দুৱাৰ মাৰি বুঢ়া-বুঢ়ী ল'ৰা পুৰিলে
সকলো অগণিত দিলে।

গোসাঁইৰ ঘৰতে গৰু কাটি খালে,
লৈ গ'ল দলৰ কলটী,
গোসাঁয়ে কান্দিলে, ভকতে কান্দিলে
প্ৰজা ব'ল চকুলো মচি॥"

——তেতিয়া কোনে নকৈছিল যে ই অসমীয়া স্বভাৱজাত কৱিৰ কণ্ঠস্বৰ নহয় বুলি।

আৰু চাওক ১৬ বছৰীয়া মিৰি ডেকা ধনবৰৰ বিননিলৈ। মাক-বাপেকৰে সৈতে ৰতনী ধনবৰহঁতৰ ঘৰৰ পৰা উভতি ভটিয়াই যাবৰ দিনা দুপৰীয়া ব্ৰহ্মপুত্ৰৰ পাৰত বহি ধনবৰে কিদৰে বিলাপ কৰিছিল——

"উজায়ে আহিলে ভাটিৰে ৰতনী
বুকুৰে মাধুৰী লৈ
ভটিয়াই গ'লে ঐ শাহটো সামৰি
মোলৈ খোলাটো থৈ।"

বৰ্তমান শিক্ষাৰ গোন্ধ নোপোৱা typical অসমীয়া ডেকাৰ উপমা 'শাহ' আৰু 'খোলা' নহৈ কি হ'ব পাৰে? তাৰ পিছত আৰু চাওক——

"পৰ্বতে পৰ্বতে ৰগাৰ পাৰা মই
জন্তা ৰগাৰলৈ টান
ৰতনী সোণাইকে ৰখাৰ পাৰো মই
মাকক বুজাবলৈ টান।"

ধনবৰ সাহিয়াল মিৰি ডেকা। ভয়, শঙ্কা কাক বোলে নেজানে। পৰ্বতত

ৰূপাবলৈ সি নডৰে। কিন্তু লেতু-সেতু ল'ৰা সদৃশ তিৰোতাইতবে সি এতিয়া ক'ত মৰিবগৈ ?

ডেকা ধনবৰক ৰতনীৰ মন খোৱা একো অসম্ভৱ কথা নহয়। ৰতনীয়ে ধনবৰক দেখুৱাই ভাল নেপালেও পেটে পেটে তালৈ তাইৰ মৰম আছিল। ধনবৰে তাব গুপুতৰ কথা তাইক কোৱাহেঁতেন বেচেৰীয়ে তাৰ সোমাবলৈ কিজানি বেয়া নেপালেহেঁতেন। কিন্তু ৰতনীৰ মাক হ'লে একা চেকা তিৰোতা, সকলেপৰা তুলি-তালি ভাওৰ দীঘল কৰা ছোৱালীজনী টকা-শিকা নোলোৱাকৈ ভিকহু ধনবৰক দিব কিয় ? কিন্তু ৰতনীৰ অবিহনে ধনবৰ জীয়ে কেনেকৈ ? ৰতনীয়েই যে তাৰ সৰ্বস্ব হৰি লৈ গ'ল। বেজাৰত আকুল হৈ বেচাৰাই কৈছে—

"যাগে ৰতনী নাহিবি নাহিবি
বিচাৰি নাহিবি মোক
তোবে ধনবব ভিকহুৰ ভিকহু
পৃথিৱীত থৈ যাব শোক।"

তাৰ পিছুতেই সকলো শেষ। শোকৰ আবেগ দমাব নোৱাৰি ফেনেফোটোকাৰে বোৱা লুইতত জ'াপ দিলে। খাগৰিৰ জাজিৰ লগত বেচেৰাৰ শৱ নদীৰ বুকুত ভাহি গ'ল।

পাঁচ দিনৰ মূৰত গধুলি ধনবৰৰ মৃত্যুৰ বাতৰি ধনশিৰী মুখত ওলালগৈ। এই বাতৰি ৰতনীৰ বুকুত শেল সোমোৱাদি সোমাল। নহ'বনো কিয়—তায়ে যে ধনবৰৰ মৃত্যুৰ কাৰণ। এতিয়াহে তাই বুজিব পাৰিলে ধনবৰৰ তাইলৈ মৰম কিমান—

"বুজিও মই নুবুজিলো
কুটুমৰে চিত
হে কুটুমৰে চিত।
ভৈয়াই মোৰ আন্নাসব লাক
চিনিও নিচিনিলো।
হে চিনিও নিচিনিলো।"

—ৰতনীয়েও কিজানি প্ৰাণ এৰিলেহেঁতেন। কিন্তু অসমীয়া তিৰোতা কেতিয়াও স্বাধীন নহয়, কথাতে কয় বোলে—তিৰোতা তিনিও কালত পৰাধীন। সকতে মাক-বাপেকৰ, ডেকা কালত স্বামীৰ আৰু বুঢ়া কালত পুতেকৰ, এই শাসনৰপৰা ৰতনীৰ নিস্তাৰ ক'ত ?

ভালেমানে ৰতনীৰ বিলাপতকৈ ধনবৰৰ বিলাপ ভাল পায়। অৱশ্যে ডেকা ধনবৰৰ মগজত যিমান উপমা খেলাব—আজলী ৰতনীত তেনে আশা কৰা ভুল। কবিয়ে চাই-চিতিহে ৰতনীক নিজৰ মতৰে গঢ়ি তুলিছে। ধনবৰ ৰতনীৰ বিলাপৰ প্ৰতি শব্দটিয়েই হোজা গাঁৱলীয়া ডেকা-গাভৰুৰ হৃদয়ৰ অটল প্ৰেমৰ নিদৰ্শন। ভাষাৰ লালিত্য আৰু উপমাৰ মিল লিখকৰ গৌৰৱৰ বিষয় এইখিনিতে। বেজবৰুৱা ডাঙৰীয়াক আমি অপ্ৰতিদ্বন্দ্বী স্বভাৱজাত অসমীয়া কবি বুলি অভিবাদন কৰিব পাৰোহঁক।

বেজবৰুৱা ডাঙৰীয়াই এনেবিলাক পেন্টবেল কবিতাৰ কথা বাদ দি অন্যান্য কেইটিমান কবিতাৰ উল্লেখ নকৰিলে অজীন-পাতকিৰ দোষে নুচুই নেথাকিব। বেজবৰুৱা ডাঙৰীয়াৰ কবিতাবিলাক এফালে যেনেকৈ উচ্চভাৱ-পূৰ্ণ আনফালে আৰু' সি তেনেকৈ শ্ৰুতিমধুৰ। সাধাৰণ বিষয়বিলাককে সৰল শুৱলা ভাষাৰ সাজ-পাৰ পিন্ধাই উচ্চভাৱেৰে অলঙ্কৃত কৰি যিদৰে কবিতাপূৰ্ণ কৰি তুলিছে সি বাস্তৱতে অতিশয় সৌন্দৰ্যশালী আৰু মনোমোহাহৈ ফুটি উঠিছে। এই কবিতাৰ বিষয়ে কবিয়ে এইঠাইত নিজেই কৈছে ঃ

"অনাঘ্ৰাত কেতেকীৰ সোণোৱালী ৰেণু,
বৃন্দাবন মতলীয়া কলীয়াৰ বেণু।
প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য বঞ্জিত,
কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত।"

('কদমকলি', ৩৬ পিঠি)

'বীণ বৰাগী' কবিতাৰ দুষাৰিমান এইখিনিতে তুলি দিলেই বেজবৰুৱাৰ কবিতাৰ সৌন্দৰ্যৰ সুন্দৰ আভাস পোৱা যাব। মুঠতে ক'বলৈ গ'লে ভালেমান বছৰৰ পূৰ্বেই 'বীণ বৰাগী' কবিতাই অসমীয়াৰ কবিতাৰ ভিতৰত শীৰ্ষস্থান অধিকাৰ কৰিছে। এই কবিতাৰ সুৰতে সুৰ মিলাই কেইবাজনো নতুন কবিয়ে আজিকালি গীত গোৱা আমি শুনিবলৈ পাইছোহঁক। সেই-কাৰণে কবিৰ সুৰতে সুৰ মিলাই আমিও কওঁ,

"গা বীণ গা,
অমৃত সঙ্গীত,
শুকানে মেলক কুঁহি।
প্ৰবাস ভাগৰ
আঁতৰি পলাওক,
মুখত ওলাওক হাঁহি।

মমা ঐ! মমা ঐ!
আকাশী অমিয়া,
আকাশী গঙ্গাৰ দৰে।
দে মোক, দে মোক,
ৰবাণী ৰুকাই ঐ!
পিওঁ মই নিছিগা ধাৰে॥
নতুন প্ৰাণৰ,
ন চকুজুৰি,
দীপিতি ঢালি দে তাত,
পুনৰপি পৃথিৱী
ন-কৈ চাই লওঁ,
হে বীণ এৰাৰি মাত!"

বেজবৰুৱা ডাঙৰীয়াৰ কবিতাৰ পুথি 'কদম-কলি' সমালোচনা কৰি 'মিলনে' এবাৰ কৈছিলও "কদমকলি পুথিখনৰ এটি ঘাই দোষ হৈছে, ইয়াৰ অন্ততঃ পাছ-ছবুৰি কবিতা অতি কবিত্বপূৰ্ণ, অতি নিৰুপম। মুঠতে ওপৰত কদম-কলি অসমীয়া সাহিত্য বৃন্দাবনৰ এটি দেৱোপম পদাৰ্থ"—('মিলন', ৪ৰ্থ বছৰ, ৩য় সংখ্যা) ইয়াৰ উপৰি আমাৰ কিবা ক'বলৈ থাকিব পাৰেনে?

বেজবৰুৱাৰ গদ্য সাহিত্যত কি কি আছে তাক আগেয়েই কৈ অহা হৈছে। এতিয়া তাৰে অলপ আলোচনা কৰা যাওক। হাস্যৰসত লক্ষ্মীনাথক আমি ডাহানিৰেপৰা কৃপাবৰৰ নামেৰেই পাই আহিছোঁ। কৃপাবৰৰ নাম নজনা-নুশুনা মানুহ অসামত নাই বুলিলেও বঢ়াই কোৱা নহয়। এই কৃপাবৰৰ জন্ম কেতিয়া হ'ল তাক তলত দিলোঁ:

"শক ১৭৮০, পুহমাহ, মৰ আউসী, সন্ধ্যা লাগোঁ লাগোঁ হৈছে; গৰু-গাই ঘৰ চাপিছে, এটা এটাকৈ পঁতিৰপৰা উই-পৰুৱা ওলাই ওপৰলৈ উৰিছে; সৰু সৰু চৰাইচিৰিকতিয়ে পাক লৈ লৈ পাক লৈ লৈ উৰি উৰি এটি এটিকৈ তাকে ধৰি খাইছে, মাজে মাজে কাউৰী একোটাই ডকাইতৰ দৰে আহি মহা পৰাক্ৰম দেখুৱাই সৰু চৰাইবিলাকৰ মাজত সোমাই কপ্ কপ্ কৰে গোটাচেৰেক উইপৰুৱা খাই জৰ মাৰিছে; নিয়ৰতিয়ে আমগছৰ ডালত পৰি 'নিও' 'নিও' কৰিছে, ঘৰৰ ভিতৰত চিতৰা-পখৰা বোন্দা মহে কোন্ কোননি লগাইছে; সৰু সৰু জ'বাবিলাকৰ কোনোটোৱে পেন্ পেনাইছে, কোনোটোৱে কেজ কেজাইছে; ঢুক-তেকুলীবোৰে ঢুকৰপৰা ওলাই বাটে-পথে জঁপিয়াই

জঁপিয়াই অপাত্তৰাকৈ কুৰিছে, আৰু মানুহৰ ভৰিৰ অগ্ৰত পৰি কোনোটোৰ পেটু ওলাই গৈছে, কোনোটোৰে বা ভৰিৰ ওপৰত পৰি তত্মিকে তাতে অসভ্যতা কৰি ক্ষুদ্ৰবিধ কাৰ্য সমাপি লৰ মাৰিছে। সুতাৰ-সুকৰ, বোৱাৰীয়ে কেঁচুৱা কোলাত লৈ কুন্‌কুনাই নাম গাইছে। বাৰীৰ চুকত শিয়াল-শিয়ালীয়ে সপৰিবাৰে লগ-লাগি গ'ল মেলি মনৰ সুখে সুৰ ধৰি ধৰি হোৱা দি কোচাল প্ৰসঙ্গ পাতিছে। মুঠতে ক'বলৈ গ'লে ঘৰখনত একপ্ৰকাৰ গোলমালৰ ৰোল উঠিছে। এনে সময়তে মোৰ এই ভূমণ্ডলত আৱিৰ্ভাৱ।"

পাঠকসকলে মন কৰিলে গম ধৰিব পাৰিব যে কৃপাবৰে ওপৰত অসমীয়াৰ ঘৰৰ সক্ৰিয়াপৰৰ কেনে এটি নিখুঁত চিত্ৰ তুলি ধৰিছে। আমাৰ নিচিনা যিসকলৰ গাঁৱত বাস——তেনেসকলৰ মনত ই এটি অসমীয়া গাঁৱৰ vivid description হৈ উঠা নাইনে ?

জন্ম পোৱাৰ পিছত্‌ কৃপাবৰৰ নামৰ যি উজান বলে সিও লেখত ল'বলগীয়া——"সোঁৱৰণীত ৰহিল কৃপাবৰ, আইয়ে মাতিলে কিৰিপ বুলি, পিতাদেৱে মাতিলে কৃপা বুলি, ওচৰ-চুবুৰীয়াই মাতিলে কেৰ্পাই বুলি।" নামৰ এনে ৰূপান্তৰ আমাৰ সকলোৰে জীৱনত ঘটিবই লাগিছে।

তাৰ পিছত কৃপাবৰৰ ৰূপ-বৰ্ণন। বৰবৰুৱাই এই বিষয়ে নিজে কৈছে।

"কৃপাবৰ বৰবৰুৱা, মহা ধনুৰ্দ্ধৰ,
বৰপেট টিকনিৰে মুৰ লৰফৰ।
সুদৰ্শন হাতে বিষ্ণু, শূল হাতে ভোলা,
মহেন্দ্ৰৰ বজ্ৰ, কৃপাৰ কাকতৰ টোপোলা।
অসম গৌৰৱভানু, কৃপা কল্পতৰু,
কলেৱৰ শ্যামযেন ভাতৰন্ধা চৰু॥"

সঁচাকৈয়ে, বৰপেট আৰু টিকনি দেখিলে কৃপাবৰলৈ মনত ৰূপৰি নেথাকে। কৃপাবৰৰ পেটৰ ভিতৰত "তিনিকুৰি কাকতৰ টোপোলা।" মাজে মাজে এই কাকতৰ টোপোলাই কুৰুকি কুৰুকি পেটৰপৰা ওলাই ধেমালিৰ ভিতৰেদি অসমীয়াৰ সমাজনীতি, ৰাজনীতি আৰু ধৰ্মনীতিৰ দোষ-গুণ খুচৰি গোন বাটেদি খৰিচা খোৱা অসমীয়াক চলাই লৈ ফুৰে। Dr. Waston এ Pope অৰ কৱিতা সমালোচনা কৰোঁতে কোৱাৰ দৰে আমিও এইখিনিতে ক'ব খোজো——The largest portion of the works of Bezbaruwa is of the didactive, moral and satiric kind."

বেজবৰুৱা সাহিত্যৰ হাস্যৰসৰ চমু আভাস এটি ওপৰত তাকি দিয়া

হৈছে। হাস্যৰসৰ এনে খুনুপাকটি আজিকোপতি 'বাঁহী'ৰ পাতত মেৰখাই আছে। তাজেমান সময়ত হাঁহি সম্বৰণ কৰিব নোৱাৰি আমাৰ নিচিনা চকৰাষতিয়ে হাসখুটি খাই বাগৰি চলি পৰিবলৈ বাধ্য হওঁহঁক। গাথলুৰে, বিদ্যাৰ বা ল'বলৈ জখলাত উঠি দীঘলাৰ বিদ্যাৰ বিচনী ধৰি ল'ৰাই দিবলৈ লোৱা কথা শুনিলে আমাৰ নিচিনা উজলাদাঁতাৰ ওঁঠেৰে দাঁতৰ আগ কেইটা ঢুকুৱাই থোৱা অসম্ভৱ হৈ পৰে—

> "বসন্তই কুউৱাই সুহৰি কুৰ্কুৰ
> জাৰে সেহায়, কাহ মাৰে কুহৰ কুহৰ।
>
> *        *        *        *
>
> পানীলগা হেমন্তই হাঁচি ও মাতে,
> আজোবত চুৰিয়াৰ খোচোনাটো ফাটে॥"

সাহিত্যৰ হাস্যৰসে জাতিৰ উন্নত অৱস্থাৰ চিনাকি দিয়ে। যি জাতিৰ সাহিত্য উন্নতিৰ যিমান ওখ শিখৰত—সেই জাতিও উন্নতিৰ সিমান ওপৰ মহলাত। মৌলিক প্ৰতিভা নহ'লে কোনো লিখকে নিজৰ লিখনীত এই ৰসৰ সোঁত বোৱাব নোৱাৰে। বেজবৰুৱা ডাঙৰীয়াই 'জোনাকী'ৰ দিনৰেপৰা হাস্যৰসৰ অখণ্ড সোঁত বোৱাই অসমীয়া ল'ৰা—ডেকা-বুঢ়া সকলোৰে প্ৰাণত বিমল আনন্দৰ ঢৌ তুলি আহিছে। সেইকাৰণে অধ্যাপক কাকতিদেৱৰ কথাৰে কওঁ যে কৰ্ম-পীড়িত জীৱনত অন্ততঃ এবাৰ অকপট হাঁহি এটিৰ সুবিধা দিয়াৰ কাৰণে আমি সকলোৱে তেওঁৰ ওচৰত ধৰুৱা।

এই হাস্যৰসৰ মাজেদি বেজবৰুৱা ডাঙৰীয়াই ঘৰুৱা আৰু সমাজৰ আবৰ্জনা দূৰ কৰিবলৈ যি নিখুঁত, অনুপম অসমীয়া চৰিত্ৰ আঁকিছে--সি বাস্তৱিকতে প্ৰশংসনীয়। উদাহৰণ স্বৰূপে গোটাদিয়েক চৰিত্ৰ তলত টুকি দিয়া হ'ল—

## ঘৰুৱা-চিত্ৰ

আসাম কোম্পানীৰ দীঘলিটিং চাহ বাগিচাৰ বৰ মহৰীৰ বৰ কামটো অতি যতনেৰে পাই ভুধৰে কেনেকৈ গৰা মাৰি ধৰিছিল—সি অসমীয়াৰ অবিদিত নহয়। প্ৰথমে ইংৰাজ চাহ খেতিয়কে বাগিচা খুলি—হাবিৰ মাজত বগা চিওৰৰ সাজি হোৱা অসমীয়াক কিদৰে ভৰধ লগাইছিল, তাক ৰহতে বোধকৰোঁ এতিয়াও পাহৰিব পৰা নাই। ডেকা তৰপৰ ডেকা তেজে,

বি-এল-গ্ৰন্থৰ শিকা ডেকাসকলে বাগিচাত কাম কৰিবলৈ গৈ কেনেকৈ নিজৰ আত্মসন্মান, জাত-কুল বলি দিছিল—তাৰ উদাহৰণ ভূধৰেই।

অন্যফালে আক' গিৰিহঁত আৰু লগুৱাৰ মাজৰ সম্বন্ধটি মন কৰিবলগীয়া। বৰ্তমান কুৰি শতিকাৰ গোন্ধ নোপোৱা ভোদা অসমীয়া লগুৱাৰ প্ৰভু ভক্তি দেখিলে আনন্দত চকু-লো বৈ যায়। যি বাগিৰামে ওপজাৰপৰা তিলকাক ডাঙৰ-দীঘল কৰিছিল, যি তিলকা আইদেউ তাৰ নিজৰ তেজ-মঙহৰ পুত্ৰতকৈও মৰমৰ, যি তিলকাই খালে তাৰ পেট ভৰে, পিন্ধিলে তাৰ জুৰায়, হাঁহিলে তাৰ হাঁহি ওলায়, আৰু কান্দিলে কান্দোন ওলায়—তেনে তিলকাক সি জীয়াই থাকোঁতে "স্কট" চাহাবৰ মেম কৰিবলৈ কেনেকৈ এৰি দিব পাৰে? সেই দেখিয়েই ভূধৰক শুনাই শুনাই সি কৈছিল, "মই কাড়ীৰ ঘৰৰ ল'ৰা, যদিও ধনে-মানে ক্ষমতাই মই চেহাবৰ ভৰিৰ ধূলি এটাৰ যুইগ নহওঁ তথাপি মোৰ শৰীৰত জীৱ থাকে মানে সেই কাম সি কৰিব নোৱাৰে।" যেনে কথা তেনে কাম। বাগিৰামৰ টাঙোন খাই 'স্কট চাহাবে' ঘূণীয়া শৰীৰ লৈ বিলাত পালেগৈ, আৰু তিনি বছৰ আনন্দমনেৰে ফাটক খাটি বাগিৰাম আক' ঘৰ ওলালহি—তেতিয়া ভূধৰে তাক আকোৱালি মাৰি ধৰি ক'লে, "বাগিৰাম কাই, তুমি মোৰ ববককাইতকৈও বৰ।" এনে বিশ্বাসী প্ৰভু-ভক্ত লগুৱাৰ কথা বিশ্বকবি হোমাৰৰ অমৰ-সাহিত্যৰ ভিতৰতো পোৱা যায়।

## সমাজ-চিত্ৰ

কেইবছৰমান আগতে জাত লৈ অসমত এটি ডাঙৰ সমস্যা উপস্থিত হৈছিল। "জাত যোৱা" প্ৰথাই আমাৰ গাঁওবিলাকত কি অনিষ্ট কৰিছে—তাক ভু-লগুভাসকলে বেছকৈ গম পায়। অসমত খৃষ্টিয়ান লোকৰ সংখ্যা বঢ়াৰ আচল কাৰণ হৈছিল আমাৰ জাতৰ বান্ধোন দৃঢ় হোৱা। 'নমো নমো পাৰিজাত, কুকুৰে মুখে বাহি পাত' তৰপৰ, বৰমূৰীয়াসকলৰ অত্যাচাৰত কতই নিজ মাটি-ভেটি এৰি আঁতৰ হ'ব লগাত পৰিছিল, কত বাৰী তিৰোতাৰ কান্দোন-ধ্বনিয়ে অসম আকাশ খলক লগাইছিল। বেজবৰুৱা ডাঙৰীয়াৰ কথাৰে ক'বলৈ গ'লে, "জাতৰ শৰণ লৈ আমি আমাৰ ল'ৰাক কলিকতালৈ পঢ়িবলৈ পঠিয়াব নোৱাৰো, বিলাতত পঢ়িবলৈ পঠিয়াব নোৱাৰো। আমাৰ অসমীয়াৰ অপৰূপ জাতৰ বাবেই অসমৰ বাহিৰে বামুণ সজ্জন যেয়ে হওক তেওঁৰ লৈতে খোৱা-লোৱা কৰিব নোৱাৰো, আমাৰ সি জাত নহ'ল জানিবা

তালুকৰ সাক্ষী হে হ'ল, তাক আমি এৰিবও নোৱাৰো ধৰিবও নোৱাৰো।"—— ('সুৰভি', ১২২ পিঠি)।

গঁাৱৰ 'শিৰৰ মুকুট জয়চন্দ্ৰৰ' নিচিনা 'আৰ্য্যই' ধৰ্মধ্বজ ফয়চলা নবিচৰ নিচিনা কত নিৰীহ প্ৰজাক মুছলমান ধৰ্ম গ্ৰহণ কৰিবলৈ বাধ্য কৰাই আনন্দ প্ৰকাশ কৰি বুকু ফিন্দাই কৈছিল, "বেছ হ'ল, আমাৰ সনাতন হিন্দুধৰ্মৰ গৌৰৱ অক্ষুণ্ণ হৈ ৰ'ল।"

গঁাৱৰ এনে ঘৰমুৰীয়াৰে মেলত বহি লম্বোদৰৰ নিচিনা কত ডেকাক খুদ-মগনিয়াৰ আৰু বাটৰ বলিয়া কৰি ৰং চাইছিল। "ধৰ্মধ্বজ ফয়চলা নবিচ" আৰু ডেকা লম্বোদৰৰ কাহিনী পঢ়ি আমাৰ সমাজৰ অৱনতি দেখি আৰু নিৰ্দোষীৰ ওপৰত সমাজৰ অত্যাচাৰৰ কথা ভাবিলে শোকে বুকু খুন্দা মাৰি ধৰে। এই সকলৰ দোষ বিচৰা——নিজৰকালে চকু মুদা ধৰণৰ আৰ্য্য শিৰোমণিসকলক গৰিহণা দি যুক্তি-তৰ্কেৰে বেজবৰুৱা ডাঙৰীয়াই বুজনি দিছে—'জাতিৰামৰ জাত' প্ৰবন্ধত। আৰ্য্য শব্দৰ উৎপত্তি হ'ল কেনেকৈ, আৰ্য্য মানে কি—— সকলোবিলাক এই প্ৰবন্ধৰ যোগে বেজবৰুৱাদেৱে বিস্তাৰিতভাৱে ব্যাখ্যা কৰিছে।

"কেপাকানি বিহুৰ শেষ, কানীয়াই খালে অসম দেশ", কানিয়ে আমাৰ কৰিছে তাৰ দুনাই চৰ্চা কৰিবৰ প্ৰয়োজন নাই। এই কানীয়া চৰিত্ৰ কেনে ধৰণৰ——সি বেজবৰুৱা সাহিত্যত ভালকৈয়ে ফুটি ওলাইছে। মহাবাণীৰ ওচৰত আজি দিবলৈ প্ৰস্তাৱ কৰা কানীয়াৰ মেলে——"ৰাতি হ'লে সাত হাল বায়, দিনত হ'লে এহালো নাই" কথাৰ ৰূপান্তৰহে মাথোন। চিকিৰা পোৰোতে কানীয়াক গুড়, গাখীৰ, কল, কুঁহিয়াৰ কেনেকৈ লোকৰ গৰু-ছাগলী আৰু বাৰী-ঘৰৰপৰা হাতত-সাৰে, ভৰিত-সাৰে গৈ ৰাতিয়েই কানীয়া সমাজে সৰকাই আনেগৈ।

বেজবৰুৱা সাহিত্যৰ কেইটিমান aspects এইখিনিতে বাদ দি তেখেতে অসমীয়া ভাষাৰ আৰু মহাপুৰুষীয়া ধৰ্মৰ হকে কিদৰে আজীৱন যুঁজ কৰি আহিছে——তাৰে অলপ আলোচনা কৰিবলৈ আগ বাঢ়িলোঁ। মাতৃভাষা আৰু সাহিত্যৰ হকে আজীৱন তেখেতে যি অক্লান্ত পৰিশ্ৰম কৰিছে তাতে তেখেতৰ স্বদেশ-প্ৰীতি প্ৰকাশ পাইছে। অসমীয়া ভাষা যে বঙ্গ ভাষাৰ ঠাল-ঠেঙুলি নহয়, অসমীয়াৰ ভাষা আৰু সাহিত্য যে বঙ্গ ভাষাতকৈ প্ৰাচীন—এই তথ্য প্ৰমাণ কৰি বেজবৰুৱা ডাঙৰীয়া নমস্য হৈছে।

'মৃন্ময়ী'ত প্ৰকাশ হোৱা 'পুৰণি আসামৰ জিলগুনি এটি' নামৰ

প্ৰবন্ধৰ প্ৰতিবাদ হিচাপে শ্ৰীযুত যোগেশচন্দ্ৰ ৰায় বিদ্যানিধি নামে এজনে 'আসামেৰ ও উৎকলেৰ বঙ্গভাষা' নাম দি এটা প্ৰবন্ধ উক্ত কাকতত্তে ছপাইছিল। বিদ্যানিধি মহাশয়ে 'আসামেৰ ভাষা কিছুমাত্ৰ না জানিয়া' উক্ত প্ৰবন্ধত লিখিছিল—"নিৰপেক্ষ লোকে বলিবে, আসামী ও বাঙ্গালা এক কি দুই, যখন এই সন্দেহ হইতেছে তখন বুঝিতে দুই নয় এক। ৰঙ্গপুৰেৰ গ্ৰাম্য ভাষা বাঙ্গালা বলিয়া জানিতাম, এখন শুনিতেছি তাহা আসামী। যদি তাই হয় তবে আসামী ও বাঙ্গালা এক। দিল্লীৰ ভাষা আসামী কি বাঙ্গালা; কই একথাত কেহ তোলে না। হিউয়েনসাং আসামী ভাষাকে বাঙ্গালা ভাষাৰ অপভ্ৰংশ বলেন নাই। কেন বলিবেন? ভাষাত দুইটা ছিল না, ছিল একটা।"

এই প্ৰবন্ধৰ প্ৰতিবাদ কৰি শ্ৰদ্ধেয় বেজবৰুৱা ডাঙৰীয়াই বাহীত যি কেইআষাৰ কথা লেখিছিল, তাৰে কেইফাকিমান ইয়াত তুলি দিলোঁ— "ৰংপুৰ আদি ঠাইৰ পুৰণি সাঁথৰ আৰু পুথিৰ ভাষাক এওঁলোকে পুৰণি বঙ্গভাষা বোলে; অনন্তকন্দলি আৰু শঙ্কৰদেৱৰ পুথিৰ ভাষা পুৰণি বঙ্গভাষাৰ চানেকি বুলি দেখুৱায়। যদি এই কথা ঠিক হয়, তেন্তে আমি দেখিবলৈ পাইছোঁ যে পুৰণি বঙ্গভাষা (অৰ্থাৎ অনন্তকন্দলি, শঙ্কৰদেৱৰ ভাষা) অৰ্থাৎ যাক আমি অসমীয়া ভাষা বোলো, সেই ভাষা আসামত এতিয়াও সম্পূৰ্ণৰূপে বিৰাজিত; সেই ভাষাৰ এতিয়াও আসামত ভৰ-সোঁতা; কিন্তু বঙ্গদেশত সেই ভাষাৰ সোঁতা শুকান সৰস্বতী নৈ; আজিকালি তাৰ ঠাইত নতুন বঙ্গভাষাৰ বালি চাপৰি। আজিকালি বঙ্গলাভাষা সেই ভাষাৰ পৰা ইমান আঁতৰ যে আজিকালি অশিক্ষিত সাধাৰণ অসাধাৰণ পণ্ডিত অপণ্ডিত কোনো বঙ্গালীয়ে তেওঁলোকৰ সেই পুৰণি বঙ্গভাষা অৰ্থাৎ আমাৰ অসমীয়া ভাষা—আৰু বিশেষ চেষ্টা নকৰিলে সহজে বুজিব নোৱাৰে; লেখিব বা ক'ব নোৱাৰে। ইয়াৰ দ্বাৰাই এইটো প্ৰমাণিত নহ'লনে যে, বিদ্যানিধি বিদ্যা-বিনোদসকলৰ কথা ঠিক বুলি ধৰিলে, অসমীয়া ভাষা ঘাই, আদি গা-গছ, আচল সোঁতা, বৰ্তমান প্ৰচলিত বঙ্গলাভাষা পালি, ঠাল-ঠেঙুলি, বাজেসুঁতি? আৰু অনন্তকন্দলি আৰু অন্ততঃ তাৰ ছশ সাতশ বছৰৰ আগৰ পৰা ধাৰ নিছিগাকৈ বৈ থকা অসমীয়া ভাষাৰ এই বঙ্গলা ভাষাটো (সি যিমানেই শকত হওক) বিকৃতি বা অপভ্ৰংশ?"

বেজবৰুৱা ডাঙৰীয়াই ওপৰৰ কথাখিনি গাৰ জোৰেৰে কোৱা নাই। যুক্তি আৰু তৰ্কৰ সহায়েৰে হে তেওঁখতে ইয়াক আগ বঢ়াইছে, বুৰঞ্জীয়েও

তেখেতৰ কথাৰ সত্যাসত্যৰ প্ৰমাণ নকৰাকৈ নেথাকে, পুৰণি কালত অৰ্থাৎ খৃষ্টীয় পঞ্চম, ষষ্ঠ, সপ্তম শতিকাত আৰু তাৰ আগেয়েও আসাম অৰ্থাৎ কামৰূপ ৰাজ্য প্ৰবল পৰাক্ৰমী সুসভ্য দেশ আছিল, এনে প্ৰবল ৰাজ্যৰ ভাষা অসমীয়া ভাষা অৰ্থাৎ কামৰূপীয়া ভাষা যে প্ৰবল প্ৰতাপী আছিল আৰু উত্তৰ-বঙ্গ মৈমনচিঙৰ এভোখৰেৰে সৈতে গোটেই কামৰূপ সেই ভাষাৰ আৰু সেই ভাষাত ৰচিত সাহিত্যৰ লীলাভূমি আছিল তাত সন্দেহ নাই। সেই কালত সেই অসমীয়া ভাষাৰ প্ৰভাৱ অকল যে কামৰূপ ৰাজ্যৰ ভিতৰতে আবদ্ধ আছিল এনে নহয়, তাৰ চাৰি সীমাৰ বাহিৰেও সেই প্ৰভাৱ বিয়পি পৰিছিল---এই কথাও সহজে অনুমান কৰিব পাৰি।

এই প্ৰবল অসমীয়া ভাষাৰ প্ৰভাৱ দূৰ বঙ্গদেশৰ ভাষাৰ ওপৰত কেনেকৈ বিস্তাৰিত হৈছিল, তাক বেজবৰুৱাদেৱে কৈছে—"যি কামৰূপৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰে দুৰূহ জ্যোতিষ বিদ্যা চৰ্চাত প্ৰতিপত্তি লভি ভাৰতত প্ৰখ্যাত হৈছিল, যি কামাখ্যা তীৰ্থৰ অশেষ মহিমা হিমালয়ৰ পৰা কন্যা-কুমাৰীলৈকে জনাজাত আছিল, যি কামৰূপ বশিষ্ঠ, গালৱ, গোকৰ্ণ আদি আৰ্য মহাঋষিসকলৰ তপস্যাৰ স্থান আছিল, সেই পুৰণি কামৰূপৰ ভাষাৰ প্ৰবল প্ৰভাৱৰ কথা অস্বীকাৰ 'কোন মাইকীৰ পোৱে' কৰিব ? অতি প্ৰাচীন কালৰ কথাকে নালাগে যি অসমীয়া কোচবেহাৰৰ নৰনাৰায়ণ ৰজাৰ সভা বঙ্গদেশৰ নানা ঠাইৰ পৰা অহা অগাধ পণ্ডিতসকলে উজ্জ্বল কৰিছিল, আৰু যিসকলক নিজৰ গুণেৰে হৰুৱাই অসমীয়া মহাকবি ৰাম সৰস্বতীয় মহাভাৰতৰ অসমীয়া ভাঙনি কৰিবলৈ ৰজাৰপৰা অনুজ্ঞা লভিছিল, সেই কামৰূপৰ ভাষাৰ ক্ষমতা কোন মূৰ্খই অস্বীকাৰ কৰিব ? অনেকে নাজানে যে কলিকতাৰ ঠাকুৰ বংশৰ উপৰিপুৰুষ বিখ্যাত পুৰুষোত্তম বিদ্যাবাগীশে কোচবেহাৰৰ ৰাজসভাত থাকি ৰজাৰ অনুজ্ঞামতে অসমত প্ৰচলিত 'ৰত্নমালা ব্যাকৰণ' ৰচনা কৰিছিল। আসাম কামৰূপ আগেয়ে এনে আছিল ; এতিয়াহে সি 'ৰণত পৰি কলীয়া হৈ, আৰু তল ফপৰীয়া হৈছে।'

এই প্ৰতিবাদৰ অনুবাদ এটি 'মৃন্ময়ী' কাকতলৈ পঠোৱা হৈছিল। কিন্তু সি প্ৰকাশ হৈছিল নে নাই আমি ক'ব নোৱাৰিলোঁ। যদিহে বিদ্যানিধি ডাঙৰীয়াৰ চকুত কেনেবাকৈ এই প্ৰবন্ধটি পৰিছিল—আমাৰ অনুমান হয়, তেখেতে "ভ্ৰান্তি মধুসূদন বুলি চিৰদিনৰ নিমিত্তে এনে কাৰ্যৰ পৰা বিৰত হ'বলৈ বাধ্য হৈছিল।"

কুবি শতিকাৰ প্ৰাৰম্ভণতে কেতবোৰ বঙালী ভদ্ৰলোকে আসামত আৰু বঙালী ভাষা প্ৰচলনৰ চেষ্টা কৰিছিল, প্ৰথমে তেওঁলোকে গুৱালপাৰা জিলাকেই কেন্দ্ৰস্থল পাতি কাৰ্য আৰম্ভ কৰিছিল, কিয়নো গুৱালপাৰা আছিল—

"চুঙাবাদুলি, চুঙাবাদুলি, চৰাই কিবা পছু,
গুৱালপাৰা কোচবেহাৰে খুড়ুৱাই বঙালী খছ।"

এই বঙালী খছৰ খডুৱতিয়ে ধৰা চুঙাবাদুলি লোকসকলৰ ভাবেমান আছিল "মিলাৰামৰ উপৰি পুৰুষ মহাত্মা চুৱাৰামৰ যুক্তিৰ পৃষ্ঠপোষকতাকাৰী", এওঁলোকৰ গগনফলা আটাহত অসমীয়া আয়ে "Save me oh! Save me from these candid friends" বুলি কান্দিছিল। কিন্তু বেজবৰুৱা ডাঙৰীয়াই এই "চুকতে খাই বুকতে গোবৰৰা" সকলৰ পো-পোৱালিবে সৈতে জইন মাৰি "অসমীয়া গৌৰীপুৰত বঙলা সাহিত্য" নামৰ প্ৰবন্ধত দহা-কাজ শেষ কৰিলে।

## ধৰ্ম সমস্যা

ভাষাৰ ফালৰপৰা নোৱাৰি বঙালীয়ে ঘোষণা কৰিলে যে চৈতন্যদেৱৰ চল আহিহে আসামত বৈষ্ণৱ ধৰ্মৰ সৃষ্টি কৰিলে। এই দলৰ গোটাচেৰেক মানুহে শঙ্কৰদেৱক চৈতন্যৰ শিষ্য বুলিও এটা অদ্ভুত কথা ক'ব খোজে। এই কথা শুনি কি বেজবৰুৱাদেৱে স্থিৰেৰে থাকিব পাৰে? আৰু এবাৰ তেখেতে "বাঁহী"ত ফু দিলে। বাঁহীৰ সুৰে গগন বিদাৰি কৈ উঠিল—বঙ্গদেশৰ বৈষ্ণৱ ধৰ্মৰ চল আসাম পোৱাৰ আগেয়ে আসামত মহাপুৰুষীয়া বৈষ্ণৱধৰ্ম ভালকৈ প্ৰচাৰিত হৈছিল। মহাপুৰুষীয়া বৈষ্ণৱধৰ্ম স্থাপন কৰাত শঙ্কৰদেৱে যে চৈতন্যদেৱৰপৰা কোনো সহায় বা উপদেশ লোৱা নাই সেই কথা আমি ভাঠকৈ ক'ব পাৰোঁ। অৱশ্যে আমাৰ কথাৰ কাৰণ আছে। আসামত ৰামায়ণ আদি পুথিৰ ভাঙনি মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰিত হোৱাৰ আগৰেপৰা হৈছিল। মহাপুৰুষীয়া যাই পুথি দশম-কীৰ্তন শঙ্কৰদেৱে তেওঁৰ বয়সৰ ভাটি কালত পূৰ্বীত চৈতন্যদেৱক লগ পোৱাৰ ভালেমান আগেয়ে ৰচনা কৰিছিল। চৈতন্যদেৱ শঙ্কৰদেৱতকৈ বহুত সৰু আছিল শঙ্কৰদেৱে যেতিয়া ভৰ ডেকা, চৈতন্যদেৱ তেতিয়া পানী কেঁচুৱা, শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱধৰ্ম আসামত যেতিয়া গজ-গজীয়া চৈতন্যদেৱে তেতিয়া নৱদ্বীপত ক খ পঢ়িছিল। চৈতন্যদেৱতকৈ শঙ্কৰদেৱ ৩৬ বছৰৰ ডাঙৰ।—এই কথা প্ৰমাণ কৰিবলৈ আৰু কিবা যুক্তি তৰ্কৰ প্ৰয়োজন নে?

"বেজবৰুৱা ডাঙৰীয়াই বামচাঙোন লৈ অকল অসমীয়া ভাষা আৰু সাহিত্যক বিদেশীৰ হাতৰপৰা ৰক্ষা কৰি আছে বুলিলে ভুল হ'ব। অসমীয়া মতা-তিৰোতাৰ মান-ইজ্জত, অসমীয়া জীয়াৰী-বোৱাৰীৰ আত্মসন্মান ৰক্ষা কৰিবলৈ বেজবৰুৱা ডাঙৰীয়াই যি অমোঘ পাশুপাত অস্ত্ৰ ব্যৱহাৰ কৰিছে তাৰো কথা এইখিনিতে নকৈ নোৱাৰিলোঁ।

## বৰ্তমান সমস্যা

গেলা-বিলত মাছ মাৰিবলৈ যোৱা তিনিকুৰি অসমীয়াক একুৰি মৈমনসিঙীয়াই কিলাই তহিলং কৰা বিলাই বিপত্তিৰ কথা শুনি 'কৃপাবৰে' যি কেই আষাৰ কথা কৈছিল তাক প্ৰতি অসমীয়াই আখৰে আখৰে পালন কৰা যুগুত—বিশেষকৈ আমি নগগ্ৰাসকলে। তিনিকুৰি অসমীয়াৰ বিলাই-বিপত্তিত শোক নকৰি কৃপাবৰে এইদৰেহে কৈছিল—"কাপুৰুষহঁত! নিজৰ জীয়াৰী-বোৱাৰীক এমুঠি চপনীয়া কেলেহুৱাই ধৰি তহঁতৰ চকুৰ আগতে অপমান কৰে, আৰু তহঁতক চোৰ কিলোৱা দিয়ে, এনে অপমানৰ তুলনাত তুচ্ছ যোঁৱাৰ ৰুণী জাত আৰু জীৱন লৈ তহঁত পলাই যাবহঁক। আৰু কিল চুৰ কি বিনাৰ—"আমি হোজা দুখীয়া অসমীয়া। দয়ালু গৱৰ্ণমেণ্টে আমাক ৰক্ষা কৰিব লাগে; কিন্তু নকৰে। আমাৰ মাটিবোৰ কাঢ়ি নি আমাৰ দেশৰে মানুহ অসমীয়া কানুনগু প্ৰভৃতিয়ে মৈমনসিঙীয়াক দিয়ে। মৈমনসিঙীয়াৰ ভয়ত আমি পলাই গৈ পৰ্বতে-পাহৰে নাথাকিলে আৰু আমাৰ উপায় নাই।

"যি আত্মসন্মান, আৰু ম'ৰা-তিৰোতাৰ সন্মান ৰাখিবলৈ অসমৰ্থ, যেনে তেনে মতে নিজৰ গেহেলা প্ৰাণটো আৰু গেলা জাতটোকেহে মাথোন ৰাখিবলৈ যায়; তাৰ যে প্ৰাণো পোক লগা, জাতো ওৱলা, এইটো ধ্ৰুৰূপ জানিবি মোৰ সোণামুৰা ককাইহঁত মই কওঁ মোৰ কথা শুনা: বিদেশী ব্যৱসাদাৰ গৱৰ্ণমেণ্টৰ আশা এৰা। নিজ ভৰিৰ ওপৰত ভৰ দি থিয় হোৱা, তোমালোকৰ প্ৰাণ যায় যাওক, জাত যায় যাওক (কিন্তু নাযায় নিশ্চয় জানিবা) হাতত টাঙোন লৈ বুকু ফিন্দাই অত্যাচাৰীৰ বিৰুদ্ধে থিয় দিয়া। প্ৰাণৰ ভয় পৰিত্যাগ কৰা। দেখিবা বদৰ আগত কুঁৱলী পলোৱাদি অত্যাচাৰীৰ অত্যাচাৰ পলাব। প্ৰত্যেক গাঁৱৰ ডেকাসকল! তোমালোকে তোমালোকৰ নামঘৰত আৰু মছজিদত শপত খাই লৈ কাপুৰুষৰ প্ৰাণ ঘৃণনীয় ভাবি, মুঠ বান্ধি উঠাহঁক। আজিয়েই, আজিয়েই তুৰন্তে। নিজৰ মান ৰক্ষাৰ তাৰ

নিজৰ হাতত লোৱাইক। অপদাৰ্থ কাপুৰুষৰ দৰে কান্দিবলৈ এৰা—। উঠা। উঠা। এতিয়াই উঠা? পলম নকৰিবা। গাঁৱে গাঁৱে এনে বাণী প্ৰচাৰ কৰি গাঁৱৰ মানুহক সাহ আৰু উছাহ দি মূঠ বন্ধাই শকত কৰিবলৈ আমাৰ শিক্ষিত ডেকাসকলৰ ভিতৰৰপৰা কিছুমান ডেকা আজি ওলাবনে?"

এতিয়া আৰু 'ওলাবনে' প্ৰশ্নৰ দিন নাই, জোৰ পুৰি হাত পালেহি। ইমানতো যদি অসমীয়াই বিশেষকৈ নগঞাই এই কথালৈ আওকাণ কৰি হাত সাবটি বহি থাকে, তেন্তে তেওঁলোকৰ ধ্বংস অনিবাৰ্য। আৰু কেইবছৰমানৰ পিছত নগঞা অসমীয়া চাব খুজিলে কলিকতাৰ জু-গাৰ্ডেন বা মিউজিয়ামতহে বিচাৰিব লাগিব।

## প্ৰত্নতত্ত্ব

বেজবৰুৱা ভাণ্ডাৰীয়াৰ প্ৰত্নতত্ত্বৰ বিষয়ে এৰাৰি কথা এইখিনিতে উনুকিয়াই এই প্ৰবন্ধৰ সামৰণি মাৰিম। ব'দত কাটিবলৈ ইমানবিলাক বস্তু থকা সত্ত্বেও অসমীয়াই কোবাল ব'দক 'টিকাফটা' নাম দিয়াত প্ৰিয়দৰ্শনে কৃপাবৰ বৰবৰুৱাক কৈছিল "যে এইটো বৰ অসভ্য কথা, অসভ্য নালাগে অশ্লীলকে বুলিব পাৰি।"

এই কথাৰ উত্তৰত বৰপেট কৃপাবৰে কি উত্তৰ দিছিল আপোনাসকলৰ মনত পৰেনে? তেখেতে কৈছিল যে, "অসমীয়াৰ পকিতি আৰু পুৰণি বুৰঞ্জী সোঁৰৱণ সোপাই এই শব্দৰ মাজত সোমাই আছে।" কাম কৰোঁতে ধূলি মাটিত বহোঁতে যাতে চুৰিয়াখন ক'লা নহয়, বা কোৰ কুঠাৰ, হাতোৱাহ চাচ, কৰত ইত্যাদি লাগি যাতে সি নাকাটে, তাৰ নিমিত্তে সতৰ্কতা অৱলম্বন কৰি অসমীয়াই তেনেকৈ তাক সামৰি লৈছিল, অসমীয়াই কাম কৰোঁতে তেওঁৰ মূৰত সক জাপি বা গামোছা মৰা আছিল, গাত এৰীয়াৰ বুকুচোলা আছিল; সেইদেখি তেওঁৰ মূৰ আৰু পিঠিত এনে চেংচেঙীয়া ব'দ লাগিবলৈ নেপাইছিল; গতিকে ব'দৰ প্ৰকোপৰ সম্পৰ্ক তেওঁৰ সেই দুই অঙ্গৰ সৈতে নঘটিছিল, আৰু সেইদেখি তাৰ বিষয়ে তেওঁৰ মনতো নেখেলাইছিল। চকুৰ পৰা দুই আঙুলি ওলোৱা পকা ৰঙা ব'দৰ চোকা দাঁত আৰু শলাইত নখে সেই দেখি তেওঁৰ উদং টিকাহে আচুৰি কামুৰি কৰা যেন তেওঁ পাইছিল, আন অঙ্গ সিমান নহয়। এইবাবেই অসমীয়াই এনে ব'দক 'টিকা-ফটা' বুলিছিল।'

—'বাঁহী', ৭ম বছৰ, ৬ষ্ঠ সংখ্যা।

সামৰণিত কওঁ আজীৱন সাহিত্য সেৱাৰ মাজেদি বেজবৰুৱা ডাঙৰীয়াই অসমীয়া ভাষা, সাহিত্য আৰু ধৰ্মত এটি জাতীয় সোঁত বোৱালে, একেজন মানুহৰ প্ৰতিভাই কবিতা, উপন্যাস, নাট, সাধুকথা, চুটি গল্প, ধুহুচীয়া কথা, ইতিহাস, চৰিত্ৰ ৰচনা, সমালোচনা আদিত কেনেকৈ প্ৰভাৱ বিস্তাৰ কৰিছে তাক ভাবি আচৰিত হ'ব লাগে। মুঠতে ক'বলৈ গ'লে, বেজবৰুৱা সাহিত্যয়ে অসমীয়া জাতীয় চৰিত্ৰ, বেজবৰুৱা ডাঙৰীয়াই ভাল্লেমান দিন অপুষ্ট হৈ থকা অসমীয়া ভাষাক এটি স্থায়ী গঢ় দিলে। অন্য নহ'লেও, এই কাৰণেই অসমীয়া মাত্ৰেই বেজবৰুৱাৰ ওচৰত ঋণী।

এইবিলাক কাৰণৰ নিমিত্তেই বেজবৰুৱা ডাঙৰীয়াৰ আত্মা আসামৰ আকাশ বতাহ সকলোতে বিয়পি আছে। বিশেষতঃ মাতৃভূমিৰ চৰণ স্পৰ্শত তেখেতৰ স্বৰ্গসুখ, অসমীয়াৰ সম্পত্তি প্ৰকৃতিৰ দান, 'কুজী থেকেৰা', 'পকা খৰিচা', 'এঠা দৈ', 'বিহু' আৰু 'লুইতৰ দবে বৰনৈ'ৰ কথা তেওঁ ক'ত পাহৰিব পাৰে? 'হাস্তউৎফুল্ল হাঁহিমুখ মুকলিমুৰীয়া' ল'ৰাহঁতকনো এৰি থৈ তেওঁ ক'লৈ যাব পাৰে? তাতকৈ ডাঙৰ কথা হৈছে অসমৰ সুৰদি মাত। যি মাত—

"পৃথিৱীৰ ক'তো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত।"

সেইকাৰণেই মাতৃৰ স্নেহত আপ্লুত হৈ প্ৰাণভৰি মাতৃৰ মুখ চাবৰ নিমিত্তে ভক্ত সন্তানে গদ্‌গদ্ মাতে কৈছে :—

"অ' মোৰ ওপজা ঠাই।
অ' মোৰ অসমী আই।
চাই লওঁ তোমাৰ,
মু'খনি এবাৰ,
হেঁপাহ মোৰ পলোৱা নাই॥"

---

○ এই প্ৰবন্ধটো 'বাঁহী'ৰ ২০শ বছৰ, ৫ম আৰু ৬ষ্ঠ সংখ্যাত (ভাদ, আহিন —১৮৫৩ শক, আগষ্ট-চেপ্টেম্বৰ-অক্টোবৰ—১৯৩১ চন) প্ৰকাশ হৈছিল।

# লক্ষীনাথ বেজবৰুৱাৰ গ্ৰন্থপঞ্জী

## গ্ৰন্থসমূহ

লিতিকাই, জোনাকী, সম্পাদক
চন্দ্ৰকুমাৰ আগৰৱালা, প্ৰথম সংখ্যা
১৮৮৯, জানুৱাৰী; ছপা পুথি,
১৮৯০ খ্ৰীঃ

কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা,
জোনাকী, ২য় বছৰ ১৮৯০,
সম্পাদক হেমচন্দ্ৰ গোস্বামী। ছপা
পুথি, ১৯০৪ খ্ৰীঃ

কৃপাবৰ বৰুৱাৰ ওভতনি, ১৯০৯

পদুম কুঁৱৰী, জোনাকী, ৩য় বছৰ,
সম্পাদক লক্ষীনাথ বেজবৰুৱা
ছপা পুথি, ১৯০৫ খ্ৰীঃ

কামত কৃতিত্ব লভিবৰ সঙ্কেত, ১৯০৩

দীননাথ বেজবৰুৱাৰ জীৱনী, ১৯০৯

বাখৰ, ১৯১৪

ভাৰতবৰ্ষৰ বুৰঞ্জী, ১৯১০

ভাগৱত্ কথা, ১৯১৫

জুনুকা, ১৯১০

বুঢ়ী আইৰ সাধু, ১৯১১

শঙ্কৰদেৱ, ১৯১১

ককাদেউতা-নাতিল'ৰা, ১৯১২

শঙ্কৰদেৱ আৰু মাধৱদেৱ, ১৯১৪

নোমল, ১৯১৩

পাচনি, ১৯১৩

চিকৰপতি নিকৰপতি, ১৯১৩

সুৰভি, ১৯০৯

সাধুকথাৰ কুকি, ১৯১২

জোনবিৰি, ১৯১৩

কদম-কলি, ১৯১৩

চক্ৰধ্বজ সিংহ, ১৯১৫

জয়মতী কুঁৱৰী, ১৯১৫

বেলিমাৰ, ১৯১৫

বংশাৱলী (বেজবৰুৱা বংশৰ), ১৯৩৪

বৰবৰুৱাৰ ভাবৰ বুৰ্বুৰণি, ১৯৫১

তত্ত্বকথা, ১৯৬৩

মোৰ জীৱন সোঁৱৰণ, ১৯৪১,১৯৬১

বৰবৰুৱাৰ বুলনি, ১৯৬৪

History of Vaisnavism in India, Department of Education, Baroda State, Lecture Series 1933-34, Lecture No. 1. Baroda state Press 1934

Rasalila of Shri Krishna, Department of Education, Baroda State, Lecture Series 1933-34, Lecture No. 2 Baroda State Press 1934.

The Religion of Love and Devotion (বৰোদা বক্তৃতা আৰু দুটি বক্তৃতা, ডক্টৰ মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত), ১৯৬৮

বেজবৰুৱা ভাওৰীয়াৰ দিন লেখা আৰু পত্ৰলেখা

বেজবৰুৱা গ্ৰন্থাৱলী

## আসাম বন্ধু

### দ্বিতীয় বছৰ, ৩-৪ সংখ্যা

সন্ধ্যা

## জোনাকী ঃ

### প্ৰথম বছৰ ১৮১১ শক

লিতিকাই, ৩০,৬০, ৭৩ ১১০, ১২২, ১৫৬, ১৭২, ১৯৯, ২২৬, ২৫০

### দ্বিতীয় বছৰ; ১৮১২ শক

অ. ভা উ. সা. সভাৰ ২য় বছৰেকীয়া কাৰ্য বিৱৰণ—অ. ভা. উ. সা. সভাৰ সম্পাদক শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা, ২০৬ পিঠি

কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, ১৫৯, ১৮৯, ২৩৩, ২৪৫, ২৭২

চুমা, ২৪১

তোমাকেহে ভাল পাওঁ মবমৰ সখি, ২৬৫

মইনা, ২১৭

### তৃতীয় বছৰ; ১৮১৩ শক

অসমীয়া ভাষা, প্ৰথম—২৭, দ্বিতীয়,—৫৭, তৃতীয়-চতুৰ্থ--১৪৯, পঞ্চম—১৮০, ষষ্ঠ—, সপ্তম—, অষ্টম—৩২৬

কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, ৫২, ৩৪১

### চতুৰ্থ বছৰ ; ১৮১৪ শক

প্ৰেতাত্মাৰ আহবান (উজ্জেশ-আবাহন, ৯ম বছৰ, ৭৭৫ পিঠি)

## ডুবা ঃ

### প্ৰথম বছৰ ; ১৮২৮ শক

কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন, ৪৮, ১১৩, ১৫২, ১৭১, ২০১, ৩২৩

### দ্বিতীয় বছৰ; ১৮২৯ শক

কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন, ৪, ৫০, ১০৬, ১২৭, ১৭৭

জগন্নাথ বৰুৱা (কৃপাবৰৰ পদ্য), ৮৯

নিস্তাৰিণী দেৱী বা ফতেমা বিবী, ৪৩

ফ্ৰিৱিঙতিৰপৰা খাণ্ডৱদাহ, ৪৮

লম্বোদৰ ডেকা, ২৭০

### তৃতীয় বছৰ; ১৮৩১-৩২ শক

আহোম ৰজাৰ উৎপত্তি, ২৫২

কৃপাবৰৰ প্ৰত্যাগমন, ৪৫, ৯৮, ১১৩

গীতা, ৭

স্বৰ্গীয় দীননাথ বেজবৰুৱা, ১৬৩

বন্দেমাতৰম, ১৫২

বাগিৰাম, ১৫

লাওখোলা, ৭৪

'শ্ৰীশঙ্কৰদেৱ'ৰ সমালোচনা (আসাম বান্ধব, ৩য় বছৰ, ১২২)

স্বদেশী আৰু বয়কট, ১৭১

## বাঁহী ঃ

### প্ৰথম বছৰৰ ; আঘোণ, ১৮৩১-৩২ শক

অসমীয়া, ৯

অসমীয়া ভাষাৰ সম্পৰ্কে আমাৰ চেৰেক কথা, ২৪-৩২, ৪২-৫২

## তৃতীয় বছৰ; ১৮৩৩-৩৪ শক

## চতুৰ্থ বছৰ; ১৮৩৪-৩৫ শক

## পঞ্চম বছৰ; ১৮৩৫-৩৬ শক



## ষষ্ঠ বছৰ ; ১৮৩৬-৩৭ শক



## সপ্তম বছৰ ; ১৮৩৭-৩৯ শক

## অষ্টম বছৰ ; ১৮৩৯-৪০ শক

## নৱম বছৰ ঃ ১৮৪০ শক



## দশম বছৰ। ১৮৪ শক



## একাদশ বছৰ। ১৮৪৩ শক

দ্বাদশ বছৰ। ১৮৪৪ শক



ত্ৰয়োদশ বছৰ। ১৮৪৫ শক



চতুৰ্দশ বছৰ ১৮৪৬ শক



পঞ্চদশ বছৰ। ১৮৪৭ শক

## ষোড়শ বছৰ; ১৮৪৮ শক



## সপ্তদশ বছৰ; ১৮৫০ শক



## অষ্টাদশ বছৰ; ১৮৫১ শক



## ঊনবিংশ বছৰ; ১৮৫২ শক

## বিংশ বছৰ: ১৮৫৩ শক



## একবিংশ বছৰ; ১৮৫৪ শক



## দ্বাবিংশ বছৰ; ১৮৫৫ শক

## ত্ৰয়োবিংশ বছৰ; ১৮৫৬

(সম্পাদক অমিয়কুমাৰ দাস)



## চতুৰ্বিংশ বছৰ;



## পঞ্চবিংশ বছৰ;



## সপ্তবিংশ বছৰ; ১৮৬২ শক

(৩য় সংখ্যাৰপৰা সম্পাদক শ্ৰীমাধৱচন্দ্ৰ বেজবৰুৱা)



## আলোচনী :

## সপ্তম বছৰ; ১৮৩৭



## অষ্টাদশ বছৰ; ১৮৩৮-৩৯



## চেতনা :

## ষষ্ঠ বছৰ; ১৮৪৬ শক



## জন্মভূমি :

## প্ৰথম বছৰ; ১৮৪৪ শক



## মিলন :

## প্ৰথম বছৰ; ১৮৪৪ শক

**দ্বিতীয় বছৰ। ১৮৪৫ শক**

বেজবৰুৱা ২৫।২৬ বছৰীয়া নবীন
ছবি এখন, ১২২

**আসাম সাহিত্য সভা পত্ৰিকা**

**প্ৰথম বছৰ। ১৮৪৮–৪৯ শক**

গোৱালপাড়া ভিক্তিক এচোছিয়েচনৰ
হাকামা অধিবেশনৰ অভ্যৰ্থনা
সমিতিৰ সভাপতিৰ অধিবেশনৰ
বিষয়ে একেষাৰ, ৭৭

**তৃতীয়। বছৰ ১৮৫০-৫১**

চেৰেপাৰ আমনি, ১৮

**চতুৰ্থ বছৰ। ১৮৫১-৫২ শক**

কাঁহদি আক খাবলি, ৭১

**ষষ্ঠ বছৰ। ৮৫৭-৫৮ শক**

কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি
(কৃপাবৰ), ৫৬, ৭৯

**সপ্তম বছৰ। ১৮৫৮-৫৯ শক**

"পৰলোকত সাহিত্য-সম্ৰাট শ্ৰীলক্ষ্মী-
নাথ বেজবৰুৱা"ৰ ছবি বেটুপাতত
দি এই সংখ্যা স্মৃতি-তৰ্পণ

**অৰুণ ঃ**

**চতুৰ্থ বছৰ। ১৮৫০ শক**
**(বিজ্ঞাপন)**

হাঁহি-খেমালি,
সম্পাদক লক্ষ্মীনাথ বেজবৰুৱা
অনুবাদক ধাৰেশ্বৰ ভট্টাচাৰ্য
মূল—যোগীন্দ্ৰনাথ সৰকাৰ

**ষষ্ঠ বছৰ। ১৮৫২ শক**

মনোৰ মুখখন ক'লা কিয় ? ৩৮-৪১

**আবাহন ঃ**

**প্ৰথম বছৰ; ১৮৫১ শক**

কাঁহদি আক খাবলি, ৪
(আবাহনৰ প্ৰথম বছৰৰ প্ৰথম
সংখ্যাৰ প্ৰথম প্ৰবন্ধ)

**দ্বিতীয় বছৰ। ১৮৫২ শক**

বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি (শ্ৰীযুত
কৃপাবৰ বৰবৰুৱা), ৭০৫
.বজবৰুৱা সমিতিত .মাৰ বয়ান, ১৯৮
মোৰ মৃগয়া, ৪২, ১৫৮, ২৭৩, ৩৭৮
৫৬৯, ৭৬৬

**তৃতীয় বছৰ। ১৮৫৩ শক**
**(প্ৰথম ভাগ)**

কবি-বিভ্ৰাটৰ ফুৰফুৰণি, (কৃপাবৰ
বৰবৰুৱা), ২৩৮
বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি, (কৃপাবৰ
বৰুৱা), ৫৭,৪২৮
বৰবৰুৱাৰ ফু, (কৃপাবৰ বৰবৰুৱা),
৬৬০

**তৃতীয় বছৰ। ১৮৫৪ শক**
**(দ্বিতীয় ভাগ)**

তত্ত্ব-কথা, ৬৫, ২২৫, ৩২৯
বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি, (কৃপাবৰ),
১৭৪,৪৪৯

## ন-জোন ঃ

### প্ৰথম বছৰ: ১৮৫৬ শক



## জয়ন্তী ঃ

### প্ৰথম বছৰ, ১৮৫৯ শক



### দ্বিতীয় বছৰ ; ১৮৬০ শক



## দৈনিক বাতৰি ঃ



## অসম বন্তি ঃ



---



বেজবৰুৱাৰ সম্বলপুৰ ঘৰৰ উদ্যান



বেজবৰুৱাৰ সম্বলপুৰ ঘৰৰ একাংশ



বেজবৰুৱাৰ সম্বলপুৰ ঘৰৰ উদ্যান



বেজবৰুৱাৰ সম্বলপুৰ ঘৰৰ একাংশ



চকিত বহি বাঁও ফালৰপৰা ঃ ৰমেশচন্দ্ৰ দাস, তীৰ্থনাথ ফুকন, জ্ঞানদাভিৰাম বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য্য প্ৰজ্ঞাসুন্দৰী দেৱী, বেজবৰুৱা, দীপিকা চন্দ্ৰকুমাৰ আগৰৱালা, নবীনচন্দ্ৰ বৰদলৈ



বিয়াৰ পিছত লক্ষ্মীনাথ আৰু প্ৰজ্ঞাসুন্দৰী



ৰত্না, দীপিকা, বেজবৰুৱা, ৰোহিণীকুমাৰ বৰুৱা আৰু প্ৰজ্ঞাসুন্দৰী



থিয় হৈ : ৰোহিণীকুমাৰ বৰুৱা আৰু ৰত্না

বহি   চন্দ্ৰকুমাৰ আগৰৱালা, বেজবৰুৱা, (কোলাত নাতিনী ঋতা), ঋতেন্দ্ৰনাথ ঠাকুৰ আৰু নাতি স্বৰূপকুমাৰ



মাজত বহি ঃ জ্ঞানদাভিৰাম বৰুৱা, দীপিকা, বেজবৰুৱা, প্ৰজ্ঞাসুন্দৰী, চন্দ্ৰকুমাৰ আগৰৱালা আৰু দিৱাকৰ গোস্বামী
বহি (বাঁওফালৰপৰা দ্বিতীয়) ঃ মাধৱচন্দ্ৰ বেজবৰুৱা



বেজবৰুৱা আৰু ভোলানাথ বৰুৱা



ৰাজ্যবন্ধু, মুখাৰ্জী, অৰুণা আৰু বন্যা দত্তা



ইন্দমাধব মল্লিক (ইক মিক ককাৰৰ স্রষ্টা), ৰত্না বেজবৰুৱা, অৰুণা আৰু প্ৰজ্ঞাসুন্দৰী



বেজবৰুৱা আৰু প্ৰজ্ঞাসুন্দৰী



হৰিনাথ, শ্ৰীনাথ আৰু লক্ষ্মীনাথ

